# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা: প্ৰতিভা আৰু ব্যক্তিত্ব



অসম সাহিত্য সভা

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ
# প্ৰতিভা আৰু ব্যক্তিত্ব


সম্পাদনা ঃ

ড° মুকুন্দমাধৱ শৰ্মা

ড° বাণীকান্ত শৰ্মা






অসম সাহিত্য সভা

**Adhyapak Rajanikanta Devsarma : Pratibha Aru Vyaktitva :** a collection of articles on the life and activities of Professor Rajanikanta Dev Sarma, a dedicated worker of Asam Sahitya Sabha, written in Assamese by a galaxy of scholars and his admirers to commemorate his contributions, edited by Dr M. M. Sharma, Vice Chancellor, Dibrugarh University and Dr Banikanta Sarma, Professor, Department of Modern Indian Languages, Gauhati University and published by Dr Ramcharan Thakuria, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhawan, Jorhat, Assam, 1993.

---

প্ৰকাশক : **ড° ৰামচৰণ ঠাকুৰীয়া**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত ভৱন
যোৰহাট



প্ৰথম প্ৰকাশ : ২৭ জানুৱাৰী, ১৯৯৩ খ্ৰীষ্টাব্দ

**মূল্য : ৭০·০০ টকা**

মূদ্ৰক : পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী, গুৱাহাটী-৮



অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা

জন্ম : ২৫ ফাগুন
শকাব্দ ১৮৩৩

মৃত্যু : ৩ মাঘ
শকাব্দ ১৯১২

## অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ হাতৰ আখৰৰ চানেকি

উপনিষদ সাহিত্যৰ পৰিসৰ অতি বিশাল। মুক্তিকোপনিষদ নামৰ এখন অৰ্বাচীন উপনিষদত ১০৮ খন উপনিষদৰ উল্লেখ আছে। কিন্তু সম্প্ৰতি দুশৰো অধিক উপনিষদ জনা গৈছে। এই উপনিষদবোৰৰ প্ৰত্যেকখনকে কোনো এখন বেদৰ অন্তৰ্ভুক্ত বুলি ধৰা হৈছে। কিন্তু এই প্ৰসংগত উপনিষদবোৰেই গোপনতৰ অৰ্থৰ। (মোগল যুগত আল্লা আৰু ব্ৰহ্মৰ ঐক্য প্ৰতিপাদন কৰি 'আল্লো পনিষদ' নাম দি এখন উপনিষদ ৰচিত হৈছিল আৰু এই উপনিষদ অথৰ্ববেদীয় বুলি জনা হৈছিল।

---

कोऽयं प्रवरसेनः, कस्तस्य कालः, अस्ति कश्चिदाकरग्रन्थः, प्रवरसेनस्य कविप्रतिभा कीदृशी, सेतुबन्धः सार्थकं महाकाव्यं न वा, के अस्य महाकाव्यस्य टीकाकाराः इत्यादीनां सर्वेषां प्रश्नानां यथायथमालोचनं सप्तचत्वारिंशदधिकशतपृष्ठविस्तीर्णायां भूमिकायां विधीयते। अस्माभिः साम्प्रतं महाभागस्याऽस्य सूर्ले एतेषाम् उपर्युक्त प्रश्नानां समाधानं प्रदर्श्यते।

# অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ একাষাৰ

ইংৰাজী ১৯৯১ চনৰ ১৭ জানুৱাৰীত বহুবিশ্ৰুত প্ৰাচ্যবিদ্যা নিষ্ণাত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ দেহান্তৰ ঘটে। অধ্যাপক দেৱশৰ্মা মহোদয়ে সুদীৰ্ঘকাল অসম সাহিত্য সভাৰ লগত জড়িত হৈ উপসভাপতি, কোষাধ্যক্ষ আৰু 'অসম সাহিত্য সভা পত্ৰিকা'ৰ তুবাৰো গুৰু দায়িত্ব দক্ষতাৰে পালন কৰাৰ উপৰিও অসম সাহিত্য সভাৰ বিভিন্ন কাৰ্যত অবিৰতভাৱে নীৰৱে নিস্বাৰ্থ সেৱা আগ বঢ়াই অসমীয়া ভাষা জননীৰ চৰণত পাদ্যাৰ্ঘ নিবেদন কৰি গৈছে।

শিক্ষাব্ৰতী শিক্ষকৰূপে প্ৰতিষ্ঠা লাভ কৰা হাস্য-ব্যঙ্গ্যৰসিক অধ্যাপক দেৱশৰ্মাদেৱ উপনিষদ-গীতা-ভাগৱত-পুৰাণ-স্মৃতি আদিৰ তত্ত্বাৰ্থ ব্যাখ্যাকৰ্তাৰূপে আৰু সুবক্তাৰূপে সৰ্বজন সমাদৃত এগৰাকী বিশিষ্ট পণ্ডিত। প্ৰাচ্যবিদ্যাবাৰিধি অধ্যাপক দেৱশৰ্মাৰ অসমীয়া ভাষা-সাহিত্যলৈ যোগোৱা অৰিহণাও প্ৰশংসনীয়। তেখেতৰ সম্পাদনাত প্ৰকাশিত "কৌটিল্যৰ অৰ্থশাস্ত্ৰ" আৰু "অসমীয়া বিশ্বকোষ"ৰ প্ৰথম খণ্ডই তেখেতৰ বিশাল পাণ্ডিত্যৰ সাক্ষ্য বহন কৰিছে। 'আৱাহন' আলোচনীৰপৰা আৰম্ভ কৰি বিভিন্ন গ্ৰন্থ আৰু কাকতত প্ৰকাশিত তেখেতৰ সাহিত্য-সংস্কৃতি আৰু ধৰ্ম সম্পৰ্কীয় প্ৰবন্ধৰাশিয়ে অসমীয়া সাহিত্যৰ গৌৰৱ বৰ্দ্ধন কৰিছে। 'মহাভাৰত', 'মুদ্ৰাৰাক্ষস' প্ৰভৃতিৰ অনুবাদে তেখেতৰ প্ৰতিভাৰ অন্য এটি দিশৰ সূচনা কৰিছে। তদুপৰি অসমৰ শিক্ষা, সংস্কৃতি আদিৰ নানা অনুষ্ঠানলৈ তেখেতে আগ বঢ়োৱা সেৱা চিৰস্মৰণীয় হৈ থাকিব।

অসম সাহিত্য সভাই অধ্যাপক দেৱশৰ্মাদেৱৰ স্মৃতি ৰক্ষাৰ্থে তেখেতৰ জীৱন, কৰ্ম আৰু অৱদানৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰাকৈ এখনি স্মৃতি গ্ৰন্থ প্ৰণয়নৰ সিদ্ধান্ত ১৯৯১ চনৰ ২৭ জানুৱাৰীত গ্ৰহণ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰখ্যাত অধ্যাপক ড° মুকুন্দমাধৱ শৰ্মা ( বৰ্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ) আৰু আধুনিক ভাৰতীয় ভাষা বিভাগৰ

ড° বাণীকান্ত শৰ্মাক স্মৃতিগ্ৰন্থ সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰে। এই দুগৰাকী ব্যক্তিয়ে বিশিষ্ট পণ্ডিত-সাহিত্যিক-গবেষক-সমাজকৰ্মীৰপৰা লেখাসমূহ সংগ্ৰহ কৰি "অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা : প্ৰতিভা আৰু ব্যক্তিত্ব" শীৰ্ষক এখনি স্মৃতিগ্ৰন্থ বহু পৰিশ্ৰম কৰি প্ৰস্তুত কৰি উলিয়াই ধন্যবাদৰ পাত্ৰ হৈছে। এই প্ৰসঙ্গতে এই গ্ৰন্থৰ লেখকসকলক আমি আন্তৰিক ওলগ জনাইছোঁ।

তদুপৰি অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীনৰকান্ত বৰুৱা আৰু প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী প্ৰমুখ্যে কৰ্মকৰ্তাসকলে এই গ্ৰন্থ প্ৰকাশৰ কাম হাতত লোৱা বাবে ধন্যবাদ জ্ঞাপন কৰিলোঁ।

অসম সাহিত্য সভাৰ উনষষ্ঠিতম শিৱসাগৰ অধিৱেশনত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ পুণ্যস্মৃতিত শ্ৰদ্ধাঞ্জলিৰূপে উন্মোচন কৰাৰ অৰ্থে এই স্মৃতিগ্ৰন্থখন প্ৰকাশ কৰিবলৈ পাই আমি ধন্য মানিছোঁ। গ্ৰন্থখন সকলোৰে আদৰণীয় হ'ব বুলি আমি আশা কৰিছোঁ।

২৭ জানুৱাৰী, ১৯৯৩
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

**ৰামচৰণ ঠাকুৰীয়া**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সম্পাদকীয়

১৯৯১ খৃষ্টাব্দৰ ১৭ জানুৱাৰী বৃহস্পতিবাৰে আবেলি ২-৪০ বজাত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ নশ্বৰ দেহৰ অৱসান হ'ল স'চা, কিন্তু অধ্যাপক শৰ্মাদেৱৰ গভীৰ পাণ্ডিত্য জ্ঞাননিষ্ঠা আৰু ব্যক্তিত্বই তেখেতৰ প্ৰতিভা অমৰ কৰি ৰাখিব—কীৰ্তিৰ্যস্য স জীৱতি। পৰমভক্তসাধক গোস্বামী তুলসীদাসে এবাৰ কথা কৈছিল—"যেতিয়া তুমি পৃথিৱীলৈ আহিছিলা তেতিয়া তুমি কান্দি কান্দি আহিছিলা আৰু তেতিয়া তোমাৰ ওচৰচুবুৰীয়া সকলোৱে হাঁহিছিল। কিন্তু তুমি যেতিয়া পৃথিৱী এৰি যোৱা তেতিয়া যেন হাঁহি হাঁহি যোৱা আৰু আনে তোমাৰ নিমিত্তে হিয়া ভুকুৱাই কান্দে।" অধ্যাপক শৰ্মাদেৱেও ঠিক তাকেই কৰিলে। ১৬ জানুৱাৰীৰ আবেলি ৫ বজালৈ নিৰৱচ্ছিন্নভাৱে কৰ্মযোগীৰ নিচিনাকৈ কাম কৰি থাকোঁতেই নিয়তিয়ে একাঙ্গী ৰোগেৰে নিষ্ক্ৰিয় কৰি মাত্ৰ কেই ঘণ্টামান সময় দেহটোক কষ্ট ভোগ কৰিবলৈ এৰি দি তেখেতৰ আত্মাক পৰমাত্মাৰ সান্নিধ্যলৈ লৈ গ'ল। তেখেতৰ জীৱন অৱসানত যে অসম জননীৰ বুকু শূন্য হ'ল আৰু অসমবাসীৰ যে অপূৰণীয় ক্ষতি হ'ল তাক বিদ্বান সমাজৰ প্ৰতিজন ব্যক্তিয়ে মৰ্মে মৰ্মে অনুভৱ কৰিছে। যিসকলে তেখেতৰ সংস্পৰ্শলৈ এবাৰ আহিছে সেইসকলক তেখেতৰ অমায়িক আৰু মধুৰ ব্যৱহাৰে মোহিত কৰিছে ; যিসকলে তেখেতৰ জ্ঞানগৰ্ভ হাস্য-মধুৰ বক্তৃতা এবাৰ শুনিছে, যিসকলে তেখেতৰ গীতা-ভাগৱত-উপনিষদ আদিৰ জ্ঞানগভীৰ ৰসাল ব্যাখ্যা এবাৰ শুনাৰ সুযোগ পাইছে, যিসকলে তেখেতৰ ওচৰত বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ শ্ৰেণীকক্ষত শিক্ষাগ্ৰহণ কৰাৰ সুযোগ পাইছে আৰু যিসকলে তেখেতক সহযোগী সদুপদেষ্টাৰূপে লগ পাইছে সেইসকলে জীৱন কালত তেখেতক পাহৰিব নোৱাৰে।

এনে এগৰাকী প্ৰথিতযশা পণ্ডিত ব্যক্তিৰ স্মৃতি ৰোমন্থন কৰিবলৈ ওলালেই স্বাভাৱিকতেই আমাৰ মানসপটত অসমৰ প্ৰাচীন গৌৰৱময় দিনবোৰৰ স্মৃতি জাগ্ৰত হয়। সুদূৰ অতীতৰেপৰা অসম সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চাৰ কাৰণে বিখ্যাত।

অন্ততঃ খ্ৰীষ্টীয় দ্বিতীয় শতিকাৰেপৰা অসমত যে সংস্কৃত ভাষাৰ বেদ-বেদান্ত, কাব্য-ব্যাকৰণ, পুৰাণ-ধৰ্মশাস্ত্ৰ আদি নানা বিষয়ৰ অধ্যয়ন অধ্যাপনাৰ ধাৰাটো প্ৰবাহিত হৈ আছে তাৰ সাক্ষ্য ইতিহাসে বহন কৰিছে। শিলালিপি, তাম্ৰশাসন আদিৰ উপৰিও কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, স্মৃতিশাস্ত্ৰৰ বিভিন্ন গ্ৰন্থ আৰু বৰ্তমান কালত আবিষ্কৃত শিল্প-ভাস্কৰ্য আদিৰপৰা নানা শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনাৰ বিস্তৃতিৰ কথা সহজেই অনুমান কৰিব পাৰি। প্ৰাগ্ বৈষ্ণৱ যুগৰ বিদগ্ধ সংস্কৃত ভাষাবিদ্ পণ্ডিত কবি শিৰোমণি মাধৱ কন্দলীয়ে বাল্মীকি ৰামায়ণ অনুবাদ কৰি অসমীয়া কাব্য-সাহিত্যৰ গৌৰৱময় পাতনি মেলাৰ পূৰ্বেই মহাদাৰ্শনিক পণ্ডিত কুমাৰিলভট্টপাদ, ধৰ্মকীৰ্তি আৰু প্ৰখ্যাত স্মৃতি-নিবন্ধগ্ৰন্থ **আঙ্গিৰস সংহিতা, স্বল্পমৎস্য পুৰাণ, ধৰ্মপুৰাণ** আদিৰ প্ৰণেতাসকলে সাৰস্বত-সাধনাৰে অসমৰ গৌৰৱ বৰ্দ্ধন কৰি গৈছে। তদুপৰি চতুৰ্দশ, পঞ্চদশ আৰু ষোড়শ শতিকাৰ কালছোৱাত মহা-মহোপাধ্যায় ৰাজগুৰু দামোদৰ মিশ্ৰ, মহামহোপাধ্যায় জগদ্গুৰু পীতাম্বৰ সিদ্ধান্তবাগীশ, মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আদিৰ নিচিনা উজ্জ্বল ৰত্নৰ আবিৰ্ভাৱ হৈছিল। দামোদৰ মিশ্ৰৰ **গঙ্গাজলম্** আৰু পীতাম্বৰ সিদ্ধান্ত-বাগীশ প্ৰণীত স্মৃতিশাস্ত্ৰৰ ওঠৰখন কৌমুদী গ্ৰন্থই আজিও অসমৰ হিন্দু সমাজৰ ধৰ্ম আৰু সমাজ জীৱন নিয়ন্ত্ৰণ কৰি আছে। ষোড়শ শতিকাত মহাৰাজ নৰনাৰায়ণৰ নিৰ্দেশক্ৰমে পুৰুষোত্তম বিদ্যাবাগীশে মহামুনি পাণিনি প্ৰণীত **অষ্টাধ্যায়ী**ৰ সমকক্ষ **প্ৰয়োগ-ৰত্নমালা** ব্যাকৰণ প্ৰণয়ন কৰি প্ৰভূত যশস্যা লাভ কৰি গৈছে। এই ব্যাকৰণখন ইমান বিজ্ঞানসম্মত পদ্ধতিত প্ৰণীত যে কালক্ৰমত এই ব্যাকৰণখনৰ বহুতো টীকা-ভাষ্য-টিপ্পনী বিদগ্ধ পণ্ডিতসকলে ৰচনা কৰি অসম দেশক ভাৰতৰ বিদ্যায়তনিক সমাজত প্ৰতিষ্ঠিত কৰিছে।

অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্তক বৈষ্ণৱ চূড়ামণি মহাপুৰুষ শঙ্কৰদেৱ, তেওঁৰ প্ৰবীণতম শিষ্য মাধৱদেৱ, তেওঁৰ বান্ধৱপ্ৰতিম মহাপুৰুষ দামোদৰদেৱ, হৰিদেৱ: দামোদৰদেৱৰ প্ৰিয়শিষ্য ভট্টদেৱ প্ৰভৃতি বৈষ্ণৱ ধৰ্মাচাৰ্যসকলে দেৱভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰি দেৱভাষাত প্ৰণীত গ্ৰন্থৰাশিকেই মূলাধাৰৰূপে গ্ৰহণ কৰি বিশাল বৈষ্ণৱ সাহিত্যৰ সৃষ্টি কৰি অসমীয়া ভাষা জননীৰ বেদীত পুষ্পমাল্য নিবেদন কৰি গৈছে।

ঊনবিংশ শতিকাত পাশ্চাত্য শিক্ষাৰ প্ৰবাহে অসম দেশ স্পৰ্শ কৰা কালতো গুৰুকুল পদ্ধতিত প্ৰতিষ্ঠিত টোলসমূহে সংস্কৃত সাহিত্যৰ চিন্তা-চৰ্চা অব্যাহত কৰি ৰাখিছিল। এই শতিকাৰ শেষাৰ্দ্ধত আৰু কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধত যিসকল



গুণীজ্ঞানী কৃতবিদ্য পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ অধ্যয়ন-অধ্যাপনাত নিজৰ জীৱন উৎসৰ্গ কৰিছিল সেইসকলৰ ভিতৰত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য পুৰোধা পণ্ডিত।

ঊনবিংশ শতিকাত পাশ্চাত্য পদ্ধতিৰে শিক্ষালাভ কৰা 'প্ৰাগ্জ্যোতিষপুৰনন্দন', আনন্দৰাম বৰুৱাই ( জন্ম খ্ৰীঃ ১৮৫০ মৃত্যু ১৮৮৯ ) ভাৰতৰ এগৰাকী প্ৰবীণ চিভিলিয়ানস্বৰূপে নানা ধৰণৰ সমস্যাবহুল প্ৰশাসকীয় কৰ্মত ব্যাপৃত থাকিও সংস্কৃত ভাষাৰ ব্যাকৰণ-অভিধান, মহাকবি ভৱভূতিৰ **মহাবীৰচৰিতম**ৰ ভাষ্যকে ধৰি নানা সমালোচনা আৰু গৱেষণামূলক গ্ৰন্থ প্ৰণয়ন কৰি সংস্কৃত সাহিত্যৰ ইতিহাসত আলোড়নৰ সৃষ্টি কৰি অমৰ কীৰ্তি অৰ্জন কৰি অসমমাতৃক গৌৰৱৰ আসনত অধিষ্ঠিত কৰি গৈছে। এইজনা বিদগ্ধ পণ্ডিতে মাত্ৰ ঢুকুৰি বছৰবো কম জীৱন কালত যি মহত্বপূৰ্ণ কাম কৰি গ'ল তাৰ তুলনা নাই। পৰৱৰ্তী কোনো পণ্ডিতে ইমান কম সময়ত ইমান বিশাল কাম কৰিব পৰা নাই বুলিলে বোধহয় অত্যুক্তি কৰা নহ'ব।

বিংশ শতিকাত পাশ্চাত্য শিক্ষা-পদ্ধতিৰে শিক্ষা লাভ কৰি অশেষ গৌৰৱৰ অধিকাৰী হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ-দেৱে আনন্দৰামৰ পদাংক অনুকৰণ কৰি ধ্ৰুপদী সাহিত্যৰ বিজ্ঞানসম্মত গৱেষণা আৰু সমালোচনাত প্ৰবৃত্ত হৈ অসম জননীক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠিত কৰি গৈছে। এই গৰাকী পণ্ডিতৰে সমসাময়িক প্ৰাচ্য-পাশ্চাত্য দৰ্শননিষ্ণাত পুৰুষ ৰাধানাথ ফুকনদেৱে সংস্কৃত ভাষাৰ মাধ্যমেৰে ভাৰতীয় দৰ্শন শাস্ত্ৰৰ তাত্ত্বিক ব্যাখ্যাত প্ৰসিদ্ধি লাভ কৰি অসমীয়া ভাষাতো সেইবোৰ লিখি অসমৰ গৌৰৱ বৰ্দ্ধন কৰি গ'ল।

এই দুগৰাকী পণ্ডিতৰ সমসাময়িক অথবা এওঁলোকৰ পৰৱৰ্তী যিসকল গুণীজ্ঞানী কৃতবিদ্য পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ বিভিন্ন শাস্ত্ৰৰ ব্যাখ্যা আৰু সমালোচনাত আত্মোৎসৰ্গ কৰাৰ উপৰিও অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ হকে অৰিহণা যোগাইছে সেইসকলৰ ভিতৰত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নাম চিৰস্মৰণীয় হৈ থাকিব। অধ্যাপক দেৱশৰ্মাদেৱে পাশ্চাত্য পদ্ধতিৰে স্নাতকোত্তৰ মহলাৰ শিক্ষা সমাপ্ত কৰাৰ উপৰিও প্ৰাচীন পৰম্পৰাগত গুৰুকুল-পদ্ধতিৰ শিক্ষাও আয়ত্ত কৰি নবীন আৰু প্ৰাচীনৰ সংযোগ সেতুস্বৰূপে প্ৰতিষ্ঠা লাভ কৰি গ'ল। আধুনিক যুগৰ গৱেষণাশ্ৰিত অধ্যাপনাৰে যুক্তিৰ ভিত্তিত সকলো কথা বিচাৰ-বিশ্লেষণ কৰি সিদ্ধান্তত উপনীত হ'ব পৰাটোতে পাণ্ডিত্যৰ গৌৰৱ ; দেৱশৰ্মাদেৱৰ আছিল এই গুণৰ প্ৰতিভূ।

অধ্যাপক দেৱশৰ্মাদেৱৰ জীৱন নিৰ্বাহৰ পদ্ধতিৰ প্ৰতি দৃষ্টিপাত কৰিলেই কেইটামান উল্লেখযোগ্য বৈশিষ্ট্য আমাৰ চকুত পৰে।

আমাৰ চকুত পৰে দৰিদ্ৰতাই মেধা আৰু বুদ্ধি প্ৰতিহত কৰিব নোৱাৰে। দেৱশৰ্মাদেৱে ছাত্ৰ জীৱনত দাৰিদ্ৰ্যৰ বিৰুদ্ধে সংগ্ৰাম কৰি নিজৰ দৃঢ় মনোবল আৰু সঙ্কল্পৰ পৰিচয় দিছিল। প্ৰাথমিক স্তৰৰপৰা স্নাতকোত্তৰ মহলা পৰ্যন্ত "ছাত্ৰাণাম্ অধ্যয়নং তপঃ" এই কথাষাৰ প্ৰমাণ কৰি আত্মপ্ৰতিষ্ঠা লাভ কৰিছিল। "বিদ্যা দদাতি বিনয়ম্ বিনয়াদ্ যাতি পাত্ৰতাম্"—বিদ্যাই মানুহক কৰে বিনত্ৰ আৰু শৃঙ্খলাবদ্ধ আৰু শৃঙ্খলাই কৰে মানুহক যোগ্য। এনে যোগ্য-জনৰ দ্বাৰা বসুন্ধৰা হৈ পৰে যোগ্য-ভোগ্যা। অধ্যাপক দেৱশৰ্মাদেৱ বিপুল জ্ঞান আৰু বিদ্যাৰ ভৰত হৈ পৰিছিল এগৰাকী বিনত্ৰ পুৰুষ; তেখেতে যাপন কৰিছিল এটি সুশৃঙ্খলাবদ্ধ জীৱন। উচ্চ চিন্তা, অনাড়ম্বৰ আৰু সৰল জীৱন নিৰ্বাহ কৰাটোৱেই আছিল তেখেতৰ ব্ৰত। "কামৰ সৰু বৰ নাই, কৰ্মই মানুহৰ জীৱন'—এইয়েই আছিল তেখেতৰ জীৱনদৰ্শন।

তেখেত আছিল এগৰাকী আদৰ্শ শিক্ষক। অধ্যয়ন শেষ কৰিয়েই শিক্ষকতাকেই জীৱনৰ ব্ৰত ৰূপে গ্ৰহণ কৰি শিক্ষাৰ্থীৰ জীৱনত মচিব নোৱাৰা প্ৰভাৱ পেলাই দেৱশৰ্মাদেৱে প্ৰভূত খ্যাতি অৰ্জন কৰিছিল। তেখেত আছিল শিক্ষাব্ৰতী শিক্ষক, শিক্ষাজীৱী শিক্ষক নহয়। তেখেত কেনে ধৰণৰ শিক্ষক আছিল তাক তলত উদ্ধৃত কৰা কথাষাৰৰপৰাই সহজে উপলব্ধি কৰিব পৰা যায়—

Famous educators plan new system of Pedagogy; but it is the unknown teacher who directs and guides the young. He lives in obscurity and contends with hardship. For him no trumpets blare, no chariot wait, no golden decorations are decreed. He keeps the watch along the borders of darkness and makes the attack on the trenches of ignorance and folly. With patience in his daily work, he strives to conquer the evil powers which are the enemies of youth. He awakens sleeping spirits. He quickens the indolent, encourages the eager, and steadies the unstable. He communicates his own joy in learning and shares with boys and girls the best treasure of his mind. He lights many candles, which in later years will shine back to cheer him. This is his reward. Knowlege may be gained from books; but the love for knowledge is transmitted only by personal



contact. No one has deserved better respect than the unknown teacher. No one is more worthy to be enrolled in a democratic aristocracy, "*King of himself and servant of mankind.*—[ Henry Van Dyke, "The Unknown Teacher", in Journal of the National Education Association for January, 1927. P. 15.]

সঁচাকৈয়ে ওপৰত উল্লেখ কৰা কথাখিনিতেই অধ্যাপক দেৱশৰ্মাদেৱৰ শিক্ষকতাৰ সঁচাৰকাঠী নিহিত হৈ আছে। সেই কাৰণেই অসংখ্য ছাত্ৰ-ছাত্ৰী আজিও তেখেতৰ প্ৰশংসাত শতমুখ। দেৱশৰ্মাদেৱৰ অন্যতম গুণ আছিল বাগ্মিতা; তেখেত অসাধাৰণ বাগ্মী পুৰুষ। শ্ৰীহৰ্ষই নৈষধ চৰিতত "মিতং চ সাৰং চ ৱচো হি ৱাগ্মিতা" বুলি বাগ্মিতাৰ যি লক্ষণ উল্লেখ কৰিছে সেই লক্ষণেই আছিল দেৱশৰ্মাদেৱৰ বক্তৃতাৰ লক্ষণ। তেখেতৰ বিষয়বস্তু বিশ্লেষণৰ ক্ষমতা চমকপ্ৰদ। বক্তৃতাৰ মাজত আৱশ্যকীয় সংস্কৃত বা অসমীয়া বা ইংৰাজী উদ্ধৃতিবোৰ স্বতঃস্ফূৰ্তভাৱে যেন তেখেতৰ জিহ্বাগ্ৰত উপস্থিত হৈছিল; তেখেতৰ মাত গলগলীয়া, কথনভঙ্গী ৰসাল আৰু শব্দসংযোজনা নিৰ্ভুল, প্ৰকাশভঙ্গী উদ্দীপ্ত অথচ মধুৰ ৰসপূৰ্ণ। ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰ উদাত্তকণ্ঠৰ অননুকৰণীয় বাগ্-ভঙ্গীয়ে শ্ৰোতাৰ অন্তৰৰ গভীৰতম প্ৰদেশত ৰেখাপাত কৰাৰ নিচিনকৈ আৰু দেশভক্ত তৰুণৰাম ফুকনৰ বুদ্ধিদীপ্ত হাস্যৰসে শ্ৰোতাৰ মন পুলকিত কৰাৰ নিচিনাকৈ অধ্যাপক দেৱশৰ্মাদেৱৰ বুদ্ধিদীপ্ত হাস্যৰসপূৰ্ণ উদাত্তকণ্ঠৰ ভাষণে শ্ৰোতাবৰ্গক বিমোহিত কৰিছিল। অসমৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত সনাতন ধৰ্ম, সংস্কৃত সাহিত্য, অসমীয়া সাহিত্য আদি বিষয়ৰ অনৰ্গল বক্তৃতা প্ৰদান কৰি ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ ধাৰা প্ৰবাহিত কৰি ৰখাৰ কাৰণে তেখেতে উদাত্তকণ্ঠে আহ্বান জনাইছিল। অধ্যাপক দেৱশৰ্মাদেৱ আছিল বিচক্ষণ শাস্ত্ৰ ব্যাখ্যাতা—শাস্ত্ৰ ব্যাখ্যাৰ ক্ষেত্ৰত তেখেতৰ বাক্‌পটুতা আৰু বস্তু উত্থাপন আৰু উপস্থাপন পদ্ধতি অনন্য সাধাৰণ; কোনো প্ৰসঙ্গতে তেখেতৰ দ্বিধাবোধ নাই, ক'তো খোকোজা নালাগে, সুপ্ৰযুক্ত শব্দৰ অভাৱত ব্যাখ্যাৰ গতি স্তিমিত নহয়। ভাৰতীয় দৰ্শনসমূহৰ সুগভীৰ অধ্যয়ন আৰু বিশেষকৈ বেদান্তদৰ্শনৰ পুঙ্খানুপুঙ্খ অনুধাৱনৰ ফলত তেখেতে শ্ৰীমদ্‌ভাগৱত মহাপুৰাণ আৰু শ্ৰীমদ্‌ভগৱদ্‌গীতাৰ বিশ্লেষণাত্মক ব্যাখ্যা ভক্তশ্ৰোতাৰ আগত উপস্থাপিত কৰি নিজে নিজক পাহৰি আত্ম সমাধিস্থ হৈ পৰিছিল। জ্ঞান-কৰ্ম-ভক্তি যোগৰ সাধনাত নিজকে উৎসৰ্গ কৰি ধৰ্ম, অৰ্থ, কাম, মোক্ষ—এই চাৰি পুৰুষাৰ্থেৰে মানৱ জীৱনৰ

ভেটি নিৰ্মাণ কৰি ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰা যে ৰক্ষা কৰিব পাৰি তাক অধ্যাপক দেৱশৰ্মাদেৱে দোহাৰিছিল।

অধ্যাপক দেৱশৰ্মাদেৱ অন্ধ ৰক্ষণশীলতা আৰু গোড়ামিৰপৰা মুক্ত পুৰুষ। আমাৰ সমাজত অস্পৃশ্যতাৰ যি ধাৰণা বিদ্যমান তাক তেখেতে সংস্কাৰ কৰিবলৈ বিচাৰিছিল। সনাতন ধৰ্মত গভীৰ বিশ্বাস আৰু আস্থা অক্ষুণ্ণ ৰাখি যুক্তিহীন নীতি-নিয়ম বা বাধানিষেধবোৰ তেখেতে মানি নলৈছিল। চাকৰি জীৱনৰপৰা অৱসৰ লোৱাৰ পিছত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অসম প্ৰান্তৰ সংঘ সঞ্চালকৰূপে অৰুণাচল, নগালেণ্ড আৰু অসমৰ পৰ্বতে ভৈয়ামে নানা জাতি উপজাতিৰ লোকৰ মাজত অনুন্নত লোকসকলৰ শিক্ষা-দীক্ষাৰ উন্নয়নৰ অৰ্থে তেখেতে যে নানা অনুষ্ঠান প্ৰতিষ্ঠাৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল সেই কথা হয়তো বহুতৰে অবিদিত। তেখেত বিশিষ্ট সমাজকৰ্মী আৰু সমাজ সেৱক। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ উপৰিও নানা অনুষ্ঠানৰ কামত সক্ৰিয়ভাৱে জড়িত হৈ সমাজৰ উন্নয়নৰ হকে তেখেতে যে কাম কৰিছিল তাক প্ৰবন্ধৰাজিৰ মাজতে পঢ়ুৱৈসকলে বিচাৰি পাব।

অধ্যাপক দেৱশৰ্মাদেৱ প্ৰকৃতাৰ্থত এগৰাকী সাহিত্যিক। সাহিত্য সৃষ্টিৰ কাৰণে তিনিটা গুণ লাগে—নৈসৰ্গিক প্ৰতিভা, বহু অধ্যয়ন আৰু অভিজ্ঞতা আৰু অবিৰত অনুশীলন। শিক্ষাব্ৰতী শিক্ষাৰূপে আজীৱন ব্ৰতী হৈ বিদ্যাবংশ বিস্তাৰ কৰোঁতে জীৱনৰ অধিক সময় তেখেতে অতিপাত কৰিবলগীয়া হৈছিল। তদুপৰি নানা সভা-সমিতি আৰু শাস্ত্ৰব্যাখ্যা আলোচনাত সৰ্বাধিক সময় ব্যয় কৰিবলগীয়া হোৱা বাবে তেখেতে মৌলিক চিন্তা প্ৰসূত গ্ৰন্থ লিখাৰ সময় উলিয়াব নোৱাৰিলে সঁচা, কিন্তু অশেষ ব্যস্ততাৰ মাজেৰেই তেখেতে যিখিনি সাৰস্বত সাধনা কৰি গৈছে সিখিনি তেনে নগণ্য নহয়। ছাত্ৰাৱস্থাতেই চুটি-গল্প ৰচনাত হাত দি কৃতকাৰ্যতা লাভ কৰিছিল যদিও পৰৱৰ্তী কালত সংস্কৃতৰ অধ্যাপকৰূপে কৰ্মজীৱনত প্ৰৱেশ কৰি চুটিগল্পৰ লগত সম্বন্ধ ছেদ কৰি গৱেষণামূলক প্ৰবন্ধ ৰচনাত তেখেতে মনোনিৱেশ কৰিছিল। তেখেতে লিখা বিভিন্ন বিষয়ৰ প্ৰায় পঞ্চাশটা প্ৰবন্ধ আছে, সেইবোৰ থূপাই লৈ প্ৰকাশ কৰিলে এখন সৰ্বাঙ্গ সুন্দৰ প্ৰবন্ধগ্ৰন্থ হ'ব। অনুবাদক ৰূপে তেখেতৰ খ্যাতি চিৰস্মৰণীয় হৈ থাকিব। বিশাখদত্তৰ "মুদ্ৰাৰাক্ষস" নাটকৰ সাৱলীল অসমীয়া অনুবাদ আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ বহুলাংশৰ যথাৰ্থ অনুবাদে তেখেতক অনুবাদক সাহিত্যিকৰূপে সুপ্ৰতিষ্ঠিত কৰিছে। অসম অকাডেমীয়ে



প্ৰকাশ কৰা 'বৈদিকযুগ' নামৰ গ্ৰন্থত তেখেতৰদ্বাৰা অনূদিত প্ৰবন্ধ সন্নিবিষ্ট হৈছে। "কামৰূপশাসনাৱলী" নামৰ গ্ৰন্থতো তেখেতে কেইখনমান তাম্ৰশাসন সুন্দৰকৈ অনুবাদ কৰি দিছে। মূল লেখকৰ ভাব আৰু বৰ্ণনাৰীতি অব্যাহত ৰাখি অনুবাদ কৰিব পৰাটোতে পাণ্ডিত্যৰ গৌৰৱ বিৰিঙি উঠায়। এই বিষয়ত তেখেতৰ নৈপুণ্য আৰু কৃতিত্ব সৰ্বজন স্বীকৃত।

অধ্যাপক দেৱশৰ্মাদেৱ পাঠ্যপুথি প্ৰণেতাৰূপেও খ্যাত। ছাত্ৰ-ছাত্ৰীৰ মানসিক বিকাশৰ প্ৰতি লক্ষ্য ৰাখি উপযোগী পাঠ্যপুথি ৰচনা কৰিব পৰাটো কম গৌৰৱৰ কথা নহয়। তেখেতে কটন কলেজত অধ্যাপনা কৰা কালতেই মাধ্যমিক বিদ্যালয়ৰ সপ্তম আৰু অষ্টম শ্ৰেণীৰ সংস্কৃত পাঠ্যৰ উপযোগীকৈ "শিক্ষাপ্ৰদীপ"—প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ আৰু "সংস্কৃত ভাষাপ্ৰদীপ ব্যাকৰণ" নামৰ তিনিখন পাঠ্যপুথি প্ৰণয়ন কৰি যশস্যাৰ পাত্ৰ হৈছিল। তদুপৰি অসম মাধ্যমিক শিক্ষা পৰিষদৰ অসমীয়া বিষয়ৰ কেইবাখনো পাঠ্যপুথি তেখেতৰ তত্ত্বাৱধানত প্ৰকাশিত হৈছিল আৰু এতিয়াও সেইবোৰ পাঠ্যৰূপে চলি আছে।

অধ্যাপক দেৱশৰ্মাদেৱ প্ৰসিদ্ধ সম্পাদক আৰু ভাষাবিদ। কলিকতা বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ মহলাত অধ্যয়ন কৰি থাকোঁতেই অসমীয়া ভাষাৰ অদ্বিতীয় আলোচনী 'আৱাহন'ৰ সম্পাদনা কাৰ্যত জড়িত হৈ তেখেতে বিশেষ পাণ্ডিত্য আৰু ভাষাজ্ঞানৰ পৰিচয় দিছিল। অধ্যাপনা জীৱনত "অসম সাহিত্য সভা পত্ৰিকা"ৰ দুবাৰো সম্পাদকৰ দায়িত্ব বহন কৰি পত্ৰিকাখনৰ মানদণ্ড উন্নত কৰাত তেখেতৰ অৰিহণা সকলোৱে স্বীকাৰ কৰিছে। অসম প্ৰকাশন পৰিষদৰ "আধুনিক অসমীয়া অভিধান"ৰ সহযোগী সম্পাদকৰূপেও তেখেতে অক্লান্ত পৰিশ্ৰম কৰিবলগীয়া হৈছিল। সেইদৰে অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত "অসমীয়া বিশ্বকোষ"ৰ মুখ্য সম্পাদকৰ গুৰুভাৰ গ্ৰহণ কৰি অবিৰত আৰু অক্লান্ত পৰিশ্ৰম কৰি কৰ্তব্যবোধৰ যি পৰিচয় দিছে তাৰ তুলনা নাই। প্ৰথমখণ্ডৰ প্ৰকাশ হোৱাৰ পিছত দ্বিতীয়খণ্ডৰ কাম প্ৰায় শেষ হোৱা অৱস্থাতেই তেখেত সংসাৰৰপৰা আঁতৰি যাবলগীয়া হোৱাত অসমীয়া জাতিৰ অপূৰণীয় ক্ষতি হ'ল। সেই অভাৱ কেতিয়া পূৰণ হ'ব তাক নিৰবধি কালেহে নিৰ্ণয় কৰিব। তেখেতে অক্লান্তভাৱে যি কাম কৰি গ'ল তাক কেৱল বিদ্বান্‌সকলেহে উপলব্ধি কৰিব—"বিদ্বানেৱ বিজানাতি বিদ্বজ্জনপৰিশ্ৰমম্।" আনফালে অধ্যাপক দেৱশৰ্মাদেৱৰ সম্পাদনাত সম্পূৰ্ণ হোৱা 'অসমীয়া সমাৰ্থক অভিধান' এখনিও অসম মাধ্যমিক শিক্ষা পৰিষদে অচিৰে প্ৰকাশ কৰাৰ কথা। ইতিপূৰ্বেই কৌটিল্যৰ

'অৰ্থশাস্ত্ৰ'ৰ প্ৰখ্যাত সম্পাদকৰূপে তেখেতে ভূয়সী প্ৰশংসা অৰ্জন কৰি গৈছে। অসম সাহিত্য সভাই হাতত লোৱা "বহল অসমীয়া অভিধান"ৰ আঁচনিখনো তেখেতৰ সুযোগ্য পৰিচালনাতে কিছু দূৰ আগ বাঢ়িছিল; কিন্তু বিধিৰ বিধানত এই কাম তেখেতে সমাপ্ত কৰিব নোৱাৰিলে। তদুপৰি অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা "জীৱনীসংগ্ৰহ" আৰু অসম সাহিত্য সভাৰ অন্তৰ্গত নৱজ্যোতি শাখা সাহিত্য সভাই প্ৰকাশ কৰা মূল্যবান গ্ৰন্থ "চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ স্মৃতিগ্ৰন্থ"ৰ সম্পাদনাত বিশেষ নৈপুণ্যৰ পৰিচয় দি গৈছে। সৰ্বশেষত এই কথা উল্লেখ কৰা উচিত হ'ব যে দেৱশৰ্মাদেৱে অসমীয়া জাতিৰ কাৰণে আৰু কেইটামান অতি উল্লেখযোগ্য কাম সম্পূৰ্ণ কৰি গৈছে। প্ৰাতঃস্মৰণীয় পণ্ডিত আনন্দৰাম বৰুৱাদেৱৰ সংস্কৃত গ্ৰন্থৰাশিৰ সমগ্ৰ আহি কাকতৰ সংশোধন দেৱশৰ্মাদেৱৰ নিচিনা কৃতবিদ্য পণ্ডিতে নকৰা হ'লে সম্ভৱতঃ বৰ্তমানৰ বিশুদ্ধ ৰূপত সেইবোৰ গ্ৰন্থ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিব নোৱাৰিলেহেঁতেন।

অধ্যাপক দেৱশৰ্মাদেৱে আৰ্য সংস্কৃতিৰ একান্ত সেৱকৰূপে নিৰবচ্ছিন্নভাৱে অসমত সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চা অব্যাহত ৰখাৰ উদ্দেশ্যে নানা সময়ত নানা অনুষ্ঠানত সংস্কৃত ভাষাৰ অধ্যয়ন যে অসমীয়া ভাষাৰ ছাত্ৰ-ছাত্ৰীয়ে কৰা উচিত তাক দঢ়াই দঢ়াই উপস্থাপন কৰিছিল। অসম সংস্কৃত ব'ৰ্ডৰ সক্ৰিয় সদস্যৰূপে বহু বছৰ কাৰ্যনিৰ্বাহ কৰি অসমত সংস্কৃত ভাষা-সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে দেহেকেহে চেষ্টা কৰিছিল। তেখেতে কেইবাখনো সৰ্বভাৰতীয় সংস্কৃত সন্মেলনত যোগদান কৰি অসমৰ গৌৰৱ বৰ্দ্ধন কৰিছিল। কামৰূপ সংস্কৃত পৰিষদৰ প্ৰতিষ্ঠাত আগ ভাগ লৈ সংস্কৃত প্ৰেমীসকলক অনুপ্ৰেৰণা প্ৰদান কৰিছিল।

অসম সাহিত্য সভাৰ আজীৱন সভ্য অধ্যাপক শৰ্মাদেৱে উপসভাপতি, কোষাধ্যক্ষ, পত্ৰিকা সম্পাদক আদি বিভিন্ন বাব দক্ষতাৰে পৰিচালনা কৰি আৰু সৰ্বদা অসমীয়া ভাষা জননীৰ নিস্বাৰ্থ সেৱকৰূপে অসম সাহিত্য সভাৰ নানা দুৰ্যোগপূৰ্ণ কালত নানা সজ পৰামৰ্শেৰে অসম সাহিত্য সভাৰ ভাৱমূৰ্তি উজ্জ্বল কৰি ৰখা কথা সকলো গুণগ্ৰাহী ব্যক্তিয়ে আজিও স্বীকাৰ কৰি আছে। কামৰূপ সাহিত্য পৰিষদৰো সভাপতিৰ পদ অলঙ্কৃত কৰি বিশাল অসমীয়া সমাজৰ ঐক্য-সংহতি ৰক্ষাৰ কাৰণে উদাত্তকণ্ঠে আহ্বান জনাইছিল।

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা-দেৱৰ নিচিনা এগৰাকী নিস্বাৰ্থ নিষ্ঠাবান মহানুভৱ পুৰুষৰ স্মৃতি সজীৱ কৰি



ৰখাৰ উদ্দেশ্যে এখনি স্মৃতিগ্ৰন্থ প্ৰণয়নৰ প্ৰস্তাৱ গ্ৰহণ কৰি সেই স্মৃতিগ্ৰন্থখনিৰ সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰি আমাক কৃতজ্ঞতা পাশত আবদ্ধ কৰিছে।

স্মৃতিগ্ৰন্থৰ সম্পাদনা কাৰ্য অতি দুৰূহ আৰু দুষ্কৰ; বিশেষকৈ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নিচিনা এগৰাকী বহুমুখী প্ৰতিভাশালী লোকৰ জীৱনৰ নানা দিশ সামৰি লৈ এখনি সৰ্বাঙ্গ-সুন্দৰ স্মৃতিগ্ৰন্থ নিৰ্মাণ কৰি উলিওৱাটো অতিকৈ দুসাধ্য কাম। অধ্যাপক দেৱশৰ্মাদেৱ বহুবিশ্ৰুত পণ্ডিত, প্ৰতিভাশালী প্ৰবীণ শিক্ষক, সংস্কৃত আৰু অসমীয়া ভাষা-সাহিত্যৰ একান্ত সেৱক। তেখেতৰ সান্নিধ্যলৈ অহা গুণী জ্ঞানী ব্যক্তিসকলৰ স্মৃতিয়ে ধৰি ৰখা তেখেতৰ গুণৰাশিৰ সম্যক প্ৰতিফলন সমৃদ্ধ প্ৰবন্ধ যিমান দূৰ পৰা যায় সংগ্ৰহ কৰা হৈছে। প্ৰতিজন ব্যক্তিৰ লেখনভঙ্গী বেলেগ হ'লেও বিষয়বস্তুৰ কোনো কোনো ক্ষেত্ৰত পুনৰাবৃত্তি ঘটিছে; কিন্তু প্ৰত্যেকৰে ভাব-অনুভূতি ভিন্ন ভিন্ন। গ্ৰন্থখনিত সন্নিবিষ্ট প্ৰবন্ধ-সমূহত যে অধ্যাপক দেৱশৰ্মাদেৱৰ জীৱনৰ বিভিন্ন দিশৰ চমু আভাস প্ৰতিফলিত হৈছে তাক পাঠকসকলে সহজেই অনুমান কৰিব পাৰিব; কিন্তু তেখেতৰ গুণৰাশিৰ সম্পূৰ্ণভাৱে সকলো কথা ইয়াত সন্নিবিষ্ট হোৱা নাই। এখন পূৰ্ণাঙ্গ জীৱনীগ্ৰন্থ প্ৰণয়নৰ অৱকাশ এতিয়াও আছে।

"অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা : প্ৰতিভা আৰু ব্যক্তিত্ব"ৰ পূৰ্ণৰূপ প্ৰদানত যিসকল গুণীজ্ঞানী পণ্ডিত আৰু সহৃদয় ব্যক্তিয়ে অৰিহণা যোগাইছে সেইসকলোকে আমি আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জনাইছোঁ।

গ্ৰন্থখনিত অনিচ্ছাকৃত ত্ৰুটিবিচ্যুতি যিখিনি থাকিল তাৰ কাৰণে আমি সহৃদয় পাঠকসকলৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী-১৪

**মুকুন্দমাধৱ শৰ্মা**
**বাণীকান্ত শৰ্মা**

# সূচীপত্র

## আচাৰ্যৰজনীকান্তদেৱশৰ্মস্তুতিঃ শুভা

[ মুকুন্দমাধৱশৰ্মৱিৰচিতা ]

শ্ৰীশ্ৰীভাগৱতং নাম পুৰাণং শ্ৰুতিসম্মিতম্ ।
ব্যাখ্যাতং সততং সম্যগ্ যেন ধাৰ্মিকসংসদি ॥ ১ ॥
শ্ৰীশ্ৰীমদ্ভগৱদ্গীতা তথৈৱ তত্ত্বসংকুলা ।
ব্যাখ্যাতা বহুশো যেন জিজ্ঞাসূনাঞ্চ প্ৰীতয়ে ॥ ২ ॥
অধীতিবোধসংশ্লিষ্টৈঃ শাস্ত্ৰাণাং সুপ্ৰচাৰণৈঃ ।
আচৰণৈৰ্বিশেষাত্তু পূৰ্ণতা যেন সাধিতা ॥ ৩ ॥
আৱাহন্মথ্যপত্ৰস্য সম্পাদনৱিধৌ তথা ।
লিখিতা ৱিৱিধা ৱাৰ্তা যেন ৱিজ্ঞানমৰ্মগাঃ ॥ ৪ ॥
নিশিনাথাপৰাহ্বেন যেন বৈ কৱিৱেধসা ।
কথাশ্চ কল্পিতাঃ কাশ্চিৎ সহৃদয়মনোহৰাঃ ॥ ৫ ॥
শাকুন্তলাদিকাৱ্যানাং তথা ৱ্যাকৰণস্য চ ।
অন্যেষামপি শাস্ত্ৰাণাং ৱ্যাখ্যানেন সুকৌশলম্ ॥
মহাৱিদ্যালয়েষ্বেৱং ৱিশ্বৱিদ্যালয়েঽপি চ ।
অৰ্জিতা ৱিপুলা কীৰ্তিৰ্যেন বৈ ছাত্ৰসংসদি ॥ ৬-৭ ॥
অনুৱাদে চ কাৱ্যানামৰ্থশাস্ত্ৰাদিকস্য চ ।
অভিধানস্য নিৰ্মাণে পাঠ্যগ্ৰন্থচয়স্য চ ॥
সম্পাদনে তথা ৱিশ্বকোষাখ্যায়াঃ কৃতেশ্চিৰম্ ।
অনল্পং পাটৱং যেন সাৰস্বতং প্ৰদৰ্শিতম্ ॥ ৮-৯ ॥
আনন্দৰামভদ্ৰস্য কৃতীনাং নৱমুদ্ৰণে ।
সংশোধনং কৃতং যেন সুনিপুণমহৰ্নিশম্ ॥ ১০ ॥
বুদ্ধিৰুপস্থিতা যস্য সততং যুক্তিতৰ্কয়োঃ ।
ভাষণং সৰসং হাস্য সদৈৱ দম্ভভাস্বৰম্ ॥ ১১ ॥
স্বদেশস্য হিতং হেৱ ব্ৰতং যস্য মহত্তমম্ ।
সাধুতা পৰমাদৰ্শঃ কৰ্মৈৱাসীৎ পৰং তপঃ ॥ ১২ ॥

যেনোসমক্ষিতিৰ্ধন্যা ধন্যা ভাৰতমেদিনী।
অসমী ভাৰতী ধন্যা ধন্যা সংস্কৃতভাৰতী ॥ ১৩ ॥
তস্মৈ শ্ৰীৰজনীকান্তদেৱায়ানল্পমেধসে।
গুৰৱে শুদ্ধচিত্তায় পুণ্যশ্লোকায় ধীমতে ॥
সাম্প্ৰতং কালধৰ্মেণ স্বৰ্গতায় মহাত্মনে।
নিৱেদয়ামি পূজাৰ্থাং শ্ৰদ্ধাপ্ৰসূনমালিকাম্ ॥ ১৪-১৫ ॥
আচাৰ্যো ৰজনীকান্তদেৱশৰ্মাহ্বয়ঃ সুধীঃ।
যশঃশৰীৰসম্পন্ন আকল্পান্তং প্ৰকল্পতাম্ ॥ ১৬ ॥
ইন্দুগ্ৰহগ্ৰহক্ষৌণীমিতে ৱৰ্ষে খ্ৰিস্তক্ৰমে।
অন্তিমে পাৱনে মাসে পঞ্চৱিংশে শুভে দিনে ॥
আচাৰ্যৰজনীকান্তদেৱশৰ্মস্তুতিঃ শুভা।
নিৰ্মিতেয়ং চিৰং ভূয়াৎ সৰ্বলোকসুখায় শম্ ॥ ১৭-১৮ ॥ □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা— এটি স্মৃতি

**মহেশ্বৰ নেওগ**

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ কথা মনত পৰিলে তেখেতৰ বগৰি তোলা হাঁহিভৰা কথাবোৰৰ স্মৃতি মনলৈ আহে। আনফালে হঠাৎ হোৱা তেখেতৰ মৃত্যুৱে বেজাৰৰো ছাঁ পেলায়। অধ্যাপক শৰ্মা এহাতে যেনেকৈ সংস্কৃত সাহিত্যৰ গভীৰ পণ্ডিত আছিল, আনহাতে তেনেকৈ ৰস বুজি শ্ৰোতাৰ হাঁহিৰ খলক তুলিব পৰা ৰসিকো আছিল। তেখেতৰ পাণ্ডিত্যৰ অনুপাতে আমি তেখেতৰ পৰা গ্ৰন্থ আৰু প্ৰবন্ধ আদি নাপালোঁ, কাৰণ লেখাৰ বাবে তেখেতক বাৰে বাৰে কৈ নাথাকিলে লেখা উলিওৱা সহজ কথা নাছিল। অৱশ্যে যেতিয়া তেখেতে লিখিবলৈ দায়িত্ব লৈছিল, তেতিয়া তেখেতে নিজৰ পাণ্ডিত্যৰ উপযুক্ত ৰচনাকে আমাৰ হাতত দিছিল। তেখেত "অসম সাহিত্য সভা পত্ৰিকা"ৰ সম্পাদক হোৱাত আমি কেইসংখ্যামান সুন্দৰ "অসম সাহিত্য সভা পত্ৰিকা" পাইছিলোঁ। পত্ৰিকাখনৰ বাবে তেখেতে যথেষ্ট কষ্ট কৰি প্ৰবন্ধ বিচাৰি সম্পাদনা কৰি আৰু লগতে ছপাৰ প্ৰুফ আদি চাই পত্ৰিকাখন আটোমটোকাৰিকৈ উলিয়াইছিল। মনত আছে, এবাৰ পত্ৰিকালৈ প্ৰবন্ধ বিচৰাত সৰু প্ৰবন্ধ এটা দিলোঁ। কেইদিনমানৰ পিছত দেখোঁ, তেখেত সেইটো লৈ মোৰ ঘৰত হাজিৰ। লগে লগে এটা দীৰ্ঘকায়ী প্ৰবন্ধৰ প্ৰতিশ্ৰুতি লৈহে তেখেতে প্ৰত্যাবৰ্তন কৰিলে। এই কথাটোৱে তেখেতৰ পত্ৰিকাখনৰ ৰূপ সম্পৰ্কে কেনে এটা ধাৰণা কৰি লৈ সেইমতে প্ৰবন্ধ গোটাবলৈ কষ্ট কৰিছিল তাৰ নিদৰ্শন দাঙি ধৰে।

সৰ্বসাধাৰণ লোকে অধ্যাপক শৰ্মাক হাস্যৰসিক বুলিয়ে জ্ঞান কৰে আৰু সভাই-সমিতিয়ে তেখেতে কথা ক'বলৈ ধৰিলে সমজুৱাসকল হাঁহিবৰ কাৰণে সাজু হয়। অসমীয়া সাহিত্য জগতত তেখেতৰ প্ৰথম প্ৰৱেশো হাঁহিৰ সমল লৈয়ে হৈছিল। আৱাহনৰ পাতত "মেৰেজ ছাৰ্ভিছ কমিচ্চন" নামেৰে তেখেতৰ এটা গল্প প্ৰকাশ হৈছিল। তেনে আৰু গল্প ওলাইছিল নে নাই মোৰ মনত নাই। সেইসময়ত শৰ্মাই 'আৱাহন' পত্ৰিকাৰ কাম কৰি কলিকতাত বিশ্ববিদ্যালয়ৰ

এম. এ. শ্ৰেণীত পঢ়ি আছিল। তাৰ পিছত তেখেত গুৱাহাটীলৈ ঘূৰি আহিল আৰু কিছু দিনৰ পিছতেই যথাক্ৰমে সন্দিকৈ কলেজ আৰু কটন কলেজত সংস্কৃতৰ অধ্যাপক নিযুক্ত হ'ল। সেই সময়তে তেখেতক আমি মাজে সময়ে লগ পাওঁ; তেখেতৰ ৰসাল কথা শুনো আৰু হাঁহো; ইমানেই। গুৱাহাটীৰ 'সৰিতা সভা' আদি অনুষ্ঠানৰ যোগেদি আমাৰ এই ছেগা-চোৰোকা সঙ্গ লাভ আৰু আলাপ হয়। অসম সাহিত্য সভাৰ বিবিধ সভাবোৰতো আমি তেখেতক লগ পাওঁ।

আগতেই কৈছোঁ, তেখেতৰ পাণ্ডিত্যৰ অনুপাতে আমি তেখেতৰপৰা সাহিত্য ৰচনা নাপাইছিলোঁ। মই সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব লোৱাৰ পিছত বহুজনৰপৰা কিতাপৰ কাম উলিয়াব লাগিছিল। বন্ধুবৰ শৰ্মাকো এই বিষয়ত আহুকাল নকৰাকৈ নেৰিছিলোঁ। সংস্কৃত 'মুদ্ৰাৰাক্ষস'খন অসমীয়ালৈ অনুবাদ কৰাৰ বাবে শৰ্মাদেৱক খাটনি ধৰিলোঁ আৰু তেখেতৰপৰা কামটো উলিয়াবৰ বাবে তেখেতৰ ঘৰলৈ মাজে মাজে যাবলগীয়া হ'ল আৰু সেইদৰে গৈ আছিলোঁ বুলিয়েই তেখেতৰপৰা 'মুদ্ৰাৰাক্ষস'ৰ সুন্দৰ ভাঙনি অসম সাহিত্য সভাই লাভ কৰিলে।

যিসকলে অসমীয়া সাহিত্যৰ অধ্যয়ন কৰিব খোজে সেইসকলে সংস্কৃত আৰু ইংৰাজী ভাষা সাহিত্য অধ্যয়ন কৰিব লাগে বুলি মোৰ বিশ্বাস। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ পাঠ্যক্ৰমো এই ধাৰণা মনত ৰাখিয়ে যুগুত কৰা হৈছিল। কিন্তু সংস্কৃত আৰু ইংৰাজী এই দুটা বিষয়ত আমাৰ ছাত্ৰসকল প্ৰায়েই ওদা আৰু উদাসীন। গতিকে সিদ্ধান্ত কৰিলোঁ যে এই দুটা বিষয়ত দুজন সেই বিষয়ৰ অধ্যাপক নিয়োগ কৰা হ'ব। সেই উদ্দেশ্যে সংস্কৃত বিষয়ত শৰ্মাদেৱৰ নামেই আমাৰ মনলৈ প্ৰথম আহিল আৰু ইতিমধ্যে চৰকাৰী কটন কলেজৰপৰা অৱসৰ লোৱাৰ সময় উপস্থিত হোৱা শৰ্মাদেৱেও আহি আমাৰ বিভাগৰ কামত যোগ দিলেহি। এই নিয়োগৰদ্বাৰা ছাত্ৰসকলৰ উপকাৰ হওক নহওক আমাৰ শিক্ষকসকলৰ এটি ভাল সংগ লাভ হ'ল কেইবছৰমানৰ কাৰণে।

আজি আৰু আমাৰ মাজত পণ্ডিত আৰু ৰসিক ৰজনীকান্ত দেৱশৰ্মাদেৱ নাই। কিন্তু তেখেতৰ স্মৃতি আমাৰ মনত সদায় থাকি গৈ আমাক এটি নীৰৱ হাঁহিৰ সমল দিব। □

## পণ্ডিতপ্ৰবৰ স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাৰ স্মৃতিত

**সত্যেন্দ্ৰনাথ শৰ্মা**

পণ্ডিতপ্ৰবৰ স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মা হঠাতে আমাৰ মাজৰপৰা আঁতৰি গ'ল। তেখেতৰ আকস্মিক বিয়োগে অসমীয়া শিক্ষিত আৰু সাহিত্যিক সমাজত এটা ডাঙৰ অভাৱ সৃষ্টি কৰি গৈছে। শৰ্মাদেৱ এগৰাকী সুবক্তা, ৰসিক আৰু সংস্কৃত সাহিত্যৰ বিভিন্ন শাখাত দখল থকা ব্যক্তি আছিল। এনে এগৰাকী সৰ্বগুণসম্পন্ন, আনন্দ প্ৰদায়ক, শাস্ত্ৰজ্ঞ আৰু শ্ৰোতাক আনন্দমুখৰ কৰি ৰাখিব পৰা দ্বিতীয় এগৰাকী ব্যক্তি আমাৰ মাজত নাই। শৰ্মাদেৱৰ বক্তৃতাৰ এটা বিশেষত্ব আছিল যে গম্ভীৰ বিষয়ৰ বক্তৃতা দিলেও তেখেতে সেই বিষয়টো এনে সহজ আৰু ৰসাল কৰি প্ৰকাশ কৰিব পাৰিছিল যে দৰ্শক আৰু শ্ৰোতাই মুগ্ধ নহৈ নোৱাৰিছিল। বহুতো পণ্ডিত লোক আমাৰ মাজত আছে, যিসকলৰ বক্তৃতা বহুক্ষেত্ৰত পুথিগত হৈ পৰাত নীৰস আৰু আমনিদায়ক হয়; কিন্তু শৰ্মাদেৱে যি বিষয়েই নকওক তাক দৰ্শক আৰু শ্ৰোতাৰ আকৰ্ষণীয় বস্তু কৰি তোলে। সেইকাৰণে সকলো মেলে-মিটিঙে তেখেতক শলাগৰ শৰাই আগবঢ়াব দিয়া হৈছিল।

এইটো অৱশ্যে বৰ পৰিতাপৰ কথা যে এনে এজন প্ৰতিভাশালী পণ্ডিত লোকৰ লেখনীপ্ৰসূত গ্ৰন্থ বিশেষ নাপাওঁ। তেখেতে ইচ্ছা কৰা হ'লে আন নহ'লেও সংস্কৃত সাহিত্যৰ ওপৰত ভিত্তি কৰি বহুকেইখন মূল্যবান গ্ৰন্থ আমাক দি যাব পাৰিলেহেঁতেন। বিষয়বস্তুৰ ওপৰত দখল, সাৱলীল ভাষা আৰু তাৰ মাজে মাজে ৰসিকতাসম্পন্ন ৰচনাৱলী দ্বিতীয় এগৰাকী ব্যক্তিৰপৰা অদূৰ ভৱিষ্যতে আশা কৰিব নোৱাৰোঁ। অৱশ্যে কেইবাখনো সংস্কৃতৰপৰা অনুবাদ কৰা গ্ৰন্থ তেখেতে প্ৰকাশ কৰি গৈছে। কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ', ভৰতৰ 'নাট্যশাস্ত্ৰ' (?), বিশাখাদত্তৰ 'মুদ্ৰাৰাক্ষস'কে আদি কৰি কেইবাখনো ধ্ৰুপদী সংস্কৃত গ্ৰন্থ সংস্কৃত নজনা মানুহৰ পক্ষে সহজে বুজিব পৰাকৈ অনুবাদ কৰি থৈ

গৈছে। এইটো আমি সকলুৰা অৱদান বুলি ক'ব নোৱাৰোঁ, কাৰণ আমাৰ ভাষাত ধ্ৰুপদী সাহিত্যৰ অনুবাদ অতি প্ৰয়োজনীয় হৈ পৰিছে।

স্বৰ্গীয় শৰ্মাদেৱৰ আন এটা বিশিষ্ট গুণ আছিল যে তেখেত এগৰাকী অতি ভাল শিক্ষক আছিল। বহুতো পণ্ডিত আছে যিসকলে কঠিন বিষয় ছাত্ৰক বুজাবলৈ গৈ বিষয়টো বেছি জটিল হে কৰি তোলে, ফলত ছাত্ৰই বিষয়বস্তুৰ ভিতৰত প্ৰৱেশ কৰিব নোৱাৰি সস্তীয়া নোটবুকৰ আশ্ৰয় লয়, কিন্তু শৰ্মাদেৱৰ শ্ৰেণীত যিবোৰ ছাত্ৰ উপস্থিত থাকে তেওঁলোকে তেনে সহজ উপায় অৱলম্বন কৰিব লগাত নপৰে। কাৰণ তেখেতে বিষয়বস্তু সম্পৰ্কে তেওঁলোকৰ মনত এটা যচিব নোৱৰা ধাৰণা জন্মাই দিয়ে। তেখেতৰ দৰে নিষ্ঠাশীল শিক্ষক আজিকালি ক্ৰমে হ্ৰাস পাই আহিছে। কৰ্তব্যৰ প্ৰতি নিষ্ঠা শৰ্মাদেৱৰ ব্যক্তিত্বৰ আন এটা উজ্জ্বল দিশ।

স্বৰ্গীয় শৰ্মাদেৱৰ পৰিয়ালটো ডাঙৰ, কিন্তু শৰ্মাদেৱে পৰিয়ালৰ প্ৰতি বহুতৰ দৰে নিজকে ব্যস্ত ৰখা ব্যক্তি নাছিল। বাজহুৱা কামত বা সাহিত্য সভাৰ কামত অধিকভাৱে নিজকে ব্যস্ত ৰাখিছিল। কিন্তু পৰিয়ালটো যাতে অভাৱত নপৰে তাৰ প্ৰতিও তেখেতে দৃষ্টি ৰাখিছিল। অসম সাহিত্য সভাৰ তেখেত এজন একনিষ্ঠ সেৱক আছিল আৰু "অসম সাহিত্য সভা পত্ৰিকা"খন দুবছৰ সুন্দৰকৈ সম্পাদনা কৰিছিল। সাহিত্য সভাৰ পত্ৰিকাৰ সম্পাদকৰ উপৰিও তেখেতে উপসভাপতি আৰু কোষাধ্যক্ষৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল।

দৰাচলতে শৰ্মাদেৱে অসম সাহিত্য সভাৰ সভাপতি পদ অলঙ্কৃত কৰিব লাগিছিল; কিন্তু পূৰ্ণাঙ্গ মৌলিক স্বসমীয়া গ্ৰন্থ নথকা বাবে তেখেতক এই পদৰ পৰা বঞ্চিত কৰা বুলি আমি ভাবোঁ। তেখেতৰ আত্মাই যেন চিৰশান্তি লাভ কৰে আৰু সেই সদানন্দময় পুৰুষজনে যেন আনন্দধামত চিৰকাল বিচৰণ কৰে ইয়াকেই কামনা কৰিলোঁ। □



# ব্যক্তিত্বৰ মাধুৰী

**যোগেশ দাস**

অধ্যাপক পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱ মোৰ শিক্ষাগুৰু আছিল। চল্লিশৰ দশকত কটন কলেজত তেখেত আৰু স্বৰ্গীয় পণ্ডিত ঘনকান্ত শৰ্মাৰ তলত দুটা বছৰ নিতান্ত সামান্যভাৱে (মাত্ৰ ৫০ নম্বৰৰ এখন কাকত) সংস্কৃত সাহিত্যৰ শিক্ষা লোৱাৰ সুযোগ পাইছিলোঁ। সেই শিক্ষা নিতান্ত পৰিমিত আছিল যদিও তাৰপৰাই মোৰ দৃঢ় বিশ্বাস হৈছিল যে ভাৰতীয় সভ্যতা আৰু ঐতিহ্যৰ জ্ঞান পাবলৈ হ'লে সংস্কৃত ভাষাৰ শিক্ষা ভাৰতীয় ছাত্ৰ-ছাত্ৰীৰ কাৰণে অৱশ্যে পঠনীয়। ৰজনীকান্ত দেৱশৰ্মা 'ছাৰ'ৰ মাজৰ পণ্ডিত জনৰ আভাস মই তেতিয়াই পাইছিলোঁ। হ'লেও সেইটো আছিল দেৱশৰ্মা মহোদয়ৰ ব্যক্তিত্বৰ এটা দিশহে। তেখেতৰ ব্যক্তিত্বৰ যি সম্পূৰ্ণ মাধুৰী তাক পিছলৈহে লাহে লাহে সভা-সমিতি, সাহিত্য-চৰ্চা, পৰীক্ষা, পাঠ্যপুথি আদিৰ কাম-কাজৰ মাজত প্ৰত্যক্ষ কৰাৰ সুযোগ পাবলৈ ধৰোঁ। শিক্ষকতাই আৰম্ভে তেখেতৰ ব্যক্তিত্বৰ মুখ্য দিশ আছিল। তেখেতে আমাৰ আগত বহুবাৰেই কৈছিল যে বৃত্তি হিচাপে অন্য সকলো চাকৰি-বাকৰিৰ ভিতৰত শিক্ষকতাৰ ওপৰত আন একো নাই; এই বৃত্তি সৎ, সাধু, কপটতাশূন্য, মনৰ শান্তিৰে পৰিপূৰ্ণ। ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰি যি সন্তুষ্টি পোৱা যায় তাক অন্য কোনো ক্ষেত্ৰতে পোৱা নাযায়। এইটো আছিল তলথলপাৰপৰা বিশ্ববিদ্যালয় স্তৰলৈকে শিক্ষকতা কৰি পোৱা তেখেতৰ সুদীৰ্ঘ কৰ্মময় জীৱনৰ উপলব্ধি। বহু পণ্ডিত-জনেই কৃতকাৰ্যতাৰে শিক্ষকতা কৰা দেখিছোঁ; বহু কৃতী শিক্ষকেই চামে চামে ল'ৰা-ছোৱালীৰ জীৱন আৰু চৰিত্ৰৰ সুদৃঢ় ভেটি বান্ধি থৈ যোৱা কাৰণে সমাজে তেখেতসকলক স্বীকৃতি দিছে; কিন্তু ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নিচিনাকৈ শিক্ষকতা কৰি নিজে সন্তোষ প্ৰকাশ কৰা গুৰুৰ সংখ্যা বৰ কম। আমি বহুতেই শিক্ষকৰ চাকৰি কৰি জীৱন অতিবাহিত কৰিছোঁ; কিন্তু আমি কোনেও তেনেকৈ শিক্ষাদান কৰি সন্তোষ প্ৰকাশ কৰা নাই। দেৱশৰ্মাদেৱ প্ৰাচীন ভাৰতীয় সাহিত্য, সংস্কৃতিৰ পণ্ডিত আছিল কাৰণে হয়তো তেখেতে প্ৰাচীন পুথিত উল্লেখ

থকা সন্ন্যাসী স্বৰূপ আশ্ৰমবাসী গুৰুসকলৰ দৰেই ভাবে কামে আচৰণ কৰিছিল আৰু সেয়ে তেনেকৈ বহু ঠাইতে ক'ব পাৰিছিল। যিসকলে তেখেতক ওচৰৰপৰা নাজানিছিল সেইসকলে গহীন, গম্ভীৰ খোজ পেলাই গৈ থকা, বাছত বা গাড়ীত নীৰৱে বহি গৈ থকা, ডাঙৰ সভাত সাধাৰণৰ মাজত এজন হৈ মনে মনে বহি থকা সেইজন দেৱশৰ্মা মহোদয়ক নিশ্চয় ধৰিব নোৱাৰিছিল।

সংস্কৃত ভাষা-সাহিত্যৰ অধ্যয়নৰ উপৰি তেখেতৰ আধুনিক জগৎ সম্বন্ধীয় পুথি-পত্ৰবো যিমান পৰিমাণে পৰিচয় আছিল, সেই অনুপাতে তেখেতে লিখা-মেলা কৰা নাছিল আৰু এই কথা সকলোৱে দুখেৰে কয়। অৰ্থাৎ নিৰ্দিষ্ট-অনিৰ্দিষ্ট বিষয় সম্বন্ধে বক্তৃতা দিলে বা অনানুষ্ঠানিক মেজমেলবিলাকত কথা ক'লে তেখেতৰ অভিজ্ঞতা তথা অধ্যয়নলব্ধ জ্ঞান আৰু মধুৰ ব্যক্তিত্ব যি পৰিমাণে প্ৰকাশ পায় তাকে প্ৰবন্ধ-পাতি আৰু পুথিৰ আকাৰত তেখেতে যৎসামান্যহে প্ৰকাশ কৰি থৈ গ'ল। একেবাৰে যে লিখা নাছিল এনেও নহয়। শাস্ত্ৰ পুথিচয়ৰ বিষয়সমূহ বিশ্লেষণ কৰি যি কিছুসংখ্যক লেখা তেখেতে আমালৈ এৰি থৈ গৈছে সি অতিশয় মূল্যবান। যেনে, "শক্তিতত্ত্ব-দেৱীতত্ত্ব" নামৰ প্ৰবন্ধটোত অন্ততঃ মোৰ পক্ষে, দেৱীৰ ধাৰণা সম্বন্ধে কৰা আলোচনাত তেখেতে মূলতঃ ঈশ্বৰ আৰু ঈশ্বৰীৰ উৎপত্তি ধাৰণাত বিশেষ কোনো পাৰ্থক্য নাই—এনেকৈ প্ৰমাণ কৰি দেখুওৱাটো বিশেষ অভিনৱ যেনেই লাগে। এনে কমসংখ্যক প্ৰবন্ধ-পাতিৰ উপৰি তেখেতৰ পাঠ্যপুথিসমূহতো তেখেতৰ পাণ্ডিত্যৰ স্বাক্ষৰ ৰৈ গৈছে। তেখেতৰ সৈতে আমি ( মই আৰু ড° হেমন্তকুমাৰ শৰ্মা ) মাধ্যমিক স্তৰৰ দুখনমান অসমীয়া পাঠ্যপুথি সম্পাদনাৰ কাম কৰোঁতে সকলো সময়ত তেখেতৰ পাণ্ডিত্যৰ কথা অকাতৰে মানি লৈ কোনো প্ৰাচীন প্ৰসঙ্গৰ শুদ্ধাশুদ্ধ নিৰ্ণয় কৰিবলৈ বাধ্য হৈছিলোঁ। তেনে ক্ষেত্ৰতো তেখেতে কোনো কথাকে একে আষাৰে নিৰ্ণয় নকৰি ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই অসমীয়া ব্যাকৰণৰ বিভিন্ন দিশ নিৰ্ণয় কৰিবলৈ যাওঁতে সংস্কৃত ব্যাকৰণৰ বিধি বা সূত্ৰ উদ্ধৃত কৰাৰ দৰে যি কোনো সংস্কৃত ভাষ্যৰপৰা মেজত মূৰ গুজি নিৰ্দিষ্ট শ্লোক স্মৰণ কৰি, তাৰ পিছত তাক সৰ সৰ কৰে উচ্চাৰণ কৰিহে সংশ্লিষ্ট বিষয়ৰ শুদ্ধতা নিৰ্ণয় কৰি দিছিল। বিদ্যাৰ্থীৰ শিক্ষাৰ্থে পাঠ্যপুথি নিৰ্মাণ কৰিবলৈ যোৱাত এই সাহায্যৰ যি মূল্য তাক সহজে আহৰণ কৰা টান। অকল পাঠ্যপুথিৰ ক্ষেত্ৰতে নহয়, তেখেতে সাধাৰণ কথা-বতৰাতো তেনে প্ৰসঙ্গ উত্থাপিত হ'লে একেই ধৰণে প্ৰথমে সংশ্লিষ্ট শ্লোকটো শুদ্ধকৈ স্মৰণ কৰি ল'বলৈ আপ্ৰাণ চেষ্টা কৰিহে তাক শ্ৰুতিমধুৰকৈ গাই শুনাই



প্ৰসঙ্গটো নিৰ্ণয় কৰি দিছিল। অলপ কথাত তেখেতক আনন্দৰাম বৰুৱাৰ গ্ৰন্থৰাজিৰ পুনঃ প্ৰকাশৰ আহ্নিকাকত শুধৰাবলৈ আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ অসমীয়া অনুবাদ কৰিবলৈ আগ্ৰহেৰে দিয়া হোৱা নাছিল।

মই দেৱশৰ্মাদেৱৰ লগত বহুবাৰেই মিটিং কৰিবলৈ গৈছিলোঁ। তেখেতে অনৰ্গল সংস্কৃত শাস্ত্ৰ গাই শ্ৰোতৃমণ্ডলীক মন্ত্ৰমুগ্ধ কৰা দেখিছোঁ, তেখেতৰ পিছত বক্তৃতা দিবলৈ উঠি আমাৰ প্ৰায়েই আঁঠুকঁপা অৱস্থা হয়। "সংস্কৃতং ন জানাম্যহম্"—গতিকে আজি সেইবোৰ স্মৰণ কৰিবলৈ নিদিয়াই ভাল। এটা মাত্ৰ উদাহৰণ দিব পাৰোঁ; ডুমডুমাৰ ওচৰৰ চামদাং চাহ বাগিচা শাখা সাহিত্য সভাৰ উদ্যোগত কালিৰাম মেধিৰ জন্মশতবাৰ্ষিকী উৎসৱলৈ দেৱশৰ্মা মহোদয়ৰ সৈতে আমি গুৱাহাটীৰপৰা গৈছিলোঁ; মজদুৰ আৰু কৰ্মচাৰীবৰ্গৰ সেই ভৰা সভাত মুখ্য অতিথিৰূপে তেখেতে বক্তৃতাৰ মাজতে মহাভাৰতৰপৰা উদ্ধৃতি দি কথাৰ লাচতে "বিদ্যাৰ্থিনঃ কুতঃ সুখম্, সুখাৰ্থিনঃ কুতোবিদ্যা" বুলি কৈ সেই সভাখন জিনি পেলালে; তাৰ পিছত আমি বাকীসকলে আৰু বিশেষ গা কৰিব নোৱাৰিলোঁ। এই প্ৰসঙ্গতে উল্লেখ কৰি যাওঁ যে সেই যাত্ৰাতে তেখেতে অভিভূত হৈ চাহ বাগিচাবিলাকত সাহিত্য সভাই বিশেষভাৱে প্ৰচাৰৰ কাম হাতত ল'ব লাগে বুলি বহু দিনলৈকে কৈ আছিল।

দেৱশৰ্মা মহোদয়ে কমকৈ লিখিলেও 'অৰ্থশাস্ত্ৰ'হেন পুথিৰ ভাঙনি, 'মুদ্ৰাৰাক্ষস'ৰ নিচিনা জ্ঞানগৰ্ভ নাটকৰ অনুবাদ আদিৰে অসমীয়া ভাষা সাহিত্যৰ সেৱা কৰি গৈছে। তেখেতে 'নাট্যশাস্ত্ৰ'খনো অসমীয়ালৈ অনুবাদ কৰিছিল; কিন্তু সম্পূৰ্ণ কৰি যাব নোৱাৰিলে। মই সাহিত্য সভাৰ সভাপতি হৈ থকা সময়তে তেখেতৰ ওচৰলৈ গৈ সভাৰ হৈ নাট্যশাস্ত্ৰখন অনুবাদ কৰি সাহিত্য সভাক দিবলৈ প্ৰস্তাৱ দিছিলোঁ। তেখেতে একে আষাৰে কৰিব বুলি কোৱা নাছিল যদিও নকৰিব বুলিও কোৱা নাছিল। আমি সাহিত্য সভায়ো তাৰ কাৰণে আৱশ্যকীয় ধন বিচাৰি হাবাথুৰি খাই পিছলৈ চেষ্টা এৰি দিছিলোঁ। কিন্তু জানিব পাৰিছিলোঁ যে তেখেতে কামটো মনে মনে কৰি আছিল আৰু কোনোবা এটা মূল খণ্ড সংগ্ৰহ কৰিব পৰা নাছিল। এতিয়াও ৰজনীকান্ত দেৱশৰ্মা অনূদিত নাট্যশাস্ত্ৰখন কোনো প্ৰতিষ্ঠানে প্ৰকাশ কৰি উলিয়ালে এটা ডাঙৰ কাম হ'ব আৰু তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদনো কৰা হ'ব।

আজিকালি যাক 'হিন্দুত্ব' বুলি চিহ্নিত কৰা হয় সেই মতৰ লগত দেৱশৰ্মাদেৱ কিছু পৰিমাণে জড়িত আছিল। বিশেষকৈ স্বৰ্গীয় গিৰিধৰ শৰ্মাৰ সংস্পৰ্শত

তেখেতে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সভাসমিতিলৈ গৈছিল। ৰামজনমভূমিৰ আন্দোলনটোক ঐতিহাসিক সত্যৰ ওপৰত প্ৰতিষ্ঠিত হোৱাতকৈ বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত বুলি কোৱা কথাক তেখেতে সমৰ্থন কৰিছিল। যদিও আমি তেখেতৰ এই দৃষ্টিভঙ্গী গ্ৰহণ কৰিব পৰা নাছিলোঁ, তথাপি এইটো তেখেতৰ ব্যক্তিগত বিশ্বাসৰ বিষয় বুলি এৰিছিলোঁ। কিন্তু এই কথাও সঁচা যে ৰজনীকান্ত দেৱশৰ্মা ব্যক্তিজন ধৰ্ম বিষয়ত উদাৰ আছিল। আমি কেতিয়াও তেখেতৰ মাজত গোড়ামি দেখা নাছিলোঁ। কামাল আতাতুৰ্কৰ জীৱনী পঢ়ি তেখেতে তুৰস্কৰ সংস্কাৰকজনৰ প্ৰতি শ্ৰদ্ধাত মুখৰ হৈ উঠা দেখিছিলোঁ। কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ মুহিবুল্লা চাহাবে কমন-ৰুমত সদায় কৈ থকা নানান ফুচুৰি কাহিনী তেখেতে আনন্দেৰে স্মৰণ কৰি আনৰ আগত ক'বলৈ বৰ ভাল পাইছিল। এবাৰ তেখেত, ড° কালীনাথ শৰ্মা আৰু মই দামোদৰদেৱৰ তিথি সম্পৰ্কীয় এখন সভালৈ গৈছিলোঁ। নলবাৰীৰ ওচৰৰ সেই সভাত নাম-প্ৰসঙ্গত অংশ গ্ৰহণ কৰি উদ্বুদ্ধ হৈ উঠা ডেকা এজনলৈ আঙুলিয়াই দি তেখেতে কৈছিল, "তেওঁ এজন জনজাতীয় মানুহ, দেখা—কেনেকৈ আপোনপাহৰা হৈ ভোৰতাল বজাইছে।" এইবিলাক উদাহৰণেই দেখুৱাইছে যে তেখেত কেনে উদাৰ প্ৰকৃতিৰ লোক আছিল। এটা আমোদজনক কথা তেখেতে সভাই-সমিতিয়ে প্ৰায়েই কৈছিল—"আৰ্যসকল দৈহিক গঠনত ওখ-পাখ, বগা হৃষ্ট-পুষ্ট, উন্নত নাসিকাযুক্ত বুলি কৈ অহা হৈছে; কিন্তু আমাৰ নিচিনা কিছুমান আৰ্যবংশোদ্ভূত লোকৰ চিৰি-চেহেৰা দেখিলে নিশ্চয় সন্দেহ হয় যে কোনোবা নহয় কোনোবা স্তৰত কিবা গোলমাল হৈ গৈছে।" নিজকে লৈ এনেকৈ কৌতুক কৰিব পৰা লোক আজিকালি বোধহয় পাবলৈকে নাই।

ৰস সৃষ্টি দেৱশৰ্মাদেৱৰ বোধহয় আটাইতকৈ জনপ্ৰিয় ৰাজহুৱা দিশ। তেখেতৰ কথা শুনি থাকিবলৈ পালে শ্ৰোতাসকল ঘণ্টাৰ পিছত ঘণ্টা বহি থাকিব পাৰে। আমাৰ অসম সাহিত্য সভাৰ বহুতো সৰুসুৰা উপসমিতিৰ বৈঠক তেখেতৰ ৰসাল কথাৰ বৰ্ণনাৰেই দীঘলীয়া হৈ গৈ থাকে। কেতিয়াবা মিটিং আৰম্ভই হ'ব নোখোজে, কাৰণ তেখেতৰ ইটোৰ পিছত সিটো ৰসাল ঘটনাৰ বৰ্ণনা চলি থাকে, নুশুনাকৈ আমিও নীৰস মিটিং আৰম্ভ কৰিব নোখোজোঁ। কিছুমান মিটিং তেখেতৰ বক্তৃতাৰ কাৰণেই আকৰ্ষণীয় হয়; সাধাৰণতে আজি-কালি ৰাজহুৱা সভাত মানুহ নহয়েই, যিসকল আহে তেওঁলোকৰো বেছিভাগেই আধামানৰপৰাই সভাপতিক মাত লগাই বা মাত নলগোৱাকৈয়ে উঠি উঠি



গুচি যায়; কিন্তু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে বক্তৃতা দিব বুলি জানিলে মানুহ কেতিয়াও নাভাগে। এনে মিটিঙো দেখিছোঁ য'লৈ মানুহ টানিবৰ কাৰণে সভাপতিজনে বিশেষ চেষ্টা কৰি দেৱশৰ্মাদেৱক তালৈ লৈ গৈছে। ঘৰুৱা মেলত তেখেতে নানান সৰুসুৰা সাংসাৰিক ঘটনাৰ উল্লেখেৰেই সকলোকে হাঁহিত বাগৰি পৰা অৱস্থাত পেলায়। সৰুকালৰ ব্যাসকুছি গাঁৱৰ নানান সৰু সৰু ঘটনাৰপৰা ভাৰতৰ নানা ঠাইলৈ, সংস্কৃত ভাষা-সাহিত্য বিষয়ক সন্মেলনলৈ গৈ লাভ কৰা অভিজ্ঞতালৈকে অসংখ্য ঘটনা তেখেতে ৰস লগাকৈ কৈ আমোদ সৃষ্টি কৰিছিল। "সবিতা সভা"ৰ যি কোনো অধিৱেশনতে তেখেতক শেষলৈ থয় শলাগৰ শৰাই আগবঢ়াবলৈ—যাতে তেখেতৰ ৰসাল কথা শুনাৰ অপেক্ষাত ৰাইজ লগে লগে গুচি নাযায়। 'সবিতা সভা'ৰ ঘাই গুৰিয়াল আছিল অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাদেৱ। এবাৰ সভাপতি আছিল শ্ৰীঅতুলচন্দ্ৰ বৰুৱা। সভাত কোনেও কথাটো মন কৰা নাছিল যদিও দেৱশৰ্মাদেৱে শলাগৰ শৰাই আগবঢ়াবলৈ উঠি মাজতে কৈ পেলালে—"দুই অতুলে লগ লাগি কি কৰিব খুজিছে আমি বাকীবিলাকে ঠিক ধৰিব পৰা নাই।" সভাথলীত দুই অতুলৰ লগতে সকলোৰেপৰা হাঁহিৰ ৰোল উঠি গ'ল।

এবাৰ দেৱশৰ্মা মহোদয়ৰ লগতে মযো তামুলপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বাৰ্ষিক সভালৈ গৈছিলোঁ। সভা যথাৰীতি পলমকৈ আৰম্ভ হ'ল, কাৰণ খাই-বৈ উঠি মিটিং কৰাৰ কথা; তাতে বিশিষ্ট অতিথিৰূপে এজন নেতাৰ আগমনলৈ বাট চাব লগাও হৈছিল। দেৱশৰ্মাদেৱে বক্তৃতা দি এনেকৈ ৰস সৃষ্টি কৰি গোটে খোৱা ৰাইজক হঁহুৱাই মুগ্ধ কৰিলে যে নেতাজনৰ কথা পাহৰাৰ নিচিনাই হ'ল। তেখেতে অকল শাস্ত্ৰৰ কথাই তাত কোৱা নাছিল, বৰ্তমান দেশৰ পৰিস্থিতিৰ বিষয়েও তাৰ মাজে মাজে মন্তব্য কৰি গৈছিল—বাতৰি কাকত আৰু পুথি-পত্ৰ পঢ়ি তেখেতে বৰ্তমান বিশ্বপ্ৰবাহৰ সকলো খবৰ নখ দৰ্পণত ৰাখিছিল। কিন্তু নেতাজন আৰু অন্যান্য বক্তায়ো ক'বলৈ আছে, এই কথা মনত ৰাখি তেখেতৰ ৰসাল বক্তৃতা সামৰিবলৈ কুৰুংকাৰাং কৰিছিল; এনেতে ৰাইজৰ মাজৰপৰা এজন মানুহ উঠি আহিল—তেওঁ মঞ্চৰ ওচৰলৈ আহি ক'লে, "ছাৰ আপুনি কৈ থাকক, ৰাইজে আৰু শুনিবলৈ ইচ্ছা কৰিছে, তেখেত বোধহয় আজি আৰু নাহিবই।" গতিকে শৰ্মাদেৱে আকৌ আৰম্ভ কৰিলে। তাতো মালিগাঁৱৰ এখন ধৰ্মীয় সভালৈ মই তেখেতৰ লগত গৈছিলোঁ। দেখিলোঁ দেৱশৰ্মাদেৱৰ ৰসাল কথাত আপ্লুত হৈ সমুখৰ শাৰীত বহা এজন

শ্ৰোতাই হাত-ভৰি জোকাৰি স্থিৰ হৈ থাকিব নোৱৰা হৈ গৈছে। পিছত চাহ খাবৰ সময়তো দেখিলোঁ সেই শ্ৰোতাজনকে ধৰি সকলোৱে দেৱশৰ্মাদেৱক আগুৰি ধৰি নানান প্ৰশ্ন কৰি তেখেতৰ কথা শুনিছে। সেইবুলি যে ৰজনীকান্ত দেৱশৰ্মাদেৱে কেৱল ফুচুৰি কথাই কৈছিল এনেও নহয়। হাঁহি উঠা কথা-বিলাকে মাত্ৰ আমোদহে সৃষ্টি কৰিছিল। এনেয়ে তেখেতে জটিল জটিল বিষয়ৰ ব্যাখ্যা দিছিল নানান প্ৰসঙ্গৰ উল্লেখ কৰি, প্ৰাচীন সাহিত্যৰ উদ্ধৃতি দি। গুৱাহাটীৰ এখন চিকিৎসা বিষয়ক সৰ্বভাৰতীয় সম্মেলনলৈ তেখেতক অতিথি কৰি লৈ গৈছিল। তাত দেৱশৰ্মাদেৱে ইংৰাজীতে ভাৰতীয় ঐতিহ্য সম্বন্ধে এনে এটা ভাল বক্তৃতা দিলে যে পিছত বাহিৰৰপৰা অহা ডাক্তৰসকলে তেখেতৰ ওচৰলৈ আহি প্ৰশংসাত পঞ্চমুখ হৈছিল, আৰু তেখেতৰ ঠিকনা লিখি লৈ গৈছিল ভৱিষ্যতে আমন্ত্ৰণ জনাবলৈ। তেনে এক বিৰল ব্যক্তিত্বৰ মাধুৰীৰ-পৰা আমি চিৰবঞ্চিত হ'লোঁ। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ—ডুথৰীয়া কথাৰে স্মৃতি-চাৰণ

**নৰকান্ত বৰুৱা**

ৰবীন্দ্ৰনাথৰ 'উৰ্বশী' কবিতাটোত পোৱা এটা শাৰী—'ওই শোন দিকে দিকে তোমা' লাগি কাঁদিছে ক্ৰন্দসী' তাৰেই আৰম্ভ কৰিছিলোঁ মোৰ 'কপিলীপৰীয়া সাধু'খন—ক্ৰন্দসী যে আকাশৰো নাম সেইটো জানিছিলোঁ। 'ৰোদসী' বুলিও বেদত শব্দ এটা আছে। দুয়োটা একে ধৰণৰ, একেই অৰ্থ বহন কৰে। ক্ৰন্দ্ আৰু ৰুদ্ দুয়োটা ধাতুৰে অৰ্থ হ'ল কন্দা। বেদৰ পিছত 'ৰোদসী' শব্দটো আৰু ব্যৱহাৰ হোৱা নাই, কিন্তু 'ক্ৰন্দসী' শব্দটো সংস্কৃতজ; বঙলাত ৰবীন্দ্ৰনাথে ব্যৱহাৰ কৰিছিল আৰু ৰবীন্দ্ৰনাথৰ বৃক্ষছায়াত পুষ্ট মই ব্যৱহাৰ কৰিছিলোঁ ভয়ে ভয়ে—জানোচা মই ভুলেই বুজিছোঁ! ৰজনীকান্ত দেৱশৰ্মা মহোদয়ে আৰু অসম সাহিত্য সভাৰ বৰ্তমানৰ সদস্য মহীয়ান্ ড° মহেশ্বৰ নেওগৰ বিস্তাৰতনিক বিতৰ্ক এটাৰপৰা (তেতিয়াৰ দিনত, ১৯৫৪ চন মানত মতান্তৰ মানেই মনান্তৰ নাছিল) মই পৰোক্ষে উপকৃত হৈছিলোঁ। ব্যক্তিগত-ভাৱে লগ ধৰোঁতে দেৱশৰ্মাদেৱে কৈছিল 'ৰোদসী' 'ক্ৰন্দসী' দুয়োটা শব্দই আকাশ আৰু অন্তৰীক্ষ বুজায়। মই গৌৰৱ অনুভৱ কৰিছিলোঁ মোৰ ৰবীন্দ্ৰচৰ্চা সাৰ্থক হোৱা দেখি।

মই মাজে মাজে তেতিয়াই আৰু এতিয়াও উপনিষদৰ দুই-এটা 'বুলি' কবিতাত ব্যৱহাৰ কৰোঁ। বঙলা-ইংৰাজী টীকা অনুবাদেৰে উপনিষদত চকু ফুৰোৱা বেছি দিন হোৱা নাই। কিন্তু ৰবীন্দ্ৰনাথৰ যোগেদিয়েই উপনিষদৰ মন্ত্ৰদ্ৰষ্টাসকলক দেখা যেন লাগে। মোৰ এটা কবিতা 'সৰ্বং প্ৰাণ এজতি' শীৰ্ষকেৰে প্ৰকাশ হৈছিল। সেইটো ক'ৰ শাৰী, গোটেই পংক্তিটোনো কি সেইবোৰৰ সন্দেদ দিছিল মোক দেৱশৰ্মাদেৱে। কিবা এটা বাক্যত মই 'শান্বনা' শব্দটো লিখিছিলোঁ, মোৰ সাহিত্যিক বন্ধু এজনে কৈছিল, সেইটো 'সান্ত্বনা' হে হ'ব লাগে, তালব্য নহয়, দন্ত্য। অভিধানত বিচৰাৰ আগতে দেৱশৰ্মাদেৱে কৈছিল, "দুয়োটাই অভিধান সম্মত।"

তাৰ পিছত এখন আনে আধাতে এৰা অভিধানৰ দায়িত্ব লৈছিলোঁ দেৱশৰ্মাদেৱৰ লগত যুটীয়াভাৱে। লৈছিলোঁ মানে দিয়া হৈছিল। তেতিয়াই বুজিলোঁ মই সাধাৰণ লোহা এটুকুৰা চুম্বকৰ ওচৰলৈ আহিলোঁ। চুম্বকে অকল আকৰ্ষণ নকৰে, সংস্পৰ্শেৰে লোহাক দান কৰে কিছু চুম্বকত্ব। মই যে আজিকালি শব্দৰ অৰ্থ ব্যুৎপত্তি আদিৰ কথা সুবিধা পালেই কওঁ, সেইখিনি আমাৰ সেই অভিধান প্ৰণয়নৰ শব্দচৰ্চাৰে ফল যেন লাগে। এতিয়া মনত পৰে পুৰণি প্ৰকাশন পৰিষদৰ কিতাপৰ আলমাৰিৰ মাজত মহৰ কামোৰ খাই বহি হামিয়াই হামিয়াই দুয়ো 'হামি' শব্দৰ সংজ্ঞা লিখিছিলোঁ। হামিটো সহজ, কিন্তু তাৰ সংজ্ঞা নিৰূপণ কি দুৰূহ! পিছত হামিৰ বিষয়ে ডাক্তৰী প্ৰবন্ধ আদি বিচাৰি আনি আমি হামিৰ কথা লিখিছিলোঁ।

এইবোৰ কথা মনত পেলাইছোঁ এটা কাৰণতেই যে মোৰ দৰে আন বহুতেই হয়তো ৰজনীকান্ত দেৱশৰ্মাদেৱৰ লগত নিজৰ সম্পৰ্ক সুঁৱৰিব। দেৱশৰ্মা মহোদয়ৰ আনক দিবলগীয়া 'বস্তুৰ' অভাৱ নাছিল। আধুনিক শিক্ষা ব্যৱস্থাত শিক্ষিত হৈয়ো তেখেত পৰম্পৰাগতভাৱে সংস্কৃত ভাষা চৰ্চা কৰাসকলৰ দৰে নিজ স্মৃতিৰপৰা অৱলীলাক্ৰমে শ্লোক আদিৰ উদ্ধৃতি দিব পাৰিছিল। জ্যোতি-প্ৰসাদৰ এটা কবিতাত থকা 'সমৃদ্ধবেগ' বুলি শব্দ এটা আছে। তেখেতে কৈছিল, জ্যোতিপ্ৰসাদে এই শব্দটো যে ব্যৱহাৰ কৰিছে তাৰেই বুজিব পাৰি ভাৰতীয় সংস্কৃতিৰ চৰিত্ৰটো তেখেতে জানিছিল। মোক তেখেতে "সমৃদ্ধবেগ" শব্দটোৰ প্ৰকৃত অৰ্থ জানো নেকি সুধিছিল। মই মোটামুটিভাৱে কৈছিলোঁ, ক্ৰমে বাঢ়ি অহা বেগ বুলি। তেখেতে কৈছিল, সমৃদ্ধবেগ মানে সেই বেগ যি নিজ গতিৰ লগতে নিজে বাঢ়ি আহে—বেগে বৃদ্ধি কৰা বেগ। তাৰ পিছত তেখেতে শব্দটোৰ উৎসৰ বিষয়েও খবৰ দিছিল। এতিয়া পাহৰিলোঁ।

কামত পাই তেখেতৰ সুখ-দুখৰ কথাও কেতিয়াবা পাতিছিলোঁ। দেৱশৰ্মাদেৱে প্ৰায়ে কৃতজ্ঞতাৰে স্মৰণ কৰিছিল উজান বজাৰৰ ব্ৰহ্মপুত্ৰ পাৰৰ 'নাউ' গোঁসাই-দেউৰ কথা (কুমুদেশ্বৰ গোস্বামী, প্ৰখ্যাত নেতা হৰেশ্বৰ গোস্বামীৰ পিতৃদেৱ)। কেনেকৈ সেই উদাৰ ব্যক্তিগৰাকীৰ আশ্ৰয়তে থাকি ৰজনীকান্ত দেৱশৰ্মা বোলা ছাত্ৰ এজন পিছলৈ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা হৈছিলগৈ।

দেৱশৰ্মাদেৱৰ হাস্যৰসৰ কথা পৰিচিত সকলো মানুহৰে মনত থাকিব। অতি তীক্ষ্ণ বুদ্ধি-দীপ্ত আৰু সমালোচনাত্মক আছিল তেখেতৰ হাস্যৰস সৃষ্টিৰ পদ্ধতি। এদিন 'আন-এমপ্লইড ইয়ুথ' সংক্ৰান্ত এটা আলোচনাত তেখেতৰ



মন্তব্য এটা শুনা মনত পৰে ঃ "আন-এমপ্লইড"সকলে এইটোও জানিব লাগিব তেওঁলোক "এমপ্লয়েবল" হয় নে নহয়। যোগ্যতাৰ প্ৰশ্ন আওকাণ কৰি এনে সমস্যাৰ যে সমাধান নহয়—এটা হাঁহিৰ যোগেৰে তেখেতে ব্যক্ত কৰিছিল।

শৰ্মাদেৱৰ মুখে আমি বহুতৰ সমালোচনা শুনিছিলোঁ, কিন্তু 'নিন্দা' শুনা নাছিলোঁ। এদিন তেখেতে শঙ্কৰী ধৰ্ম প্ৰচাৰক ইলাৰাম দাসৰ বিষয়ে মন্তব্য কৰি কৈছিল, "শঙ্কৰী ধৰ্মাচাৰ্যসকলৰ বহুতেই সংস্কৃতৰ উদ্ধৃতি ধৰ ভুলকৈ দিয়ে—সিদিনা ইলাৰাম দাসৰ মুখত শুদ্ধ শব্দ আৰু উচ্চাৰণেৰে সংস্কৃত উদ্ধৃতি শুনি বৰ ভাল পালোঁ।"

মোৰ মনত পৰিছিল ৰামায়ণত হনুমানৰ কথা। হনুমানৰ মুখত শুদ্ধ সংস্কৃত শুনি ৰামচন্দ্ৰ বিস্মিত হৈছিল! ইলাৰাম দাসে নিজক যোগ্য কৰি লৈছিল 'ধৰ্ম ধৰিবৰ বাবে'। তাৰ পিছত এদিন দামোদৰদেৱৰ স্মৃতি সভা এখনত বক্তৃতা দিয়াৰ অভিজ্ঞতা এটা কৈ নিজেও হাঁহিলে আমাকো হঁহুৱালে। "অমুক মহাজনে সেইদিনা সভাৰ পিছত ক'লে 'আপোনাৰ বক্তৃতা ভালেই হৈছিল, পিছে আপুনি শঙ্কৰদেৱৰ কথা পাঁচবাৰ উল্লেখ কৰিলে।' চোৱা, এই মহাপুৰুষীয়া দামোদৰীয়াৰ কাণ্ডবিলাক।" দেৱশৰ্মাদেৱে এটা কথা জানিছিল অসমৰ সংস্কৃতিত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ স্থান পৃথক, ধৰ্মৰ বা ধৰ্মাচাৰণৰ উৰ্দ্ধত—তেওঁলোকৰ দৰে কবি-শক্তিসম্পন্ন প্ৰচাৰক বিৰল।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে কথাৰে যিমান ক'লে সিমান নিলিখিলে। জটিল, কঠিন, দুৰূহ সংস্কৃত গ্ৰন্থৰ আহিকাকত সংশোধন কৰাতেই যেন তেখেতৰ অৱসৰৰ দিনবোৰ পাৰ হৈ গ'ল। কিয় যে এনেকুৱা হয় ভাবিলে দুখ লাগে। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা মোৰ শিক্ষানুষ্ঠানৰ 'ছাৰ' নাছিল। কিন্তু মই কলেজত পঢ়া দিনৰপৰাই তেখেতে কলেজত শিক্ষকতা কৰি আছিল। তেনে বয়সৰ মানুহক 'ছাৰ' বোলাটো মোৰ স্বভাৱ। কিন্তু ৰজনীকান্ত দেৱশৰ্মাক মই 'ছাৰ' বুলিছিলোঁ মোৰ গুৰু হিচাপে। তেখেতে মোক কিমান ভাল পাইছিল মই নাজানো। কিন্তু মোৰ প্ৰতি বন্ধুত্বসুলভ আচৰণেৰে মোৰ হৃদয় তেখেতে হৰণ কৰি থৈ গৈছে। তেখেতৰ স্মৃতিত মোৰ প্ৰণাম। □

# ৰজনীকান্ত দেৱশৰ্মা ঃ শ্ৰদ্ধাঞ্জলি

লক্ষ্যধৰ চৌধুৰী

মৰণতকৈ সত্য আৰু জীৱনত একো নাই। সেই কথা সৰ্বজনবিদিত। তথাপি এজনৰ মৃত্যুৰ আগমুহূৰ্তত পৰিয়ালৰ বা ওচৰ-চুবুৰীয়াৰ উৎকণ্ঠা হোৱাটো স্বাভাৱিক। এনে এটি উৎকণ্ঠাৰ নিশা আমাৰ চুবুৰীত সিদিনা সকলোৰে মনত জাগিছিল।

সিদিনা আছিল ১৬ জানুৱাৰী তাৰিখ। ১৯৯১ চন। বুধবাৰ। গধূলি চাকি লগোৱাৰ সময়তে ৰজনীকান্ত দেৱশৰ্মাদেৱ হঠাৎ অসুস্থ হৈ পৰিল। লৰালৰিকৈ তেখেতক চিকিৎসালয়লৈ নিয়া হয়। বিজুলী সঞ্চাৰে আমাৰ চুবুৰীত সেই কথা প্ৰচাৰ হ'ল। আমাৰ চুবুৰী বোলোঁতে আমবাৰীৰ কথা কৈছোঁ। উজানবজাৰৰ লেম্ব ৰোডৰ কাষত থকা ভোলানাথ দাস উপপথত। চুবুৰীটো সৰু। মাথোন বাৰঘৰ মানুহৰ বসতি। সকলোৰে মাত হৰিল। ৰাতি দুপৰলৈকে ইজনে সিজনৰ পৰা শৰ্মাৰ বাতৰি ল'বলৈ টোপনি বঞ্চিছে। এইসকলৰ ভিতৰত শৰ্মাৰ জ্ঞাতি-কুটুম কোনো নাই। তথাপি এই উৎকণ্ঠা কিয় ? তাৰ কাৰণ হ'ল ৰজনীকান্ত শৰ্মাদেৱৰ ব্যক্তিত্ব। পিছদিনা ১৭ তাৰিখ; বৃহস্পতিবাৰ। শৰ্মাদেৱে দেহা এৰিলে। এই বাতৰিয়ে সকলোকে ম্ৰিয়মান কৰি তুলিলে। এই মৃত্যু আছিল অতি আকস্মিক আৰু অবিশ্বাস্য। তথাপি শৰ্মাদেৱৰ সঁচাকৈয়ে মৃত্যু হ'ল। এজন বসজ্ঞ পণ্ডিতৰ সান্নিধ্য আমি চিৰকালৰ কাৰণে হেৰুৱাব লগা হ'ল। এই ক্ষতি অপূৰণীয়।

শৰ্মাদেৱক আমি সেই কলেজীয়া জীৱনৰ পৰাই পাইছোঁ। তেখেতৰ সান্নিধ্যলৈ বহু ধৰণে আহিছোঁ। সকলো সলনি হ'লেও শৰ্মাক সলনি হোৱা নেদেখিলোঁ। তেখেত মন ডাঠ আৰু অতি খামিডাঠ মানুহ আছিল। শেষ শয্যাত পৰাৰ দিনাও তেখেতক পুৱা আমি পাইছিলোঁ। একেলগে আলি-বাটতো আগ বাঢ়িছিলোঁ। তেখেতৰ পুতেকৰ বিয়া পাতিছিল। তেখেতক সুধিলোঁ, "বিয়াৰ কামবোৰ শেষ হ'লনে ?"



তেখেতে হাঁহি হাঁহি উত্তৰ দিলে, "বিয়াৰ কাম বিয়াৰ পিছতো শেষ নহয়। সেই ঘাটিবোৰলৈ এবছৰলৈ ভুগিব লাগিব।" কিন্তু ক্ষন্তেকৰ ভোজ খাওঁতা নাই, সিদিনা গধূলিয়েই তেখেতে কৰ্মময় জীৱনৰ পৰা অৱসৰ ল'লে। শৰ্মাদেৱৰ কৰ্মময় জীৱন সকলোৰে অনুকৰণীয়। তেখেতৰ মুখতে শুনিছিলোঁ ঃ

অজৰামৰাৱৎ প্ৰাজ্ঞো
বিদ্যামাৰ্থঞ্চ চিন্তয়েৎ।
গৃহীতেৰ কেশেষু
মৃত্যুঃ ধৰ্মমাচৰেৎ ॥

তাহানি ১৯৯০ চনৰ ২০ জুন তাৰিখে উত্তৰ পাৰৰ দেউতুৱাৰলৈ যাওঁতে আন এগৰাকী সংস্কৃত পণ্ডিতে তাৰ ভাঙনিও আমাৰ আগত দাঙি ধৰিছিল।

"অজৰ অমৰ ভাবি
নিজৰ জীৱন
জ্ঞানীয়ে কৰিব বিদ্যা
ধন উপাৰ্জন
চুলিত ধৰি যে যমে এতিয়াই নিব
হেন মতে ভাবি লোকে ধৰ্ম আচৰিব।"

মৃত্যুৰ কিছুদিন পূৰ্বে এটি তেখেতৰ গুণমুগ্ধ গোষ্ঠীয়ে তেখেতক 'আচাৰ্য' উপাধিৰে সন্মানিত কৰিছিল। সেয়ে তেখেতক অভিনন্দন জনাইছিলোঁ। তেখেত লাজতে মৰহি যোৱাৰ দৰে হৈ ক'লে, "এইবোৰ মিছা, একো নাথাকে। সেয়ে আমাৰ ধৰ্মত মৃত্যুৰ লগতে সকলো শেষ হোৱাৰ কথা আছে। কেৱল আত্মাহে অমৰ। মানুহৰ আত্মা শোধন কৰাইহে যাই কৰ্তব্য।"

তেখেতৰ দৈনন্দিন জীৱন যাপনৰ কথালৈ লক্ষ্য কৰিলে তেখেতক এজন আদৰ্শ পুৰুষ নুবুলি নোৱাৰি। তেখেতে পুৱা চাৰি বজাতে উঠি পুথি অধ্যয়ন কৰে। ঘৰৰ চৌহদ নিজে হাতত বাঢ়নী লৈ চাফা কৰে। নিজৰ কাপোৰ নিজে ধুই নিয়াৰিকৈ লয়। মৰণৰ আগদিনালৈকে তেখেতে এই কামৰ এধানিও ত্ৰুটি কৰা নাছিল। তেখেতে অৱশ্যে কৈছিল, নিজৰ কাৰণে কৰা কাম প্ৰকৃত কৰ্ম নহয়, সমাজলৈ কৰা কামখিনিহে প্ৰকৃত কৰ্ম। সেয়ে সমাজক ধৰ্ম আচৰণত মতি কৰোৱাৰ উদ্দেশ্যে তেখেতে শনিবাৰে নিতৌ সন্ধিয়া উজানবজাৰৰ বাৰোৱাৰী পূজা মণ্ডপত ভাগৱত পাঠ কৰি ৰাইজক সৎ পথত চলাৰ দিহা আগ বঢ়াইছিল। ঠিক তেনেদৰেই দেওবাৰে পুৱা সনাতন ধৰ্মসভাত নিতৌ

সেই একে ধৰণেই একে উদ্দেশ্যৰে ভাগৱত পাঠ কৰি শুনাইছিল। তেখেতৰ এই পাঠকালত মুগ্ধ দুই-এজনে তেখেতৰ এই বিয়োগত কাতৰ হৈ পৰা দেখিছিলোঁ। এজনে দুখ কৰি কৈছিল, "আমি মহাপাপী। আমাক তৰিবলৈ তেখেতে যত্ন কৰিছিল, কিন্তু ঈশ্বৰে নিদিলে।" সেয়েহে বাটে-পথে আজিও শৰ্মাৰ গুণমুগ্ধ লোক সিঁচৰতি হৈ আছে।

এজন সাহিত্যিক বন্ধুৱে তেখেতৰ আগচোতালত বহি তেখেতৰ মৃত্যুত দুখ প্ৰকাশ কৰি কৈছিল, "এইজন গুণী লোকক আমি স্বীকৃতি দিব নেজানিলোঁ।" কিন্তু ডব্লিউ হেজলিটৰ এষাৰি কথাই এই অনুশোচনাৰ কথাও তল পেলায় :

"They only deserve monument who do not need one, that is who have raised themselves a monument in the minds and memories of men."

শৰ্মাদেৱে বহুজনৰ মনত তেখেতৰ পাণ্ডিত্য, তেখেতৰ সৰলতা, তেখেতৰ ৰসিকতাৰ প্ৰভাৱ পেলাই গৈছে। সেয়েহে শৰ্মাদেৱৰ মৃত্যুত সকলোৱে এজন ৰসজ্ঞ লোক হেৰুৱালে বুলি একমুখে স্বীকাৰ কৰিবলগীয়া হৈছে।

সাহিত্যৰ ক্ষেত্ৰত শৰ্মাদেৱে এটি বিশেষ অৰিহণা দি গৈছে। সংস্কৃত সাহিত্যৰ পুথি অসমীয়ালৈ অনুবাদ কৰি, কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ অনুবাদ কৰি তেখেতে অসমীয়া ভাষা সাহিত্যৰ প্ৰতি এক মহামূল্যবান অৱদান দি গৈছে। তদুপৰি 'বিশ্বকোষ' সম্পাদনাৰ কামত তেখেতে যি নিষ্ঠা আৰু সততা দেখুৱাইছিল সেই আধৰুৱা কাম সহজতে আৰু পূৰণ নহ'ব বুলি ভবাবো আমাৰ থল আছে। এনেবোৰ ক্ষেত্ৰত যেতিয়াই যি আহ্বান আহিছিল তাক তেখেতে কান্ধ পাতি লৈছিল।

শৰ্মাদেৱে আত্মাৰ অমৰত্বৰ কথা প্ৰায়েই কৈছিল। মৃত্যুত অধীৰ নহ'বলৈ আত্মীয়জনক সদায় উপদেশ দিছিল। গীতা পাঠৰ প্ৰতি তেখেতৰ অহৈতুকী আকৰ্ষণ আছিল। তেখেতৰ পৰিয়ালে গোপনে এই গীতা পাঠৰ এটি 'কেছেট' কৰি ৰাখিছে। আমাৰ বোধেৰে সেই 'কেছেট'টো সাহিত্য সভা বা আন কোনো অনুষ্ঠানে সংগ্ৰহ কৰি ৰাখিলে বহুজন তাৰ পৰা উপকৃত হ'ব।

বক্তাস্বৰূপে ৰজনীকান্ত দেৱশৰ্মাদেৱে সমাজত এক স্বকীয় প্ৰতিভা বিস্তাৰ কৰি গৈছে। অতি কঠিন বিষয়ো সহজ কৰি ব্যাখ্যা কৰাৰ ক্ষমতাত তেখেত অদ্বিতীয় আছিল। তেখেতৰ ৰসিকতাও আছিল অননুকৰণীয়।

Life is short. Varieties of the world are transient, but they alone live who live for others. The rest are more dead than alive. এইষাৰ কথা Sri Wevilenderয়ে তাহানিতে কৈ গৈছিল।

কথাষাৰ সঁচা। এইষাৰ বাক্য পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ক্ষেত্ৰত সুন্দৰকৈ প্ৰতিফলিত হয়। সঁচাকৈয়ে ৰজনীকান্ত দেৱশৰ্মাৰ দৰে নীৰৱ সাধক আমাৰ সমাজত বিৰল। আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই তেখেতৰ গুণৰাশিৰ স্বীকৃতি স্বৰূপে মৰণোত্তৰভাৱে পুৰস্কৃত কৰি যি সন্মান যাচিছে সি সঁচাকৈয়ে প্ৰশংসনীয়।

সেয়েহে তেখেত জন্মৰ কাৰণে নহয়, কৰ্মৰ কাৰণেহে সকলোৰে আদৰণীয় হৈ পৰিছিল।

তেখেতৰ আকস্মিক মৃত্যুত আমি সকলোৱে এজন সজ পৰামৰ্শদাতা, সৎ লোক আৰু এজন পণ্ডিত হেৰুৱাইছোঁ। কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ এজন সুদক্ষ অধ্যাপক স্বৰূপে তেখেতে ছাত্ৰ সমাজৰ মনত ৰেখাপাত কৰি গৈছে।

এনে এজন সৰবৰহী লোকৰ মৃত্যুত আমাৰ সমাজৰ সকলো স্তৰৰ মানুহৰেই এক অপূৰণীয় ক্ষতি হ'ল। শৰ্মাদেৱৰ দৰে এজন পণ্ডিতৰ মৃত্যুত এজন সাধাৰণ লোকো বিহ্বল হোৱা কথা দেখি আমি আচৰিত হ'লেও, ই এক স্বাভাৱিক কথা। শৰ্মাদেৱে কেৱল মিঠা মাতেৰেই সকলোকে বশ কৰিব পাৰিছিল।

অধ্যাপক দেৱশৰ্মাদেৱলৈ শ্ৰদ্ধাঞ্জলি যাচিলোঁ আৰু তেখেতৰ পাণ্ডিত্য সকলোৰে অনুকৰণীয় হওক—ইয়াকে কামনা কৰিলোঁ। □

# অসম সাহিত্য সভা আৰু আচাৰ্য ৰজনীকান্ত দেৱশৰ্মা

**হেমন্তকুমাৰ শৰ্মা**

অসমীয়া জাতিৰ সাহিত্য-সংস্কৃতিৰ বৃহত্তম অনুষ্ঠান অসম সাহিত্য সভাক প্ৰাণভৰি ভাল পাওঁতা আৰু অসম সাহিত্য সভাৰ সমৃদ্ধি আৰু মৰ্য্যাদাৰ কাৰণে যেতিয়াই প্ৰয়োজন হয় তেতিয়াই আগবাঢ়ি গৈ কায়মনোবাক্যে কামত লাগি যোৱা লোকসকলৰ ভিতৰত আছিল আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱ অন্যতম। আচাৰ্য শৰ্মাদেৱ বাল্যকালৰ পৰাই সামাজিক বিশেষকৈ সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানত জড়িত হৈ আহিছিল। কৰ্ম জীৱনত বিশেষকৈ তেখেতে কটন কলেজত অধ্যাপনা কৰি গুৱাহাটীত নিগাজীকৈ থাকিবলৈ লোৱাৰ পিছৰ পৰা গুৱাহাটীৰ কেইবাগৰাকী আগশাৰীৰ কবি-সাহিত্যিকৰ নিবিড় সান্নিধ্যলৈ আহে। সেইসকল কবি-সাহিত্যিকৰ ভিতৰত বিহগী কবি ৰঘুনাথ চৌধাৰী, কবি নলিনীবালা দেৱী, সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকা, ড° সূৰ্য্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, তীৰ্থনাথ শৰ্মা, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, গিৰিধৰ শৰ্মা আদি প্ৰধান। এইসকল ব্যক্তিৰ কোনো কোনো আছিল অসম সাহিত্য সভাৰ সুদক্ষ কৰ্মী আৰু কৰ্ণধাৰ। উল্লিখিত আটাইকেইজন ব্যক্তিয়ে বিভিন্ন সময়ত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিছে। আনন্দৰ কথা যে এই আটাই-কেইগৰাকী আছিল ১৯৫২ চনতে গুৱাহাটীৰ উজান বজাৰত প্ৰতিষ্ঠিত সৰিতা সভাৰ লগত নিবিড়ভাৱে জড়িত ব্যক্তি। সৰিতা সভা হ'ল অসম সাহিত্য সভাৰ এখন বিশিষ্ট শাখা সভা। জন্মলগ্নত এই সভাৰ সভাপতি আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী, উপসভাপতি অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা আৰু সম্পাদক ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য। অধ্যাপক ৰজনীকান্ত শৰ্মাদেৱ প্ৰতিষ্ঠা কালৰে পৰা সদস্য হিচাপে সৰিতা সভাৰ লগত জড়িত হৈ আছিল। ১৯৬৭ চনত সভাৰ স্থায়ী সভাপতি ৰঘুনাথ চৌধাৰীদেৱৰ পৰলোক হোৱাত অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাদেৱ সভাপতি আৰু শৰ্মাদেৱ উপসভাপতি নিৰ্বাচিত হয়। ১৯৮৬ চনত হাজৰিকাদেৱৰ লোকান্তৰৰ পিছত শৰ্মাদেৱ সৰিতা সভাৰ সভাপতি হয় আৰু এই পদত মৃত্যুৰ সময়লৈকে অধিষ্ঠিত হৈ ( ১৭ জানুৱাৰী, ১৯৯১ ) থাকে।



সৰিতা সভাৰ যোগেদি বিশেষকৈ অধ্যাপক হাজৰিকাদেৱৰ প্ৰেৰণাত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ অসম সাহিত্য সভাৰ লগত জড়িত হৈ পৰে। ১৯৩৭ চন মানৰ পৰা ১৯৫২ চন মানলৈ অসম সাহিত্য সভা এটা অন্ধকাৰ যুগৰ মাজেদি অতিবাহিত হ'বলগীয়া হৈছিল। অতুলচন্দ্ৰ হাজৰিকাদেৱৰ ভাষাত "কৃষ্ণকান্ত সন্দিকৈৰ পৌৰোহিত্যত অনুষ্ঠিত দ্বিতীয় গুৱাহাটী অধিৱেশনৰ ( ১৯৩৭ ইং ) পিছৰ পৰাই সভাখনত শনিৰ দশা পৰিছিল বুলি ক'লে ভুল কৰা নহ'ব।" ( অসম সাহিত্য সভাৰ ৰূপলেখা, পৃ. ৯৪। ) উল্লেখযোগ্য যে অধ্যাপক হাজৰিকা ১৯৫৩, ৫৪ আৰু ৫৫ চনত একেধাৰে তিনি বছৰ ধৰি অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব লৈ মৃতপ্ৰায় অৱস্থাত থকা সভাখনক পুনৰ ঠন ধৰি উঠাত সহায় কৰে। তেখেতৰ পৰামৰ্শ আৰু উৎসাহৰ ফল স্বৰূপেই অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ দুই বছৰ ধৰি 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদক হৈছিল। পত্ৰিকাৰ সেই বছৰ দুটা হ'ল ক্ৰমে ত্ৰয়োদশ বছৰ ১৮৭৬ শক (১৯৫৪-৫৫ চন) আৰু পঞ্চদশ ১৮৭৮ শক (১৯৫৬-৫৭ চন)। শৰ্মাদেৱৰ সম্পাদনাত প্ৰকাশিত দুয়ো বছৰৰ পত্ৰিকা কেইখন যথেষ্ট উন্নত মানদণ্ডৰ হৈছিল। তেখেতে অনেক যত্ন কৰি আগশাৰীৰ লোকসকলৰ পৰা প্ৰবন্ধ গোটাইছিল। সেই সময়ত আজিকালিৰ দৰে প্ৰবন্ধৰ বাবদ কোনো মাননি দিয়া নহৈছিল। তাতে পত্ৰিকাত কেৱলমাত্ৰ প্ৰবন্ধহে প্ৰকাশ হয় কাৰণে প্ৰবন্ধ সংগ্ৰহ কৰাটো এক প্ৰকাৰ কঠিন কামেই আছিল; কিন্তু শৰ্মাদেৱৰ যত্নত সেই কঠিন কামো সহজ হৈ পৰিছিল। উদাহৰণ স্বৰূপে, ত্ৰয়োদশ বছৰৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত কেইটিমান প্ৰবন্ধ লেখকৰ নাম উল্লেখ কৰা হ'ল— ড° বিৰিঞ্চিকুমাৰ বৰুৱা, লীলা গগৈ, গোলোকচন্দ্ৰ গোস্বামী, বেণুধৰ শৰ্মা, ৰূপনাথ ব্ৰহ্ম, ড° হেৰম্বকান্ত বৰপূজাৰী, মনোৰঞ্জন শাস্ত্ৰী, শ্ৰীৰামচন্দ্ৰ দাস আৰু প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য। সেইদৰে পঞ্চদশ বছৰৰ দ্বিতীয় সংখ্যাৰ লেখকসকল হ'ল—ড° সত্যেন্দ্ৰনাথ শৰ্মা, জ্ঞাননাথ বৰা, ৰত্নকান্ত বৰকাকতী, নকুলচন্দ্ৰ ভূঞা, বায়হান শ্বাহ, যতীন্দ্ৰনাথ গোস্বামী, যোগেশ দাস, নৰকান্ত বৰুৱা আদি। ইয়াৰ উপৰি তেতিয়াৰ সভাৰ প্ৰধান সম্পাদক অতুলচন্দ্ৰ হাজৰিকাদেৱে অসম সাহিত্য সভাৰ বাহিৰে-ভিতৰে নামৰ এটি শিতানত সভাৰ কাম-কাজৰ ধাৰাবাহিক বিৱৰণ দিছিল। পত্ৰিকাত আৰু আছিল—পুথি সমালোচনা, পোৱা পুথিৰ চমু পৰিচয় আৰু পত্ৰিকা সম্পাদকৰ দু-আষাৰ। পত্ৰিকাত কিতাপৰ বিজ্ঞাপনো প্ৰকাশ কৰা হৈছিল।

১৯৭৩ চনত অসম সাহিত্য সভাৰ চত্বাৰিংশতম অধিৱেশন অধ্যক্ষ গিৰিধৰ শৰ্মাৰ পৌৰোহিত্যত অনুষ্ঠিত হয় ৰঙিয়া চহৰত। এই অধিৱেশনতেই নতুন বছৰৰ কাৰণে ধনভঁৰালী নিৰ্বাচিত হয় অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ। নৱনিৰ্বাচিত প্ৰধান সম্পাদক অধ্যাপক নগেন শইকীয়া ডিব্ৰুগড়ৰ বাসিন্দা হোৱাত হিচাপ-নিকাচ, চেকত চহী কৰা আদি কামত কিছু অসুবিধা হ'লেও কোষাধ্যক্ষ শৰ্মাদেৱে যাৱতীয় কাম নিয়াৰিকৈ কৰি গৈছিল। সেই বছৰতে এই লেখকো 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদক নিৰ্বাচিত হৈছিল। সভাপতি গিৰিধৰ শৰ্মাৰ উৎসাহ আৰু উদ্যোগত সেই বছৰ পত্ৰিকাখন পূৰ্বৰ দৰে তিনিমহীয়া নকৰি মাহেকীয়াকৈ প্ৰকাশ কৰা হৈছিল। প্ৰবন্ধ সংগ্ৰহ কৰা, সম্পাদনা কৰা আৰু আৰ্হিকাকত চোৱা—আটাইবোৰ কাম এই লেখকে অকলে কৰিবলগীয়া হোৱাত প্ৰথমে বৰ কষ্টকৰ হৈছিল যদিও প্ৰবন্ধপাতি চাই দিয়া কামত অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাদেৱৰ লগতে ৰজনীকান্ত শৰ্মাদেৱেও অকুণ্ঠচিত্তে চাই দি বৰ সহায় কৰিছিল। এই চেগতে দুয়োজনাৰ পবিত্ৰ আত্মালৈ আমাৰ কৃতজ্ঞতাভৰা সশ্ৰদ্ধ অঞ্জলি যাচিছোঁ।

১৯৭৯ চনত গুৱালকুছিত সাহিত্যিক অতুলচন্দ্ৰ বৰুৱাদেৱৰ সভাপতিত্বত অসম সাহিত্য সভাৰ ষট্‌চত্বাৰিংশতম অধিৱেশন অনুষ্ঠিত হয়। এই অধিৱেশনতে নতুন বছৰৰ বাবে উপসভাপতি নিৰ্বাচিত হৈছিল অধ্যাপক ৰজনীকান্ত শৰ্মাদেৱ। উপসভাপতি হ'লেও শৰ্মাদেৱে পৰম নিষ্ঠাৰে সভাপতিৰ কামত সহায় কৰিছিল। শৰ্মাদেৱ আছিল স্বভাৱতে ৰসিক আৰু বাক্‌পটু ব্যক্তি; তদুপৰি নিৰহংকাৰ আৰু পাণ্ডিত্য আছিল তেখেতৰ চৰিত্ৰৰ ভূষণ। এনে এজন মানুহে যেতিয়া সভা-সমিতিত বক্তৃতা প্ৰদান কৰে বা মেজমেলত কিবা আলোচনা কৰে তেতিয়া উপস্থিত সমজুৱাই স্বাভাৱিকতে তেখেতৰ বক্তৃতা শুনি মুগ্ধ নোহোৱাকৈ নাথাকিছিল। বয়সত তেতিয়া সত্তৰৰ দেওনা পাৰ হওঁ হওঁ যদিও তেখেতে ডেকা মানুহৰ দৰে অ'লৈ-ত'লৈ গৈ অসম সাহিত্য সভাৰ কাম কৰিছিল। শৰ্মাদেৱ উপসভাপতি হৈ থকাৰ সময়তে অসমত অস্তিত্ব ৰক্ষাৰ আন্দোলন আৰম্ভ হয়। আন্দোলনকাৰীসকলে প্ৰথমে অসমৰ পৰা বহিৰাগতক বিতাৰণৰ কাৰণে আন্দোলন আৰম্ভ কৰিছিল। অসম সাহিত্য সভায়ো সক্ৰিয়ভাৱে আন্দোলনত অংশ গ্ৰহণ কৰিছিল। সভাৰ ফালৰ পৰা ৰজনীকান্ত দেৱশৰ্মাদেৱে আন্দোলনকাৰী নেতাসকলক যুক্তি দেখুৱাই কৈছিল যে 'বহিৰাগত' শব্দতকৈ 'বিদেশী' শব্দটোহে প্ৰয়োগ কৰাটো উচিত, কাৰণ 'বহিৰাগত' শব্দটোৰ পৰা অন্যান্য



সমস্যাৰ উদ্ভৱ হ'ব পাৰে। দূৰদৰ্শী শৰ্মাদেৱৰ যুক্তিকেই সাদৰে মানি লোৱা হৈছিল।

শৰ্মাদেৱ সংস্কৃত ভাষা-সাহিত্যৰ অগাধ পণ্ডিত আছিল; তদুপৰি অসমীয়া ভাষাটোৰ বিষয়তো তেখেতৰ প্ৰগাঢ় ব্যুৎপত্তি আছিল। তেখেতে আনন্দৰাম বৰুৱাৰ গ্ৰন্থৰাজি পুনৰ্মুদ্ৰণ কৰোঁতে অক্লান্ত পৰিশ্ৰম কৰি সকলোবোৰ আৰ্হিকাকত বিশুদ্ধৰূপে চোৱাৰ উপৰিও অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'আধুনিক অসমীয়া অভিধান'ৰো তিনিগৰাকী সম্পাদক আছিল যদিও গুৰুভাৰ বহন কৰিছিল দেৱশৰ্মাদেৱেহে। তেখেত আছিল 'অসমীয়া বিশ্বকোষ'ৰ মুখ্য সম্পাদক। এনে এজন বিশিষ্ট পণ্ডিত লোকে প্ৰাক্তন সভাপতি অতুলচন্দ্ৰ বৰুৱাদেৱৰ সংকলিত আৰু সম্পাদিত "ৰঘুনাথ চৌধাৰী ৰচনাৱলী" (১৯৮০) গ্ৰন্থত সন্নিবিষ্ট আৰু ৰঘুনাথ চৌধাৰীৰ দ্বাৰা সংগৃহীত 'হেমকোষৰ পৰিশিষ্ট'খন সম্পাদক বৰুৱাৰ অনুৰোধক্ৰমে "চালিজাৰি উলিয়াই যুগুত কৰাত" যি ধৈৰ্য আৰু সহিষ্ণুতাৰে শ্ৰম কৰি নিঃস্বাৰ্থভাৱে খাটিছিল, সেই কথা বৰুৱাদেৱে "সম্পাদকৰ নিবেদন"ত স্পষ্টভাৱে স্বীকাৰ কৰিছে।

১৯৮৯ চনৰ ডিচেম্বৰ মাহত অসম সাহিত্য সভাৰ সৌজন্যত মাজুলীত এটি জনপ্ৰিয় বক্তৃতাৰ আয়োজন কৰা হৈছিল। সেই বক্তৃতা অনুষ্ঠানত শৰ্মাদেৱে মুখ্য বক্তাৰূপে সমজুৱাক মোহিত আৰু পুলকিত কৰি তুলিব পাৰিছিল। ইয়াৰ উপৰি সভাৰ বহুতো অনুষ্ঠানত বক্তা হিচাপে তেখেতে যোগদান কৰি অনুষ্ঠানৰ সৌষ্ঠৱ বৰ্দ্ধন কৰিছিল।

শৰ্মাদেৱ অসম সাহিত্য সভাৰ ভালেমান উপসমিতিৰ লগতো সক্ৰিয়ভাৱে জড়িত আছিল। তেখেত আছিল সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা সদন অৱৰক্ষণ সমিতিৰ সভাপতি। অসম সাহিত্য সভাৰ ভাষা-শিক্ষা-শ্ৰেণী উপসমিতিতো তেখেত সভাপতি আছিল। অসম সাহিত্য সভাৰ বৃহৎ অসমীয়া অভিধান প্ৰণয়ন সমিতিৰ তেখেত আছিল এগৰাকী বিশিষ্ট সদস্য। অসম সাহিত্য সভাৰ অনুৰোধক্ৰমে ১৯৬৩ চনত শৰ্মাদেৱে কবি বিশাখদত্তৰ সংস্কৃত ৰূপক 'মুদ্ৰাৰাক্ষস' অসমীয়ালৈ নিখুঁত ভাঙনি কৰি প্ৰকাশ কৰায়। নাটকখনত শৰ্মাদেৱে লিখা ভূমিকাটোও অতি মূল্যৱান।

এই শতিকাৰ সত্তৰৰ দশকৰ পৰা অসম সাহিত্য সভাই কেইবাগৰাকী প্ৰাক্তন সভাপতি আৰু বিশিষ্ট সাহিত্যিকৰ জন্ম শতবাৰ্ষিকী উৎসৱ নিয়মীয়াভাৱে পালন কৰি আহিছে। এনেবোৰ শতবাৰ্ষিকী উৎসৱ সাধাৰণতে ব্যক্তিজনৰ জন্ম, কৰ্ম

আৰু মৃত্যু স্থানত বিশেষ সমাৰোহেৰে পালন কৰা হয়। অৱশ্যে সভাৰ কেন্দ্ৰীয় কাৰ্যালয় যোৰহাট আৰু গুৱাহাটী কাৰ্যালয়তো এই উৎসৱ পালন কৰা হৈছে। গুৱাহাটীত জন্ম শতবাৰ্ষিকী উৎসৱ পালিত হোৱা তেনে ব্যক্তি কেইগৰাকীমান হ'ল—চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী আদি। শৰ্মাদেৱ আটাইবোৰ শতবাৰ্ষিকী উৎসৱৰ সমিতিৰ লগত জড়িত আছিল আৰু উৎসৱৰ কৃতকাৰ্যতাৰ কাৰণে সমিতিক দিহা-পৰামৰ্শ দিয়াৰ উপৰিও নিজেও গা-লাগি খাটি দিছিল। শতবাৰ্ষিকীৰ লগতে প্ৰকাশিত কোনো কোনো স্মৃতিগ্ৰন্থত শৰ্মাদেৱৰ প্ৰবন্ধও প্ৰকাশিত হৈছিল। যেনে, ১৯৮০ চনত অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'গিৰিধৰ শৰ্মা' গ্ৰন্থত শৰ্মাদেৱে 'গিৰিধৰ শৰ্মা আৰু ধৰ্মীয় অনুষ্ঠান' শীৰ্ষক এটি মূল্যবান প্ৰবন্ধ লিখিছিল।

অসম সাহিত্য সভাৰ লগতে গুৱাহাটীৰ শাখা সৰিতা সভা আৰু জিলা সভা 'কামৰূপ সাহিত্য পৰিষদ'ৰ লগতো শৰ্মাদেৱৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। সৰিতা সভাৰ জন্ম লগ্নৰ পৰা যে অনুষ্ঠানটোৰ লগত শৰ্মাদেৱৰ নিবিড় সম্পৰ্ক আছিল এই কথা ওপৰত উনুকিওৱা হৈছে। ১৯৫২ চনৰ পৰা শৰ্মাদেৱৰ মৃত্যুৰ দিনলৈকে বিভিন্ন সময়ত শৰ্মাদেৱ সদস্য, উপ-সভাপতি আৰু সভাপতিৰূপে সৰিতা সভাৰ কাম কৰিছিল। সৰিতা সভাৰ বৈঠক বা আলোচনা-চক্ৰ পোন্ধৰ দিন বা কেতিয়াবা এমাহৰ মূৰত বহিছিল—প্ৰথমে উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ উত্তৰ ফালৰ এটা কোঠাত নাইবা এম. চি. এম. ই. স্কুলত। পিছত স্থায়ী সভাপতি কবি ৰঘুনাথ চৌধাৰী অসুস্থ হোৱাত তেখেতৰ বাসভৱনত নিয়মীয়াকৈ বহা হ'ল। কবি চৌধাৰীৰ মৃত্যুৰ পিছত ক্ৰমে অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাদেৱ আৰু হাজৰিকাদেৱৰ বিয়োগৰ অন্তত ৰজনীকান্ত শৰ্মাদেৱ সভাৰ সভাপতি হয়। শৰ্মাদেৱে সৰিতা সভাৰ প্ৰায়বোৰ বৈঠকত উপস্থিত থাকি আৰু আলোচনাত অংশ গ্ৰহণ কৰি একো একোটি জ্ঞানগৰ্ভ বক্তৃতা দিছিল। তদুপৰি সৰিতা সভাই 'বেজবৰুৱা সাহিত্য প্ৰতিভা', 'চৌধাৰী সাহিত্য প্ৰতিভা', 'হাজৰিকা সাহিত্য প্ৰতিভা', 'বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা', 'কৰ্মযোগী গিৰিধৰ শৰ্মা' আদিকৈ ভালেকেইখন গ্ৰন্থ সম্পাদনা আৰু প্ৰকাশ কৰে। সম্পাদনা কাৰ্যত শৰ্মাদেৱে সক্ৰিয় সহযোগ আগবঢ়াইছিল।

১৯৭৫ চনত 'কামৰূপ সাহিত্য পৰিষদ'ৰ পঞ্চম অধিৱেশন মহা আড়ম্বৰেৰে অনুষ্ঠিত হয় হাউলী চহৰত। এই অধিৱেশনৰ সভাপতিৰ আসন অলঙ্কৃত



কৰিছিল অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে। তেখেতে পাঠ কৰা সভাপতিৰ অভিভাষণখনি পাণ্ডিত্যপূৰ্ণ আৰু তথ্যসমৃদ্ধ। অসম সাহিত্য সভা আৰু সৰিতা সভাৰ দৰে কামৰূপ সাহিত্য পৰিষদো ( বৰ্তমান কামৰূপ জিলা সভা ) শৰ্মাদেৱৰ প্ৰাণৰ অনুষ্ঠান আছিল।

আজি শৰ্মাদেৱ আমাৰ মাজত নাই; কিন্তু তেখেতক স্মৰণ কৰাৰ লগে লগে মনলৈ এই ভাবটোও আহে যে তেখেতক অসম সাহিত্য সভাৰ সভাপতিৰূপে বৰণ কৰিব পৰা হ'লে কিমান যে আনন্দৰ কথা হ'লহেঁতেন তাক নক'লেও হ'ব। অনুষ্ঠানটিৰ লগত প্ৰায় ছকুৰি বছৰ নিবিড়ভাৱে জড়িত হৈ থাকিও আৰু সভাপতিৰ প্ৰয়োজনীয় সকলো গুণৰ অধিকাৰী হোৱা সত্বেও তেখেতক সভাপতিৰ পদত অধিষ্ঠিত নকৰাত আমাৰ দৰে বহুতেই আজিও আক্ষেপ কৰে; কিন্তু ব্যক্তিগতভাৱে তেখেত এই আসনৰ বাবে লালায়িত নাছিল। জীৱনত যি মান-সন্মান আপোনা-আপুনি আহে, তাকে গ্ৰহণ কৰি সন্তুষ্ট থকাটোৱে তেখেতৰ জীৱনৰ ধৰ্ম আছিল। সুখ-দুখ আনন্দ-বিষাদ সকলোকে হাঁহি-মুখে গ্ৰহণ কৰাটোৱে আছিল তেখেতৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য। সেইকাৰণে অসম সাহিত্য সভাৰ সভাপতি পদৰ প্ৰাৰ্থীৰ নাম-তালিকাত কেইবাবাৰো তেখেতৰ নামটো ওলাইছিল; কিন্তু গুণীৰ গুণ বুজা মানুহৰ সংখ্যা তাকৰ, সেই কাৰণেই তেখেতে নিৰ্বাচিত নোহোৱাৰ বাবে কোনোদিন আক্ষেপ কৰা নাছিল; কাৰণ তেখেত আছিল এগৰাকী স্থিতপ্ৰজ্ঞ পুৰুষ। অসম সাহিত্য সভাই যি কোনো কামত তেখেতৰ সহায় বিচাৰিলে তেখেতে উদাৰ চিত্তে সহায় আগবঢ়াইছিল। তেখেতৰ মনত কোনো অসন্তুষ্টিৰ ভাব নাছিল। উদাৰচেতাসকলৰ চৰিত্ৰ এনেকুৱাই।

সেইজনা ৰসিক জ্ঞানী তত্বপিপাসু, উদাৰচেতা পণ্ডিতগৰাকীৰ পবিত্ৰ স্মৃতিত আমাৰ সশ্ৰদ্ধ প্ৰণিপাত। জয়তু ৰজনীকান্ত! □

# তীক্ষ্নধী ৰজনীকান্ত দেৱশৰ্মা

**প্ৰমোদচন্দ্ৰ শৰ্মা**

এতিয়াৰ বৰপেটা জিলাৰ সৰ্থেবাৰীৰপৰা পাঁচ মাইলমান দক্ষিণে ব্যাসকুছি গাঁও। এই ব্যাসকুছি গাঁৱৰ নাম জড়িত আছে আমাৰ গুৰুসকলৰ নামৰ লগত। মহাপুৰুষ দামোদৰদেৱৰ প্ৰিয়তম শিষ্য ভাগৱতাচাৰ্য ভট্টদেৱে প্ৰতিষ্ঠা কৰা এই ব্যাসকুছি সত্ৰ আছিল ধৰ্মচৰ্চাৰ এক প্ৰধান কেন্দ্ৰ। সৰ্থেবাৰীৰপৰা গোটেই দক্ষিণাঞ্চল ( ব্যাসকুছিকে ধৰি ) বছৰৰ বেছিভাগ সময় জলমগ্ন আছিল। খেতি-বাতিও বিশেষ নহৈছিল। বাট-পথৰ অভাৱত যাতায়াতো বৰ কষ্টকৰ আছিল। আজিকালিৰ নিচিনা সেই দিনত চলাচল কৰিবলৈ যান-বাহন নথকাত এঠাইৰপৰা আন ঠাইলৈ মানুহে খোজ-কাঢ়ি অহা-যোৱা কৰিব লাগিছিল। নাৱেৰেও চলাচল কৰিছিল। এই ব্যাসকুছি গাঁৱৰে এজন ল'ৰা ১৯২৮ চনত নতুনকৈ প্ৰতিষ্ঠা কৰা বজালী হাইস্কুলত ভৰ্তি হয়। তাৰ আগতে তেওঁ পাটাছাৰকুছি মধ্য ইংৰাজী স্কুলৰপৰা এম. ই. পাছ কৰে। তেওঁক মই দুই বছৰমান সময় স্কুলত পাইছিলোঁ—একে শ্ৰেণীতে পঢ়াৰ সূত্ৰত। এই সময়তে তেওঁৰ লগত মোৰ অন্তৰংগ বন্ধুত্ব গঢ়ি উঠে। এই দুবছৰত ছাত্ৰ হিচাপে ৰজনীকান্ত দেৱশৰ্মাৰ বুদ্ধিমত্তাৰ ওচৰত আমাৰ আন সকলো ছাত্ৰই সেও মানিছিল। তেওঁ অকল এটা বিষয়তে নহয় সকলো বিষয়তে পাৰ্গত আছিল। সেই অনুসৰি পৰীক্ষাত সকলো বিষয়তে শ্ৰেণীত উচ্চতম নম্বৰ পাইছিল।

এটি সৎ ব্ৰাহ্মণৰ পৰিয়ালৰ ল'ৰা ৰজনীকান্ত দেৱশৰ্মা। তেওঁলোকৰ ঘৰুৱা অৱস্থা আমাৰ সাধাৰণ গাঁৱলীয়া মানুহৰ নিচিনাই টনকিয়াল নাছিল। গতিকে তেওঁ পঢ়া-শুনাৰ দায়িত্বও নিজেহে ল'ব লগাত পৰিছিল। ইতিমধ্যে তেওঁ এজন বুদ্ধিমান ছাত্ৰ হিচাপে আমাৰ বজালী অঞ্চলৰ শিক্ষিত সমাজত জনাজাত হৈছিল। সেইবাবেই তেওঁ সকলোৰে মৰম-স্নেহ আৰু সহানুভূতিও পাইছিল। বজালীত তেতিয়া কোনো স্কুলতে ছাত্ৰাবাসৰ ব্যৱস্থা নাছিল। আনফালে ক'ৰবাত ছাত্ৰাবাস থাকিলেও টকা-পইচাৰ অভাৱত ছাত্ৰাবাসত থাকি পঢ়াটো



তেওঁৰ পক্ষে সম্ভৱ নহ'লহেঁতেন। বজালী হাইস্কুলত পঢ়া কেইবছৰ সেই কালৰ খ্যাতিমান শিক্ষক আৰু সমাজসেৱী স্বৰ্গগত সন্তৰাম দেৱচৌধুৰীৰ ঘৰত থাকি পঢ়িছিল। কটন কলেজত পঢ়া চাৰি বছৰ তেওঁ সৰবৰহী বদান্য পুৰুষ কুমুদেশ্বৰ গোস্বামী (নাউ গোসাঁই নামেৰে জনাজাত) মৌজাদাৰৰ উজান বজাৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত থকা ঘৰত থাকি পঢ়িছিল। ১৯৩০ চনত আমি এৰাএৰি হৈছিলোঁ। মই স্বাধীনতা আন্দোলনত যোগ দিওঁ আৰু ৰজনীকান্ত দেৱশৰ্মাই পঢ়াশুনা লৈয়ে ব্যস্ত থাকে।

সুদীৰ্ঘ সাত-আঠ বছৰৰ পিছত কলিকতাৰ 'আৱাহন' আলোচনীৰ কাৰ্যালয়ত আমাৰ আকৌ দেখাদেখি হয়। ইতিমধ্যে তেওঁ বজালী হাইস্কুলৰপৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰে। বজালী হাইস্কুলৰ ইতিহাসত সুখ্যাতিৰে প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা প্ৰথম হ'ল ৰজনীকান্ত দেৱশৰ্মা। তেওঁ তাৰ পিছত আই. এ. আৰু বি. এ. ( সন্মান ছাত্ৰসহ ) পৰীক্ষাত কৃতিত্বেৰে উত্তীৰ্ণ হয়। সেই কালত অসমত এম. এ. পঢ়াৰ কোনো সুযোগ নাছিল। কিন্তু তেওঁৰ উচ্চতৰ শিক্ষা লাভৰ আকাংক্ষাই তেওঁক কলিকতা বিশ্ববিদ্যালয়ত এম. এ. পঢ়াৰ কাৰণে উদ্‌গ্ৰীৱ কৰি তুলিলে। কলিকতাৰপৰা প্ৰকাশিত অসমীয়া মাহেকীয়া আলোচনী "আৱাহন"ৰ সম্পাদক ড° দীননাথ শৰ্মাদেৱে কলিকতালৈ যোৱাৰ পথ সুগম কৰে আৰু এম. এ. শ্ৰেণীত ভৰ্তি হয়। তেওঁৰ বিষয় আছিল সংস্কৃত।

"আৱাহন"ত তেওঁ সহকাৰী সম্পাদক হিচাপে কাম কৰিছিল যদিও সম্পাদনাৰ সমস্ত দায়িত্ব তেওঁৰ ওপৰত আছিল। "আৱাহন" তেতিয়া অসমৰ একমাত্ৰ প্ৰধান মাহেকীয়া আলোচনী আছিল। দেশৰ নাম কৰা লেখক-লেখিকাসকলৰ প্ৰবন্ধ-পাতিৰে "আৱাহন" সুসমৃদ্ধ হৈছিল। এইবাবেই "আৱাহন"খনৰ জনপ্ৰিয়তাও আছিল অপ্ৰতিদ্বন্দ্বী। "আৱাহন"ত থকা কালতে অসমীয়া ভাষাত যে তেওঁৰ কিমান গভীৰ বিদ্যাবত্তা আছে সেইটো প্ৰকাশ পায়। গতিকে সেই সময়ত ড' দীননাথ শৰ্মা অসুস্থ হৈ বিছনাত পৰি আছিল। গতিকে "আৱাহন"ৰ দায়িত্ব সম্পূৰ্ণভাৱে লৈ এম. এ. পঢ়াটো এটা বৰ কঠিন কাম আছিল। তীক্ষ্নধী ৰজনীকান্ত দেৱশৰ্মাৰ মনোযোগ আছিল অননুকৰণীয়। মুখস্থ শক্তি আছিল অতুলনীয়। পঢ়িবলৈ তেওঁ বৰ বেছি সময় নাপাইছিল যদিও মনোযোগ আৰু স্মৃতিশক্তিৰ বলত তেওঁ কৃতিত্বেৰে এম. এ. পৰীক্ষাত উত্তীৰ্ণ হয়।

তাৰ পিছতো তেওঁৰ জীৱনযুদ্ধ চলিয়েই আছিল। কিছুদিন সোণাৰাম স্কুলতো তেওঁ শিক্ষকতা কৰে তাৰ পিছত সন্দিকৈ গাৰ্লচ কলেজ, কটন কলেজিয়েট স্কুল আৰু শেষত কটন কলেজত অধ্যাপনা কৰি এটা সুস্থিৰ জীৱনৰ ফালে আগবাঢ়িবলৈ সুবিধা পাইছিল। শেষত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া আৰু সংস্কৃত বিভাগত অধ্যাপনা কৰি কৃতিত্ব অৰ্জন কৰিছিল।

সত্যনিষ্ঠ, পৰিশ্ৰমী ৰজনীকান্ত দেৱশৰ্মাৰ গোটেই জীৱনটোৱে অনুকৰণীয়। পাণ্ডিত্য আৰু বাক্‌পটুতাৰ কাৰণেই জীৱনত এনেভাৱে জনপ্ৰিয়তা অৰ্জন কৰিছিল যে তেওঁ গোটেই দেশতে জনপ্ৰিয় হৈ পৰিছিল। ৰজনীকান্ত দেৱশৰ্মাৰ জীৱনৰ বৈশিষ্ট্য হ'ল সৰলতা, সত্যনিষ্ঠতা আৰু কৰ্মনিষ্ঠতা। অকল কৰ্মনিষ্ঠতা বুলি ক'লেই ঠিক নহ'ব, 'কৰ্মই জীৱন' এই সত্য বাণী অনুসৰণকাৰী ৰজনীকান্ত দেৱশৰ্মাৰ জীৱন সকলোৰে বাবে স্মৰণীয় আৰু প্ৰেৰণাদায়ক।

গুণী মানুহ বুলিলে প্ৰকৃতাৰ্থত যাক বুজায় ৰজনীকান্ত দেৱশৰ্মা আছিল সেইজন মানুহ। তেওঁ আছিল হিংসা-ঈৰ্ষাৰ উৰ্দ্ধত। অকপট, সৰল, নিষ্ঠাবান আৰু সকলোৰে হিতাকাংক্ষী আছিল বাবেই তেওঁৰ কোনো শত্ৰু নাছিল।

তেওঁ জীৱনত ৰাজনীতি কৰা নাই, কিন্তু আন্তৰিকভাৱে এজন দেশপ্ৰেমিক আছিল। এই দেশপ্ৰেমেই শেষ বয়সত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ ফালে তেওঁক আকৃষ্ট কৰে।

প্ৰতিভাবান সৰ্বজনসমাদৃত ৰজনীকান্ত দেৱশৰ্মা অনন্তগতি প্ৰাপ্ত হ'লেও মানুহ হিচাপে তেওঁৰ সুকৃতি বিদ্বানসকলৰ আদৰণীয় হৈ ৰ'ব। তেওঁৰ অভাৱ দেশৰ পক্ষে এটা অপূৰণীয় ক্ষতি হৈ ৰ'ব। বিশেষকৈ সংস্কৃত সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ স্থান অপূৰণীয়। অসমৰ এই গৰাকী যশস্বী সন্তানৰ উদ্দেশ্যে গভীৰ হৃদয় বেদনা সহ শ্ৰদ্ধাঞ্জলি জনাইছোঁ। □

## বন্ধুবৰ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ

**দণ্ডেশ্বৰ গগৈ**

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ মোৰ এজন অন্যতম অন্তৰঙ্গ বন্ধু; আমি দুয়ো সহপাঠীও। তেখেতৰ লগত মোৰ পৰিচয় প্ৰায় তিনিকুৰি বছৰৰ। ১৯৩২ খ্ৰীষ্টাব্দত আমি মেট্ৰিকুলেশ্বন পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্তি হোৱা তাৰিখৰ পৰাই পৰিচিত; লাহে লাহে আমাৰ বন্ধুত্ব গঢ়ি উঠিছিল। তেখেতৰ লগত মোৰ বন্ধুত্ব গঢ়ি উঠাৰ মূল কাৰণ হ'ল তেখেত ব্যাসকুছি গাঁৱৰ ল'ৰা আৰু ময়ো উত্তৰ লক্ষীমপুৰৰ আহচাউল নামৰ গাঁৱৰ ল'ৰা। আমি উভয়ে সংস্কৃত বিষয়ত ভাল নম্বৰ পোৱা হেতুকে আৰু দুয়ো সংস্কৃত বিষয় লোৱাত আমাৰ পৰিচয় আৰু দৃঢ় হয়। তেখেতে সংস্কৃত বিষয়ত মেট্ৰিকুলেশ্বন পৰীক্ষাত অসমৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ পাইছিল। তৃতীয় বাৰ্ষিক শ্ৰেণীত আমি দুয়ো সংস্কৃত বিষয়ৰ অনাৰ্চ পাঠ্যক্ৰম স্বনামধন্য প্ৰথিতযশা অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়দেৱ প্ৰমুখ্যে অধ্যাপকসকলৰ তত্বাৱধানত অধ্যয়ন কৰিছিলোঁ। তেখেতে কলেজীয়া জীৱনত উজানবজাৰৰ প্ৰখ্যাত নাৱা গোসাঁইৰ ঘৰত থাকি কলেজীয়া শিক্ষা লাভ কৰিছিল আৰু মই ২ নং ছাত্ৰাবাসত আছিলোঁ। তেখেতৰ ঘৰুৱা অৱস্থা টনকিয়াল নাছিল বাবেই নাৱা গোসাঁই ডাঙৰীয়াৰ বদান্যতাৰ আশ্ৰয় ল'বলগীয়া হৈছিল।

বি.এ. পৰীক্ষাত অনাৰ্চসহ সমুত্তীৰ্ণ হৈ স্নাতকোত্তৰ শিক্ষা ল'বলৈ কলিকতা বিশ্ববিদ্যালয়লৈ যাওঁ, তেতিয়া অসমত বিশ্ববিদ্যালয়ৰ জন্মবেদনা আৰম্ভই হোৱা নাছিল। দেৱশৰ্মাদেৱেও সেই একে উদ্দেশ্যে কলিকতা অভিমুখে যাত্ৰা কৰি 'আৱাহন' কাকতৰ সৱৰৱহী সম্পাদক দীননাথ শৰ্মাৰ সাহায্যত আৱাহন কাকতৰ কাৰ্য্যালয়তে থাকিবলৈ লয় আৰু কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত বিষয়ত নাম ভৰ্তি কৰি সাহিত্য শাখাত বিশেষ ব্যুৎপত্তি লাভৰ কাৰণে বহুলভাৱে অধ্যয়ন কৰিবলৈ লয়। সংস্কৃতত অনাৰ্চসহ দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈও মই মোৰ প্ৰিয় বিষয় অৰ্থনীতিৰ এম. এ. শ্ৰেণীত ভৰ্তি হওঁ।

দেৱশৰ্মাদেৱক 'আৱাহন' কাকতৰ সম্পাদক দীননাথ শৰ্মাদেৱে কাকতখনৰ সম্পাদনাৰ প্ৰায় সকলো দায়িত্ব অৰ্পণ কৰিছিল। বহুত কিতাপ-পত্ৰ পঢ়ি কাকতৰ প্ৰবন্ধ আৰু অন্যান্য বিষয়বোৰ অতি নিৰাবিকৈ সম্পাদনা কৰাৰ উপৰিও তেখেতে নিজেও কিছুমান প্ৰবন্ধ, চুটিগল্প আৰু সংবাদ সংযোজনা কৰিছিল। বিশেষকৈ তেখেতে লেখাবোৰৰ ভাষাটো নিভাঁজ অসমীয়া ৰীতিত সজাই তুলিছিল। ইয়াতেই তেখেতৰ ভৱিষ্যত জীৱনৰ প্ৰস্তুতি আৰম্ভ হৈছিল। সেই কালছোৱাত মোকো সেই সময়ৰ সমসাময়িক ঘটনাৰ বিষয়ে আৰু আন্তৰ্জাতিক ক্ষেত্ৰত ঘটি থকা অৰ্থনৈতিক-ৰাজনৈতিক ঘটনা প্ৰবাহৰ সম্বন্ধে লিখিবলৈ দেৱশৰ্মাদেৱে অনুৰোধ কৰাত কিছু প্ৰবন্ধ লিখি 'আৱাহন'ত প্ৰকাশ কৰিবলৈ দিছিলোঁ। শৰ্মাদেৱে দৰাচলতে এগৰাকী সুদক্ষ সম্পাদকৰ লাগতিয়াল সকলো গুণ তেতিয়াই আহৰণ কৰিছিল আৰু সৃষ্টিধৰ্মী সাহিত্যিক জীৱনৰ পাতনিও মেলিছিল। কলিকতাত থকাৰ সময়ত এ. এছ. এল. ক্লাবৰ তৎপৰতাত সভা-সমিতি অনুষ্ঠিত হৈছিল। এনেকুৱা সভা-সমিতিৰ প্ৰসঙ্গতে আমি দুয়ো ড' সৰ্বপল্লী ৰাধাকৃষ্ণণ মহোদয়ক লগ ধৰিবলৈ ইম্পেৰিয়েল হোটেললৈ গৈছিলোঁ ; তেখেত তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ মুৰব্বী অধ্যাপক আছিল। তেখেতক লগ পাই আমি অত্যন্ত আনন্দিত হৈছিলোঁ।

এম. এ. পৰীক্ষাত সমুত্তীৰ্ণ হৈ মই সুৰমা উপত্যকাৰ ( বৰ্তমান বাংলাদেশৰ ভিতৰত ) মুৰাৰিচাঁদ কলেজত লেক্‌চাৰৰৰূপে যোগদান কৰোঁ। তেতিয়াৰ অসমত কটন কলেজ আৰু মুৰাৰিচাঁদ কলেজ—এই দুখনেই চৰকাৰী কলেজ আছিল। ১৯৪৭ খ্ৰীষ্টাব্দত ভাৰত দ্বিধা বিভক্ত হোৱাত মুৰাৰিচাঁদ কলেজ পাকিস্থানত পৰিল আৰু কটন কলেজ ভাৰততে থাকিল। শৰ্মাদেৱেও এম. এ. পৰীক্ষা পাছ কৰি ছেগা-চোৰোকাকৈ সন্দিকৈ গাৰ্লচ কলেজ, কটন কলেজিয়েট স্কুল আদিত কাম কৰি কটন কলেজত নিগাজীকৈ সংস্কৃত বিভাগত লেক্‌চাৰৰ পদত যোগদান কৰি পিছত মুৰব্বী অধ্যাপকৰূপে প্ৰবীণ শিক্ষকৰূপে খ্যাতি লাভ কৰে। কটন কলেজত যোগদান কৰাৰ সময়ত তেখেতে ছিলঙৰ চেইণ্ট এডমাণ্ডছ কলেজত বি টি. পঢ়ি আছিল, কটন কলেজত নিযুক্তি পাই বি. টি. পাঠ্যক্ৰম আধৰুৱা কৰিয়েই গুচি আহিছিল। ইতিমধ্যে ময়ো কটন কলেজলৈ বদলি হৈ আহোঁ।

কটন কলেজলৈ অহাৰ পিছত আমাৰ বন্ধুত্ব পুনৰ গাঢ় হৈ পৰে। এনেতে কটন কলেজৰ ৰূপালী জয়ন্তী উদ্‌যাপনৰ যো-জা কৰা হয় ; আমি দুয়োজনে



ৰূপালী জয়ন্তীৰ নানা বিষয়ৰ দায়িত্বপূৰ্ণ কাম একেলগে কৰোঁ। এই কামত তেখেতে সুশৃঙ্খলভাৱে কাৰ্য পৰিচালনা কৰাৰ দক্ষতা দেখুৱাইছিল।

কটন কলেজৰ অধ্যাপনাৰ কাম এৰি মই ইন্সপেক্টৰ অৱ স্কুলছ পদত যোগদান কৰিবলগীয়া হয় আৰু পিছত মাধ্যমিক শিক্ষা ব'ৰ্ডৰ সচিব আৰু অধ্যক্ষৰ বাব ল'বলগীয়া হয়। এই সকলোবোৰ কৰ্মক্ষেত্ৰতে শৰ্মাদেৱৰপৰা নানা সজ পৰামৰ্শ আৰু সহায় ল'বলগীয়া হৈছিল। বিশেষকৈ মাধ্যমিক শিক্ষা ব'ৰ্ডৰ সংস্কৃত পাঠ্যক্ৰম, পাঠ্যপুথি ৰচনা আৰু অন্যান্য গোপনীয় কামত তেখেতৰ অকুণ্ঠ সহযোগিতা লাভ কৰিছিলোঁ। এই কামবোৰত তেখেতৰ পাণ্ডিত্যৰ গভীৰতা মই ৰৰকৈ অনুভৱ কৰিছিলোঁ।

১৯৪৮ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাত মই জনামতে উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈ মহাশয়ে তেখেতৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ পৰিচয় পাই বৰ বিশ্বাস ৰাখিছিল। অসমৰ বাহিৰত অনুষ্ঠিত সৰ্বভাৰতীয় সংস্কৃত সন্মিলনলৈ তেখেতে শৰ্মাদেৱক পঠাইছিল আৰু পৰীক্ষা সংক্ৰান্তীয় কামত নিয়োজিত কৰিছিল।

সাহিত্য-সংস্কৃতি তথা আধ্যাত্মিক ক্ষেত্ৰত অতুলনীয় দান আগবঢ়াই সকলোৰেপৰা দেৱশৰ্মাদেৱে অশেষ সন্মান লাভ কৰিছিল। কটন কলেজৰপৰা অৱসৰ লোৱাৰ সময় উপস্থিত হওঁতেই গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতক এজন কৃতী শিক্ষক বুলি স্বীকৃতি দি অসমীয়া বিভাগত নিযুক্তি দি যোগ্যজনক যোগ্য সন্মান যাচিছিল। তেখেতে সংস্কৃত বিভাগতো অতিথি-অধ্যাপকৰূপে যোগদান কৰি ছাত্ৰ-ছাত্ৰীসকলৰ বিশেষ উপকাৰ সাধন কৰিছিল। প্ৰায় একে সময়তে মই বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ সচিবৰূপে কাম কৰিছিলোঁ।

দেৱশৰ্মাদেৱৰ গীতা-ভাগৱত আদিৰ সাৱলীল ব্যাখ্যাত সকলো শ্ৰোতা মোহিত হৈছিল আৰু সভা-সমিতিত তেখেতৰ হাস্যৰসময় ভাষণ শুনিবলৈ সকলো উদ্‌গ্ৰীৱ হৈ আছিল।

দেৱশৰ্মাদেৱে এটি নৈষ্ঠিক অনাড়ম্বৰ জীৱন নিৰ্বাহ কৰিছিল আৰু পাৰিবাৰিক জীৱনত সুখ লাভ কৰিব পাৰিছিল। তেখেতে অশেষ কষ্টেৰে উপাৰ্জন কৰা ধনেৰে এটি সুন্দৰ বাসভৱন সাজি পৰিয়ালৰ বাবে দিব পৰাত নিজে সন্তুষ্টি প্ৰকাশ কৰিছিল। বৈষয়িক দিশৰ প্ৰতি তেখেতৰ আকৰ্ষণ কম ; দৰাচলতে তেখেতে একাধাৰে এজন কৃতী শিক্ষক, কৃতবিদ্য পণ্ডিত আৰু ভাষাবিদ তথা আধ্যাত্মিক বলেৰে বলীয়ান এজন মহৎ পুৰুষ স্বৰূপে চিনাকি

দিব পাৰিছিল। নিজ চেষ্টাৰে আত্মপ্ৰতিষ্ঠাত সফল হোৱা দৃষ্টান্ত তেখেতৰ জীৱনত বিদ্যমান। দেশৰ উঠি অহা যুৱকসকলে তেখেতৰ জীৱনৰ আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হ'ব পাৰে।

অধ্যাপক দেৱশৰ্মাদেৱৰ প্ৰবন্ধ-পাতি যথাযথভাৱে সংগ্ৰহ কৰি গ্ৰন্থাকাৰে প্ৰকাশ কৰিলে অসমীয়া জাতিৰ পৰম উপকাৰ সাধিত হ'ব আৰু তেখেতৰ ৰচনাৰাশিয়ে সকলোকে উদ্বুদ্ধ কৰিব যে ই নিশ্চিত। দেৱশৰ্মাদেৱৰ আত্মাই চিৰশান্তি লাভ কৰক। এই সামান্য স্মৃতি ৰোমন্থনেৰে বন্ধুবৰ দেৱশৰ্মাদেৱলৈ সামান্য শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ। □

# পণ্ডিতপ্ৰৱৰ আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ব্যক্তিত্বৰ স্মৃতি

**ৰজনীকান্ত চক্ৰবৰ্ত্তী**

আচাৰ্য শৰ্মাদেৱৰ মৃত্যুৰ পিছদিনা হঠাৎ খ্যাতনামা নাট্যকাৰ লক্ষ্যধৰ চৌধুৰীদেৱৰ লগত মোৰ দেখা হয়। তেখেতে ক'লে, "এজন জনা মানুহ গ'ল দিয়ক। দুই-একে কয়, মানুহজনক মূল্য নিদিলে, কিয় মূল্য নিদিলে? মূল্যবোধ থকাজনে মূল্য দিছে।" মৃত্যুৰ অলপদিন আগত শৰ্মাদেৱক লগ নেপাই ওচৰতে অৱসৰপ্ৰাপ্ত ন্যায়াধীশ বন্ধু ভোলানাথ শৰ্মাৰ ঘৰলৈ গ'লোঁ। তেখেতক ক'লোঁ, "ৰজনী শৰ্মাক লগ ধৰা বৰ সহজ নহয়, তেখেতৰ প্ৰায়ে সভা-সমিতি থাকে।" শৰ্মাই ক'লে, "এৰা, শৰ্মাৰ পিছত গুৱাহাটীত এটা 'ভেকুৱাম' হ'ব।" নগৰৰ দুজন বিশিষ্ট বিজ্ঞ নাগৰিকৰ উক্ত মন্তব্যই শৰ্মাদেৱৰ জীৱনৰ এটা সুস্পষ্ট চিত্ৰ মনলৈ আনে।

শৰ্মাদেৱৰ জন্ম হৈছিল কামৰূপ জিলাৰ (বৰ্তমান বৰপেটা জিলাৰ) অন্তৰ্গত ব্যাসকুছি সত্ৰত। পিছত তেখেতৰ পৰিয়ালটো বানপানীৰ কাৰণে ব্যাসকুছিৰ পৰা পাটাচাৰকুছিলৈ উঠি আহে। উচ্চ শিক্ষা দিবলৈ শৰ্মাদেৱৰ পৰিয়ালৰ সামৰ্থ্য নাছিল, হিতৈষী লোকৰ সহায় নহ'লে তেখেতৰ গুৱাহাটী আৰু কলিকতাত ক্ৰমে বি. এ. বা এম. এ. পঢ়া সম্ভৱ নহ'লহেঁতেন। এম. এ. পাচ কৰাৰ পিছত সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত অধ্যাপক আৰু তাৰ পিছতেই কটন কলেজিয়েট স্কুলত শিক্ষক নিযুক্ত হয় আৰু তাৰপৰা চিলঙত বি. টি. পঢ়িবলৈ যায়। বি. টি. পঢ়ি থকা অৱস্থাতেই ১৯৪৫ চনত কটন কলেজৰ সংস্কৃত বিভাগৰ প্ৰবক্তা পদত নিযুক্তি পায়।

১৯৪৬ চনত কটন কলেজৰ গণিত বিভাগত মোৰ নিযুক্তি হৈছিল। তেতিয়াৰেপৰা প্ৰায় অৰ্ধশতাব্দী কাল মই শৰ্মাদেৱৰ সহযাত্ৰী আছিলোঁ। তিনি দশক কটন কলেজত আৰু অৱসৰৰ পিছত মৃত্যুলৈকে প্ৰায় কুৰিটা বছৰ তেখেতৰ মই অবিৰত সংগী। কটন কলেজত আন এজন ইংৰাজী সাহিত্যৰ

কৃতী অধ্যাপক স্বৰ্গীয় তাৰিণীকান্ত ভট্টাচাৰ্যও আমাৰ লগ আছিল। ক্লাচৰ পিছত বা মাজৰ অৱকাশত আমি তিনিয়ো কমনৰুমত মাজে-সময়ে গোট খাইছিলোঁ। তেতিয়া শৰ্মাই আমাৰ গল্পবোৰৰ আঁত ধৰিছিল। তেখেতে সংস্কৃত কাব্যৰ ৰসমধুৰ উদ্ধৃতিৰে গল্পবোৰ অতি ৰসাল কৰি তুলিছিল। কেৱল ৰসালেই নহয়, গল্পবোৰ আছিল সাৰগৰ্ভ। এতিয়াও দুই-এজন প্ৰাক্তন ছাত্ৰই কয় যে শৰ্মাৰ গল্প শুনিবলৈকে তেওঁলোকে ৰুমত বহিছিল। গল্পৰ সূচনা হয় আমাৰে এজনৰ বা আন কোনো লোকৰ কথাৰে। কেতিয়াবা ভট্টাচাৰ্যক মনোমুগ্ধকৰ মিচিকিয়া হাঁহিৰে শৰ্মাদেৱে সোধে, "আপুনি কাৰ কাৰ Biography লিখিব খুজিছিল?" ভট্টই খোলা হাঁহিৰে দুই-এজনৰ কথা কয়। চাকৰি বিচৰা সময়ত দুই-এজন মন্ত্ৰীক লগ ধৰি ভট্টই তেওঁলোকৰ Biography লিখাৰ ইচ্ছা প্ৰকাশ কৰিছিল। এই কথা কেতিয়াবা তেখেতে নিজেই কৈছিল। ভট্টই মোকো উপদেশ দিছিল মন্ত্ৰীক কেনেকৈ দেখা কৰিব লাগে। তেখেতে কোৱামতে সাক্ষাতৰ প্ৰথম দিনা ক'ব লাগে, "Sir, I have come to pay my respects" তেখেতৰ মতে প্ৰথমে চাকৰিৰ কথা ক'ব নালাগে। এনে ধৰণৰ দুই-এটা কথাৰ দ্বাৰা আন বহুত গল্পৰ সূত্ৰপাত হয়।

এদিন কমনৰুমত মোক এজনে সুধিলে, "চক্ৰবৰ্তী কি কৰি আছে?" মই ক'লোঁ, "ক্লাচ আছে, এটা অংক কৰিছোঁ।" শৰ্মাদেৱে ঘপকৰে মন্তব্য দিলে, "চক্ৰবৰ্তীৰ প্ৰত্যেকটো অংকই পইচা।" তেখেতে আৰু ক'লে, "Each drop of a poor man's tear is converted into coins in Birla's house. So each sum of Chakrabarty's has money value." মই তেখেতক ক'লোঁ, "শৰ্মা, ইংৰাজী সাহিত্যত rhetoricৰ সংজ্ঞানুযায়ী আপোনাৰ উক্তি hyperbole, সংস্কৃত কাব্যৰ অনুৰূপ সংজ্ঞাটো কি?"

আন এটা গল্প। শৰ্মাদেৱক ক'লোঁ, "অংকৰ কিতাপ লিখা সহজ নহয়, বিশেষকৈ ছপা কিতাপৰ ভুল শুধৰণি কৰা।" তেতিয়া শৰ্মাই ক'লে, "মূৰ্খৰ আঠটা লক্ষণ। লিখনাভাৱঃ, লিখনস্য শোধনাভাৱঃ, শ্বশুৰগৃহেৱাসঃ··· ।" এই তিনিটাহে এতিয়া মোৰ মনত পৰিছে। পিছত এদিন প্ৰসঙ্গক্ৰমে কমনৰুমত এই উক্তিটো কওঁতে এজনে প্ৰশ্ন কৰিলে, "শহুৰৰ ঘৰত থাকিলে মানুহ মূৰ্খ হয় নেকি?" অলপ দিন থাকিলে মূৰ্খ নহয় বুলি কৈ মই তাৰাতাৰি ক্লাচলৈ গ'লোঁ। পিছত জানিলোঁ প্ৰশ্নকৰ্তা সেই সময়ত শহুৰেকৰ ঘৰত আছিল;

আন এটা গল্পৰ কথা মনত পৰিছে। কথা প্ৰসঙ্গত মই ক'বলৈ আৰম্ভ কৰিছিলোঁ, কিছাৰী ডিপাৰ্টমেণ্টত যিমান চাকৰি কৰা মানুহ আছে···।" শৰ্মাদেৱ কামত ব্যস্ত আছিল, তলমূৰ হৈ থকা অৱস্থাতেই, তেখেতে 'সিমান মাছ নাই' বুলি কৈ মোৰ বাক্যটো সম্পূৰ্ণ কৰি কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰাকৈ কাম কৰি থাকিল।



মৃত্যুৰ সময়লৈকে শৰ্মাদেৱ আছিল জ্ঞান-যজ্ঞৰ পুৰোহিত। নগৰৰ হৰি—সভাত প্ৰত্যেক ৰবিবাৰে ভাগৱত, গীতা, ৰামায়ণ, মহাভাৰত আদি অমূল্য গ্ৰন্থবোৰ তেখেতে একেৰাহে প্ৰায় পঁচিশ বছৰ ব্যাখ্যা কৰি শুনাইছিল। এজন ভদ্ৰলোকৰ ঘৰত পিতৃশ্ৰাদ্ধত এক অধ্যায় গীতাপাঠ কৰিছিল প্ৰতি বছৰে। অষ্টাদশ বছৰত অষ্টাদশ অধ্যায় পঢ়িছিল সেই ঘৰতে মৃত্যুৰ তিনি চাৰিমাহ পূৰ্বে। উজান বজাৰৰ বাৰোৱাৰী নামঘৰতো আবেলি পাঁচ-ছয়মান বজাত ভাগৱত, মহাভাৰত, গীতা আদি পাঠ পঢ়িছিল প্ৰত্যেক শনিবাৰে। মাহৰ দ্বিতীয় শনিবাৰে এঘৰত উপনিষদ ব্যাখ্যা কৰিছিল আৰু বিভিন্ন অনুষ্ঠানৰপৰা প্ৰায় সদায় গীতাপাঠৰ নিমন্ত্ৰণ পাইছিল। শাস্ত্ৰ অধ্যয়ন শৰ্মাদেৱৰ এটা অৰ্থকৰী বৃত্তি নাছিল। জ্ঞাননিষ্ঠা আৰু জ্ঞানাভিলাষেই আছিল অধ্যয়নৰ প্ৰেৰণা। এই অধ্যয়ন আছিল সম্পূৰ্ণ নিষ্কাম কৰ্ম।

শৰ্মাদেৱৰ সৈতে মোৰ এদিনৰ সাক্ষাৎ স্মৃতিপটত সদায় স্পষ্ট হৈ থাকিব। অন্য দিনৰ দৰে সিদিনাও মই তেখেতক অতি স্বাভাৱিক অৱস্থাতে পাইছিলোঁ। ঘৰত মানুহৰ সমাগম দেখিলোঁ, মানুহবোৰ আহিছে-গৈছে। বহাৰ অলপ পিছতে তেখেতে মোক ক'লে, "চক্ৰৱৰ্তী, যোৱা ৰাতি হঠাৎ মোৰ সৰু ছোৱালী-জনী ঢুকাল।" উদ্বেগহীন তেখেতৰ এই কথাত মই স্তব্ধ হৈ গ'লোঁ। তেখেতে আৰু ক'লে, "সদায় গীতা, ভাগৱত অধ্যয়ন কৰি থকাৰ কাৰণে বোধ হয় মৃত্যু শোকেও মোক বিচলিত কৰা নাই। পৰিবাৰৰে অৱস্থা ভাল নহয়, তেওঁ শাস্ত্বনাৰ অতীত হৈ পৰিছে।" ভগৱান শ্ৰীকৃষ্ণই গীতাত অৰ্জুনক কৈছে—

অশোচ্যানন্বশোচস্ত্বং প্ৰজ্ঞাবাদাংশ্চ ভাষসে।
গতাসূনগতাসূংশ্চ নানুশোচন্তি পণ্ডিতাঃ॥ (গী. ২/১১)

[যিবোৰৰ কাৰণে শোক কৰা উচিত নহয়, সেইবোৰৰ কাৰণে তুমি শোক কৰিছা, অথচ পণ্ডিতৰ নিচিনা কথাও কৈছা। পণ্ডিতসকলে মৃত বা জীৱিত কাৰো কাৰণে শোক নকৰে।]

আকৌ কৈছে ঃ—

যঃ সৰ্ব্ৰত্ৰানভিস্নেহস্তত্তৎ প্ৰাপ্য শুভাশুভম্।

নাভিনন্দতি ন দ্বেষ্টি তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা। (গী. ২/৫৭)

[ যি সকলো বিষয়ে মমতা শূন্য আৰু প্ৰিয় বা অপ্ৰিয় বিষয় উপস্থিত হ'লেও আনন্দিত বা দুঃখিত নহয়, তেওঁৰ প্ৰজ্ঞা প্ৰতিষ্ঠিত হৈছে অৰ্থাৎ তেওঁ স্থিতপ্ৰজ্ঞ হৈছে।]

সঁচাকৈয়ে শৰ্মাদেৱ আছিল গীতানুমোদিত পণ্ডিত আৰু স্থিতপ্ৰজ্ঞ পুৰুষ।

শৰ্মাদেৱ প্ৰসিদ্ধ বক্তা আছিল। তেখেতৰ বক্তৃতাৰ প্ৰশংসা শ্ৰোতাসকলৰ মুখে শুনিছিলোঁ। তেখেতে বক্তৃতা দিয়া সভা-সমিতিবোৰত মই নিজে বৰকৈ উপস্থিত নাছিলোঁ। কিন্তু কিছুমান বক্তৃতাৰ সাৰাংশ ঘৰত তেখেতৰ মুখৰ পৰাই শুনিছিলোঁ। যেতিয়াই তেখেতক দেখা কৰোঁ, কোনো সভা-সমিতিলৈ গৈছিল নেকি সোধোঁ। কোন ঠাইলৈ গৈছিল, কি খালে, কি বক্তৃতা দিলে, সংক্ষেপে মোক কৈছিল। এদিন মোক ক'লে, "চক্ৰৱৰ্তী, এইবাৰ ৰামদিয়ালৈ গৈছিলোঁ, ভাল দৈ খুৱালে, দৈ খোৱা সময়ত আপোনাক মনত পৰিছিল।" মই তেখেতক কলোঁ, "ভাল দৈ থকা ঠাইত নিমন্ত্ৰণ থাকিলে মোকো লৈ যাব।" দুই-এখন সভাত মই তেখেতৰ লগত বক্তৃতা দিছিলোঁ। তেখেত শ্ৰোতা হৈ বহি থাকিলে মোৰ বক্তৃতা মোৰ নিজৰে ভাল নালাগে।

মৃত্যুৰ বছৰত দুটা বক্তৃতাৰ এটা মই নিজে আৰু আনটোৰ কথা তেখেতৰ মুখে ঘৰত শুনিছিলোঁ। গুৱাহাটী থিয়চফিকেল ফেদাৰেচনৰ বাৰ্ষিক অধিৱেশনত শৰ্মাদেৱ নিৰ্দিষ্ট বক্তা আছিল। শ্ৰোতাসকলৰ বেছিভাগেই অৱসৰপ্ৰাপ্ত বিদ্বান্ লোক আছিল। প্ৰায় এঘণ্টা বক্তৃতা দিয়াৰ পিছত বহুত সময় কোৱা হ'ল বুলি বক্তাই নিজে ক'লে। শ্ৰোতাসকলে ক'বই নোৱাৰে যে তেওঁলোকে প্ৰায় এঘণ্টা বক্তৃতা শুনিছে।

দ্বিতীয় বক্তৃতাৰ কথা তেখেতে নিজে মোক কৈছিল: "চক্ৰৱৰ্তী, মেডিকেল কলেজত মোৰ চিকিৎসাৰ অসুবিধা নহ'ব। মই তাত মানসিক ৰোগৰ চিকিৎসাবিদ্‌সকলৰ সমাৰোহত ভাৰতীয় দৰ্শনৰ মনস্তত্ত্ব সম্বন্ধে এটা বক্তৃতা দিছিলোঁ।" কোনো লিখিত টোকা নোলোৱাকৈ তেখেতে সৰু ছোৱালীজনীৰ মৃত্যুৰ চাৰিদিনমান পিছতেই ইংৰাজীতে বক্তৃতা দিছিল আৰু সাৰাংশ মোক কৈছিল। বক্তৃতাৰ পিছত এজন অসমৰ বাহিৰৰ মানসিক ৰোগৰ চিকিৎসকে তেখেতক প্ৰণাম কৰি ক'লে, "Sir, your brand of scholars is rare today." সেই চিকিৎসকজনৰ পৰা এখন appreciation letter পোৱাৰ দিনাখনেই মোক বক্তৃতাটোৰ কথা কৈছিল। শৰ্মাদেৱে অসমীয়া, ইংৰাজী আৰু সহজ সংস্কৃতত 'ক্ত' প্ৰত্যয় বিহীনকৈ বক্তৃতা দিব পাৰিছিল।* বক্তৃতাৰ Tape record কৰা হ'লে একোটা সুন্দৰ প্ৰবন্ধ হ'লহেঁতেন। অধ্যয়ন, অধ্যাপনা আৰু বাগ্মিতা আছিল শৰ্মাদেৱৰ বাক্-তপস্যাৰূপ। গীতাত কৈছে:—



অনুদ্বেগকৰং বাক্যং সত্যং প্ৰিয়হিতঞ্চ যৎ।

স্বাধ্যায়াভ্যসনঞ্চৈৱ বাঙ্ময়ংতপ উচ্যতে॥ (গী. ১৭/১৫)

[ অনুদ্বেগকৰ সত্যপ্ৰিয় আৰু হিতকৰ বাক্য আৰু বেদাদি শাস্ত্ৰ পাঠক বাঙ্ময় তপস্যা বোলে।]

উল্লিখিত কথাষাৰ শৰ্মাদেৱৰ জীৱনত ভালদৰে ৰজিতা খায়। শৰ্মাদেৱৰ আৰু মোৰ নাম একে হোৱা বাবে অনেক সময়ত ভ্ৰমৰঙ্গমূলক ঘটনা (comedy of errors) হৈছিল। কলেজত থাকোঁতে মোৰ পেশ্লিপ্ (payslip) তেখেতে পাইছিল। কেতিয়াবা মোক বিচাৰি মানুহ তেখেতৰ ঘৰলৈ গৈছিল। এবাৰ আয়কৰ বিভাগে লেখ ব'ডত থকা শৰ্মাদেৱৰ ঘৰটো মোৰ ঘৰ বুলি ধৰি লৈ সজা খৰচ কিমান মোক সুধিছিল। মোক সংস্কৃতৰ শিক্ষক বুলিহে বহুতে ভাবিছিল। গণিতৰ ছাত্ৰ এজনে এবাৰ মোক সুধিছিল সংস্কৃত আৰু গণিতৰ কোনটোৰ এম. এ. আগেয়ে পাচ কৰিছিলোঁ। অৱসৰৰ বহু বছৰ পিছত এটা ভাল ৰগৰ হৈছিল। এদিন ৰাতিপুৱা কেইজনমান ভদ্ৰলোক মোৰ ঘৰত উপস্থিত। তেওঁলোকে ক'লে, "ছাৰ এইবাৰ আপুনি যাবই লাগিব মহাপুৰুশৰ জন্মোৎসৱত। যোৱাবাৰ আমি আপোনাক নাপালোঁ। উপায় নাপাই ক'লোঁ, "অসুবিধা অলপ আছে, তথাপি মই যাম। কিন্তু মোৰ এজন বন্ধুক আপোনালোকে নিমন্ত্ৰণ কৰিব লাগিব। তেখেতৰ আৰু মোৰ নাম একে, তেওঁ থাকে উজান বজাৰ লেখ ব'ডত।" কুৰি শতিকাৰ এজন শ্ৰেষ্ঠ দাৰ্শনিক আৰু নবেল পুৰস্কাৰপ্ৰাপ্ত গণিতবিদৰ আন এজন দূৰবৰ্তী সাধাৰণ লোকৰ একে নামৰ অসুবিধা দূৰ কৰিবলৈ ৰাতৰি কাকতত এটা স্পষ্টীকৰণ একেটা বাক্যত দিয়া হৈছিল, "Neither of us is the other." আমি এনে কোনো স্পষ্টীকৰণ ৰাতৰি কাকতত প্ৰকাশ কৰাৰ আৱশ্যকতাবোধ নকৰিলোঁ।

শৰ্মাদেৱৰ অপৰিসীম কৰ্মশক্তি আছিল। জীৱনযাত্ৰাৰ বাবে আৱশ্যকীয় শাৰীৰিক শ্ৰমসাধ্য সকলো কাম নিজে কৰিছিল। বিদ্যাভাৰতীৰ প্ৰাদেশিক,

* কেৱল 'ক্ত' প্ৰত্যয়ান্ত শব্দ সংযোগ কৰিও সংস্কৃত ক'ব আৰু লিখিব পাৰি, কিন্তু তেনে শব্দত উচ্চমানবিশিষ্ট লিখকে নিলিখে বুলি এটা প্ৰবাদ আছে।

শাখা অসম শিক্ষা পৰিষদৰ তেখেত প্ৰতিষ্ঠাপক সভাপতি আছিল। তেখেতেই মোক সেই পৰিষদৰ সভ্য কৰিছিল। পৰিষদৰ সভাত সদায় পৰিষ্কাৰ ইষ্ট্ৰি কৰা কাপোৰ পিন্ধি আহে। তেখেতৰ লগত মোৰ পৰিধেয় ৰিজাই সভাত থকা সময়খিনি অস্বস্তিৰে কটাওঁ। এদিন মই তেখেতক সুধিলোঁ, "শৰ্মা আপুনি সদায় ইমান পৰিষ্কাৰ আৰু ইমান ভালকৈ ইষ্ট্ৰি কৰা কাপোৰ কেনেকৈ পিন্ধে ?" তেখেতে ক'লে যে তেখেতৰ পোন্ধৰখনমান ধুতি আছে আৰু ভালেকেইটা পাঞ্জাবী চাৰ্ট আছে। সেইবোৰ তেখেতে ধুই ইষ্ট্ৰি কৰি থয়। সেই কাৰণে তেখেতে সদায় ধোৱা আৰু ইষ্ট্ৰি কৰা কাপোৰ পিন্ধিব পাৰে। এদিন মই তেখেতক সুধিলোঁ যে খদ্দৰৰ গধুৰ ধুতিবোৰ এই বয়সত কেনেকৈ ধোৱে। তেখেতে ক'লে যে তেনে ধুতিবোৰ টাঙোনেৰে কোবাই কোবাই ধুলে বেছি ভাগৰ নালাগে। সেই কৌশলত কিছু অভ্যাসৰ বলত কৰা সুবিধা থাকিলেও মই বৰ সন্তোষজনক যেন নাপালোঁ। এদিন মই গৰমৰ দিনত দুপৰীয়া ১১মান বজাত তেখেতৰ ঘৰলৈ গৈ দেখিলোঁ শৰ্মাদেৱ ঘৰৰ ছাদৰপৰা নামি আহিছে হাতত শুকান কাপোৰ লৈ। কাপোৰ কিয় আনিছে সোধাত ক'লে যে ৰ'দত বেছি সময় থাকিলে কাপোৰৰ সূতাবোৰ (fibre) মৰমৰীয়া হয় আৰু কাপোৰৰ আয়ু কমে। এই কথাৰ বিষয়ে মই আৰু কোনো অভিমত (comment) প্ৰকাশ কৰিব নোৱাৰিলোঁ।

শৰ্মাদেৱে তামোল বেছিকৈ খাইছিল। তেখেতে কেইজোপামান ভাল পাণ-তামোল আৰু নাৰিকল ৰুইছিল। মই এদিন সুধিলোঁ, "পাণ আৰু তামোল, নাৰিকল ইমান ভাল কেনেকৈ হ'ল।" তেখেতে পাণ-তামোল, নাৰিকল কেনেকৈ ৰুব লাগে আৰু যত্ন কৰিব লাগে মোক শিকালে। তেখেতৰ দিহামতে মই পাণ-তামোল-নাৰিকলৰ খেতিত যথেষ্ট উন্নতি কৰিছোঁ।

শৰ্মাদেৱৰ দৈনন্দিন ঘৰুৱা কামবোৰ আৰু তেখেতৰ মনস্তত্ত্বৰ বিষয়ে দিয়া বক্তৃতা, গীতা-ভাগৱতৰ ব্যাখ্যা একেলগ কৰিলে শ্বেলীৰ (Shelly)ৰ স্কাইলাৰ্ক (Skylark) কবিতাৰ 'true to the kindred points of heaven and earth' শাৰীটো সততে মোৰ মনত পৰে।

মহামনস্বী বাৰ্তাও ৰাছেলে কৈছে : "The wise man should wish to die while still at work...."

ৰাছেলে কোৱাৰদৰে শৰ্মাদেৱে কাম কৰিয়ে শেষ নিশ্বাস ত্যাগ কৰিছিল। মৃত্যুৰ তিনিদিন আগেয়ে ৰাতিপুৱা দহমান বজাত তেখেতৰ ঘৰলৈ গৈ শৰ্মা



আছে নে বুলি সুধিলোঁ। অলপ পিছতে তেখেত গা-ধুবলৈ পঢ়া কোঠাৰপৰা ওলাই থিয়ই থিয়ই মোক ক'লে, 'চক্ৰৱৰ্তী, আজি মোৰ অলপো সময় নাই, পলমেই হ'ল, সংস্কৃত বোৰ্ডলৈ নগ'লে নহয়।"

মই অলপ হাঁহিৰে তৎক্ষণাৎ খোজ ল'লোঁ। তেখেতৰ পৰিবাৰ ওচৰতে থিয় হৈ আছিল। মোক এইদৰে বিদায় দিয়াত তেখেতে বোধহয় বৰ ভাল নাপালে।

কৰ্মই আছিল শৰ্মাদেৱৰ কৰ্মফল। কৰ্মই আছিল তেখেতৰ জীৱন। গীতাত কৈছে :

যস্ত্বিন্দ্ৰিয়াণি মনসা নিয়ম্যাৰভতেঽৰ্জুন।
কৰ্মেন্দ্ৰিয়ৈঃ কৰ্মযোগমসক্তঃ স বিশিষ্যতে ॥ (গী. ৩/৭)

[ (জ্ঞানী কৰ্মানুষ্ঠানকাৰী ব্যক্তিয়েই শ্ৰেষ্ঠ, সেই কাৰণে কৈছে—) হে অৰ্জুন, কিন্তু যিজনে বিবেকযুক্ত মনৰদ্বাৰা চক্ষুকৰ্ণাদি পঞ্চজ্ঞানেন্দ্ৰিয় সংযত কৰি অনাসক্তভাৱে কৰ্মেন্দ্ৰিয়ৰদ্বাৰা কৰ্মানুষ্ঠান কৰে (ফলাকাঙ্ক্ষাবৰ্জিত হৈ) তেওঁ প্ৰশংসাৰ্হ ]

এইজনেই আচাৰ্য শৰ্মাদেৱ। ওঁ শান্তিঃ শান্তিঃ শান্তিঃ। □

# স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাদেৱৰ স্মৃতিত শ্ৰদ্ধাৰ্ঘ

অতুলানন্দ গোস্বামী

কাক কেনেকৈ সেৱা কৰিব লাগে বুজোৱা সংস্কৃত শ্লোক এটা আছে। 'পৃষ্ঠেন সেৱয়েৎ অৰ্কম্…' ইত্যাদি। তাৰে তৃতীয় বাক্যটো মনত নাছিল। সেইটোনো কি সুধিছিলোঁ স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাদেৱক। পৰিৱেশটো লঘু আছিল। গুৱাহাটী গ্ৰন্থমেলাৰ কাৰ্যালয়ত, কেউদিন গধূলি তাত গোট খোৱা হয়। শৰ্মাদেৱ থাকিলে চৰ্চাত পক ধৰে। চৰ্চা মানে মান-ভগনৰপৰা কলঠোকা বাহুলিয়ে খোৱালৈকে। অৱশ্যে নতুন কিতাপ কি ওলাইছে বা কোনে সহজে পাব নোৱাৰা কিতাপ আনিছে সেইবিষয়েও সন্তেদৰ আদান-প্ৰদান হয়।

সেইদিনাৰ মেলত তেতিয়াৰ উপ-সভাপতি শ্ৰীযোগেশ দাস আৰু প্ৰকাশন পৰিষদৰ সচিব শ্ৰীসতীশ ভট্টাচাৰ্যও আছিল। অন্যান্য গ্ৰন্থানুৰাগীও আছিল কেবাজনো।

শৰ্মাদেৱে শ্লোকটো সম্পূৰ্ণ কৈ মাতি দিলে। মই অনুৰোধ কৰিলোঁ, আকৌ এবাৰ মাতি দিবলৈ, মই লিখি ল'ম। কাগজ এটুকুৰা উলিয়াই ল'লোঁ। ভট্টাচাৰ্য আৰু আন উপস্থিত দুজনমানেও আগ্ৰহেৰে একেদৰে কাগজ একোটুকুৰা লৈ লিখি ল'লে।

মোৰ মনত নপৰা বাক্যটো আছিল "পৰলোকম্ অমায়য়া।" গোটেই শ্লোকটো কেউজনে লিখি লোৱাৰ পিছত তেখেতে হাত এখন আগবঢ়াই সুধিলে—"চাওঁ, কি লিখিলে দিয়কচোন গোসাঁই চাওঁ।"

মই মোৰ কাগজটুকুৰা আগবঢ়াই দিলোঁ। চায়েই তেখেতে মাত দিলে—"সেয়া, কৰিলে নহয় ভুলটো…।"

"কি ভুল হ'ল ছাৰ?" অবাক হৈ সুধিলোঁ।

"'স্বামীনং' নহয়, এইটো হ'ব লাগে 'স্বামিনং'—মত হ্ৰস্ব ইকাৰ…।" বুলি কৈ ব্যাকৰণৰ কিবা সূত্ৰ এটাও মাতি দিলে।

কথাটো ওৰ পৰিব লাগিছিল। বাকী কেউজনেও বানানটো শুধৰাই ল'লে।



মই সুধিছিলোঁ—"ছাৰ, আপুনি জানিছিল নহয় নে বাৰু আমি যে এই কথাটো নাজানোঁ?"

"সাধাৰণতে সকলোৱে কৰে সেই ভুলটো। মই আপোনাক জোকাইহে চালোঁ। মূল শব্দটো 'স্বামিন্'…।"

ৰগৰ পাই কেউজনে হাঁহিলোঁহঁক।

সেইটোৱেই শৰ্মাদেৱৰ স্বভাৱ। অত্যন্ত তীক্ষ্ণ বুদ্ধি, প্ৰত্যুৎপন্নমতি আৰু প্ৰয়োজন অনুসৰি কথাৰ চাতুৰী। তেখেতৰ সৰস সঙ্গ এবাৰ পালে সতকাই পাহৰা টান।

একান্ত শ্ৰদ্ধা আৰু গৌৰৱেৰে মই তেখেতৰ মোৰ প্ৰতি থকা সম্ভাৱৰ কথা মনত পেলাওঁ। দেখাই-শুনাই নিচেই সাধাৰণ এই মানুহজনৰ বুদ্ধিৰ দীপ্তি, জ্ঞানৰ গভীৰতা আৰু তাৰ অনাড়ম্বৰ প্ৰকাশৰ ভঙ্গী অনুপম—সেইকথা তেখেতৰ চিনাকি সকলোৱে উপলব্ধি কৰে।

সাধাৰণ অৱস্থাত ডাঙৰ-দীঘল হৈ শৰ্মাদেৱে ব্যক্তিগত প্ৰচেষ্টাৰেই শিক্ষাৰ ক্ষেত্ৰত একপ্ৰকাৰ অসাধ্য সাধন কৰি গ'ল। কঠোৰ পৰিশ্ৰম কৰি, একেলগে পঢ়া-শুনা কৰা আৰু ভাতমুঠিৰো দিহা কৰাৰ বাধকতাৰ মাজতো, শৰ্মাদেৱে বৃত্তিৰ আলমতে স্নাতক পৰ্যায়লৈকে পঢ়িব লগা হৈছিল। বৃত্তি পাব পৰাকৈ পঢ়া-শুনা কৰি পৰীক্ষাৰ ফল ভাল কৰিবই লাগিব—এই সিদ্ধান্ত আগতীয়াকৈ লৈ সেইমতে অধ্যৱসায় কৰিব পুৰাটো এতিয়াৰ সৰহভাগ শিক্ষাৰ্থীৰ বাবেই অবিশ্বাস্য যেন লাগিব। পৰীক্ষা দি পাচ কৰিব লাগিব, পাচ কৰাই নহয়, পিছৰ ছোৱা নিজৰ বলতে পঢ়িব পৰাকৈ এটা বৃত্তিও পাবই লাগিব এনে নিশ্চয়তাক ধিয়াই পঢ়া লোক এনেয়ে বিৰল। শৰ্মাদেৱ তেনে, বিৰলৰ মাজৰ এজন।

কলিকতা বিশ্ববিদ্যালয়ত এম. এ. পঢ়া সময়ত শৰ্মাদেৱে 'আৱাহন' আলোচনীৰ কাৰ্যালয়ত আলোচনীখনত কিছুমান শিতানত লিখিছিল। তেখেত সোণাৰাম স্কুলৰ কিছুদিন শিক্ষক আছিল। এম. এ. পাচ কৰি সন্দিকৈ ছোৱালী কলেজ আৰু কটন কলেজিয়েট স্কুলত কিছুদিন শিক্ষকতা কৰাৰ পিছত কটন কলেজত সোমায় আৰু ১৯৬৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপক হৈ সোমায়। ওলায় অৱসৰ লৈ ১৯৭৭ চনত।

হ'লেও শিক্ষকতাৰপৰা শৰ্মাদেৱে অৱসৰ ল'বলৈ নাপালেই বুলিব পাৰি। কাৰণ এনে এজন মানুহ মই লগ পোৱা নাই, শৰ্মাদেৱক জানি তেখেতৰপৰা ইটো-সিটো কথা জানিবলৈ যিজনে আগ্ৰহ কৰা নাছিল।

তেনে আগ্ৰহ ৰূপায়িত হৈছিল বিভিন্ন গ্ৰন্থকাৰৰ, বিভিন্ন গৱেষকৰ প্ৰকাশিত গ্ৰন্থত তেখেতৰ প্ৰতি জনোৱা কৃতজ্ঞতাৰ দ্বাৰা। কাৰণ, ভাষাতত্ত্বৰ বিষয়ত আৰু সংস্কৃত সাহিত্যৰ আধাৰত গৱেষণা কৰি লিখা গ্ৰন্থৰ ক্ষেত্ৰত প্ৰায় সকলো অসমীয়া গ্ৰন্থকাৰেই শৰ্মাদেৱৰ পৰামৰ্শ অপৰিহাৰ্য বুলি ধৰি লৈছিল।

সংস্কৃত শাস্ত্ৰ তথা সাহিত্যত থকা তেখেতৰ অশেষ ব্যুৎপত্তিৰ বাবে অসমৰ সমসাময়িক বিদ্বৎ সমাজে শৰ্মাদেৱক আন্তৰিকভাৱে সন্মান কৰিছিল। ৰতনে ৰতন চিনাৰ নিদৰ্শন স্বৰূপে কৃষ্ণকান্ত সন্দিকৈয়ে তেখেতৰ মেধাক দিয়া স্বীকৃতিও এটা। হ'লেও সেইকথাকে লৈ শৰ্মাদেৱে কাহানিও বৰাই কৰা বুলি কোনেও ক'ব নোৱাৰে।

বৰাই কৰিব পাৰে বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানে, তেখেতৰপৰা পোৱা বিত্যায়তনিক পৰামৰ্শ, সহায় আৰু সহযোগিতাৰ বাবে। বহুতো গৱেষকে গৱেষণা পত্ৰ শৰ্মাদেৱৰ হতুৱাই আগতীয়াকৈ পঢ়াই লয়। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা বিশ্বকোষৰ মুখ্য সম্পাদকৰ দায়িত্ব দিয়া হৈছিল শৰ্মাদেৱক। পৰিষদেই প্ৰকাশ কৰা কৌটিল্যৰ অৰ্থ-শাস্ত্ৰৰ প্ৰধান অনুবাদক আছিল শৰ্মাদেৱেই। এই গ্ৰন্থখনৰ সুদীৰ্ঘ ভূমিকাত শৰ্মাদেৱৰ গভীৰ পাণ্ডিত্য পৰিস্ফুট। একেদৰে সেই অনুষ্ঠানৰ অভিধানখনৰো সহযোগী সম্পাদক আছিল তেখেত। "মুদ্ৰাৰাক্ষস"ৰ অসমীয়া অনুবাদো কৰিছিল শৰ্মাদেৱেই। এইখন নাটকৰ শৰ্মাদেৱে লিখা ভূমিকাটোও অতি সুন্দৰ।

এইবোৰ বিশিষ্ট গ্ৰন্থ প্ৰণয়ন আৰু সম্পাদনাৰ কামত শৰ্মাদেৱৰ দক্ষতা প্ৰভূতভাৱে পৰিলক্ষিত হৈছিল, কাৰণ প্ৰায় দুৰূহ এনেবোৰ কাম প্ৰয়োজনীয় অৰ্হতাৰে কৰা লোক অসমত সতকাই পোৱা নাযায় বুলিলেও অত্যুক্তি কৰা নহয়।

মাধ্যমিক শিক্ষা পৰিষদে প্ৰস্তুত কৰিবলৈ লোৱা "সমাৰ্থক শব্দকোষ" এখন শৰ্মাদেৱৰ হাততে প্ৰায় সম্পূৰ্ণ হৈছে বুলি জনা গৈছে। সেইখন প্ৰকাশ হৈ ওলালে শৰ্মাদেৱৰ পাণ্ডিত্যৰ আন এটা দিশ উন্মোচিত হ'ব। তাতকৈও কঠিন দায়িত্ব এটা শৰ্মাদেৱক দিয়া হৈছিল, শিক্ষা বিষয়ৰ পাৰিভাষিক শব্দৰ অসমীয়া প্ৰতিশব্দ নিৰ্ণয় কৰাৰ। সেই কামত তেখেতক ভাষাবিদ স্বৰূপে নিৰ্বাচিত কৰা হৈছিল।

অসম সাহিত্য সভাৰ সভ্য-সদস্যসকলে শৰ্মাদেৱক সম্যকভাৱে চিনি নাপালে বুলিয়ে মোৰ ধাৰণা। শৰ্মাদেৱৰ ব্যক্তিত্ব আছিল মধুৰ আৰু মনমোহা।



চাকচিক্য বা চমক লগোৱা নাছিল। যুগৰ ধাৰণাত সেইটো এটা দোষেই বুলিব পাৰি। হ'লেও সাহিত্য সভাৰ উপ-সভাপতি, কোষাধ্যক্ষ আৰু দুবাৰ অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদকৰ বাব তেখেতক দিয়া হৈছিল আৰু সেই কাম তেখেতে নিষ্ঠাৰে কৰিছিল।

এইবোৰ সন্মান বিশেষ লেখৰ নহয়। মোৰ বোধেৰে আপাত দৃষ্টিৰে শৰ্মাৰ যিবোৰ দোষ আছিল, যেনে—নীৰৱ সাধনা, প্ৰচাৰ বিমুখতা, বিষয় নিৰ্লিপ্ততা বা সততে সন্তুষ্টি সেইবোৰেই তেখেতৰ মৃত্যুৰ পিছত গৌৰৱৰ থল হৈ উজ্জ্বল হৈ উঠিছে।

স্বৰ্গীয় শৰ্মাদেৱৰ সান্নিধ্যলৈ আহি তেখেতৰ মৰম পোৱা এজন গুণগ্ৰাহী হিচাপে মোৰ মূৰ দোৱাই তেখেতৰ স্মৃতিত শ্ৰদ্ধা জনালোঁ। □

কুণ্ঠাবোধ কৰা নাছিল। প্ৰশ্নকৰ্তা আৰু প্ৰাৰ্থীসকলৰ মাজৰ সম্পৰ্ক মধুৰ হৈ পৰিছিল। আমি এইদৰে নিৰ্বাচন কৰি পঠোৱা ছাত্ৰ-ছাত্ৰীসকলে তেওঁলোকৰ ভৱিষ্যৎ জীৱনত কৃতিত্ব প্ৰদৰ্শন কৰা বুলি শুনিবলৈ পাই আমি অতি আনন্দ পাইছিলোঁ।

তদুপৰি দেৱশৰ্মাদেৱৰ হাস্যমধুৰ পাণ্ডিত্যসুলভ কথা-বতৰা শুনাৰ সুবিধা বহুদিন পাইছিলোঁ। তেখেত স্বনামধন্য পণ্ডিত। তেখেতৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি নিবেদন কৰি তেখেতৰ আত্মাৰ চিৰশান্তি কামনা কৰিলোঁ। □

# অধ্যাপক ৰাজনীকান্ত দেৱশৰ্মাদেৱৰ স্মৃতিত

**ভূপেন্দ্ৰচন্দ্ৰ কৰ**

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ স্মৃতিচাৰণ কৰিবলৈ পাই অত্যন্ত গৌৰৱ অনুভৱ কৰিছোঁ। অধ্যাপক শৰ্মাদেৱৰ নিচিনা ব্যক্তিত্বসম্পন্ন পণ্ডিত লোক অতি বিৰল। তেখেতৰ নিচিনা গুণী-জ্ঞানী ব্যক্তিসকল আমাৰ সমাজৰপৰা আঁতৰি যাব ধৰিছে আৰু তাৰ ফলত আমাৰ সমাজত আদৰ্শবান ব্যক্তিৰ অভাৱ ঘটিছে আৰু সেয়ে আমাৰ দেশৰ যুৱক-যুৱতীসকল এক আদৰ্শবিহীন শূন্য পৰিৱেশত দিশহাৰা হৈ পৰিছে।

অধ্যাপক দেৱশৰ্মাদেৱৰ লগত মোৰ পৰিচয় হয় বহু বছৰ পূৰ্বেই; তেতিয়া মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগত শিক্ষকৰূপে যোগদান কৰিছিলোঁ। তেতিয়া কটন কলেজৰ ওচৰত থকা সৰু ঘৰ এটাত বিশ্ববিদ্যালয়ৰ কেইটামান বিষয়ৰ শিক্ষাদানৰ শ্ৰেণীবোৰ বহিছিল। অসমীয়া বিভাগৰ প্ৰথিতযশা পণ্ডিত কলাগুৰু ড° বাণীকান্ত কাকতিৰ বহা কোঠাত এদিনাখন দেৱশৰ্মাদেৱক লগ পাওঁ। ড° কাকতিয়ে মোক কৈছিল, “আপুনি এই শিক্ষকৰ পদত অবিচলিতভাৱে থাকি অধ্যাপনা কৰক আৰু বিশ্ববিদ্যালয়ৰ গৌৰৱ অক্ষুণ্ণ ৰখাৰ খাবে অৰিহণা যোগাওক; আপুনি অৱসৰ লোৱাৰ সময়লৈকে ইয়াত থাকিব।” এই কথাষাৰৰ প্ৰতিধ্বনিয়ে আজিও মোৰ কাণত গুণগুণনি তোলে। সেই মুহূৰ্তৰেপৰা অধ্যাপক দেৱশৰ্মাদেৱৰ লগতো মোৰ বন্ধুত্ব ঘটে আৰু জীৱনৰ বহু সময়ত বহু কাৰ্যোপলক্ষে তেখেতৰ লগত একেলগে বিভিন্ন কাম কৰিবলগীয়া হৈছিলোঁ। সেইবোৰৰ ভিতৰত বিশেষকৈ এটা ঘটনা মোৰ মনত পৰিছে—সেই সময়ত ভাৰত চৰকাৰৰ অধীনত পাব্লিক স্কুলৰ নামভৰ্তিকৰণৰ কাৰণে অনুষ্ঠিত ছাত্ৰ-ছাত্ৰী নিৰ্বাচনৰ কাৰণে আমি দুজনে বিশেষজ্ঞ সদস্যৰূপে ছাত্ৰ-ছাত্ৰীৰ সাক্ষাৎ গ্ৰহণ কৰিছিলোঁ। দেৱশৰ্মাদেৱে ছাত্ৰ-ছাত্ৰীসকলক এনেকুৱা মনোগ্ৰাহী আৰু চিত্তাকৰ্ষক ৰসাল প্ৰশ্ন সুধিছিল যে অসমৰ বিভিন্ন প্ৰান্তৰপৰা অহা ছাত্ৰ-ছাত্ৰীসকলে অতি আনন্দ মনেৰে প্ৰফুল্লচিত্তে প্ৰশ্নবোৰৰ উত্তৰ দিবলৈ অকণো

# প্ৰয়াত অধ্যাপক বন্ধু ৰজনীকান্ত দেৱশৰ্মা—এটি স্মৃতি

**এছ. এম. ইছলাম**

ইংৰাজী ১৯৪৬ চনৰপৰা ১৯৬৫ চনলৈ অসমৰ প্ৰখ্যাত কটন কলেজত মই অধ্যাপক দেৱশৰ্মাৰ লগত একেলগে কাম কৰিছিলোঁ। তেখেতে ১৯৪৫ চনৰপৰা ১৯৬৯ চনলৈ কটন কলেজৰ সংস্কৃত বিভাগৰ অধ্যাপক আৰু মুৰব্বীৰূপে কাম কৰিছিল। কটন কলেজৰ অধ্যাপকসকলৰ জিৰণি কোঠাটো 'প্ৰফেচৰচ কমন ৰুম' নামে জনাজাত। এই কমন ৰুমটোৰ লগত বহুতো দেশী-বিদেশী বিদগ্ধ পণ্ডিতৰ স্মৃতি বিজড়িত। এই বিদগ্ধ পণ্ডিতসকলৰ ভিতৰত অধ্যাপক দেৱশৰ্মাদেৱো অন্যতম। তেখেতৰ লগত অতি আন্তৰিকতাৰে অধ্যাপনাৰ কালছোৱা কটাইছিলোঁ আৰু কমন ৰুমত দেৱশৰ্মাদেৱৰ নানা বাক্-চাতুৰ্যময় কথা শুনি শুনি আনন্দত পুলকিত হৈছিলোঁ আৰু নিজৰ অধ্যাপনাৰ শ্ৰমৰ কথা পাহৰি গৈছিলোঁ। অকল কমন ৰুমতেই যে তেখেতৰ হাস্যব্যঙ্গ মিশ্ৰিত গভীৰ আৰু তত্ত্বপূৰ্ণ কথা শুনিছিলোঁ তেনে নহয়, কলেজৰপৰা ঘৰলৈ উভতি যাওঁতেও দেৱশৰ্মাদেৱৰ লগত পোৱা একেলগে যাওঁতে নানা ধৰণৰ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক কথাৰপৰা আৰম্ভ কৰি দৈনন্দিন জীৱনৰ সৰুসুৰা কথাবোৰ পাতি সঁচাকৈয়ে তেখেতৰ জ্ঞান আৰু পাণ্ডিত্যত মুগ্ধ হৈছিলোঁ। তেখেতৰ পাণ্ডিত্যৰ বিচাৰ পণ্ডিতসকলে বিশদভাৱে কৰিব। মাত্ৰ বিভিন্ন সময়ত বিভিন্ন সমাজত ভিন ভিন শ্ৰেণীৰ লোকৰ লগত দেৱশৰ্মাদেৱে কেনে মধুৰ বন্ধুত্বসুলভ অকৃত্ৰিম আচৰণ আৰু ব্যৱহাৰ কৰিছিল তাৰে দুটা-এটা কথা লিপিবদ্ধ কৰিবলৈ খুজিছোঁ।

দেৱশৰ্মাদেৱ এক কথাত আছিল এগৰাকী পথপ্ৰদৰ্শক প্ৰকৃত বন্ধু আৰু উপদেষ্টা। তেখেতৰ চিত্ত আছিল নিৰ্মল আৰু উদাৰ, গোড়ামি তেখেতৰ নাছিল, সেই কাৰণেই সকলো শ্ৰেণীৰ লোকেই তেখেতক সমাদৰ কৰিছিল। বাটে-পথে, সভাই-সমিতিয়ে নানা লোকে তেখেতক লগ পোৱাৰ কাৰণে অতি উৎসুক আৰু ব্যগ্ৰ হৈ পৰা মই নিজ চকুৰে দেখিছোঁ আৰু তেখেতৰ ঘৰলৈও সকলো ধৰণৰ লোকে ধাপলি মেলাও দেখিছোঁ। তেখেতৰ ওচৰ চাপিছিল সমস্যাৰ সমাধানৰ কাৰণে—সমস্যাবোৰ আছিল—কাৰোবাৰ লেখাৰ শুদ্ধাশুদ্ধ বিচাৰ আৰু কাৰোবাৰ নতুন জ্ঞান আহৰণৰ ইচ্ছা ইত্যাদি। এই সমস্যাৰ সমাধান পোৱাৰ আশাত ব্যক্তি, তথা নানা অনুষ্ঠানৰ কৰ্মকৰ্তাসকলে তেখেতক ব্যস্ত কৰি ৰাখিছিল যদিও তেখেতে কেতিয়াও বিৰক্তি অনুভৱ নকৰিছিল। সদায় হাঁহি মুখে সকলোকে সমস্যা সমাধান কৰাৰ উপায় দিছিল।



হিন্দুশাস্ত্ৰ নিৰ্দিষ্ট বিধিবিধান আৰু পৰম্পৰাৰে তেখেতৰ জীৱন নিৰ্বাহ পদ্ধতি গঢ়ি উঠিছিল যদিও তেখেত আছিল ধৰ্মীয় গোড়ামিৰ উৰ্ধত। আন ধৰ্মৰ সজ কথাবোৰ তেখেতে প্ৰশংসা কৰিছিল। উদাহৰণস্বৰূপে মই এটা কথা উল্লেখ কৰিব খুজিছোঁ—এবাৰ কটন কলেজৰ মুছলিম ছাত্ৰাবাসত আবাসীসকলে এখন সভা পাতিছিল, তালৈ অন্যান্য ধৰ্মাৱলম্বী ছাত্ৰ আৰু অধ্যাপকসকলকো আমন্ত্ৰণ কৰিছিল। কটন কলেজৰে ফাৰ্চি বিভাগৰ অধ্যাপক আমিন খাঁ আছিল মুখ্য অতিথি; আমিন খাঁ ডাঙৰীয়াই যেতিয়া সভাৰ আৰম্ভতে হাত-ভৰি চকু-কাণ-নাক আদি ইন্দ্ৰিয়বোৰ প্ৰক্ষালন কৰিছিল তেতিয়া দেৱশৰ্মাদেৱে চাই আছিল আৰু তেখেতৰ স্বাভাৱিক উদাত্ত স্বৰেৰে কৈ উঠিছিল—"এটা অতি সুন্দৰ ব্যৱস্থা"—কাৰণ শৰীৰৰ হাত-ভৰি, নাক-কাণ-মুখ আদি অঙ্গবোৰ সাধাৰণতে ধূলিবতাহৰদ্বাৰা মলিন হৈ থাকে আৰু সেইবোৰ পৰিষ্কাৰ কৰিহে উপাসনা কৰাটো ইছলাম ধৰ্মীয় প্ৰাৰ্থনাৰ অপৰিহাৰ্য ব্যৱস্থা। দেৱশৰ্মাদেৱে এই ভাল আদৰ্শটো প্ৰশংসা কৰিছিল আৰু সেইবাবেই তেখেতে সম্প্ৰদায় নিৰ্বিশেষে সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হ'ব পাৰিছিল। তেখেতে ইছলাম ধৰ্মৰ নানা অনুষ্ঠানত তাৎপৰ্যপূৰ্ণ ভাষণো দিছিল।

তদুপৰি দেৱশৰ্মাদেৱৰ সংস্কৃত আৰু অসমীয়া সাহিত্যৰ বিস্তৃত আৰু গভীৰ অধ্যয়নে তেখেতক এগৰাকী সদ্বক্তা, তত্ত্বমূলক আৰু তাৎপৰ্যপূৰ্ণ প্ৰবন্ধাদিৰ প্ৰণেতা, সৃষ্টিধৰ্মী লেখকৰূপে প্ৰতিষ্ঠিত হোৱাত প্ৰভূতভাৱে সহায় কৰিছিল। তেখেতৰ সংস্কৃত আৰু তেখেতৰ গল্প বা কথা কোৱাৰ ৰীতি আছিল স্বকীয়া। সেই কাৰণে অসমীয়াৰ বাহিৰেও অন্যান্য বিষয়তো বহল অধিকাৰ আছিল। সেই কাৰণে কমন ৰুমত সকলো ধৰণৰ কথা নানা উদাহৰণেৰে অতি ৰসালভাৱে প্ৰকাশ কৰি সকলোৰে মাজত হাঁহিৰ খলকনি তুলিব পাৰিছিল। এই কথা নক'লেও হ'ব যে সংস্কৃত সাহিত্য বিশাল আৰু বিপুল নৈতিক আৰু উপদেশমূলক জ্ঞানৰ ভাণ্ডাৰ, সেইদৰে ফাৰ্চি সাহিত্যতো অনুৰূপ কথাবোৰ পোৱা যায়।

সৰ্বশেষত মই ক'ব খোজোঁ দেৱশৰ্মাদেৱ আছিল আমাৰ সমাজৰ এগৰাকী আদৰ্শবান নেতা ( ৰাজনৈতিক নহয় ), এগৰাকী সুগৃহস্থ। নিজৰ ভৰিৰ ওপৰত থিয় দি প্ৰতিষ্ঠা লাভ কৰিবলৈ জীৱন সংগ্ৰামত অসীম ধৈৰ্য আৰু সাহসেৰে কৃতকাৰ্য হোৱা ব্যক্তিসকলৰ অন্যতম। দেৱশৰ্মাদেৱৰ পুণ্যস্মৃতিত শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সোঁৱৰণত

**বিনয়কুমাৰ তামুলী**

আমি প্ৰত্যেকেই নিজ নিজ জীৱনকালত বিভিন্ন ব্যক্তিৰ সান্নিধ্যলৈ আহোঁ, কিন্তু তাৰে ভিতৰত বেছিসংখ্যক লোকেই আমাৰ মনত বিশেষ একো সাঁচ বহুৱাব নোৱাৰে। আনৰ মনত সাঁচ বহুৱাই যাব পৰা যিসকল ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ সৌভাগ্য আমাৰ হৈছিল তাৰে ভিতৰত এগৰাকী আছিল প্ৰয়াত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ।

অধ্যাপক শৰ্মাদেৱৰ সান্নিধ্যলৈ অহাৰ প্ৰথম সুযোগ আমাৰ হৈছিল ১৯৫২ চনত। সেই বছৰতে আমি কটন কলেজত গণিতৰ প্ৰবক্তা হিচাপে নিযুক্তি পাইছিলোঁ। তাৰ পিছত ১৯৬০ চনলৈকে কটন কলেজৰ প্ৰশাসনীয় ভৱনত থকা প্ৰফেচৰ্চ কমন ৰুমত অধ্যাপক শৰ্মাদেৱক সদায় পাইছিলোঁ। ১৯৬০ চনত আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিত বিভাগলৈ আহিলোঁ আৰু তাৰপৰা ১৯৮৫ চনত অৱসৰ পালোঁ। এই সুদীৰ্ঘ কালডোখৰতো অধ্যাপক শৰ্মাদেৱক প্ৰায়ে লগ পাই আছিলোঁ। ইয়াৰে একাংশ কাল তেখেতে এই বিশ্ববিদ্যালয়তো যথাক্ৰমে অসমীয়া আৰু সংস্কৃত বিভাগত অধ্যাপনা কৰিছিল। তাৰ পিছতো শেষলৈকে তেখেতৰ লগত প্ৰায়েই দেখাদেখি হৈছিল। এইদৰে প্ৰায় ছল্লিশ বছৰ ধৰি অধ্যাপক শৰ্মাদেৱক লগ পাই থকাৰ সৌভাগ্য আমাৰ হৈছিল।

অধ্যাপক শৰ্মাদেৱৰ ব্যক্তিত্ব আছিল এক বিশেষ ধৰণৰ। মুখত তেখেতৰ সদায় হাঁহি বিৰিঙি থাকিছিল। আমি ১৯৫২ চনত যেতিয়া কটন কলেজত তেখেতক প্ৰথম লগ পাওঁ সেই সময়ত প্ৰফেচৰ্চ কমন ৰুমটো অতি আকৰ্ষণীয় আছিল। কমন ৰুমত মিলিত অধ্যাপকসকলৰ ভিতৰত বিশিষ্ট ত্ৰিমূৰ্তি আছিল অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য, অধ্যাপক ৰজনীকান্ত চক্ৰৱৰ্তী আৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা। কমন ৰুমত এই ত্ৰিমূৰ্তিৰ সমাৱেশ হ'লেই তাত হাঁহিৰ খলকনি উঠিছিল। গল্প কোৱাৰ ধৰণ আৰু প্ৰকাশভংগী তিনিও গৰাকী অধ্যাপকৰে বৰ ৰসাল আছিল। আমি ডেকা অধ্যাপকসকলে তেখেতসকলে কোৱা কথাবোৰ মন্ত্ৰমুগ্ধ হৈ শুনি থাকিছিলোঁ।



অধ্যাপক শৰ্মাদেৱ অসমৰ বহুতো প্ৰখ্যাত লোকৰ সান্নিধ্যলৈ আহিছিল। তেখেতৰ গল্পবোৰৰ জৰিয়তে আমি এই লোকসকলৰ জীৱন সম্পৰ্কে বিভিন্ন জানিবলগীয়া কথা জনাৰ সুযোগ পাইছিলোঁ। তেখেতৰ বচনভংগীয়ে এই গল্পবোৰ অতি মনোৰম কৰি তুলিছিল।

কটন কলেজ পৰিচালনাৰ বিভিন্ন কাম-কাজত শৰ্মাদেৱে আগভাগ লৈছিল আৰু কামবোৰ নিষ্ঠাৰে সম্পন্ন কৰিছিল। কলেজত নতুন ছাত্ৰ-ছাত্ৰীৰ নাম ভৰ্তিৰ কামত আমি এবাৰ তেখেতৰ সহকৰ্মী আছিলোঁ। সেই সময়ত তেখেতৰ পৰা পোৱা উৎসাহমূলক সহযোগিতা আমাৰ এতিয়াও মনত আছে।

শিক্ষকৰ বাবে শিক্ষাদান কথাটোৱে সদায় আৰু সকলো ক্ষেত্ৰতে অগ্ৰাধিকাৰ পাব লাগে বুলি অধ্যাপক শৰ্মাদেৱে কৈছিল আৰু নিজেও এই কথা আখৰে-আখৰে পালন কৰি চলিছিল। তেখেত আছিল এগৰাকী নিষ্ঠাবান শিক্ষক। তেখেতৰ শিক্ষাদান পদ্ধতি আছিল অতি মনোৰম আৰু পাণ্ডিত্যপূৰ্ণ আলোচনাৰে সমৃদ্ধ। গুৱাহাটীৰ এসময়ৰ বিখ্যাত এম. চি. এম. ই. স্কুলৰ পৰিচালনা কমিটিৰ সদস্য হিচাপে অধ্যাপক শৰ্মাদেৱৰ লগত একেলগে কাম কৰাৰ সুযোগ আমাৰ ঘটিছিল। তেতিয়াও সামাজিক কামৰ প্ৰতি তেখেতৰ আগ্ৰহ আৰু নিষ্ঠা দেখি আমি সকলো অনুপ্ৰাণিত হৈছিলোঁ।

অধ্যাপক শৰ্মাদেৱৰ পাৰ্থিৱ দেহ আৰু আজি আমাৰ মাজত নাই। কিন্তু তেখেতৰ হাস্যোদ্দীপ্ত মুখ এতিয়াও আমাৰ মানস চকুত জিলিকি আছে। □

# অধ্যাপকপ্ৰবৰ আচাৰ্য ৰজনীকান্ত দেৱশৰ্মা মহোদয়ৰ সাহচাৰ্য স্মৃতি

প্ৰিয়াংশুপ্ৰবাল উপাধ্যায়

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নাম অসমৰ বৌদ্ধিক জগতত সকলোৰে সুপৰিচিত। পাঞ্চভৌতিক শৰীৰ লৈ তেখেত আজি আমাৰ মাজত নাই। এই অভাৱ বা ৰিক্ততাৰ মাজত তেখেতৰ গুণমুগ্ধ অগণন জ্ঞানী-গুণী ব্যক্তিৰ অন্তৰৰ অন্তঃস্থলৰ স্মৃতি-সত্তাত তেখেত আজি বিৰাজমান। বৰ্তমান সময়ত বিভিন্ন ধৰ্মানুষ্ঠান, বিদগ্ধ পণ্ডিতসমাজ, আলোচনা চক্ৰ আদিত তেখেতৰ অনুপস্থিতি বৰকৈ অনুভৱ কৰা হয়। তেখেতৰ অভাৱে সকলোৰে মন বেদনাময় কৰি তোলে। পাণ্ডিত্যপূৰ্ণ ব্যঞ্জনাময় বক্তৃতা আৰু লগতে বৌদ্ধিক জগতলৈ তেখেতে আগবঢ়োৱা অৱদানৰ কথা সকলোৱে বিশেষভাৱে সোঁৱৰণ কৰে।

ডিব্ৰুগড়ৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়লৈ অহাৰ আগতে কাৰ্য উপলক্ষে তেখেতক মাজে সময়ে লগ পালেও ঘনিষ্ঠভাৱে তেখেতৰ সান্নিধ্যলৈ অহাৰ সুযোগ মোৰ হোৱা নাছিল।

১৯৪৯ খ্ৰীষ্টাব্দত শিৱসাগৰত বহা অসম সংস্কৃত বোৰ্ডৰ বাৰ্ষিক সমাৱৰ্তন উৎসৱত এখন শাস্ত্ৰীয় বিচাৰসভা অনুষ্ঠিত হৈছিল। তাত এই প্ৰবন্ধ লেখকেও অংশ গ্ৰহণ কৰিছিল, শাস্ত্ৰীয় বিচাৰ্য বিষয়ৰ ক্ষেত্ৰত এই লেখক বহুতো প্ৰশ্নৰ সন্মুখীন হ'ব লগা হৈছিল। বিভিন্ন কূট প্ৰশ্নবাণেৰে বিদ্ধ হোৱা এই লেখকজনৰ অনুকূলে হঠাতে বিচাৰসভাৰ মধ্যস্থলত থিয় দিয়া দুজন ব্যক্তিৰ কথা মনত পৰে। তাৰে এজন ৰাজপুৰুষাকৃতি শালপ্ৰাংশু অধ্যাপক স্বৰ্গত জীৱেশ্বৰ শৰ্মা বেদান্ততীৰ্থ মহোদয় আৰু আনজন অধ্যাপক স্বৰ্গত ৰজনীকান্ত দেৱশৰ্মা সাহিত্য পুৰাণশাস্ত্ৰী মহোদয়। দুয়োজনে একেলগে দুৰ্ধোৰ আপত্তি জনালে—এই বিদগ্ধ পণ্ডিতসাজৰ আগত কমবয়সীয়া এজনক মধ্যস্থসকলে ইমান প্ৰশ্ন কৰি আছে কিয়? বিচাৰৰ ৰীতি অনুসৰি মধ্যস্থসকলে বিচাৰাৰ্থীব্যক্তিৰ বিচাৰপদ্ধতিৰ যথাযথ অনুসৰণ আৰু বিচাৰ্য বিষয়ৰ সঠিক উপস্থাপনৰ যোগ্যতাৰ পৰ্যবেক্ষণ আদিৰ ওপৰত ভিত্তি



কৰি বিচাৰত প্ৰবৃত্ত ব্যক্তিৰ অনুকূলে বা প্ৰতিকূলে মতামত অৰ্থাৎ সিদ্ধান্ত ঘোষণা কৰিব লাগে। প্ৰশ্ন কৰিব লাগে বিচাৰাৰ্থী প্ৰতিপক্ষৰ ব্যক্তিজনেহে। সভাত উপস্থিত থকা তৎকালীন শিক্ষাধিকাৰ স্বৰ্গত অধ্যাপক উমাকান্ত গোস্বামীদেৱ আৰু অধ্যক্ষ স্বৰ্গত শ্ৰীনাথ চক্ৰৱৰ্তী মহোদয়দ্বয়ে আৰু পণ্ডিতসমাজৰো কোনো কোনোৱে এই আপত্তিৰ প্ৰতি সমৰ্থন জনালে। মই অন্তৰত বিশেষ স্বস্তি অনুভৱ কৰিলোঁ আৰু অন্তৰেৰে কৃতজ্ঞতা জনালোঁ। পিছত জানিব পাৰিছিলোঁ যে, দুয়োজন গুৱাহাটী কটন মহাবিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক। দুয়োজনেই বোধকৰোঁ তেতিয়া অসম সংস্কৃত বোৰ্ড সভাৰ সদস্য আছিল।

ইয়াৰ পিছত শৰ্মাদেৱক মই লগ পাওঁ ১৯৫০ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত অনুষ্ঠিত হোৱা অসম সংস্কৃত বোৰ্ডৰ বাৰ্ষিক সমাৱৰ্তন উৎসৱত। ডিব্ৰুগড়ত আমন্ত্ৰিত পণ্ডিতবৰ্গ তথা অসম সংস্কৃত বোৰ্ডৰ সদস্যসকলৰ প্ৰতি অভ্যৰ্থনা সমিতিৰ আতিথ্যপৰায়ণতাৰ সম্পৰ্কে অধ্যাপক শৰ্মাদেৱে বহুতো সময়ত বহুভাৱে প্ৰশংসা কৰিছিল। যোৱা ১৯৯০ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত বহা বোৰ্ডৰ সভাত বাৰ্ষিক সমাৱৰ্তন উৎসৱ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ আহ্বানক্ৰমে গৌৰীপুৰত পাতিবলৈ স্থিৰ কৰা হৈছিল। তাতো শৰ্মাদেৱে ডিব্ৰুগড়ত অনুষ্ঠিত সমাৱৰ্তন উৎসৱৰ বিষয়ে প্ৰশংসা কৰি মোক দেখুৱাই উপস্থিত সকলোৰে আগত অতি আনন্দেৰে কৈছিল।

তেখেতক এবাৰ স্বনামধন্য বিদ্বদ্‌ৱেণ্য পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ মহোদয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ কুলপতি থকা সময়ত বিশ্ববিদ্যালয়ৰ পক্ষৰপৰা পৰ্যবেক্ষক হিচাপে পৰীক্ষা পৰিচালনাৰ দায়িত্ব দি ডিব্ৰুগড়লৈ পঠাইছিল। চাৰ্কিট্ হাউচ বা আৱৰ্তভৱনত তেখেতৰ থকাৰ ব্যৱস্থা আছিল যদিও ডিব্ৰুগড়ত আমাৰ আশ্ৰমৰ অধ্যক্ষ প্ৰয়াত ডঃ যোগীৰাজ বসু মহোদয়ৰ ওচৰলৈ তেখেতে অহা-যোৱা কৰা বাবে তেখেতৰ লগত মোৰ পৰিচয় হোৱাৰ সুযোগ হয়।

ডিব্ৰুগড়ৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহি অসমীয়া বিভাগৰ অধ্যাপক-ৰূপে তেখেতক মই বিশেষভাৱে লগ পাওঁ। তেতিয়া ডিব্ৰুগড় কানৈ কলেজৰ মোৰ প্ৰাক্তন সহকৰ্মী শ্ৰদ্ধেয় ড° উপেন্দ্ৰনাথ গোস্বামীদেৱ ইয়াত অসমীয়া বিভাগৰ অধ্যাপক! তেতিয়া মোৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা আন কোনোৱেই বিশ্ববিদ্যালয়ত নাছিল, নিজকে বৰ অকলশৰীয়া যেন লাগিছিল। সংস্কৃত বিভাগত অধ্যাপনা কৰি অকণমান অৱসৰ পালেই মই অসমীয়া বিভাগতে বহি সময় কটাইছিলোঁ। লাহে লাহে শ্ৰদ্ধেয় ড° মহেশ্বৰ নেওগদেৱৰ মহান ব্যক্তিত্বৰ

সান্নিধ্যলৈ অহা তথা আন আন অধ্যাপকসকলৰ লগত পৰিচয় হোৱাৰ সুযোগ ঘটে। অধ্যাপক শৰ্মাদেৱে তেখেতৰ সৰস অথচ বিদগ্ধ কথোপকথনেৰে মোক বৰকৈ আকৃষ্ট আৰু মোহিত কৰিছিল। এদিন হঠাতে মই ড' গোস্বামীদেৱক সুধিলোঁ—"বিশ্ববিদ্যালয়ৰ বাছেৰে আহোঁতে পৰিচালকে আমি ভাৰা দিলে আমাক টিকট দিয়ে, সকলোকে দেখোন টিকট নিদিয়ে, অথচ তেখেতসকলে কোনো ধৰণৰ আপত্তি নকৰে কিয় ?" গোস্বামীদেৱে মোৰ কথা শুনি অলপ হাঁহিলে। আন এখন চকীত বহি থকা অধ্যাপক শৰ্মাদেৱে তৎক্ষণাৎ মোৰ পিনে চাই খুব জোৰে হাঁহি মাৰি ক'লে—"উপাধ্যায়, এইবোৰ কথা আপোনাৰ দৰ্শনশাস্ত্ৰত নিলিখে, এয়া হ'ল অৰ্থনীতিৰ কথা"—এইবুলি তেখেতৰ স্বভাৱসিদ্ধ হাঁহিৰে সৰস বাক্যেৰে মোক কথাখিনি বুজালে। মোৰ প্ৰতি এই অযাচিত সহানুভূতিসূচক কথাখিনিয়ে তেখেতৰ প্ৰতি মোক আকৃষ্ট কৰিলে। তেখেত আছিল অসমীয়া বিভাগত সংস্কৃত বিষয়ৰ অধ্যাপক। সংস্কৃত সাহিত্য আৰু লগতে ধৰ্মতত্ত্বমূলক ভাগৱত, কীৰ্তন, নামঘোষা আদি অধ্যাত্ম বিষয়বো অধ্যাপনা কৰা হেতুকে মানসিক সমবৃত্তিভাবাপন্ন হোৱা বাবে হয়তো তেখেতৰ কথাবাৰ্তাই আৰু সহৃদয় স্নিগ্ধ ব্যৱহাৰে মোক অতি অন্তৰঙ্গভাৱে আকৰ্ষণ কৰিলে।

অসমৰ তীৰ্থভূমিসদৃশ পবিত্ৰ ব্যাসকুছি নামৰ ঠাইত স্বধৰ্মপৰায়ণ এক নিষ্ঠাবান দৰিদ্ৰ ব্ৰাহ্মণ পৰিয়ালত দেৱশৰ্মাদেৱৰ জন্ম হয়। পিছত তেখেতসকলৰ পৰিয়ালসহ পাটাচাৰকুছিৰ ওচৰতে শ্ৰীপুৰচাকলালৈ আহে। দেৱশৰ্মাদেৱে শিক্ষাব্ৰতী শিক্ষকৰূপে শিক্ষকতাবৃত্তি গ্ৰহণ কৰি কৰ্মজীৱনত প্ৰৱেশ কৰে। তেখেতে গুৱাহাটীৰ সোণাৰাম হাইস্কুল, কটন কলেজিয়েট স্কুল, সন্দিকৈ ছোৱালী কলেজ আৰু পিছত কটন কলেজত সংস্কৃতৰ অধ্যাপকৰূপে দীৰ্ঘকাল সসন্মানেৰে শিক্ষকতাকাৰ্য সম্পাদন কৰি অৱসৰ গ্ৰহণ কৰিবলৈ অলপ কেইমাহমান থাকোঁতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত যোগদান কৰি সংস্কৃত সাহিত্য আৰু প্ৰাচীন অসমীয়া বৈষ্ণৱ সাহিত্য অধ্যাপনা কাৰ্যত নিযুক্ত হয়। এই পবিত্ৰ শিক্ষাদানকাৰ্যকেই তেখেতে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল আৰু সেই কাৰ্যত সম্পূৰ্ণৰূপে আত্ম নিয়োগ কৰিছিল। তেখেতৰ সুগভীৰ জ্ঞানপুষ্ট সুখবোধ্য অধ্যাপনা ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে অতীৱ হৃদয়গ্ৰাহী আৰু মৰ্মস্পৰ্শী আছিল। অতি দুৰূহ বিষয়টোও তেখেতে সহজ, সৰল আৰু সৰস বাগ্‌ভঙ্গীৰে ছাত্ৰ-ছাত্ৰীৰ বোধগম্য হোৱাকৈ বুজা ইছিল আৰু অগণন ছাত্ৰ-ছাত্ৰী তাৰ দ্বাৰা বিশেষভাৱে উপকৃত হৈছিল।



শৰ্মাদেৱে সদায় অক্লান্তভাৱে বিদ্যাসাধনাত ব্ৰতী আছিল। বিভিন্ন বিষয়ৰ অধ্যয়নৰ ফলত তেখেতৰ জ্ঞান আছিল বহুমুখী আৰু জ্ঞানৰ পৰিধি আছিল সুবিস্তৃত। ভাষা আৰু ব্যাকৰণ সম্পৰ্কে তেখেত গভীৰ আৰু সুস্পষ্ট জ্ঞানৰ অধিকাৰী হোৱা বাবে জিজ্ঞাসু বহু ব্যক্তিয়ে ভাষা আৰু শব্দ প্ৰয়োগৰ ক্ষেত্ৰত নিজৰ কোনো সন্দেহ উপস্থিত হ'লেই তেখেতৰ ওচৰ চাপিব লগা হৈছিল আৰু শৰ্মাদেৱেও অতি আনন্দ মনেৰে জিজ্ঞাসুসকলৰ সংশয়সমূহ সমাধান কৰি দিছিল।

গুৱাহাটীলৈ অহাৰ পিছত অসমৰ বিভিন্ন ঠাইত বিভিন্ন বিদ্যালয়, মহাবিদ্যালয় আদি শিক্ষানুষ্ঠান আৰু অনেক ধৰ্মালোচনী সভালৈ বিষয়বৰীয়াসকলৰ সাদৰ আহ্বানক্ৰমে তেখেতৰ লগত যোৱাৰ সুবিধা পাইছিলোঁ। কোনো কোনো ক্ষেত্ৰত মোক আহ্বান কৰিবলৈ তেখেতে নিজেই মোক পৰিচিত কৰাই দিছিল। তেখেতে পাণ্ডিত্যপূৰ্ণ সৰল আৰু সবল প্ৰকাশভঙ্গীৰে বিষয়বস্তু উপস্থাপন কৰি বিশ্লেষণাত্মক ব্যাখ্যা দাঙি ধৰি অসংখ্য শ্ৰোতাক বিমোহিত কৰা দেখি মই আচৰিত হৈছিলোঁ। সৰ্বসাধাৰণৰ বোধগম্য কৰি তেখেতে দিয়া ভাষণ শুনি মই নিজেও যথেষ্ট উপকৃত হৈছোঁ।

তেখেত আছিল ধীমান, বিচক্ষণ বুদ্ধিসম্পন্ন। বহু অধ্যয়ন, শ্ৰৱণ আৰু চিন্তনৰ ফলত তেখেতৰ বুদ্ধি আছিল পৰিমাৰ্জিত, স্বচ্ছ আৰু নিৰ্মল। উপস্থিত বুদ্ধি বা বিচক্ষণতাপ্ৰসূত নিজস্ব বাগ্‌বিন্যাসনৈপুণ্যেৰে যি কোনো ক্ষেত্ৰত বি কোনো প্ৰশ্নৰ সমিধান দিয়াত পৰাঙ্মুখ হোৱা নাছিল আৰু ক্ষেত্ৰবিশেষে প্ৰশ্ন-প্ৰতিপ্ৰশ্ন বা উক্তি-প্ৰত্যুক্তিৰ মাজেদি শ্লেষ আৰু বক্ৰোক্তিৰে সকলোৰে বোধগম্য হোৱাকৈ কথাবোৰ বুজাই দিছিল। এই শ্লেষ বা বক্ৰোক্তি হৈছে—বাগ্‌বৈদগ্ধ্যভঙ্গভণিতি—অৰ্থাৎ সুনিপুণভাৱে বাক্যব্যৱহাৰেৰে জগত বা অন্তৰত প্ৰতিভাত বিষয়ৰ এক বিশেষ কথন বা প্ৰকাশভঙ্গী। এই নিপুণতা কান্তাসন্মিত-ভাৱে আনক শিক্ষা দিব পৰাকৈ বাগ্‌ব্যৱহাৰৰ এক অনন্য সাধাৰণ সামৰ্থ্য। তেখেতৰ অনুপম ব্যাখ্যানভঙ্গী আছিল সম্পূৰ্ণ নিজস্ব আৰু অননুকৰণীয়। তেখেতৰ এই অননুকৰণীয় কথনভঙ্গী লক্ষ্য আৰু অনুধাৱন কৰি বহুক্ষেত্ৰত মই 'Style is the man' কথাষাৰ বিশেষভাৱে উপলব্ধি কৰিছোঁ।

অধ্যাপক শৰ্মাদেৱে একান্তভাৱে স্বধৰ্মনিষ্ঠ আৰু ধৰ্মপালনতৎপৰ আছিল। স্বধৰ্মনিষ্ঠা আৰু গোড়ামি এই দুয়োটাকে সমীকৰণ কৰিবলৈ নোৱাৰাটো বোধহয় এক বৈচিত্ৰ্যপূৰ্ণ উদাৰ চিত্তৰ পৰিচয়। জীৱনৰ শেষ দিনলৈকে শৰ্মাদেৱে

গুৱাহাটীৰ হৰিসভা, উজান বজাৰত অৱস্থিত বাৰোৱাৰী নামঘৰ, পুৰশবৰীয়াত ধৰ্মপ্ৰাণ শ্ৰীধৰণীধৰ চৌধুৰীদেৱৰ বাসভৱন 'চন্দ্ৰালয়'ত সংস্থাপিত সমাধানচক্ৰত একনিষ্ঠভাৱে নিয়মীয়াকৈ মহাভাৰত, পুৰাণ, গীতা, শ্ৰীমদ্ভাগৱত, উপনিষদ আদি ধৰ্মগ্ৰন্থসমূহ পাঠ আৰু তাত নিহিত তত্ত্বগধুৰ বিষয়সমূহৰ ব্যাখ্যা প্ৰাণৱন্ত, সবল আৰু প্ৰাঞ্জল ভাষাৰে দাঙি ধৰি শ্ৰোতৃমণ্ডলীক ভাৱাপ্লুত আৰু বিমোহিত কৰিছিল আৰু জিজ্ঞাসুসকলৰ সংশয় নিৰসন কৰি সেই সেই বিষয়ে তেখেতসকলক উদ্বুদ্ধ আৰু অনুপ্ৰাণিত কৰিছিল।

প্ৰাচীন আৰ্য সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি গভীৰ নিষ্ঠা আৰু শ্ৰদ্ধা থকা হেতুকে শৰ্মাদেৱ সেই সভ্যতা আৰু সংস্কৃতিৰ পৰম্পৰা ৰক্ষাৰ কাৰণে দৃঢ়ব্ৰতী। ভাৰতৰ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সঙ্ঘৰ অসম শাখাৰ সঞ্চালকৰ পদ গ্ৰহণ কৰি মহান ভাৰতীয় জাতীয় ঐক্য আৰু সংহতি ৰক্ষাৰ কাৰণে বৎপৰোনাস্তি যত্ন কৰিছিল আৰু অশেষ কষ্ট স্বীকাৰ কৰি ভাৰতৰ বিভিন্ন ঠাইত পৰিভ্ৰমণ কৰি অসমৰ গৌৰৱ আৰু যশস্যা বিস্তাৰৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। তেখেতৰ মত আছিল 'secularism' বা ধৰ্মনিৰপেক্ষতা, এই শব্দৰ মানে ধৰ্মহীনতা নহয়। তেখেতৰ মতে স্বধৰ্ম ৰক্ষাৰ অৰ্থে সদায় প্ৰযত্নশীল হোৱা আৰু আনৰ ধৰ্মৰ প্ৰতি কোনো ধৰণৰ বিদ্বেষভাৱ পোষণ নকৰাটোহে হৈছে 'ধৰ্মনিৰপেক্ষতা' শব্দৰ অৰ্থ।

শৰ্মাদেৱৰ গভীৰ আৰু ব্যাপক অধ্যয়নৰ কথা আগেয়ে উল্লেখ কৰা হৈছে। তেখেতৰ অধীত বিষয়ৰ জ্ঞান অকৃপণভাৱে তেখেতে সৰ্বসাধাৰণৰ মাজত বিতৰণ কৰা সদায় লক্ষ্য কৰিছিলোঁ—আনৰ জ্ঞানৰ পৰিধিৰ বিস্তৃতিত তেখেতে অপৰিসীম আনন্দ অনুভৱ কৰিছিল। সাধাৰণতে বিদ্যা অৰ্জন আৰু অনুশীলন কৰা ব্যক্তিসকলৰ ক্ষেত্ৰত বহুতো স্থলত ইয়াৰ ব্যতিক্ৰম পৰিলক্ষিত হয়। 'আদানং হি বিসৰ্গায় সতাং ৱাৰিমুচামিৱ' কথাষাৰ তেখেতৰ ক্ষেত্ৰত যথাৰ্থভাৱে প্ৰযোজ্য। সজ্জন ব্যক্তিৰ কাৰণে বিদ্যাই হওক নাইবা অৰ্থাদিয়ে হওক তাৰ অৰ্জন বা গ্ৰহণ যেন পৃথিৱী, সাগৰ আদিৰপৰা সূৰ্যই ৰস গ্ৰহণ কৰি পুঞ্জীভূত কৰা মেঘমালা। মেঘৰাশিৰ সঞ্চয় পৃথিৱীৰ কল্যাণৰ অৰ্থে বৃষ্টিৰূপে পতিত হয়। আনৰ জিজ্ঞাসা বা যাচ্ঞা অনুসৰি অৰ্জিত বিষয়ৰ দান আৰু আনৰ উপকাৰ সাধনতেই জ্ঞানীসকলৰ পৰম তৃপ্তি।

ব্যক্তিগত বা নিজস্বভাৱে গ্ৰন্থ আদিৰ ৰচনাৰ ক্ষেত্ৰত শৰ্মাদেৱৰ সংস্কৃত 'সংস্কৃত শিক্ষা প্ৰদীপ' আৰু 'সংস্কৃত ভাষা প্ৰদীপ ব্যাকৰণ' নামৰ পাঠ্যপুথি দুখন



ৰচনা কৰি শিক্ষাৰ্থী সমাজৰ প্ৰভূত উপকাৰ সাধন কৰিছে। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা মহাভাৰতৰ অংশবিশেষৰ অসমীয়া অনুবাদ, কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ আংশিক অনুবাদ আৰু তাৰ পাণ্ডিত্যপূৰ্ণ ভূমিকা, সংস্কৃত নাটক 'মুদ্ৰা-ৰাক্ষস'ৰ অনুবাদ, অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা স্বনামধন্য প্ৰাচ্যবিদ্যাবাৰিধি আনন্দৰাম বৰুৱাদেৱৰ গ্ৰন্থৰাজিৰ সুষ্ঠু সম্পাদনা, 'আধুনিক অসমীয়া অভিধান' ৰচনা তথা সম্পাদনা, প্ৰণীয়মান 'অসমীয়া সমাৰ্থক শব্দৰ অভিধান'ৰ সম্পাদনা আদি গধুৰ দায়িত্বপূৰ্ণ বিভিন্ন কামত সদায় নিজক ব্যাপৃত ৰাখি সংস্কৃত তথা অসমীয়া ভাষা-সাহিত্যসেৱীৰূপে সকলো ক্ষেত্ৰতে নিজৰ অনন্য সাধাৰণ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। অক্লান্ত পৰিশ্ৰম আৰু অক্ষুণ্ণ নিষ্ঠাৰে তেখেতৰ সুমহান দায়িত্ব পালনৰ নিদৰ্শনৰূপে তেখেতে সম্পাদনা কৰা অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'অসমীয়া বিশ্বকোষ' প্ৰথম খণ্ড আমাৰ চকুৰ আগত বিদ্যমান।

সংস্কৃত বিষয়ৰ লগতে অসমীয়া ভাষা-সাহিত্যৰ গভীৰ আৰু ব্যাপক অধ্যয়ন আৰু অনুশীলনৰ ক্ষেত্ৰতো শৰ্মাদেৱৰ প্ৰচুৰ অৱদানৰ কথা অনুধাৱনযোগ্য। কলিকতাত পাঠ্যাৱস্থাত অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ অন্যতম কেন্দ্ৰভূমি 'আৱাহন' পত্ৰিকাৰ কাযাদি পৰিদৰ্শন, লগতে তাত প্ৰকাশৰ অৰ্থে নিজে চুটিগল্প, প্ৰবন্ধ আদি প্ৰণয়ন প্ৰভৃতিৰ দ্বাৰা ভাষা-সাহিত্যৰ পৰিশীলন আৰু উত্তৰকালত ভাষা-সাহিত্য সেৱাৰ সুবৃহৎ জাতীয় প্ৰতিষ্ঠান অসম সাহিত্য সভাৰ সাহিত্যানুৰাগী সদস্যসকলে যাচি দিয়া পত্ৰিকা সম্পাদক, কোষাধ্যক্ষ, উপ-সভাপতি আদি গধুৰ দায়িত্বসম্পন্ন পদ গ্ৰহণ আৰু অতি কৃতকাৰ্যতাৰে সকলো দায়িত্ব তেখেতে ঘনিষ্ঠভাৱে পালন কৰি গৈছে। অসম সাহিত্য সভাৰ তেখেত আছিল আজীৱন সদস্য। কামৰূপ সাহিত্য সভা, পাঠশালা শাখা সাহিত্য সভা আদি শৰ্মাদেৱৰ সহযোগিতাৰে বহুভাৱে উপকৃত। সংস্কৃত সাহিত্য, ধৰ্মতত্ত্ব আদিৰ লগতে সমভাৱে তেখেত অসমীয়া নৱ-বৈষ্ণৱ ধৰ্মতত্ত্ব, ভাষা-সাহিত্য আদিৰ সেৱাত একান্তভাৱে ব্যাপৃত আছিল।

এইদৰে তেখেত বিভিন্ন গ্ৰন্থাদিৰ অসমীয়া অনুবাদ, গ্ৰন্থ সম্পাদনা আদি গধুৰ দায়িত্বসম্পন্ন কামত নিয়োজিত আৰু একান্তভাৱে নিৱিষ্ট থকা বাবে নিজস্ব গ্ৰন্থাদি ৰচনাৰ অৱকাশ পোৱা নাছিল। তেখেতৰপৰা জ্ঞান লাভৰ অৰ্থে ব্যাকুল আৰু আগ্ৰহী লোকসকলে নানা অনুষ্ঠানলৈ তেখেতক মাতি নি সদায় তেখেতক ব্যস্ত ৰাখিছিল। তেখেতে কিন্তু কাৰো আহ্বানৰ প্ৰতি কোনোৰূপ উপেক্ষা প্ৰদৰ্শন নকৰি হাঁহিমুখেৰে সকলোৰে আহ্বানক সমমৰ্যাদা

দান কৰিছিল। ইয়াৰে মাজত আনৰ সনিৰ্বন্ধ অনুৰোধক্ৰমে কেতিয়াবা দুই-এটি প্ৰবন্ধ ৰচনা কৰিছিল। তাৰে অন্যতম এটি 'বৈদিক ধৰ্ম আৰু উত্তৰ পূৰ্বাঞ্চল' নামৰ তেওঁৰ সাৰগৰ্ভ ক্ষুদ্ৰ প্ৰবন্ধটিয়ে সেই বিষয়ে তেওঁৰ জ্ঞানবত্তাৰ পৰিচয় দিয়ে।

জ্ঞানপিপাসু জনসাধাৰণৰ কল্যাণভাবনাৰে জ্ঞানদানত আত্মনিয়োগ কৰা হেতুকে আত্মপ্ৰকাশৰ অৱকাশ নোপোৱা শ্ৰদ্ধেয় শৰ্মাদেৱৰ কথা স্মৰণ কৰিলে আজি মনত পৰে ৩০/৩২ বছৰমান আগৰ এটি কথা—হৃষীকেশৰপৰা বাছেৰে ভেৰাদুনলৈ যাওঁতে বাস্তাৰ দুয়োকাষে হাবিৰ মাজত স্নিগ্ধ হাঁহিৰে ফুলি থকা অতি বিতোপন অজস্ৰ গোলাপ ফুল মুগ্ধনেত্ৰে নিৰীক্ষণ কৰিছিলোঁ। ভাবিছিলোঁ; "মানুহৰ কোনোৰকম যতন বা আদৰৰ প্ৰতি অপেক্ষা নকৰি দিগন্তব্যাপী আকাশৰ তলত, হাবিৰ মাজত নিসৰ্গসুন্দৰ এই কুসুমৰাশিয়ে কাক নো নিজৰ এই সৌন্দৰ্য আৰু সুবাস যাচিছে।" শৰ্মাদেৱেও সেই কুসুমৰাশিৰ নিচিনাকৈ সৌৰভ বিতৰণ কৰি গৈছে।

প্ৰসঙ্গক্ৰমে ইয়াত প্ৰসিদ্ধ আলঙ্কাৰিক আচাৰ্য দণ্ডীয়ে কোৱা কথাষাৰ মনলৈ আহে—

'তদস্ততন্দ্ৰৈৰনিশং সৰস্বতী
ক্ৰমাদুপাস্যা খলু কীৰ্তিমীপ্সুভিঃ।
কৃশে কৱিত্বেঽপি জনাঃ কৃতশ্ৰমা
বিদগ্ধগোষ্ঠীষু বিহৰ্তুমীশতে॥'

অতন্দ্ৰিতভাৱে বিভিন্ন শাস্ত্ৰৰ অধ্যয়ন আৰু অনুশীলনত একান্তভাৱে নিবিষ্ট থকা বিদ্যানিষ্ণাত ব্যক্তিৰ পক্ষে কবিত্ব বা সাহিত্যিকতা প্ৰকাশৰ অৱকাশ নহ'লেও সেই ব্যক্তিয়ে বিদগ্ধবিদ্বৎ সমাজত বিহাৰ বা স্বচ্ছন্দভাৱে বিচৰণ কৰিবলৈ সক্ষম হয়। অধ্যাপকপ্ৰৱৰ ৰজনীকান্ত শৰ্মাদেৱে নিৰন্তৰ অক্লান্তভাৱে বিদ্যাসাধনা, জ্ঞান অৰ্জন আৰু অকৃপণভাৱে তাক জ্ঞানাৰ্থীসকলৰ মাজত বিতৰণ কৰি অপ্ৰতিহতগতিৰে বিদগ্ধবিদ্বদ্‌গোষ্ঠীৰ মাজত স্বচ্ছন্দে বিচৰণ কৰিবলৈ সক্ষম হৈছিল আৰু জ্ঞানপিপাসুসকলৰ অন্তৰত আনন্দৰ উদ্ৰেক কৰি মোহিত কৰিছিল।

শৰ্মাদেৱ আনুষ্ঠানিক কোনোধৰণৰ ৰাষ্ট্ৰীয় বা ৰাজ্যিক পুৰস্কাৰ বা সন্মান-লাভৰপৰা বঞ্চিত হৈছিল, তথাপিও গুণগ্ৰাহী গুণজ্ঞ সুধীসমাজত বিশেষকৈ ধৰ্মপ্ৰাণ স্থানীয় সাধাৰণ জনমানসত তেখেতৰ সুবিমল ভাৱমূৰ্তি বিৰাজমান হৈ আছে আৰু তেখেতৰ সংস্পৰ্শলৈ অহা বহুতৰে মানসপটত দীৰ্ঘকাললৈকে



তেখেতৰ স্মৃতি প্ৰতিভাত হৈ থাকিব। ইয়াৰে অন্যতম অভিব্যক্তি হ'ল আগেয়ে উল্লেখ কৰি অহা গুৱাহাটীৰ সমাধানচক্ৰৰ শাস্ত্ৰানুশীলনত সন্মিলিত শাস্ত্ৰজ্ঞাননিষ্ঠ শৰ্মাদেৱৰ গুণমুগ্ধ বিদ্বদ্‌গোষ্ঠীয়ে তেখেতৰ অজ্ঞাতসাৰেই তেখেতক আচাৰ্য পদত অভিসিক্ত কৰি তেখেতক 'আচাৰ্য' উপাধি প্ৰদান কৰা কথাটো। মোৰা ১৯৯০ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহৰ দহ তাৰিখে তেখেতক 'আচাৰ্য্য' উপাধি প্ৰদান অনুষ্ঠানটো এটি উল্লেখনীয় অনুষ্ঠান। গুণীব্যক্তিকেইজনমানে অকুণ্ঠশ্ৰদ্ধাৰে স্বতঃস্ফূৰ্তভাৱে তেখেতলৈ সন্মান যাচিবলৈ যি দিহা কৰিলে তাৰ বাবে তেখেত-সকল বিশেষকৈ শ্ৰদ্ধেয় শ্ৰীধৰণীধৰ চৌধুৰীদেৱ নিজে আৰু তেখেতৰ পৰিয়ালবৰ্গৰ সকলোৱে বিশেষ ধন্যবাদাৰ্হ আৰু আন্তৰিক কৃতজ্ঞতাভাজন—'গুণী গুণং বেত্তি, ন বেত্তি নিৰ্গুণঃ।' তাত উপস্থিত থকা সকলোৱে অনুৰোধক্ৰমে সিদিনা শৰ্মা-দেৱৰ কপালত চন্দনৰ ফোঁট দি মই বিশেষ আনন্দ লভিছিলোঁ আৰু তেখেতেও চন্দনৰ ফোঁট লৈ মোৰ পিনে তৃপ্তিসূচক স্নিগ্ধদৃষ্টিৰে চাই অকৃত্ৰিম সৰল মধুৰ হাঁহিৰে মোক অভিনন্দন জনাইছিল। আজিও সেই মধুৰ স্মৃতি মোৰ মানসপটত ভাহি উঠে।

'আচাৰ্য' উপাধি গ্ৰহণৰ পিছত তেখেতে সিদিনা শ্ৰীমদ্ভগৱদ্গীতাৰ সমগ্ৰ পঞ্চদশ অধ্যায় পাঠ কৰি তাৰ সৰল ব্যাখ্যা সমাধানচক্ৰত দাঙি ধৰিছিল। তেখেতৰ পাঠ আছিল ধীৰ, সুস্পষ্ট, কণ্ঠস্বৰ মধুৰ, গম্ভীৰ আৰু ব্যাখ্যানৈপুণ্য অতি প্ৰাঞ্জল আৰু সৰস। গীতাৰ পুৰুষোত্তম যোগৰ বিষয়ে বৰ্ণনা কৰা সময়ত পুৰুষোত্তম ভগৱান শ্ৰীকৃষ্ণৰ মহিমা বৰ্ণনা প্ৰসঙ্গত তেখেতৰ ভাৱবিহ্বল স্তম্ভিত কণ্ঠস্বৰ মই সিদিনা লক্ষ্য কৰিছিলোঁ। সিদিনাৰ সেই অনুষ্ঠানত পীয়া ঘৰুৱা মনোৰম অনুষ্ঠানটি আছিল অতি গভীৰ আৰু মাধুৰ্যমণ্ডিত। সেই সভাত তেখেতে নিজৰ আয়ুসৰ সম্বন্ধে এক প্ৰচ্ছন্ন ইঙ্গিত দান কৰি মোৰ পিনে আঙুলিয়াই যেতিয়া ক'লে—"মোৰ অনুজোপম উপাধ্যায় আছে ইয়াত, আপোনালোকৰ মাজত"—তেতিয়া তেখেতৰ সেই কথাষাৰে মোক অশ্ৰুসিক্ত কৰিছিল। সিদিনা ভাবিবও পৰা নাছিলোঁ ইমান সোনকালে মাত্ৰ দুই মাহৰ ব্যৱধানত হঠাতে তেখেতৰ ইহলীলা সম্বৰণৰ কথা।

সিদিনা সেই অনুষ্ঠান উপলক্ষে শ্ৰীচৌধুৰীদেৱে তেখেতৰ ঘৰত সকলোৰে খোৱা-বোৱাৰ বিশেষ ব্যৱস্থা কৰিছিল। দেৱশৰ্মাদেৱৰ ঠিক কাষতেই মই বহিছিলোঁ। কেৱলমাত্ৰ অলপ দৈ আৰু মিঠাই মই 'লোৱা দেখি মোৰ পিনে চাই তেখেতে মধুৰ হাঁহিৰে মোক কৈছিল—"উপাধ্যায় আমি সবে ইমানবিধ বস্তু

খাই আছোঁ, আপোনাৰ মনত একো বিকাৰ নাই দেখোন, বেছ ভাল !" এইদৰে তেখেতে বহু সভাত, বহুতো ক্ষেত্ৰতে মোৰ প্ৰতি ভাল পোৱা আৰু সহৃদয়তা প্ৰকাশ কৰিছিল,—সকলো কথা ইয়াত উল্লেখ কৰিব নোৱাৰিলোঁ।

এইখিনিতে উল্লেখযোগ্য যে, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই, যোৱা ১৯৯১ খ্ৰীষ্টাব্দত স্বনামধন্য বিদ্যাবাৰিধি সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱাৰ এশ একছল্লিশতম জন্ম জয়ন্তী উপলক্ষে শ্ৰদ্ধেয় পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ গভীৰ পাণ্ডিত্যৰ স্বীকৃতিৰূপে আনন্দৰাম বৰুৱা পুৰস্কাৰ (Anandaram Borooah Award) পোন প্ৰথমবাৰৰ বাবে শৰ্মাদেৱলৈ মৰণোত্তৰভাৱে প্ৰদান কৰে। শ্ৰদ্ধেয় দেৱশৰ্মাদেৱলৈ এনে যোগ্য সন্মান আগবঢ়োৱা বাবে উক্ত সংস্থাটি আমাৰ সকলোৰে বিশেষ ধন্যবাদৰ পাত্ৰ হৈছে।

শৰ্মাদেৱৰ অভাৱত তেখেতৰ স্থান বহুদিনৰ বাবে হয়তো অপূৰণীয় হৈ থাকিব। তেখেতৰ দৰে ইমান নিয়মনিষ্ঠভাৱে ধৰ্ম-চৰ্চাৰ সকলো ক্ষেত্ৰতে কাৰোবাৰ উপস্থিতিৰ কথা হঠাতে আজি ভাবিব নোৱাৰি। ধৰ্মপ্ৰসঙ্গ-কীৰ্তন বা চৰ্চাৰ ক্ষেত্ৰত শৰ্মাদেৱে মোক হৰিসভা বা আন আন ঠাইলৈ যাবলৈ কৈছিল আৰু মই গ'লে পৰস্পৰে আলোচনা জীৱন্ত হয় বুলি কৈছিল। যদিও কেতিয়াবা মই হঠাতে উপস্থিত হৈ তেখেতৰ লগত আলোচনাত অংশ গ্ৰহণ কৰিছিলোঁ, তথাপিও কেতিয়াবা কেতিয়াবা তেখেতৰ ইচ্ছা অনুসৰি মই এই পাহাৰীয়া আশ্ৰমৰপৰা প্ৰায়েই যাব পৰা নাছিলোঁ ; তাৰ বাবে নিজে মই অতি দুঃখিত। হৰিসভাৰপৰা কেইজনমান ব্যক্তি বৰষুণত তিতি মোৰ ইয়ালৈ আহি দেৱশৰ্মাদেৱৰ অভাৱৰ কথাকে কৈ—'We have become orphans, আজি আমি পিতৃ-মাতৃহীন হ'লোঁ' বুলি গভীৰ বেদনাঙ্কিত অন্তৰৰ কথা অভিব্যক্ত কৰিছে। তেখেতসকলৰ এই অভিব্যক্তিৰ দ্বাৰা মই আজি শৰ্মাদেৱৰ মহত্ত্ব, তেখেতৰ সহৃদয় মহান ব্যক্তিত্ব তথা তেখেতৰ অভাৱৰ দুষ্পূৰণীয়তাৰ কথা মৰ্মে মৰ্মে উপলব্ধি কৰি আহিছোঁ।

একাগ্ৰচিত্তেৰে অবিৰত বিদ্যাসাধনাত নিৱিষ্ট, বিদ্যাবিনম্ৰ সৰল অনাড়ম্বৰ জীৱন যাপন কৰা ব্যক্তিত্বসম্পন্ন, স্বাৱলম্বী, কৃতী অধ্যাপক শ্ৰদ্ধেয় স্বৰ্গত শৰ্মাদেৱৰ কথা তেখেতৰ অভাৱৰ অনুভূতি মোৰ মানসপটত ভাহি উঠে। এইখিনিতে মই আজি 'কামৰূপ সংস্কৃত পৰিষদ'ৰ সাধাৰণ সম্পাদকৰূপে মোৰ কাৰ্যকালৰ কথা বিশেষভাৱে সুঁৱৰিছোঁ। কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যৰূপে তেখেতে সকলো ক্ষেত্ৰতে সদায় মোক সহায়-সহানুভূতিৰে প্ৰোৎসাহিত কৰিছিল। এই প্ৰসঙ্গতে



উল্লেখ নকৰি নোৱাৰি যে, শ্ৰদ্ধেয় দেৱশৰ্মাদেৱে অক্লান্ত পৰিশ্ৰমেৰে অকুণ্ঠ সহায়-সহযোগিতা আগ বঢ়াইছিল। এই প্ৰবন্ধ লেখকজনে কামৰূপ সংস্কৃত পৰিষদৰ সাধাৰণ সম্পাদকৰূপে দায়িত্ব পালন কৰা কালছোৱাত প্ৰায় সকলো কামতে তেখেতৰ ওচৰ চাপিব লগা হৈছিল আৰু পৰিষদৰ অৰ্থসংকটৰ বাবে যথেষ্ট পৰিশ্ৰম কৰিব লগা হৈছিল। এনে অৱস্থাত শ্ৰদ্ধেয় শৰ্মাদেৱে সদায় মোক উৎসাহপূৰ্ণ পৰামৰ্শ উপদেশেৰে সকলো কামত অনুপ্ৰাণিত কৰিছিল। এনেকি, তেখেতে মোক দধীচিৰ দৰে সংস্কৃতৰ অৰ্থে কাম কৰা বুলি এবাৰ মুকলি সভাত তেখেতৰ হাস্যৰস সুলভ ভাষাৰে কোৱা বুলি পৰিষদৰ কেইজনমান সদস্যই হাঁহি হাঁহি কৰ্মৰত অৱস্থাত মোক আহি কৈছিল। ১৯৮৯ খ্ৰীষ্টাব্দত কামৰূপ সংস্কৃত পৰিষদৰ বাৰ্ষিক উৎসৱ অনুষ্ঠানত পৰিষদৰ পক্ষৰপৰা তেওঁলৈ বিশেষভাৱে শ্ৰদ্ধা সন্মান-যাচি গৌৰৱ অনুভৱ কৰিছিলোঁ।

দেৱশৰ্মাদেৱৰ সৈতে মোৰ সাহচৰ্যৰ স্মৃতিৰ সকলো কথা এই ক্ষুদ্ৰ প্ৰবন্ধত সন্নিবিষ্ট কৰা সম্ভৱ নহয়। তেখেতৰ সৈতে মোৰ সম্পৰ্ক গঢ় লৈছিল অতি নিবিড় আৰু অন্তৰঙ্গভাৱে। অসম মাতৃৰ সুসন্তান শুচিব্ৰত সেই মহান ব্যক্তিৰ পূতস্মৃতিত আজি মই হিয়াভৰা শ্ৰদ্ধাঞ্জলি যাচিছোঁ। ওঁ শান্তিঃ। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সোঁৱৰণত

**উপেন্দ্ৰনাথ গোস্বামী**

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ আকস্মিক মৃত্যু অসমবাসীসকলৰ বাবে অতি দুৰ্ভাগ্যজনক কথা। তেখেতৰ মৃত্যুৰ তিনিদিনমান আগতে তেখেতক লগ পাইছিলোঁ। এনে সুন্দৰ চেহেৰাপাতিৰে খোজকাঢ়ি ঘূৰি ফুৰা উনাশী বছৰীয়া লোকজন হঠাতে নাইকিয়া হ'ল। তেখেতৰ মৃত্যুৰ দিনাখন দুপৰীয়া তেখেতৰ অসুখৰ বিষয়ে খবৰ পাইছিলোঁ। ভাবিছিলোঁ খবৰ-বাতৰি ল'ম। কিন্তু সিদিনাখনেই ৰাতি দূৰদৰ্শনৰ বাতৰিত তেখেতৰ মৃত্যুৰ বাতৰি শুনিবলগীয়াত পৰিল। শৰ্মাদেৱৰ লগত মোৰ ১৯৪৩ খ্ৰীষ্টাব্দৰপৰাই চিনাকি। তেতিয়া মই কটন কলেজলৈ আই. এ. পঢ়িবলৈ আহিছোঁ। কলেজলৈ আহি কলেজত মই লোৱা আঠাইকেইটা বিষয়ৰ পাঠদানত সন্তুষ্ট হ'ব পৰা নাছিলোঁ। দুই-এটা বিষয়ৰ কথা অৱশ্যে সুকীয়া আছিল। তাৰ ভিতৰত সংস্কৃত বিভাগটোৰ কথা উল্লেখ কৰিব লাগিব। শৰ্মাদেৱে আমাক আই. এ. মহলাত অৱশ্যে পঢ়োৱা নাছিল। বি. এ. মহলাতহে তেখেতক শিক্ষক হিচাপে পাইছিলোঁ। কিন্তু আমাৰ পৰিয়ালেৰে সৈতে তেখেতৰ ভাল চিনাকি থকাত মোকো তেখেতে তেতিয়াৰপৰাই জানিছিল। তেখেতৰ লগত ঘনিষ্ঠভাৱে সম্পৰ্ক স্থাপন হয় ১৯৬০ খ্ৰীষ্টাব্দত কটন কলেজত শিক্ষক হিচাপে মোৰ নিযুক্তিৰ পিছত। কটন কলেজত মই প্ৰায় চাৰি বছৰ শিক্ষকতাৰ কাম কৰিছিলোঁ। সেইকেইটা বছৰ মোৰ শিক্ষকতা জীৱনৰ অতি স্মৰণীয় কাল। ছাত্ৰ-ছাত্ৰীসকলক পঢ়োৱা কাৰ্যৰ উপৰিও বিশেষ আকৰ্ষণৰ কথা আছিল কটন কলেজৰ কলা-শ্ৰেণীৰ শিক্ষকসকলৰ জিৰণি কোঠাটো। তাত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে। তেখেত অত্যন্ত ৰসিক। দেশ-বিদেশৰ নানা কথাৰ লগত তেখেত পৰিচিত। দেশৰ নানা সমস্যাৰ বিষয়ে, কলেজখনৰ বিষয়ে, চৰকাৰৰ বিষয়ে নানা ৰসাল আলাপ-আলোচনাৰে তেখেতে কমন-ৰুমটো অতি আকৰ্ষণীয় কৰি ৰাখিছিল। এজন চৰকাৰী চাকৰিয়াল হৈও তেখেতে চৰকাৰকো



সমালোচনা কৰিছিল। তদুপৰি অসমৰ বিভিন্ন 'ডাঙৰ' মানুহবোৰৰ নানা বিষয়ৰ ভিতৰুৱা কথাও তেখেতৰ মুখৰপৰা শুনিবলৈ পাইছিলোঁ। এবাৰ এজন কলেজৰ শিক্ষক উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যাবলৈ ওলোৱা খবৰটো ডঃ বাণীকান্ত কাকতিক জনোৱাত ডঃ কাকতিয়ে হেনো এনেদৰে উত্তৰ দিলে—"হেৰা, ঘট এটাই কুঁৱাৰপৰা যিখিনি পৰিমাণৰ পানী তুলিব পাৰে সাগৰৰপৰাও একেখিনি পৰিমাণৰে পানী তুলিব পাৰে।"

অধ্যাপক শৰ্মাদেৱে আৱশ্যক অনুসৰি সকলোকে নানাভাৱে সহায় কৰিছিল। তেখেতে মোক এটা বৰ ডাঙৰ সহায় কৰিছিল, এটা উপদেশেৰে। ১৯৬৪ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা এজনৰ ঠাই খালী হোৱাত নিয়ম অনুসৰি দৰ্খাস্ত পঠাওঁ। সময়ত মোলৈ নিযুক্তি-পত্ৰও আহিল। সেই অনুযায়ী চৰকাৰৰ ফালৰপৰা মোক অব্যাহতি দিয়া পত্ৰৰ বাবে চিলঙলৈ গ'লোঁ। তাত দেখিলোঁ যে মোৰ দৰ্খাস্তখন শিক্ষা-সচিবে বিশ্ববিদ্যালয়লৈ অনুমোদন কৰি পঠোৱা নাই। মই বৰ বিমোৰত পৰিলোঁ। কি উপায় কৰোঁ? উপায় নাপাই বিভাগীয় সংশ্লিষ্ট ভদ্ৰলোকজনকে কি উপায়েৰে মই বিশ্ববিদ্যালয়ৰ চাকৰিত যোগদান কৰিব পাৰোঁ সুধিলোঁ। তেওঁ মোক কামটো ইস্তাফা দিবলৈ উপদেশ দিলে। ততালিকে ইস্তাফাৰ চিঠিখন লেখি তেওঁৰ হাতত দি ঘৰলৈ উভতিলোঁ। পিছদিনাখন কলেজলৈ গৈ খবৰ পালোঁ যে শিক্ষা-সচিৱে হেনো কলেজৰ অধ্যক্ষক ফোনযোগে জনাইছে যে মোক বিশ্ববিদ্যালয়ত যোগদান কৰিবলৈ দিব নালাগে। কলেজৰে আন এগৰাকী শিক্ষয়িত্ৰীক হেনো বিশ্ববিদ্যালয়ত যোগদান কৰিবলৈ অনুমতি দিব লাগে (অথচ শিক্ষয়িত্ৰীগৰাকীয়ে তেতিয়ালৈকে নিযুক্তি পত্ৰ পোৱা নাই। কিন্তু তেওঁ অসমৰ এজন 'ডাঙৰ' মানুহৰ সম্বন্ধীয়)। মই শৰ্মা মহোদয়ক কথাটো ক'লোঁ। তেখেতে ক'লে "তুমি আজিয়ে গৈ বিশ্ববিদ্যালয়ত যোগদান কৰাগৈ। তুমি অস্থায়ীভাৱে ইয়াত আছিলা। তোমাক চৰকাৰে একো কৰিব নোৱাৰে।" ছাৰৰ কথা অনুসৰি মই সিদিনাই গৈ বিশ্ববিদ্যালয়ত যোগদান কৰিলোঁ। মোৰ জীৱনৰ এটি ডাঙৰ কামনা পূৰ্ণ হ'ল। মই তাৰ বাবে ছাৰক চিৰদিন স্মৰণ কৰিম।

বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত দেৱশৰ্মাদেৱে নিযুক্তি পোৱাৰ পিছত তেখেতৰ লগত মোৰ সম্বন্ধ আৰু গাঢ় হৈ উঠিল। ছাৰ সদায় নিয়মীয়া, কোনো দিন শ্ৰেণীৰ পাঠদান ক্ষতি নকৰে। সংস্কৃতৰ উপৰি অসমীয়া সাহিত্যতো তেখেতৰ ভাল দখল। গতিকে বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে তেখেতক অতি

শ্ৰদ্ধা আৰু ভক্তিসহকাৰে চাইছিল। ছাৰৰ লগত সদায় নিজৰ ঘৰৰ বাৰীৰ তামোল-পাণৰ সৰু-সৰুকৈ কটা এটেমা তামোল ৰাখিছিল। তাৰে সময়ে সময়ে একোখন নিজে খাইছিল, আৰু ওচৰত থকা তেখেতে ভাল পোৱা লোকক একোখন তামোল দিছিল। তেখেতে গৈ পায়েই মোক সদায় এখন তামোল বৰ মৰমেৰে দিছিল। সেইখন খাই বৰ তৃপ্তি পাইছিলোঁ।

অধ্যাপক শৰ্মা ছাৰ এজন খ্যাতনামা পণ্ডিত। প্ৰকৃত পণ্ডিতে নজনা কোনো কথা জানিবলৈ পালে ভাল পায় আৰু আৱশ্যক হ'লে নিজৰ পূৰ্বৰ ধাৰণাৰ সলনি কৰে। ছাৰৰ ভাৰতীয় দৰ্শনত ভাল জ্ঞান আছিল। এবাৰ কথা-বতৰা পাতোঁতে বৌদ্ধ দৰ্শনৰ নিৰ্বাণ সম্পৰ্কীয় কথাত তেখেতে ব্যাখ্যা কৰা নিৰ্বাণৰ অৰ্থৰ বিপৰীতে মই পালি ভাষাত নিৰ্বাণ সম্বন্ধে পঢ়া কথাৰ ভিত্তিত যুক্তি দিয়াত ছাৰ মনে মনে থাকিল। পিছদিনাখন তেখেতৰ ভুল হোৱা বুলি মোৰ কথাই শুদ্ধ বুলি জনালে আৰু "বালাদপি সুভাষিতম্" গ্ৰহণ কৰাটো সমীচীন বুলি ক'লে। ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ বিষয়েও ছাৰৰ স্পষ্ট ধাৰণা আছিল। এইবাৰৰ অসমৰ সাধাৰণ নিৰ্বাচনৰ কিছুদিন আগতে নানা আলাপ-আলোচনাৰ মাজত ছাৰে ভাৰতীয় জনতা পাৰ্টিৰ সপক্ষে দুই-এটা কথা কোৱাত মই তেখেতক এইবাৰ পাৰ্টিৰ প্ৰাৰ্থীৰূপে উঠিবলৈ ক'লোঁ। ছাৰে উত্তৰ দিলে "নালাগে দিয়া। কাকতিৰ নিচিনা থাকিব পাৰিলেই হ'ল।"

অধ্যাপক শৰ্মা ছাৰে সাধাৰণভাৱে জীৱন-যাপন কৰিছিল। সদায় পৰিস্কাৰ-পৰিচ্ছন্নভাৱে কাপোৰ-কানি লৈছিল। শুনিবলৈ পাইছিলোঁ তেখেতে হেনো নিজৰ কানি-কাপোৰখিনি নিজেই ধুই লৈছিল। তেখেত সদায় প্ৰসন্ন। একোৰে প্ৰতি আসক্তি নাই। ঘৰুৱা সমস্যা আদিৰ বিষয়েও আনক কৈ নুফুৰে, নিৰ্লিপ্ত। অৰ্থাৎ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ছাৰ এগৰাকী স্থিতপ্ৰজ্ঞ লোক আছিল। তেখেতৰ স্মৃতিত মোৰ সশ্ৰদ্ধ প্ৰণাম জনালোঁ। □

# শাস্ত্ৰ ব্যাখ্যাকৰ্তা আচাৰ্য অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা

**কালীনাথ শৰ্মা**

কেইবছৰমান আগতে চান্দমাৰিত শ্ৰীশ্ৰীহৰিদেৱ গুৰুৰ তিৰোভাৱ উপলক্ষ্যে ভাগৱত প্ৰবচনৰ কাৰণে মোক অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ওচৰলৈ যাবলৈ বাইজে অনুৰোধ কৰিলে। গুৰুজনাৰ অতি প্ৰিয় কাম আছিল ভাগৱত চৰ্চা আৰু অধ্যাপক শৰ্মাদেৱো ভাগৱত ব্যাখ্যাৰ প্ৰতি শ্ৰদ্ধাশীল আৰু মোৰ মতে অসাধাৰণ আছিল। তেখেতে সেই পুণ্য তিথিত ভাগৱত ব্যাখ্যা কৰিবলৈ আহিছিল। মই কৈছিলোঁ যে সময়মতে আমাৰ মানুহে গাড়ী লৈ আহি তেখেতক নিবহি। তেখেতে যেন প্ৰস্তুত হৈ থাকে। তেখেতে গাড়ী নালাগে বুলি কথা দি ক'লে যে সময়মতে ঘৰৰপৰা ওলাব পাৰিলে তেখেতে খোজকাঢ়িয়ে আহিব আৰু যদিহে সময়মতে ওলাব নোৱাৰে তেন্তে ৰিক্সাৰে যথা সময়তে উপস্থিত হ'ব।

অধ্যাপক শৰ্মাদেৱ ৰিক্সাৰেই আহিল। আমাৰ মন্দিৰৰ সমুখত ৰিক্সাৰপৰা নামি ভাৰাটো দিবলৈ জেপত হাত ভৰোৱা যেন দেখি মই আমাৰ ল'ৰা এজনৰ হাতত দুটকীয়া নোট এখন দি ৰিক্সাৰ ভাৰাটো দি আহিবলৈ ক'লোঁ। তেখেতে এটা হাঁহি মাৰি আমাৰ ল'ৰাজনক তাৰ দায়িত্ব পালনৰপৰা বিৰত কৰিব নোৱাৰাৰ অক্ষমতাৰ কথাটোকে জনালে।

এই হাঁহিটোৰ ছবি অধ্যাপক শৰ্মাদেৱৰ স্মৃতি মনত উদয় হ'লেই চকুৰ আগত ভাহি উঠে। এই হাঁহিটো তেখেতৰ লগত সম্বন্ধ থকা সকলোৱে দেখিছে। কিন্তু তেখেতৰ যে দুটা হাঁহি আছিল সেইটো কোনোবাই লক্ষ্য কৰিছিল নে নাই মই ক'ব নোৱাৰোঁ। ৰিক্সাৰপৰা নামি সিদিনা যিটো হাঁহি মাৰিছিল সেইটো হাঁহি তেখেতৰ মুখে ভাগৱত, উপনিষদ, গীতা আদি শুনা সকলোৱে দেখিছে : গীতাত থকা "প্ৰহসন্নিৱ" হাঁহিটোতকৈ অলপ মুকলি হাঁহি। কৃষ্ণই প্ৰজ্ঞাবান হৈয়ো অৰ্জুনৰ মনলৈ বিষাদ ভাৱ অহাত অসন্তোষ প্ৰকাশ কৰিছে। প্ৰজ্ঞাবান হৈয়ো অৰ্জুনৰ মনত উদয় হ'বলৈ দিয়াটো অৰ্জুনৰ উচিত হোৱা অশোচ্যৰ বাবে শোকৰ ভাব মনত উদয় হ'বলৈ দিয়াটো অৰ্জুনৰ উচিত হোৱা

নাই। জনা মানুহে ভুল কৰা দেখিলে এজন জ্ঞানী মানুহৰ মনত এটা বিস্ময়ৰ ভাব হয়। এই ভাবটো কোনোৱে অবজ্ঞাৰদ্বাৰা, কোনোৱে খঙৰদ্বাৰা, আৰু কোনোৱে সহিষ্ণুতাৰদ্বাৰা প্ৰকাশ কৰে। সহিষ্ণু জ্ঞানীয়ে তেতিয়া অকণমান হাঁহে—"প্ৰহসন্-ইব"। কৃষ্ণই যে হাঁহিছিল—এই কথাকে গীতাই ক'ব খুজিছে। শ্ৰীকৃষ্ণৰ হাঁহি গীতাৰ মাজত দ্বিতীয়বাৰ বিচাৰি পোৱা নাযায়।

অধ্যাপক শৰ্মাদেৱৰেও যিটো হাঁহি বিস্ময়ৰ ভাবাখিনি নিজে দিব নোৱাৰা বাবে হাঁহিছিল সেইটো "প্ৰহসন্-ইব" নহয়—কেৱল "প্ৰহসন্"। তেখেতৰ সেইটো নিজস্ব হাঁহি। তাৰ প্ৰকাশ আছে—কিন্তু শব্দটো স্ফুট-অস্ফুটৰ মাজতে, আৰু এই শব্দ হাঁহিৰ আদিতে নাথাকে শেষৰ ফালেহে শুনা যায়। অধ্যাপক শৰ্মাদেৱৰ এই হাঁহিটো গীতা, ভাগৱত, উপনিষদ আদি ব্যাখ্যা কৰাৰ সময়ত প্ৰায়েই মুখত লাগি থাকে আৰু ই নিয়মমতেই শ্ৰোতাসকলৈ সংক্ৰমিত হয়। ৰাজহুৱা সভাত তেখেতে ভাষণ দিয়াৰ সময়তো এই হাঁহিটো মুখত বিৰিঙি উঠা দেখিছোঁ। ইয়াৰ প্ৰাসংগিকতাও একোটা থাকে আৰু সেইটো শাস্ত্ৰৰ বচন এক্ৰাকি মাতিবলগীয়া হোৱা বাবে, অথবা হয়তো কেৱল মনত পৰা বাবে। পুৰাণশাস্ত্ৰী শৰ্মাদেৱে ৰাজহুৱা ভাষণত প্ৰায়ে শাস্ত্ৰীয় উদ্ধৃতি নিদিয়াকৈ নাথাকিছিল। শ্ৰোতাৰ স্বৰূপলৈ চাই তেখেতে এই উদ্ধৃতি সংস্কৃত শ্লোকেৰে কথাপ্ৰসংগতে দিয়ে। শ্লোকেৰে উদ্ধৃতি দিয়াৰ সময়ত তেখেতৰ হাঁহিটোৱে 'প্ৰসন্নচেতঃ' মনৰ সাক্ষ্য বহন কৰে যেন লাগে।

দ্বিতীয় হাঁহিটো শাস্ত্ৰ-প্ৰবচন প্ৰসংগত প্ৰায়েই দেখা নাযায়। শৰ্মাদেৱক কটন কলেজত সহকৰ্মী ৰূপেও কেইবা বছৰ পাইছোঁ। কটন কলেজৰ কলা-শাখাৰ জিৰণি কোঠা বা বিশ্ৰাম কক্ষৰপৰা প্ৰায় আধা ফাৰ্লং দূৰত আমাৰ বিভাগৰ কাৰ্যালয় আছিল। কিন্তু মই প্ৰায়েই প্ৰশাসনীয় গৃহত থকা অধ্যাপকসকলৰ বিশ্ৰাম কক্ষলৈ আহিছিলোঁ। তাত অধ্যাপক শৰ্মাদেৱৰ এই হাঁহিটো ওলাইছিল আৰু ওলাইছিল 'শুক', 'ময়না' আদি নঁাৰা গোসাঁইৰ পুত্ৰসকলৰ লগত আড্ডা মাৰোঁতে। শৰ্মাদেৱ গুৱাহাটীৰ উজানবজাৰৰ নদীৰ পাৰৰ নঁাৰা গোসাঁইৰ পৰিয়ালৰ মানুহৰ দৰে আছিল আৰু নঁাৰা গোসাঁইৰ ঘৰৰ 'শুক', 'ময়না', 'ফেচু', 'লেচু' আদি ডেকা গোসাঁই কেইজনৰ লগত বৰ অন্তৰংগ আছিল। নঁাৰা গোসাঁই হ'ল স্বৰ্গীয় কুমুদেশ্বৰ গোস্বামী আৰু 'শুক', 'ময়না', 'ফেচু', 'লেচু' আদি ক্ৰমে কনকেশ্বৰ, হৰেশ্বৰ, ভুৱনেশ্বৰ, লক্ষেশ্বৰ আদি হ'ল তেখেতৰ পুত্ৰ। এই চাৰিওজন এতিয়া স্বৰ্গগামী। এওঁলোকৰ কনিষ্ঠ ভ্ৰাতৃ কিৰণ



অটোমোবাইলচৰ প্ৰতিষ্ঠাপক উদ্যোগপতি জীৱেশ্বৰ গোস্বামীও ইহলোকত নাই। কেৱল শ্ৰীধনুকেশ্বৰ গোস্বামীয়ে (বিপিন গোসাঁয়ে) ভায়েক-ককায়েকসকলৰ স্মৃতি বহন কৰি ফুৰাচকা কৰি আছে। অধ্যাপক শৰ্মাদেৱক এই কনিষ্ঠ দুজনে বৰ শ্ৰদ্ধা কৰিছিল, কিন্তু সহজে গ্ৰহণ কৰিব পৰা অৰ্থত অন্তৰংগ নাছিল। ডাঙৰ গোসাঁইকেইজনৰ লগত বহিলে অধ্যাপক শৰ্মাদেৱে কেতিয়াবা কেতিয়াবা উচ্চস্বৰে হিয়া উবুৰিয়াই হাঁহি দিছিল। এই হাঁহিৰ লগত কলেজৰ বিশ্ৰাম কক্ষৰ হাঁহিৰ একো পাৰ্থক্য নাছিল।

শাস্ত্ৰ ব্যাখ্যা কৰোঁতে এবিধ হাঁহি আৰু অধ্যাপক বা বন্ধুৰ সমাগমত আন এবিধ হাঁহিৰ কথাটো এনেয়ে ভাবি চালে একো ক'বলগীয়া কথা নহয়। কিন্তু বহু বছৰ একেলগে অধ্যাপনা কৰা আৰু আজৰি সময়ত গীতা, ভাগৱত আদিৰ আলোচনাত লগ লগা, প্ৰায় সমগ্ৰ অসমতে সভা-সমিতি কৰি ফুৰা আৰু ধৰ্ম হিচাপে মানৱীয় সনাতন ধৰ্মটোক হিন্দু ধৰ্ম বুলি কৈ নিজে গৌৰৱ বোধ কৰা আৰু আনকো গৌৰৱ কৰিবলৈ কোৱা দুটা সৰ্বভাৰতীয় সংগঠনত থকাৰ বাবে অধ্যাপক শৰ্মাদেৱক মই অলপ ঘনিষ্ঠভাৱে চাবলৈ চেষ্টা কৰিছিলোঁ। এই চেষ্টাৰ ফলত তেখেতৰ হাঁহিটোৰ কথাকে এই আলোচনাত ক'বলৈ প্ৰয়াস কৰি এইখিনি ভূমিকা লিখিবলৈ বাধ্য হ'লোঁ।

নিঃশব্দ বা মৃদু শব্দৰ হাঁহিৰ কিবা মনোবৈজ্ঞানিক তত্ত্ব বা তাৎপৰ্য আছে নে নাই নাজানোঁ। শাস্ত্ৰ ব্যাখ্যা কৰ্তা অধ্যাপক শৰ্মাদেৱৰ এই হাঁহিটো কোনো মনোবিজ্ঞানীয়ে তাত্ত্বিক বিচাৰৰ বাবে চাবলৈ নাহে। কোনোবা কেতিয়াবা আহিলেও মোৰ বিশ্বাস যে তেখেতৰ তত্ত্বানুসন্ধানৰ স্পৃহা শাস্ত্ৰ-প্ৰবচনৰ পৰশত নাইকিয়া হৈ যায়। মই এই সম্বন্ধে বিদৰে ভাবিবলৈ বাধ্য হৈছিলোঁ তাকেহে ক'ম। মাত্ৰ দুই-এটা উদাহৰণেৰে মই কিয় এইদৰে বাধ্য হৈছিলোঁ তাকে ব্যক্ত কৰিম।

এটা প্ৰবচনত তেখেতে ভাগৱতৰ নৱম স্কন্ধৰ চতুৰ্থ অধ্যায়ৰ ব্যাখ্যা কৰিছিল। এই অধ্যায়টোত নাভাগ আৰু তেওঁৰ পুত্ৰ অম্বৰীষৰ কথা আছে। ইয়াত ৰজা, ব্ৰতী, ঋষি, গৃহস্থ আদি সকলোৰে বাবে মোহনীয় চৰিত্ৰ অৱতাৰণাৰ-দ্বাৰা সাধাৰণৰ বাবে পালনীয় আচাৰ-বিচাৰৰো উপদেশ দিয়া হৈছে। কম সময়তে সমাপ্ত কৰিবলগীয়া প্ৰবচনৰ বাবে বহু ভাগৱতীয়ে এই অধ্যায়টোকে বাছি লয়। মনুৰ পুত্ৰ নভগ। এই নভগৰ ডাঙৰ পুতেকইঁতে সম্পত্তি ভাগ কৰোঁতে ব্ৰহ্মচৰ্যাশ্ৰমত থকা সৰু ভায়েক নাভাগলৈ একোকে নাৰাখিলে।

নাভাগ আছিল মন্ত্ৰদ্ৰষ্টা, তেওঁ যজ্ঞভূমিত অংগিৰাৰ বংশোদ্ভূত ব্ৰাহ্মণসকলক "বিশ্বেদেৱ" সূক্ত পাঠ কৰাইছিল আৰু সেই যজ্ঞভূমিতেই ৰুদ্ৰদেৱৰপৰা ব্ৰহ্মজ্ঞান লাভ কৰিছিল আৰু বিপুল সম্পত্তি লাভ কৰিছিল। "গৃহাণ দ্ৰৱিণং দত্তং মৎসত্ৰ পৰিশোষিতম্" এই ব্ৰহ্মজ্ঞানী নাভাগৰ ঔৰসত অম্বৰীষৰ জন্ম হৈছিল। "নাভাগাদ্ অম্বৰীষোঽভূৎ"। এওঁ এনে পৰম ভাগৱত আৰু পুণ্যবান আছিল যে ব্ৰহ্মশাপেও তেওঁক স্পৰ্শ কৰিব নোৱাৰিছিল। দুৰতিশয় ব্ৰহ্মশাপৰপৰা বিষ্ণুৰ সামীপ্যৰ ফলত তেওঁ "নিৰ্মুক্ত" হৈছিল ; এই কথাষাৰৰ ব্যাখ্যাৰ সময়ত শৰ্মাদেৱে নিজস্ব হাঁহিটো মাৰি ক্ষুদ্ৰ মন্তব্য এটা কৰিছিল—"হয়, তেনেকুৱাই হয়"।

বিষ্ণুভক্ত সকলোৱেই ব্ৰহ্মদণ্ড নিৰ্মুক্ত হয়নে?—এই প্ৰশ্নটো সকলোৱেই কৰিব। স্বয়ং দুৰ্বাসা মুনিকেই বিষ্ণুচক্ৰই তধামধা খুৱালে। ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰে অম্বৰীষৰ ব্ৰহ্মদণ্ডৰপৰা দুৰ্বাসাক ৰক্ষা কৰিব নোৱাৰিলে। বিষ্ণুৱে দুৰ্বাসাক ক'লে, "হে ব্ৰাহ্মণ, তপস্যা আৰু বিদ্যা—এই দুয়োবিধেই সঁচাকৈয়ে ব্ৰাহ্মণৰ বাবে নিঃশ্ৰেয়স্কৰ অৰ্থাৎ মুক্তিজনক। কিন্তু তপস্যা আৰু বিদ্যাৰ অনুষ্ঠানকৰ্তা দুৰ্বিনীত হ'লে এই দুয়োবিধেই বিপৰীত ধৰণৰ ফলহে সৃষ্টি কৰে। গতিকে হে ব্ৰাহ্মণ, তুমি যোৱা, তোমাৰ মংগল হওক। নাভাগৰ পুত্ৰ মহাভাগ ৰাজৰ্ষি অম্বৰীষৰ ওচৰলৈ গৈ ক্ষমা প্ৰাৰ্থনা কৰা। তেতিয়াহে তুমি শান্তি পাবা।" ভাগৱতৰ এই শ্লোককেইটা ব্যাখ্যা কৰি কিন্তু শৰ্মাদেৱে এই হাঁহিটো মৰা নাছিল আৰু "হয়, তেনেকুৱাই হয়" মন্তব্যটোও কৰা নাছিল।

অম্বৰীষ কৃতী ভাগৱত হৈ ব্ৰহ্মদণ্ডই স্পৰ্শ কৰিব নোৱৰা অৱস্থা প্ৰাপ্ত হোৱা কথাটো ব্যাসদেৱৰ নিজা কথা। তেওঁ আন কাৰো মুখেদি এই কথাষাৰ প্ৰকাশ কৰোৱা নাই। কিন্তু পিছত দুৰ্বাসাক শান্তি লাভৰ উপায়ৰ কথাখিনি ভগৱান বিষ্ণুৰ মুখ-নিসৃত প্ৰথমটোত অধ্যাপক শৰ্মাদেৱে—"হয়, তেনেকুৱাই হয়" মন্তব্য দিলে আৰু দ্বিতীয়টোত নিদিলে।

আন আন ভাগৱতীৰ প্ৰৱচনো মই শুনিছোঁ। কাৰো মুখত "হয়, তেনেকুৱাই হয়" বা সেই অৰ্থৰ অন্য মন্তব্য শুনা মোৰ মনত নপৰে। এই সম্বন্ধে কিবা চিন্তা কৰিবলগীয়া আছে বুলি নাভাবিবও পাৰি। কিন্তু মোৰ মনত এই মন্তব্যটোৱে এটা ভাবৰ উদ্ৰেক কৰিলে। এই উদ্ৰেক কিয় হ'ল তাক কওঁ।

ধৰ্মীয় ভাষাত এষাৰ কথা আছে—"দেৱো ভূত্বা দেৱং যজেৎ"—অৰ্থাৎ দেৱতাৰ অৰ্চনা কৰাৰ সময়ত নিজকে দেৱতা বুলি ভাবিব লাগে। অৰ্চনা-পূজা, ভজনা ইত্যাদি উপাসনাৰ বাবে প্ৰস্তুত হোৱাৰ উপায়ৰ কথা। কাৰোবাৰ



ওচৰলৈ যাবলৈ হ'লে খোজ কাঢ়ি বা অন্য ৰকমে দূৰত্বটো কমাই ল'ব লাগে। উপাসনাৰ অৰ্থ যদি ওচৰতে বহা বুলি ধৰা হয় তেন্তে ওচৰত বহাৰ আগতে উপাস্য আৰু উপাসকৰ মাজৰ দূৰত্বখিনি কমাই ল'ব লাগে। পূজা-অৰ্চনা আদিৰদ্বাৰা দূৰত্বটো কমোৱা হয়। ভাগৱত চৰ্চা কৰিবলৈকো ভাগৱতৰ স্ৰষ্টা ব্যাসদেৱৰ সামীপ্য লাভৰ চেষ্টা কৰি নিজকে ব্যাসৰ লগত এক কৰাটো উচিত আৰু তাৰ বাবে সাধনাৰ দৰ্কাৰ। ভাগৱতীজনে যি আসনত বহি ভাগৱত চৰ্চা কৰে সেই আসনখনক ব্যাসাসন বোলা হয়। ব্যাসাসনত বহিলে ভাগৱতীজন ব্যাস বা ব্যাসতুল্য হয় আৰু তেওঁ ব্যাসদেৱৰ কথাবোৰ কেৱল বুজাই নহয় হৃদয়ঙ্গমো কৰিব লাগে। ডোংৰে মহাৰাজ এগৰাকী শ্ৰেষ্ঠ ভাগৱতী আছিল। তেখেতৰ মুখে ভাগৱত শুনিবলৈ বেমাৰী মানুহো চুঁচৰি চুঁচৰি বা সাধ্যানুযায়ী বাহন লৈ অহা আমি দেখিছোঁ। তেখেতৰ ব্যাসাসনখন উচ্চ আৰু মনোমোহাকৈ সজোৱা হয়। শ্ৰোতা আসনখনৰ ওচৰলৈ যায় ; কিন্তু তাত নুঠে। মহাৰাজে ভাগৱত কৈ কৈ মাজে মাজে বাহ্যজ্ঞান ৰহিত হোৱাও আমি দেখিছোঁ। যশোদা আৰু দৈৱকী ব্ৰজধামত থাকিল, আৰু শ্ৰীকৃষ্ণই ৰুক্মিণীক দ্বাৰকাত বিয়া কৰাবলৈ বাধ্য হ'ল। এইবাবে কৃষ্ণৰ শোকোচ্ছ্বাস ইমান বেছি হ'ল যে তেওঁ বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। এই কথাখিনি বৰ্ণনা কৰোঁতে ডোংৰে মহাৰাজৰ অৱস্থাও বৰ শোকাকুল হৈ পৰে। তেখেতৰ চকুৰপৰা নিৰ্গত অবিৰাম অশ্ৰুধাৰাই তেখেতৰ ডিঙিৰ কাপোৰ তিয়াই পেলায়। তাকে দেখি শ্ৰোতাসকলেও কান্দি কান্দি ব্যাকুল হোৱা মই নিজ চকুৰে দেখিছোঁ আৰু ময়ো মোৰ চকুপানীক বাধা দিব পৰা নাছিলোঁ। ব্যাসে ভাগৱতত এই বৰ্ণনা দিয়া নাই, কিন্তু ব্যাসাসনত বহি ডোংৰে মহাৰাজ নিজে ব্যাস হৈছিল। ৰজনীকান্ত দেৱশৰ্মাদেৱেও ভাগৱতৰ দুই-এঠাইত নিজে কৰা ব্যাখ্যাত নিজে অভিভূত হৈ "হয়, তেনেকুৱাই হয়"—বুলি ব্যাসদেৱৰ মনৰ ভাবটোক ব্যক্ত কৰিছিল হ'বলা!

কিন্তু বিষ্ণুৱে দুৰ্বাসাক দিয়া উপদেশৰ বেলিকা এই মন্তব্য দিয়াৰ অধিকাৰ অধ্যাপক শৰ্মাদেৱৰ নাই। বিষ্ণুৰ কথা কেৱল ভগৱান বিষ্ণুৱেহে ক'ব পাৰে আৰু সেই কথাই কোনো মন্তব্যৰ অপেক্ষা নকৰে। বেদৰ উক্তিবোৰ যিদৰে স্বতঃসিদ্ধ আৰু স্বপ্ৰমাণিত, বিষ্ণুৰ মুখৰ কথাবোৰো সেইদৰে স্বপ্ৰমাণিত। তাত মন্তব্যৰ স্থান নাই ; যদি থাকিলহেঁতেন, তেন্তে ব্যাসদেৱে নিজেও মন্তব্য স্বৰূপে কিবা ক'লেহেঁতেন। এই কথা অধ্যাপক শৰ্মাদেৱে উপলব্ধি কৰিয়েই

স্থান বিশেষে সেই নিজস্ব হাঁহিটো মাৰি—"হয়, তেনেকুৱাই হয়" বুলি মন্তব্যটো দিছিল।

ইয়াতে এটা আত্মপ্ৰত্যয়ৰ কথাও আছে : মোৰ বিশ্বাস—অধ্যাপক শৰ্মাদেৱে বেদ, ব্যাকৰণ, কাব্য, দৰ্শন, পুৰাণ আদি সংস্কৃত গ্ৰন্থবোৰ পঢ়ি শাস্ত্ৰজ্ঞানৰ সম্যক অধিকাৰী হৈছিল। বেদ, উপনিষদ, দৰ্শন আদিৰ কথাবোৰ তেখেতে অলপ চিন্তা কৰিয়েই গীতা-ভাগৱত আদিৰ লগত সংগতি ৰক্ষা কৰি আলোচনা কৰিব পাৰিছিল। তেখেতৰ নিচিনা অধ্যয়নপুষ্ট পণ্ডিতসকলে এই আলোচনা শুনি মূৰ ছুঁপিওৱা মই দেখিছোঁ। এইটো সৰ্বশাস্ত্ৰ পাৰংগত হোৱাৰ বাবে তেখেতৰ কাৰণে মন্তব্য হৈছিল নে এটা গভীৰ আত্মপ্ৰত্যয়ৰ বাবে হৈছিল আমি নাজানো। বেদান্তত তৰ্কৰ স্থান আছে। মন্ত্ৰদ্ৰষ্টা গুৰুৱে আঙুলিয়াই দিয়া জ্ঞানবান-জনেহে ইয়াৰ বাৰ্তিক ৰচনা কৰিব পাৰিছিল। তেনে বাৰ্তিক থকা সত্ত্বেও আচাৰ্য ৰামানুজে আদি-শংকৰাচাৰ্যৰ বৈদান্তিক মত সমৰ্থন কৰিব পৰা নাছিল। এনে তৰ্কৰ স্থান থকাৰ বাবেই দৰ্শন, মীমাংসা আদি গ্ৰন্থ ৰচনাৰ প্ৰয়োজন হৈছিল হ'বলা। এই গ্ৰন্থবিলাকৰ ৰচয়িতাসকলৰ যি আত্মপ্ৰত্যয় তাক লাভ কৰা সহজ কথা নহয়। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সম্বন্ধে এই পৰ্যায়ৰ আত্মপ্ৰত্যয়ৰ কথা ক'ৰলৈ লোৱাটো হয়তো সমীচীন নহ'বও পাৰে। কিন্তু তেখেতে আয়ত্ত কৰা বিদ্যাই তেখেতক আত্মপ্ৰত্যয়ৰ অধিকাৰী কৰিছিল আৰু কঠিন বিষয়ত তাত্ত্বিক আলোচনাৰ অধিকাৰ দিছিল।

এই আত্মপ্ৰত্যয়ৰ বাবে তেখেতে হ'লে কেতিয়াও গৰ্ব কৰা নাছিল। এদিন পণ্ডিত বিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাক এটা শ্লোক সম্বন্ধে প্ৰশ্ন কৰিছিল। শাস্ত্ৰীদেৱৰ শ্লোকটো বিক্ষিপ্তভাৱে ক'ৰবাত পাইছিল আৰু সেইটো ক'ত আছে বা কিহৰ লগত তাৰ সম্বন্ধ ইত্যাদি কথা অধ্যাপক দেৱশৰ্মাৰপৰা জানিব পাৰিব বুলি বোধকৰোঁ ভাবিছিল। অধ্যাপক শৰ্মাদেৱে অতি বিনম্ৰভাৱে 'নাজানো' বুলি কৈছিল। 'প্ৰতিবোধবিদিত' বুলি উপনিষদত এটা সংজ্ঞা আছে। গুৰু বা শাস্ত্ৰাধ্যয়ন—এই দুটাই 'প্ৰতিবোধবিদিত'ৰ মাৰ্গত প্ৰত্যয়াৰ্থীক উপস্থিত কৰাব পাৰে, কিন্তু লক্ষ্যস্থান পাবলৈ যি 'প্ৰতিবোধ' বা বুদ্ধিজনিত প্ৰত্যয়ৰ প্ৰয়োজন তাক আহৰণ কৰা জ্ঞানব্ৰতীৰ নিজা কাম। অধ্যাপক শৰ্মাদেৱে এই কামত হাত দিছিল বুলি মই বিশ্বাস কৰোঁ।

শাস্ত্ৰ ব্যাখ্যাকৰ্তা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সম্বন্ধে মোৰ সীমিত বিদ্যা-বুদ্ধিৰে যি জানো তাকেই ইয়াত সন্নিবিষ্ট কৰিলোঁ। মই অকণমানো বেছিকৈ কোৱা বুলি নাভাবোঁ। শাস্ত্ৰজ্ঞান মোৰ নাই বাবে—'যস্যামতং তস্য মতং মতং যস্য ন বেদ সঃ' যদি হৈছে তেন্তে সুধীসজ্জনে যেন মোক মাৰ্জনা কৰে। □

# আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ উপনিষদ ব্যাখ্যাৰ ধাৰা আৰু ব্যক্তিত্ব

**ধৰণীধৰ চৌধুৰী**

পণ্ডিতপ্ৰৱৰ ৰজনীকান্ত দেৱশৰ্মা আছিল সংস্কৃত সাহিত্যৰ এটি বিৰাট ভাণ্ডাৰ। সেই সাহিত্যৰ বিভিন্ন বিভাগ, যেনে—দৰ্শন, নাটক, কাব্য, গদ্য, পদ্য, ব্যাকৰণ আৰু অলংকাৰ আদিত আছিল তেখেতৰ গভীৰ ব্যুৎপত্তি। সেইবোৰ তেখেতে এনেদৰে কণ্ঠস্থ কৰি ৰাখিব পাৰিছিল যে যেতিয়াই য'ত যিদৰে প্ৰয়োজন হয়, তেতিয়াই সেইভাৱে প্ৰয়োগ কৰি তেখেতৰ বক্তৃতা বা ৰচনাত মাধুৰ্যৰ প্ৰলেপ সানিছিল। অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো সেই একেই কথা। তেখেত সংস্কৃত পণ্ডিত হৈও কিন্তু সংৰক্ষণশীল নাছিল। আধুনিক জগতৰ বৈজ্ঞানিক জ্ঞান, আন বিভিন্ন ধৰ্ম-সম্প্ৰদায়ৰ মতবাদ সম্বন্ধেও তেখেতৰ অধ্যয়ন আছিল পৰিপুষ্ট। সেয়ে ভাৰতীয় দৰ্শনৰ যি কোনো দিশ অৰ্থাৎ উপনিষদ আদিৰ ব্যাখ্যা দান প্ৰসংগত তেখেতৰ বৈশিষ্ট্য সকলোৱে স্বীকাৰ কৰিছিল। দৰ্শনৰ বিভিন্ন জটিল বিষয়ৰ বিশদ ব্যাখ্যা তেখেতে অত্যন্ত সহজ-সৰল হাস্যমধুৰ ভাষাৰে বৰ্ণনা কৰিও তাত্ত্বিক দিশৰ গাম্ভীৰ্য আৰু মাধুৰ্যও সম্পূৰ্ণৰূপে ৰক্ষা কৰিব পাৰিছিল।

১৯৭৯ ইং চনৰ এক ফেব্ৰুৱাৰী বৃহস্পতিবাৰে মাঘী পঞ্চমী তিথিত স্বৰ্গীয় যুমাৰ কিশোৰৰ আহ্বানত তেখেতৰ ঘৰত এটি সৰু বৈঠক বহিছিল। সেই মেলত বিভিন্ন আলোচনাৰ মাজত সমাজৰ বিশৃংখল অৱস্থা আৰু অসংহতিৰ কাৰণে উদ্বেগ প্ৰকাশ কৰি তাৰ প্ৰতিকাৰৰ অৰ্থে আধ্যাত্মিক জ্ঞানৰ বিস্তাৰৰ ওপৰত প্ৰাধান্য দিয়া হৈছিল। সিদ্ধান্ত হৈছিল যে মাহেকত অন্তত এবাৰকৈ হ'লেও বিশ্বৰ প্ৰধান ধৰ্মমতৰ মূল পুথিবোৰৰ বিষয়ে আলোচনা হ'ব লাগে। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে প্ৰথমতে উপনিষদৰ প্ৰবচনৰ ওপৰত গুৰুত্ব আৰোপ কৰি কৈছিল যে কোনো মানুহে নিজে পালন কৰা ধৰ্মটোৰ বিষয়ে সম্যক জ্ঞান লাভ নকৰাকৈ আন ধৰ্মৰ দৰ্শনৰ বিশ্লেষণ বা তুলনামূলক

আলোচনাৰদ্বাৰা উপকৃত হ'ব নোৱাৰে। তেখেতৰ উপদেশ সকলোৱে গ্ৰহণ কৰিছিল আৰু সিদিনাই সেই উদ্দেশ্যে এটি অনুষ্ঠানৰ জন্ম হৈছিল আৰু তাৰ নাম ৰখা হৈছিল "সমাধান চক্ৰ"। এই চক্ৰত শৰ্মাদেৱৰ জীৱনকালত অনুষ্ঠিত হোৱা ১০২ খন বৈঠকৰ সৰহভাগতে তেখেত আছিল উপনিষদৰ ব্যাখ্যাকৰ্তা বা সমাধানী। ইয়াৰ কেইখনমান বৈঠকত প্ৰয়াত পণ্ডিত তীৰ্থনাথ শৰ্মা আৰু ড° প্ৰিয়াশু প্ৰবল উপাধ্যায়দেৱে ব্যাখ্যা আগবঢ়াইছিল। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে তেখেতৰ মৃত্যুৰ পাঁচ দিনৰ আগতেও অৰ্থাৎ ১২।১।৯১ ইং তাৰিখে এই চক্ৰত প্ৰশ্নোপনিষদৰ বিষয়ে অতি বসাল তাত্ত্বিক ব্যাখ্যা দান কৰি নিজে প্ৰশ্নত পৰিণত হ'ল, কিয়নো সেই সভাতে তেখেতে এই সংসাৰত যে আৰু বেছি দিন নাথাকে সেই কথাৰ ইংগিত দিছিল।

আগতে উল্লেখ কৰা হৈছে যে শৰ্মাদেৱৰ উপনিষদ ব্যাখ্যা আছিল চিত্তাকৰ্ষক আৰু সেয়ে যুৱক-যুৱতী, কিশোৰ আৰু বৃদ্ধ বয়সৰ মানুহে সমানে সেই আলোচনাত অংশ গ্ৰহণ কৰি মধুৰ বস আস্বাদন কৰিছিল। সমাধান চক্ৰত প্ৰথমতে ঈশোপনিষদৰ ব্যাখ্যা আৰম্ভণিৰ পূৰ্বতে তেখেতে 'বেদ' শব্দৰ ব্যুৎপত্তি আৰু অৰ্থ, উপনিষদৰ গ্ৰন্থৰাজিৰ সৃষ্টিৰ কাল, উদ্দেশ্য আৰু সেই শাস্ত্ৰসমূহে মানৱ জগতৰ মাজত বিতৰণ কৰা অফুৰন্ত জ্ঞানৰ বিষয়ে বিতংকৈ ব্যাখ্যা কৰি বৰ্তমান বৈজ্ঞানিক দৃষ্টিৰ পটভূমিত এই জ্ঞানসমূহৰ সামঞ্জস্য আৰু অবিহণাৰ বিষয়েও বহলাই কৈছিল। তেখেতে আৰু কৈছিল যে 'উপনিষদ' শব্দৰ অৰ্থ ব্ৰহ্মবিদ্যা। 'উপ' আৰু 'নি' পূৰ্বক সদ্ ধাতুৰ পিছত ক্বিপ্ প্ৰত্যয়ৰ সংযোগৰ-দ্বাৰা এই শব্দটি গঠিত হৈছে। 'উপ' উপসৰ্গটোৱে সামীপ্য বুজায় আৰু কোনো বন্ধন নাথাকিলে ই বস্তু মাত্ৰৰে সামীপ্য বুজাব পাৰে। 'নি' উপসৰ্গটো নিশ্চয়াৰ্থক আৰু নিঃশেষাৰ্থক আৰু 'সদ্' ধাতুৰ অৰ্থ শিথিলীকৰণ, গতি বা প্ৰাপ্তি আৰু অৱসাদন বা বিনাশ। সেয়ে 'উপনিষদ' শব্দৰ অৰ্থ হ'ল— ঐকান্তিকতাৰদ্বাৰা যি বিদ্যাই শীঘ্ৰে সহেতুক সংসাৰ উন্মুলিত কৰে বা যিয়ে সোনকালে নিশ্চিতৰূপে আত্মাৰ ওচৰলৈ লৈ যায়, অথবা যি বিদ্যাৰ আশ্ৰয় গ্ৰহণ কৰি নিঃসংশয়ে অনুশীলন কৰিলে অবিদ্যাদি সংসাৰ বন্ধনক শিথিল বা নিঃশেষ কৰে সেই বিদ্যাই 'উপনিষদ'।

জাতিৰ জনক মহাত্মা গান্ধীৰ এটি মন্তব্যৰ উদ্ধৃতি দি শৰ্মাদেৱে কৈছিল যে গান্ধীজীৰ মতে হিন্দুধৰ্মৰ সকলোবোৰ শাস্ত্ৰ এদিন যদি কালৰ বুকুত বিলীন হৈ যায় আৰু কেৱল যাজ্ঞবল্ক্য ঋষিৰদ্বাৰা গঠিত আৰু প্ৰচাৰিত ঈশোপনিষদখন



থাকে তেতিয়াও হিন্দুধৰ্ম জীৱিত থাকিব, আৰু ঈশোপনিষদখনো যদি বিলুপ্ত হয় আৰু ইয়াৰ ওঠৰটা শ্লোকৰ মাত্ৰ প্ৰথম দুটা বৰ্তি থাকে তেনেহ'লেও হিন্দুধৰ্মৰ কোনো হানি নহ'ব।

সমাধান চক্ৰত শৰ্মাদেৱে ঈশ, কঠ, কেন, মুণ্ডক, শ্বেতাশ্বতৰ আৰু প্ৰশ্নোপনিষদৰ বিষয়ে তাত্ত্বিক ব্যাখ্যা আগবঢ়াইছিল। সেই সকলোখিনি এই প্ৰবন্ধত লিপিবদ্ধ কৰাটো অসম্ভৱ। সেয়ে মাথোন দুই-এটা শ্লোকৰ ব্যাখ্যাৰ সাৰাংশৰ উদ্ধৃতি দিলেই বোধকৰোঁ তেখেতৰ জ্ঞানৰ বিস্তৃতি আৰু গভীৰতা, প্ৰকাশভংগীৰ সৰল হাস্যমধুৰ অথচ তাত্ত্বিক গুৰুত্বৰ মাধ্যমেৰে প্ৰকাশিত তেখেতৰ আধ্যাত্মিক ব্যক্তিত্বৰ ছবিখন নিশ্চয় প্ৰকাশ পাব।

মুণ্ডকোপনিষদৰ তৃতীয় মুণ্ডকৰ প্ৰথম খণ্ডৰ সপ্তম মন্ত্ৰটো হ'ল ঃ

বৃহচ্চ তদ্দিব্যমচিন্ত্যৰূপং
সূক্ষ্মাচ্চ তৎ সূক্ষ্মতৰং বিভাতি।
দূৰাৎ সুদূৰে তদিহান্তিকে চ
পশ্যৎস্বিহৈৱ নিহিতং গুহায়াম্॥

ইয়াৰ ব্যাখ্যা প্ৰসংগত তেখেতে কৈছিল যে বৃহৎ আৰু দিব্য অচিন্ত্যস্বৰূপ আৰু সূক্ষ্মতকৈও সূক্ষ্মতৰ ব্ৰহ্ম বহুৰূপে প্ৰকাশিত। তেওঁ দূৰতকৈও সুদূৰ অথচ এই দেহতেই প্ৰকাশমান, এই জগতত চেতন জীৱবোৰৰ হৃদয় গুহাতেই আৰু বুদ্ধিতেই অৱস্থিত অৰ্থাৎ অজ্ঞানীসকলৰ বাবে তেওঁ দূৰতকৈও সুদূৰ আৰু জ্ঞানীৰ কাৰণে তেওঁ দেহ আৰু বুদ্ধিতেই অৱস্থিত। এই সংক্ৰান্তত তেখেতে নামঘোষাৰ তলৰ ঘোষাটিৰ ব্যাখ্যাৰে উক্ত শ্লোকৰ অৰ্থ অতি সহজে বুজাইছিল—

কৰ্মত বিশ্বাস যাৰ হিয়াত থাকন্তে হৰি
আতিশয় দূৰ হোন্ত তাৰ
দূৰতো বিদূৰ হোন্ত তাৰ।
অহংকাৰ থাকন্তেও সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ-কীৰ্তন ধৰ্ম যাৰ॥ (ঘোষা-৫)

তেখেতে কৈছিল যে এই ঘোষাত যি অহংকাৰ শব্দ ব্যৱহাৰ কৰা হৈছে সেই শব্দৰ অৰ্থ হ'ল সাত্ত্বিক অহংকাৰ আৰু যি কৰ্মৰ কথা কোৱা হৈছে সি হ'ল সকাম কৰ্ম। এই সংক্ৰান্তত তেখেতে ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰ তলত লিখা কথাফাকিৰো উদ্ধৃতি দিছিল ঃ "When the mind of the devotee ascends upwards God also descends downwards."

এই উপনিষদৰ তৃতীয় মুণ্ডকৰ দ্বিতীয় খণ্ডৰ পঞ্চম শ্লোকটি হ'ল ঃ

সম্প্ৰাপ্যৈনেম্‌ঋষয়ো জ্ঞানতৃপ্তাঃ
কৃতাত্মানো বীতৰাগাঃ প্ৰশান্তাঃ।
তে সৰ্বগং সৰ্বতঃ প্ৰাপ্য ধীৰা
যুক্তাত্মানঃ সৰ্বমেৱাৱিশন্তি ॥ (মু. ৩/২/৫)

এই শ্লোকৰ ব্যাখ্যাদান প্ৰসংগত শৰ্মাদেৱে কৈছিল যে সেই আত্মাৰ বিষয়ে অৱগত হ'লে সত্যদৰ্শীসকলে জ্ঞানৰ বাহিৰে আন একোতেই তৃপ্ত নহয়। তেওঁলোকৰ আত্মা পৰমাত্মাত প্ৰতিষ্ঠিত হয়, তেওঁলোক আসক্তিশূন্য আৰু প্ৰশান্ত হয়। এনেকুৱা ধীৰ আৰু নিত্য সমাহিত ব্যক্তিসকলে সৰ্বব্যাপী ব্ৰহ্মক সৰ্বত্ৰ প্ৰাপ্ত হৈ দেহপাত কালতো সৰ্বস্ব ৰূপেই প্ৰৱেশ কৰে। এই সম্পৰ্কতে তেখেতে আমেৰিকাৰ কবি ইমাৰছনৰ বিষয়ে উল্লেখ কৰি কৈছিল যে কবিগৰাকীয়ে পৃথিৱীত ঘটা বহু বৈষম্যমূলক ঘটনা দেখি আৰু পাশ্চাত্য দৰ্শনৰপৰা সেই বিষয়ে কোনো সমিধান নাপাই হতাশ আৰু দ্বিধাগ্ৰস্ত হৈ পৰিছিল। তেওঁৰ সেই অৱস্থা দেখি তেওঁৰ বন্ধু ইংৰাজ কবি কাৰ্লাইলে তেওঁলৈ এখন গীতা পঠিয়াইছিল—তেওঁৰ সন্দেহৰ মায়াজাল কটাবলৈ। অতি শুদ্ধচিত্তে গীতা পাঠ কৰাৰ ফলতে ইমাৰছনৰ কবিতাত পিছলৈ বেদান্ত দৰ্শনৰ প্ৰভাৱ স্পষ্ট ৰূপে প্ৰকাশ পাবলৈ ধৰে।

কেনোপনিষদৰ প্ৰথম খণ্ডৰ তৃতীয় শ্লোকটি হ'ল ঃ

ন তত্ৰ চক্ষুৰ্গচ্ছতি ন বাগ্‌ গচ্ছতি নো মনঃ।
ন বিদ্মো ন বিজানীমো যথৈতদনুশিষ্যাৎ ॥

এই শ্লোকটিৰ ব্যাখ্যাদান প্ৰসংগত শৰ্মাদেৱে কৈছিল এনেদৰে—শিষ্যৰ প্ৰশ্নৰ উত্তৰত ঋষিয়ে কৈছে যে য'লৈ নয়ন, বাক্য আৰু মনো গমন নকৰে সেই ব্ৰহ্মৰ কি ৰূপ তাক নাজানো। সেইবাবে তেওঁক কিৰূপে অপৰৰ জ্ঞানৰ বিষয়ীভূত কৰিব লাগে সেইটোও নাজানো। যাৰ জাতি, গুণ, ক্ৰিয়া ইত্যাদি আছে সেই বস্তুক ইন্দ্ৰিয় আৰু মনৰদ্বাৰা জানিব পাৰি আৰু আনকো সেই সম্বন্ধে ক'ব পাৰি। ব্ৰহ্ম ইন্দ্ৰিয় আৰু মনৰ অগোচৰ। ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই এইখিনিতে প্ৰশ্ন কৰিছিল, "মনো যেতিয়া এটা ইন্দ্ৰিয়, কিয় ইন্দ্ৰিয় আৰু মনক পৃথক কৰি দেখুওৱা হ'ল ? মন ইন্দ্ৰিয় নহয় নেকি ?" ইয়াৰ উত্তৰত শৰ্মাদেৱে কৈছিল যে মনো ইন্দ্ৰিয় হয়, কিন্তু যিহেতু মনে ইন্দ্ৰিয়সমূহৰ কৰ্ম নিয়ন্ত্ৰিত কৰে সেয়ে মনক পৃথকভাৱে দেখুওৱাৰ আৱশ্যকতা আছিল, কিয়নো মন সকলো ইন্দ্ৰিয়ৰ ওপৰত।

এই সংক্ৰান্ততে পাণিনিৰ শ্লোক "আত্মা বুদ্ধ্যা সমাযুক্তো মনঃযুংক্তে বিৱক্ষয়া, মনঃ কায়াগ্নিম্ আহন্তে"ৰ উদ্ধৃতি দি পাণিনিৰ শিক্ষা সম্বন্ধে তাৎপৰ্যপূৰ্ণ ব্যাখ্যা দাঙি ধৰিছিল আৰু কৈছিল যে মন, বুদ্ধি, চিত্ত আৰু অহং—এই চাৰিটাক অন্তঃকৰণ বুলি কোৱা হয়। মনৰ প্ৰতীক হ'ল—সংকৰ্ষণ, বুদ্ধিৰ—প্ৰদ্যুম্ন, চিত্তৰ—বাসুদেৱ আৰু অহংৰ—অনিৰুদ্ধ ; এই চাৰিতত্ত্ব বা চতুৰ্ব্যূহ সাধনাই হ'ল ভাগৱত সাধনা। মূল শ্লোকৰ বিষয়ে তেখেতে আৰু কৈছিল যে ব্ৰহ্ম জ্ঞাত বস্তুৰপৰাও পৃথক আৰু অজ্ঞাত বস্তুৰপৰাও পৃথক। ঋিসকলে আমাৰ ওচৰত ব্ৰহ্মতত্ত্ব ব্যাখ্যা কৰিছে, তেওঁলোকৰপৰা আমি এই বাণীকে শুনিছোঁ। এইখিনিতে আকৌ মিনতি চৌধুৰীয়ে প্ৰশ্ন কৰিছিল, "জ্ঞাত বস্তুৰপৰা পৃথক কথাখিনি সহজবোধ্য, কিন্তু অজ্ঞাত বস্তুৰপৰাও পৃথক—এই কথা বুজাতো টানেই, ভৰাও কঠিন।" উত্তৰত শৰ্মাদেৱে কৈছিল যে অজ্ঞান বুলি মানুহৰ যি বোধ জন্মে সিও প্ৰকৃততে জ্ঞানেই, জ্ঞাতাৰপৰা পৃথক। সেয়ে জ্ঞাত আৰু অজ্ঞাত—এই দুটা ভাগত বিভক্ত হ'ব পাৰে। ব্ৰহ্মক জ্ঞাত আৰু অজ্ঞাতৰপৰা পৃথক বুলি কোৱাত প্ৰকৃতপক্ষে ব্ৰহ্মজ্ঞাতাৰ লগত অভিন্ন হৈ পৰিছে।

১৯৮৫ চনৰ জানুৱাৰী মাহত দিল্লীৰ ওচৰত শিলাৰপুৰত সংস্কৃত বিশ্ববিদ্যালয় এখনৰ প্ৰতিষ্ঠা উৎসৱ সমাৰোহ হৈছিল। তালৈ ভাৰতৰ সকলো প্ৰান্তৰ বিশিষ্ট সংস্কৃত পণ্ডিতসকল আমন্ত্ৰিত হৈছিল। উত্তৰ-পূব ভাৰতক প্ৰতিনিধিত্ব কৰিছিল অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, ড° প্ৰিয়াংশু প্ৰবল উপাধ্যায় আৰু ড° ভবেন্দ্ৰনাথ হাজৰিকাদেৱে। সেই সন্মিলনৰ আলোচনাৰ বিষয়বস্তু আছিল—বেদ আৰু বিজ্ঞান।

শৰ্মাদেৱে এই অধিৱেশনত সংস্কৃত ভাষাত এনে সুমধুৰ আৰু তাত্ত্বিক ব্যাখ্যা আগবঢ়াইছিল যে আন প্ৰান্তৰ পণ্ডিতসকলে অসমীয়া পণ্ডিতৰ পাণ্ডিত্যৰ ভূয়সী প্ৰশংসা নকৰি নোৱাৰিছিল।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ আছিল এক স্থিতপ্ৰজ্ঞ ব্যক্তি। মোৰ তেখেতৰ লগত প্ৰায় পোন্ধৰ বছৰৰ নিকট সান্নিধ্য আছিল। প্ৰায়ে আমাৰ দেখা হৈছিল আৰু কথা-বতৰা চলিছিল। কোনোদিনে তেখেতে সাংসাৰিক বিষয়ে আলোচনা কৰা মনত নপৰে। সদায় হয় সাহিত্য নতুবা দৰ্শন আদিৰ বিষয়তহে তেখেত আগ্ৰহী। মাজে সময়ে অকস্মাৎ কেতিয়াবা অৱশ্যে ৰাজনীতিৰ কথা কৈছিল আৰু দেশৰ ভৱিষ্যতৰ বিষয়ে চিন্তা কৰিছিল। মই জনাত তেখেতে কাৰো ওপৰতে কোনো কামতে নিৰ্ভৰ নকৰিছিল। নিজৰ পিন্ধা-উৰা কাপোৰ-কানি ধুই-পখালি, ইস্ত্ৰি আদিও নিজে কৰিছিল। প্ৰায় দুবছৰমানৰ

আগতে লক্ষী পূৰ্ণিমাৰ নিশা আচম্বিতে তেখেতৰ অতি চেনেহৰ যুৱতী ছোৱালী এজনীৰ মৃত্যু হ'ল। দুদিন পিছত আমি খবৰ পাই দৌৰি গ'লোঁ সমবেদনা জনাবলৈ, তেখেত ঘৰত উপস্থিত নাছিল। ঘৰৰ সকলোৱে স্বাভাৱিকতে শোকত কাতৰ, উভতিবৰ সময়ত তেখেতক বাটতে পালোঁ, তেখেত সান্ধ্য ভ্ৰমণৰপৰা উভতিছে, বাটতেই কথা-বতৰা হ'ল। তেখেতৰ মনত শোকৰ চিন দেখা নাপালোঁ। পূৰ্বৰ দৰে সেই একেই সুৰৰ কথা-বতৰা, আমিয়েই স্তম্ভিত হ'লোঁ। শুনিবলৈ পাইছিলোঁ, তেখেতৰ ছোৱালীৰ মৃত্যুৰ দুদিনৰ পিছতেই হেনো তেখেতে হৰিসভাত ভাগৱত পাঠ কৰিছিল।

তেখেতে অতি আনন্দ পাইছিল ধৰ্মীয় সভা-সমিতিত উপস্থিত থাকি। ইয়াৰ কাৰণে তেখেতে শাৰীৰিক কষ্ট সহ্য কৰিবলৈকো কুণ্ঠিত নহৈছিল। অকল গুৱাহাটী মহানগৰীতে নহয়, দুৰ-দুৰণিলৈ ৰাইজৰ আহ্বানত তেখেত যাবলগীয়া হৈছিল। তেখেতে কাকো বিমুখ নকৰিছিল। ধৰ্মীয় জ্ঞান বিতৰণৰ স্পৃহা যেন তেখেতৰ শেষ জীৱনৰ দিনকেইটাত নিচাত পৰিণত হৈছিল। জ্ঞান মাৰ্গেৰে মুক্তিৰ অন্বেষণ কৰি তেখেতে ভক্তি মাৰ্গেৰে ঈশ্বৰৰ লগত মিলন কামনা কৰিছিল আৰু সেই সাধনা তেখেতৰ সফল হোৱা বুলি ধৰিব লাগিব।

আৱাহন যুগৰেপৰা শৰ্মাদেৱে গল্প, প্ৰবন্ধ আৰু আলোচনা আদিৰ মাধ্যমেৰে বিশ্বকোষ, অভিধান আৰু ব্যাকৰণ আদি প্ৰণয়ন আৰু সম্পাদনা কৰি আৰু কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ নিচিনা পুথি অনুবাদৰদ্বাৰা অসমীয়া সাহিত্যলৈ বিশিষ্ট বৰঙণি আগবঢ়াই গৈছে। কিন্তু সাহিত্য সভাই তেখেতক যথাযোগ্য সন্মান প্ৰদৰ্শন কৰাৰপৰা কিয় বিৰত থাকিল, বুজা টান। অসম চৰকাৰেও এইগৰাকী গুণী জ্ঞানী ব্ৰহ্মবিদস্বৰূপ ব্যক্তিক সমাদৰ নকৰিলে। স্থিতপ্ৰজ্ঞ হিচাপে তেওঁ অৱশ্যে ব্যক্তিগতভাৱে কেতিয়াও, কোনো পদমৰ্যাদা আৰু পুৰস্কাৰৰ বাবে লালায়িত নাছিল।

১৯৯০ চনৰ ১৩ নৱেম্বৰ তাৰিখে সমাধান চক্ৰই এই পণ্ডিতজনাক 'আচাৰ্য' উপাধিৰে বিভূষিত কৰিছিল। 'চন্দ্ৰালয়'ৰ গৃহকৰ্ত্ৰী মিনতি চৌধুৰীয়ে তেখেতক ৰুদ্ৰাক্ষৰ মালাৰে বৰণ কৰিছিল, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই নৱবস্ত্ৰ দান কৰিছিল। তাৰ দুমাহৰ পিছতেই তেখেতে ব্ৰহ্মলোকলৈ যাত্ৰা কৰিলে। ইয়াৰ কেইমাহমানৰ পিছতেই মিনতি চৌধুৰীও স্বৰ্গগামী হ'ল—হয়তো সিপুৰীত আৰু কিবা চক্ৰ গঠন কৰিবলৈ গুৰু আৰু শিষ্যাৰ প্ৰয়োজন হ'ল। □

# বাৰোৱাৰী নামঘৰত আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ভাগৱত ধ্বনি

**অঞ্জু ভট্টাচাৰ্য**

আহোম স্বৰ্গদেউসকলৰ পৰিয়ালৰে ৰাণী মাহিন্দ্ৰীৰ দিনৰে বাৰোৱাৰী নামঘৰৰ শতবাৰ্ষিকী উদ্‌যাপিত হ'ল সৌ সিদিনা ১৯৮৯ ইং চনত, আৰু এই নামঘৰৰ চাৰিবেৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে ধ্বনিত হৈ ৰ'ল অধ্যাপক আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাৰ ভাগৱত-পাঠৰ অনুৰণন। প্ৰতি শনিবাৰে ভাগৱত ব্যাখ্যা হোৱাৰ বহুবছৰ পাৰ হৈ গ'ল। উজান বজাৰ এলেকাৰ বহুকেইজন গণ্যমান্য ভাগৱতভক্ত লোকৰ উদ্যোগত আৰম্ভ কৰা এই ভাগৱত পাঠ অনুষ্ঠানটিৰ পৌৰোহিত্যৰ দায়িত্ব লোৱা লোকজন আছিল আমাৰ শ্ৰদ্ধাস্পদ প্ৰয়াত পণ্ডিত অৱসৰপ্ৰাপ্ত অধ্যাপক স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাদেৱ। আজি তেখেতৰ স্মৃতিত আমাৰ দৰে নিঃকিনে সেই ভাগৱত পাঠ আৰু অধ্যাপক শৰ্মাদেৱে কৰা ভাগৱত ব্যাখ্যাৰ বৈশিষ্ট্যৰ বিষয়ে লিখিবলৈ বহি মাথোন সময়ৰ বালিত হেৰাই যোৱা আচাৰ্যগৰাকীৰ পদধ্বনি শুনিবলৈ পাওঁ, চকুত ভাহি উঠে ৰসঘন হাঁহি।

প্ৰতি শনিবাৰে গধূলি ৬-৩০ মান বজাত বাৰোৱাৰী পূজা মণ্ডপত কৰ্মব্যস্ত জীৱনৰপৰা আংশিকভাৱে অৱসৰ লোৱা লোকৰ সমাগম মন কৰিবলগীয়া। সকলোৱে আহি পূজাঘৰত খবৰ লয়—'ছাৰ আহিছেনে?' তেখেতক সকলোৱে সাধাৰণতে পূজনীয় শিক্ষক কাৰণে 'ছাৰ' বুলিয়েই মাতিছিল। মনত ভাগৱত ব্যাখ্যা শুনাৰ অধীৰ আগ্ৰহ, আনকালে শৰ্মাদেৱৰ দৰে এগৰাকী বিশাল জ্ঞানী পণ্ডিতৰ সৎসংগ পোৱাৰ হেপাহ। ভক্তসকলে এইদৰে ব্যাকুল হৈ থকাৰ সময়তে হাতত সৰু মোনা এখনত (তেওঁৰ নিজা) সংস্কৃত ভাগৱতখন লৈ চুটি-চাপৰ, চকুত চশমা, মুখত তামোলখন ভৰাই সদা প্ৰফুল্লিত বদনেৰে ধুতি-পাঞ্জাৱী পৰিহিত ধুনীয়া মানুহজনৰ উপস্থিত হয়। তেখেতৰ আগমনত সকলোৱে যেন

স্বস্তিৰ নিশ্বাস পেলায়—কাৰণ, জিজ্ঞাসু ভক্তবৃন্দৰ অতি হেপাহৰ ভাগৱতাচাৰ্যৰ আগমনে তেওঁলোকৰ হৃদয় পুলকিত কৰে আৰু পৰমাৰ্থজ্ঞান লাভৰ কাৰণে তেওঁলোকক উদ্‌গ্ৰীৱ কৰে। সেইজনেই হ'ল স্বৰ্গীয় আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱ।

শৰ্মাদেৱ আহি তেখেতৰ কাৰণে নিৰ্দিষ্ট কৰি থোৱা থাপনা বেদীৰ প্ৰায় কাষতে পাৰি থোৱা আসনত বহে। দুই-চাৰিটা বাহিৰা কথাৰ আলাপ-আলোচনাৰ পিছতেই ভাগৱতৰ প্ৰথম স্কন্ধৰ প্ৰথম অধ্যায়ৰ আৰম্ভণি শ্লোকটি এটি গম্ভীৰ পৰিৱেশত উচ্চাৰিত হয়। শৰ্মাদেৱৰ সুললিত কণ্ঠত—লগে লগে ভক্তবৃন্দয়ো গাই যায়—"ওঁ নমো ভাগৱতে বাসুদেৱায়।"

জন্মাদ্যস্য যতোঽন্বয়াদিতৰতশ্চাৰ্থেষ্বভিজ্ঞঃ স্বৰাট্
তেনে ব্ৰহ্ম হৃদা য আদিকৱয়ে মুহ্যন্তি যং সূৰয়ঃ।
তেজোবাৰিমৃদাং যথা বিনিময়ো যত্ৰ ত্ৰি সৰ্গোঽমৃষা
ধাম্না স্বেন সদা নিৰস্তকুহকং সত্যং পৰং ধীমহি ॥ ১
ধৰ্মঃপ্ৰোজ্‌ঝিতকৈতৱোঽত্ৰ পৰমো নিৰ্মৎসৰাণাং সতাং,
বেদ্যং ৱাস্তৱমত্ৰ ৱস্তু শিৱদং তাপত্ৰয়োন্মূলনম্।
শ্ৰীমদ্ভাগৱতে মহামুনিকৃতে কিংৱা পৰৈৰীশ্বৰঃ
সদ্যো হৃদ্যৱৰুধ্যতেঽত্ৰ কৃতিভিঃ শুশ্ৰূষুভিস্তৎক্ষণাৎ ॥ ২
নিগমকল্পতৰোৰ্গলিতং ফলং শুকমুখাদমৃতদ্ৰৱসংযুতম্
পিৱত ভাগৱতং ৰসমালয়ং মুহুৰহো ৰসিকা ভুৱিভাবুকাঃ ॥ ৩

আচাৰ্য শৰ্মাদেৱৰ ভাগৱত ব্যাখ্যা কেৱল ভাগৱতৰে শ্লোক ব্যাখ্যা নহয়, শ্ৰুতি-মধুৰ সাৱলীল কণ্ঠত নিগৰি ওলাই অহা ভগৱৎ প্ৰেমৰ অনন্ত ব্যাখ্যা। বাৰ-তেৰ বছৰ ধৰি অনুষ্ঠিত হোৱা এই ভাগৱত পাঠলৈ আহি যিজনে এবাৰ এই সোৱাদ পাইছে তেওঁৰ স্মৃতিপটত শৰ্মাদেৱৰ ছবি ভাহি উঠে আৰু তেখেতে কৰা ব্যাখ্যাৰ আমোদ পাহৰিব নোৱাৰে। এই অনুষ্ঠানত আমি উপস্থিত থকা কালত হাস্যৰসিক শৰ্মাদেৱে সংস্কৃত মূল ভাগৱতৰ মঙ্গলাচৰণ আৰু ঋষি প্ৰশ্নৰ-পৰা আৰম্ভ কৰি ভাগৱতৰ একাদশ স্কন্ধ পৰ্যন্ত শেষ কৰিবলৈ সক্ষম হয়। শৰ্মা-দেৱৰ ভাগৱত ব্যাখ্যাৰ আটাইতকৈ আকৰ্ষণীয় দিশটো হ'ল—স্পষ্ট সংস্কৃত উচ্চাৰণেৰে সুৰ ধৰি প্ৰত্যেক শ্লোকৰ ভাঙনি অসমীয়াতে বহলাই বুজাই কোৱা, গভীৰ ভগৱৎ প্ৰেমৰ তত্ত্বৰ ওপৰত ৰেখাপাত কৰা আৰু আনফালে ভক্ত-শ্ৰোতাৰ ফালৰপৰা কৰা প্ৰশ্নৰ যথাযথ উত্তৰ দান কৰা। তেখেতে নানাধৰণৰ প্ৰসংগৰ



অৱতাৰণা কৰি সেই দুঘণ্টা বা আঢ়ৈঘণ্টা সময়ৰ ভিতৰতে হাস্যৰসৰ মাজেৰে অতি জটিল প্ৰশ্ন একোটাকো সহজ ভাষাত বুজাই দিব পাৰিছিল। সংস্কৃতৰ উপৰিও অসমীয়া, ইংৰাজী, বঙলা আদি ভাষাৰ ওপৰত দখল থকাৰ কাৰণে প্ৰাচ্য আৰু পাশ্চাত্য পণ্ডিতৰ মত-বিৰোধেও আলোচনাত ঠাই পাইছিল। এই উদাৰচেতা পণ্ডিতগৰাকীৰ স্বধৰ্মত আছিল গভীৰ বিশ্বাস আৰু নিষ্ঠা আৰু সেইকাৰণে সকলো ধৰ্মৰ ভিতৰত সনাতন ধৰ্মকে সৰ্বশ্ৰেষ্ঠ বুলি অভিহিত কৰি সেইমতে শ্ৰোতাবৃন্দক যুক্তিসহকাৰে পতিয়ন নিয়াৰ উপৰিও মোহিত কৰিব পাৰিছিল। সেইবুলি তেখেতে আন ধৰ্মৰ প্ৰতি বিৰূপ ভাব পোষণ কৰা নাছিল। সনাতন ধৰ্মৰ আদৰ্শত উদ্‌বুদ্ধ ভাৰতীয় সমাজৰ বৰ্তমান স্বৰূপটোৱো নানা কথাই আলোচনাত ঠাই পাইছিল। ভাগৱত পাঠ বা ভাগৱত আলোচনা কৰাৰ সময়কণতে প্ৰসংগক্ৰমে ৰাজনীতি, সমাজনীতি, দেশৰ বৰ্তমান আৰু ভৱিষ্যতৰ পৰিস্থিতি আদি নানা তৰহৰ সমস্যা আৰু তাৰ বিকল্প ব্যৱস্থাৰো আলোচনা কৰিছিল। গীতা, বেদ-বেদাংগ, উপনিষদ-পুৰাণ আদিৰপৰা সংস্কৃত শ্লোকৰ উদ্ধৃতি দি আকৌ তাকো বুজাই দি সেই অনুষ্ঠানটিক উপভোগ্য কৰি ডেকা, বুঢ়া, আদহীয়া সকলো বয়সৰ লোককে আকৰ্ষিত কৰিব পাৰিছিল।

আমি যদিও এই উপভোগ্য অনুষ্ঠানটিত ভাগ লোৱা বেছি দিন হোৱা নাছিল তথাপি আমাৰ স্মৃতিপটত চিৰজাগ্ৰত হৈ থাকিব শৰ্মাদেৱৰ জ্ঞান গভীৰ হাঁহিমুখৰপৰা ওলোৱা সাৱলীল সুৰৰ সংস্কৃত শ্লোক আৰু তাৰ ভাঙনি।

এইখিনিতে এটা কথা উনুকিয়াবৰ মন গ'ল। কথাটো এই—ভগৱান শ্ৰীকৃষ্ণই জীৱনৰ একমাত্ৰ ত্ৰাতা পৰমপুৰুষ বুলি আমাৰ মনত ইমান গভীৰভাৱে ৰেখাপাত কৰাৰ মূলতে ভাগৱতৰপৰা পোৱা শিক্ষা। ইয়াৰ আগতে আদিদেৱ মহাদেৱৰ প্ৰতিহে এই নিঃকিনৰ বেছি ধাউতি আছিল। কিন্তু ভাগৱত আলোচনাত ভাগ ল'বলৈ সময়-সুবিধা কৰিব পৰাৰ পিছত শৰ্মাদেৱৰ ভাগৱত ব্যাখ্যাত শ্ৰীকৃষ্ণৰ গুণানুকীৰ্তন, মাহাত্ম্য, ভক্তৰ প্ৰতি প্ৰভুৰ কৰুণা, বিশ্বৰ সমস্ত সৃষ্টিত তেৰাৰ বিদ্যমানতা উপলব্ধিয়ে আমাক এনেভাৱে আকৃষ্ট কৰিলে যে হৰিহৰৰ মাজৰ প্ৰভেদ মনৰপৰা দূৰ হ'ল। শ্ৰীকৃষ্ণৰ মোহিনী ৰূপ ধাৰণ আৰু হৰৰ মোহপ্ৰাপ্তি আৰু মোহভংগ, অৱশেষত হৰিহৰৰ মিলন কি চমৎকাৰ!

ভাগৱতৰ মূল কথা হ'ল—শ্ৰীকৃষ্ণৰ ৰহস্যঘন মানৱীয় ৰূপত বাল্যকালৰ

লীলাখেলাৰ মাজেৰে কৰা মাহাত্ম্য বৰ্ণনাৰপৰা আৰম্ভ কৰি ঐশ্বৰিক কৰ্ম, ভক্তৰ আকূল প্ৰাৰ্থনাত ভগৱানৰ করুণা বৰ্ষণ, দুষ্টক দমন, সন্তক পালন, দেৱতাৰ শত্ৰু দৈত্য-দানৱক নিধন কৰি শান্তি প্ৰতিষ্ঠা ইত্যাদিৰপৰা পৰমপুৰুষৰ দেহত্যাগ আৰু তাৰ পিছত কলিকালত ঘটিবলগীয়া বিভিন্ন সামাজিক, পাৰিবাৰিক সমস্যা আদিৰ আভাস লিপিবদ্ধ কৰা এখনি অমূল্য গ্ৰন্থ—হিন্দু ধৰ্মৰ ভেটি স্বৰূপ। গীতা যেনেদৰে শ্ৰীকৃষ্ণৰ মুখৰ বাণী, ঠিক তেনেদৰে ভাগৱত হ'ল—বিৰাট পুৰুষৰ বিভূতি বৰ্ণনা, প্ৰলয় জলত অনন্ত শয্যাত গভীৰ নিদ্ৰামগ্ন অৱস্থাত নাভিকমলৰপৰা ব্ৰহ্মাৰ উৎপত্তি, প্ৰহ্লাদ, ধ্ৰুৱ আদি শিশু ভক্তৰ প্ৰতি অপাৰ করুণা আদিৰে ভৰপূৰ এখন মহাকাব্য স্বৰূপ গ্ৰন্থ।

সংস্কৃতত লিখা এনেহেন জ্ঞান গভীৰ মহাপ্ৰাস্থানিক গ্ৰন্থৰ ব্যাখ্যাকৰ্তা শৰ্মাদেৱৰ বিচক্ষণ মূলাধাৰ আছিল তেখেতৰ সংস্কৃত ভাষা আৰু সাহিত্যৰ গভীৰ অধ্যয়ন, গীতা-উপনিষদ, বেদ-পুৰাণ আদিৰপৰা দিয়া যথোপযুক্ত অৰ্থবহ উদ্ধৃতি, প্ৰখৰ স্মৰণশক্তি আৰু এজন কৃতী শিক্ষকৰ অভিজ্ঞতাপুষ্ট ব্যাখ্যা পদ্ধতি। এই গুণৰাশিৰ সমন্বয়ত তেখেতে অতি দুৰ্বোধ্য কথাবোৰো ভক্তসকলৰ বোধগম্য কৰি তুলিছিল। ভগৱানৰ অপাৰ করুণা, জীৱক সৎপথলৈ অনাৰ মহিমা, পাপৰ প্ৰায়শ্চিত্ত, চাৰিযুগত হ'ব পৰা সম্ভাব্য ঘটনাসমূহৰ লগতে জীৱৰ কৰ্ম অনুসাৰে পুনৰ জন্মপ্ৰাপ্তি, কলিকালত পৃথিৱীত হ'ব পৰা হিংসা-দ্বেষ, অমানৱীয়তা, উচ্ছৃংখল সমাজ আদিৰ বিৱৰণ এই মহাপুৰাণত বিদৰে দিয়া আছে তাৰ ব্যাখ্যা দাঙি ধৰি ভক্তৰ মনৰ সংশয় আৰু সন্দেহ দূৰ কৰিবলৈ সমৰ্থ হোৱাতেই আছিল শৰ্মাদেৱৰ বিপুল কৃতিত্ব আৰু বৈশিষ্ট্য।

বহুতো অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত থাকিও সদাব্যস্ত শৰ্মাদেৱে বহুবছৰ ধৰি প্ৰতি শনিবাৰে বাৰোৱাৰী নামঘৰত গোট খোৱা ভক্তবৃন্দৰ মনোবাঞ্ছা পূৰ্ণ কৰি অপাৰ আনন্দ লাভ কৰিছিল। ধুমুহা, বতাহ, বৰষুণ, প্ৰৱল শীত—একোৱে তেখেতক ভাগৱত ব্যাখ্যা কাৰ্যৰপৰা বিৰত কৰিব পৰা নাছিল। কি গভীৰ নিষ্ঠা, কি ভগৱদ্ভক্তিৰ পৰাকাষ্ঠা!—ভাবিলে আচৰিত হ'ব লাগে। তেখেতৰ দেহান্তৰত অসমৰ শিক্ষা জগতৰ তথা ধৰ্মশাস্ত্ৰ চৰ্চাৰ ক্ষেত্ৰত এটি বিৰাট শূন্যৰ সৃষ্টি হ'ল। শৰ্মাদেৱৰ অবিহনে বাৰোৱাৰী মন্দিৰৰ শনিবাৰৰ ধৰ্মালোচনা সিমান জ্ঞানগভীৰ আগলৈ হ'ব বুলি আমাৰ ধাৰণা নহয়, কিয়নো তেনে একোজন ব্যক্তিৰ ঠাই আনে পূৰাব নোৱাৰে। তেখেতৰ পৌৰোহিত্যত চলিত ভাগৱত



শ্লোক ব্যাখ্যাৰ অন্তত উপস্থিত ভক্তসকলে তেখেতৰ লগে লগে সমস্বৰে একান্তমনে পৰমেশ্বৰক প্ৰণাম জনাই গাইছিল—

যং ব্ৰহ্মাবৰুণেন্দ্ৰৰুদ্ৰমৰুতঃ স্তুন্বন্তি দিব্যৈঃস্তবৈ
ৰ্বেদৈঃ সাঙ্গপদক্ৰমোপনিষদৈৰ্গায়ন্তি যং সামগাঃ।
ধ্যানাৱস্থিততদ্গতেন মনসা পশ্যন্তি যং যোগিনঃ।
যস্যান্তং ন বিদুঃ সুৰাসুৰগণা দেৱায় তস্মৈ নমঃ॥

আজি শৰ্মাদেৱৰ স্মৃতিত তেখেতৰ বিদেহী আত্মালৈ অশ্ৰুসিক্ত শ্ৰদ্ধা জনোৱাৰ বাহিৰে আমাৰ এতিয়া আৰু একো নাথাকিল। □

# গুৰুপ্ৰতিম শাস্ত্ৰ ব্যাখ্যাকৰ্তা আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱ

**কিৰণ শৰ্মা**

পণ্ডিতপ্ৰবৰ তীৰ্থনাথ শৰ্মাৰ আদ্য-শ্ৰাদ্ধৰ দিনা তেখেতৰ ভৱলুমুখৰ বাসভৱনত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে কথা প্ৰসংগত কৈছিল, "সঁচাকৈয়ে শৰ্মাদেৱৰ মৃত্যুৰ পিছত কিবা এটা সুধিবলৈ-মেলিবলৈ মানুহ নোহোৱা হ'ল।"

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, পণ্ডিত তীৰ্থনাথ শৰ্মা আৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা—এই তিনিগৰাকী পণ্ডিতৰ পৰলোকগমনত অসমৰ যি ক্ষতি হ'ল সেয়া বোধহয় আৰু কোনোদিনেই পূৰণ নহ'ব। বাস্তৱিকতে এই তিনিগৰাকী শাস্ত্ৰজ্ঞ ব্যক্তি অসমৰ ত্ৰিমূৰ্তিস্বৰূপ আছিল। বেদ-বেদান্ত-উপনিষদ-পুৰাণাদি শাস্ত্ৰত অগাধ পাণ্ডিত্য অথচ মুখাবয়বত অকৃত্ৰিম সৰলতা—এই তিনিওগৰাকীৰে প্ৰথম পৰিচয়। আজিৰপৰা মাত্ৰ কেইবছৰমানৰ ভিতৰতে এই তিনিওজনে ইহসংসাৰৰপৰা বিদায় লোৱাৰ লগতে শাস্ত্ৰ-চৰ্চাৰ ধাৰাটিও যেন অসমী আইৰ বুকুত স্তিমিত হৈ পৰিল। অধ্যাপক শৰ্মাদেৱে কোৱাৰ দৰে আমিও এতিয়া ক'লে বোধহয় অত্যুক্তি কৰা নহ'ব যে আজি এই তিনিওগৰাকীৰ অৱৰ্তমানত আমাৰো কোনো অসমীয়া সাহিত্য, বিশেষকৈ সংস্কৃত সাহিত্য, অথবা শাস্ত্ৰীয়, তথা ধৰ্ম সম্পৰ্কীয় কোনো এটি বিষয়ৰ যুক্তিপূৰ্ণ সমাধান বিচাৰি ওচৰ চাপিবলৈ কোনো নোহোৱাৰ দৰে হ'ল।

অধ্যাপক শৰ্মাদেৱক শিক্ষাগুৰুৰূপে পোৱাৰ সৌভাগ্য মোৰ নঘটিলেও আন দুগৰাকীৰ দৰে তেখেতো মোৰ গুৰুস্বৰূপ আছিল। অসমত বেদপাঠ শিক্ষাৰ একমাত্ৰ পাঠশালা অসম বেদ বিদ্যালয় স্থাপনৰ সময়ত এই তিনিওগৰাকীৰ অৱদান চিৰকাল মনত থাকিব। পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱৰ পৌৰোহিত্যত প্ৰয়াত ৰজনীকান্ত দেৱশৰ্মা প্ৰমুখ্যে বিশিষ্ট পণ্ডিতবৰ্গৰ উপস্থিতিত আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱে বন্তি জ্বলাই এই শিক্ষানুষ্ঠানৰ শুভ-উদ্বোধন কৰিছিল। তীৰ্থনাথ শৰ্মাদেৱৰ মৃত্যুৰ পিছত শৰ্মা ছাৰ এই বিদ্যালয়ৰ কিছুদিন সভাপতি হৈছিল।



দেৱশৰ্মা মহোদয়ক ব্যক্তিগতভাৱে আন-দুগৰাকীতকৈ বেছিকৈ পাইছোঁ। বিশেষকৈ বিভিন্ন ঠাইত হোৱা সভা-সমিতি আৰু ধৰ্মালোচনী সভাবোৰত তেখেতৰ লগত একেলগে যোগদান কৰা সৌভাগ্য ঘটিছিল। ৰাজহুৱা ধৰ্ম-সভাবোৰত তেখেতৰ পাণ্ডিত্যপূৰ্ণ ভাষণ সৰ্বসাধাৰণ ৰাইজৰ উপভোগ্য বস্তু। উপস্থিত সমূহ ৰাইজৰ সন্মুখত বেদ-বেদান্ত, উপনিষদ, পুৰাণ আদিৰ তত্ত্বগধুৰ বিষয়বোৰ সহজ-সৰলভাৱে, অনৰ্গলভাৱে বক্তৃতা প্ৰদান কৰা তেখেতৰ দৰে দ্বিতীয় ব্যক্তি বোধহয় আৰু নোলাব। তেখেতৰ ভাষণৰীতি বাস্তৱিকতে অননুকৰণীয়, সঁচাকৈয়ে অনন্য। গীতা, ভাগৱত, পুৰাণ আদিৰ কাহিনীৰে পৰিপুষ্ট ভাষণ তেখেতে ডেৰ-দুঘণ্টা ধৰি অনৰ্গলভাৱে কৈ যাব পাৰে। শ্ৰোতায়ো নিস্তব্ধতাৰে কাণপাতি শুনি যায়, অকণো আমনি বোধ নকৰে। তেখেতে ভাষণ এৰি বহিলে শ্ৰোতা ৰাইজে ভাবে আৰু ক'লে ভাল আছিল। আজিৰ বস্তুনিষ্ঠ পৰিৱেশতো ধৰ্মশাস্ত্ৰৰ ব্যাখ্যা, পৌৰাণিক উপকথা আদি আবালবৃদ্ধবনিতাই এনেকৈ ঘণ্টাৰ পিছত ঘণ্টা ধৰি একমনে একধ্যানে শুনি থোৱাটোৱে দেৱশৰ্মা-দেৱৰ বাক্‌চাতুৰ্যৰ পৰিচয় দিয়ে। বিশেষকৈ সপ্তাহে সপ্তাহে ভাগৱত-পুৰাণৰ তত্ত্ব ব্যাখ্যাকাৰৰূপে তেখেতক যিসকলে পাইছে সেইসকলে তেখেতৰ অভাৱ বাৰুকৈয়ে উপলব্ধি কৰিব। তিনিখন সংস্কৃত পাঠ্য পুস্তকৰ উপৰিও তেখেতৰ সম্পাদনাত প্ৰকাশিত কৌটিল্যৰ অৰ্থশাস্ত্ৰ আৰু অসমীয়া বিশ্বকোষ বিশেষভাৱে উল্লেখযোগ্য। উপনিষদ তথা ধৰ্মশাস্ত্ৰবোৰৰ বিশ্লেষণাত্মক ব্যাখ্যা অতি স্পষ্ট-ভাৱে দাঙি ধৰি শ্ৰোতাসকলৰ নানা সংশয় দূৰ কৰি যশস্যাৰ অধিকাৰী হৈছিল। বিশেষকৈ মনুসংহিতাৰ দৰে প্ৰখ্যাত গ্ৰন্থখনৰ বিভিন্ন অংশবোৰৰ ব্যাখ্যা তেখেতে ইমান সুন্দৰকৈ দিছিল যে এই শাস্ত্ৰত থকা কিছুমান আপাতদৃষ্টিত বিৰুদ্ধ যেন লগা কথাবোৰৰ প্ৰসঙ্গত প্ৰশ্নবোৰৰ তৎকালেই যুক্তিপূৰ্ণ সমাধান দি মানুহৰ সন্দেহ নিৰাকৰণ কৰিছিল। মোৰ মনত আছে এখন ধৰ্মসভাত মনুসংহিতাত থকা এটা বিষয়ৰ ঔচিত্য আৰু সমীচীনতাৰ কথা মনুসংহিতাৰ পৰাই দিছিল। মনুসংহিতাৰ এঠাইত আছে (১।১০০-১০১) ব্ৰাহ্মণসকল সকলো সম্পত্তিৰ অধিকাৰী। আনকি উত্তৰাধিকাৰী বিহীন সম্পত্তিও ব্ৰাহ্মণকে দিব লাগে বুলিও উল্লেখ আছে। এই কথাত মনুসংহিতাই এটা বিশেষ বৰ্গক উচ্চস্থান দিয়া বাবেই পক্ষপাতদুষ্ট হৈছে বুলি অভিযোগ অনাত দেৱশৰ্মাদেৱে পোনেই উত্তৰ দি কৈছিল যে যিখন শাস্ত্ৰত এনেদৰে লিখা আছে সেইখনৰে চতুৰ্থ অধ্যায়ত প্ৰকৃত ব্ৰাহ্মণ কোন তাৰ সংজ্ঞা দিয়া আছে। এই সংজ্ঞানিৰ্দিষ্ট ব্ৰাহ্মণহে সকলো

সম্পত্তিৰ অধিকাৰী। গতিকে তিনি হাজাৰ বছৰৰ আগেয়ে ৰচিত এখন শাস্ত্ৰৰ এটা কাল চাই আজি তাৰ গুণাগুণ নিৰ্ধাৰণ কৰাটো অনুচিত বুলি তেখেতে কৈছিল। কথাটো সঁচাকৈয়ে প্ৰণিধানযোগ্য। বৰ্তমান কালত শাস্ত্ৰসমূহ পুঙ্খানুপুঙ্খ অধ্যয়ন নকৰাকৈয়ে নিজৰ অভিৰুচি অনুসৰি এক শ্ৰেণীৰ লোকে একদেশ দৃষ্টিৰে কোনো কোনো কথাত বৈপৰীত্য বা বিসঙ্গতি দৰ্শাই অভিযোগ উত্থাপন কৰি শাস্ত্ৰবোৰৰ প্ৰাসঙ্গিকতা বা প্ৰয়োজনীয়তা নাই বুলি ক'ব খোজে। এনেকৈ অভিযোগ উত্থাপন কৰাটো একশ্ৰেণীৰ পল্লৱগ্ৰাহী লোকৰ অভ্যাসত পৰিণত হৈছে। শাস্ত্ৰবোৰ সম্পূৰ্ণকৈ পঢ়াৰ ধৈৰ্য তেওঁলোকৰ নাই। শাস্ত্ৰখনত উল্লিখিত কোনো এটা বিষয় তেওঁলোকৰ 'পল্লৱগ্ৰাহীপাণ্ডিত্য'ৰ ব্যাখ্যাত নিজৰ মতৰ বিৰুদ্ধে যোৱা যেন পালেই জিকাৰ খাই উঠে আৰু শাস্ত্ৰখনৰ বিষয়ে নানান ধৰণে কটূক্তি কৰে আনকি শাস্ত্ৰখন 'ৰাজহুৱাভাৱে অগ্নিত নিক্ষেপ' কৰিবলৈও কয়। কোনো কোনো পণ্ডিতমন্য লোকে মনুসংহিতাৰ নৱম অধ্যায়ৰ তৃতীয় শ্লোকত থকা 'ন হি স্ত্ৰী স্বাতন্ত্ৰ্যমৰ্হতি'—এই কথাষাৰ অযুক্তিকৰ বুলি অভিযোগ কৰে। ইয়াত থকা 'স্বাতন্ত্ৰ্যম্' পদৰ ( নিজৰ মতে ) অপব্যাখ্যা কৰি তাৰ অৰ্থ 'স্বাধীনতা' বুলি বুজাবলৈ চেষ্টা কৰে। তেওঁলোকে শ্লোকৰ বাকী অংশ নাইবা উক্ত শ্লোকৰ আগে-পিছে থকা আন শ্লোকবোৰ নপঢ়ে। প্ৰকৃতপক্ষে 'স্বাতন্ত্ৰ্যম্'ৰ অৰ্থ 'স্বাধীনতা' নহয়। ইয়াৰদ্বাৰা নাৰীক সকলো সময়তে সকলো ধৰণৰ বিপদৰপৰা ৰক্ষা কৰাৰ যি দায়িত্ব তাকেহে বুজোৱা হৈছে। মতা মানুহৰ ক্ষেত্ৰতো শিশুকালত বাপেকে আৰু বৃদ্ধ বয়সত পুত্ৰই চাব নালাগে জানো? গতিকে 'ন স্বাতন্ত্ৰ্যমৰ্হতি' বাক্যেৰে নাৰী জাতিক অপমান কৰা হৈছে বুলি ধৰ্মশাস্ত্ৰখনক অৱমাননা কৰাৰ কোনো অৰ্থ নাই। আমাৰ ধৰ্মগ্ৰন্থতে আছে— "স্ত্ৰিয়ঃ যত্ৰ পূজ্যন্তে ৰমন্তি তত্ৰ দেৱতাঃ।" —য'ত নাৰীক পূজা কৰা হয় তাতে দেৱতাই আনন্দ লভে অৰ্থাৎ বিৰাজ কৰে। তদুপৰি মনুসংহিতাৰ ওপৰত উল্লেখ কৰা শ্লোক ফাঁকিৰ ঠিক পিছৰ ফাঁকিতে লিখা আছে যে যি পিতাই উপযুক্ত সময়ত কন্যাক বিবাহ নিদিয়ে, যি স্বামীয়ে বিবাহিতা পত্নীক সকলো সময়তে মৰমৰ চকুৰে নাচায়, আৰু যি পুত্ৰই বিধবা মাতৃক অৱহেলা কৰে এই তিনিও বিধ লোক গৰিহণাৰ পাত্ৰ।

যি কোনো সময়ত কোনো বিৰক্তিকৰ পৰিস্থিতিক খুহুটীয়া কথা বা আখ্যানৰ অৱতাৰণা কৰি পৰিৱেশটো সহজ কৰি তোলা বিশেষ চাতুৰ্য মই দেৱশৰ্মাদেৱৰ বাহিৰে আন কাৰো দেখা নাই। তেখেতে নিজে সেইহি আনক হেপাহ



পলুৱাই ইহঁাৰ সুযোগ আৰু সুবিধা দিয়ে। সৌহাৰ্দ্যপূৰ্ণ পৰিৱেশত পতা কথোপকথনৰ বেলিকা তেখেতৰ সান্নিধ্য লাভ কৰাৰ সুযোগ সুবিধা বহুবাৰ পাইছোঁ। কোনো এটা বিষয়ৰ আলোচনা হ'লে তেখেতে মাজতে—"ৰ'বা, আজি কুৰি-পঁচিশ বছৰমান আগতে…" বুলি একেধৰণৰ পুৰণি ঘটনা এটাৰ তেখেতৰ অননুকৰণীয় ৰীতিৰে পাতনি মেলি পৰিৱেশটো অতি মধুৰ কৰি তোলে। মোৰ মনত আছে আজি কিছু বছৰৰ আগতে জনতা ভৱনত পূৰ্ব নিৰ্ধাৰিত কাৰ্য-সূচীমতে মাননীয় ৰাজহ মন্ত্ৰী শ্ৰীথানেশ্বৰ বড়ো ডাঙৰীয়াক সাক্ষাৎ কৰিবলৈ গৈছিলোঁ। সাক্ষাৎ কৰোঁতাসকলৰ ভিতৰত মোৰ লগত প্ৰয়াত খনীন্দ্ৰচন্দ্ৰ বৰুৱা আৰু দেৱশৰ্মাদেৱো আছিল। ৰাজহ সচিব, উপসচিবো সাক্ষাতৰ সময়ত উপস্থিত আছিল আনুষ্ঠানিকভাৱেই। চিৰাচৰিত নিয়মানুসৰি আলোচনা কালত কাপত চাহ পৰিৱেশন কৰোঁতেই ৺বৰুৱাদেৱে চিঞৰি উঠিল—"এনেকৈ কাপটোত আধাকৈ চাহ দিয়ে কিয়! হয় পূৰাকৈ দিব নহ'লে নিদিব। আমিতো ইয়ালৈ চাহ খাবলৈ অহা নাই! এয়া দেখাত বৰ বেয়া।" বৰুৱাদেৱৰ ক্ৰোধোক্তিৰ ফলত সৃষ্টি হোৱা পৰিস্থিতি সহজেই অনুমেয়। কোঠাটো কাঁহ পৰি জীণ গ'ল। আমাৰ সকলোৰে মুখৰ মাত হৰিল। এই বিৰক্তিৰ নিস্তব্ধতা ভঙ্গ কৰি দেৱশৰ্মা মহোদয়ে প্ৰায় ডেৰকুৰি বছৰ আগেয়ে তেখেতৰ জীৱনত ঘটা তেনে এটা একেধৰণৰ ঘটনাৰ ৰসাল পুনৰাবৃত্তি কৰি পৰিস্থিতি পুনৰ মধুৰ কৰি তুলিছিল।

দেৱশৰ্মা মহোদয়ৰ মৃত্যুৰ আজি দুবছৰ পূৰ হওঁ হওঁ। তেখেত যে নাই এই নিষ্ঠুৰ সত্য উপলব্ধি কৰিবলৈ টান পাইছোঁ। তথাপি তেখেতৰ গুণমুগ্ধ আমি সকলোৱে তেখেতক আজি শ্ৰদ্ধাৰে সুঁৱৰিছোঁ আৰু তেখেতৰ আত্মাৰ চিৰশান্তিৰ বাবে শ্ৰীভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ। সমাজ জীৱনৰ বিভিন্ন স্থানত তেখেতৰ পৰা পাই অহা উৎসাহ, উদ্দীপনা আৰু অনুপ্ৰেৰণা আৰু আশীৰ্বাদ আমাৰ ভৱিষ্যৎ জীৱনৰ পাথেয় হৈ ৰ'ব। □

# শিক্ষাগুৰু পুণ্যশ্লোক পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱলৈ শ্ৰদ্ধাৰ্ঘ্য

গদাধৰ শৰ্মা

'শাস্ত্ৰাণ্যধীত্যাপি ভৱন্তি মূৰ্খাঃ
যস্তু ক্ৰিয়াৱান্ পুৰুষঃ স বিদ্বান্ ॥'

এইষাৰ কথা প্ৰয়াত পণ্ডিত ৰজনীকান্তদেৱ শৰ্মাদেৱৰ ক্ষেত্ৰত সাৰ্থকভাৱে প্ৰযোজ্য। তেখেত আছিল বহু শাস্ত্ৰ অধ্যয়নশীল গৃহাশ্ৰমী ক্ৰিয়াৱান্ বিদ্বান্ পুৰুষ—গৃহাশ্ৰমৰ নিত্যকৰ্ম, গ্ৰন্থ অধ্যয়ন—অধ্যাপন, শাস্ত্ৰৰ কথন-মথন, চিন্তন-মনন আদি বিষয়ত তেখেত আছিল সততে সক্ৰিয় পুৰুষ। তেখেতৰ প্ৰজ্ঞা বহুশাস্ত্ৰ অধ্যয়নেৰে পৰিপুষ্ট আছিল যদিও পাণ্ডিত্যাভিমান নাছিল কাৰণে লোক সমাজত তেখেত বৰ সৰবৰহী আছিল।

এই কৃতী অধ্যাপকগৰাকীক আমি প্ৰথমতে কটন মহাবিদ্যালয়ত লগ পাইছিলোঁ। বহুকেইজন গুণী-জ্ঞানী অধ্যাপকে বিভিন্ন বিষয়ত পাঠদান কৰিছিল যদিও সেইসকলৰ ভিতৰত শৰ্মাদেৱৰ শাস্ত্ৰজ্ঞান, অধ্যাপনা কৌশল, বাক-ভংগীৰ বিচক্ষণতা আৰু সুমধুৰ কণ্ঠস্বৰে আমাৰ সতীৰ্থসকলৰ মন-প্ৰাণ সহজতে চুই গৈছিল। তেখেতৰ ওচৰত যিসকলে অধ্যয়ন কৰিছিল সেইসকলে তেখেতক অনন্য সাধাৰণ গুৰুৰূপে গ্ৰহণ কৰিছিল, কাৰণ তেখেতে ছাত্ৰসকলক পাঠ্যপুথি পঢ়োৱাৰ উপৰিও মানসিক গঠনৰ বাবেও প্ৰেৰণাদায়ক উপযোগী সাৰগৰ্ভ উপদেশাৱলী সততে আগ বঢ়াইছিল। শিক্ষক হিচাপে তেখেতৰ আদৰ্শ আৰু অভিজ্ঞ নাগৰিক হিচাপে তেখেতৰ ব্যক্তিত্বৰ সুসমন্বয় ঘটিছিল বাবে অসমৰ শিক্ষা-জগতত 'অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা' বহুলভাৱে প্ৰচাৰিত সৰ্বজন সমাদৃত এটি সুৰভি নাম।

তেখেতৰ সান্নিধ্যলৈ অহাৰ দ্বিতীয় সুযোগ পাইছিলোঁ অসম সাহিত্য সভাৰ অনা-অসমীয়া চৰকাৰী কৰ্মচাৰীসকলৰ 'ৰাজ্যিক ভাষা অসমীয়া শিক্ষা'ৰ শ্ৰেণীটোৰ গঠন সম্পৰ্কত। এই শ্ৰেণীটোৰ বাবে অধ্যাপক নিযুক্তি, পাঠ্যক্ৰম



প্ৰণয়ন, পৰীক্ষা প্ৰবৰ্তন আদি সকলো বিষয়তে তেখেতে প্ৰাৰম্ভিক অৱস্থাত এনেভাৱে যত্ন লৈছিল যে তেখেতৰ নিস্বাৰ্থ উদ্যম নথকা হ'লে আৰু তেখেতে তেনে নিয়াৰিকৈ গুৰি নধৰা হ'লে প্ৰশিক্ষাৰ্থীসকলে সহজতে ইমানখিনি সুযোগ পোৱাটো সম্ভৱপৰ নহ'লহেঁতেন। তেখেতৰ বহুমূলীয়া সময়ৰ বিনিময়ত তেখেতৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলৰূপে সেই শ্ৰেণীটো গঢ়ি উঠিছিল। এই সংক্ৰান্তত প্ৰশিক্ষক আৰু প্ৰশিক্ষাৰ্থীসকলে তেখেতৰপৰা যি দিহা-পৰামৰ্শ লাভ কৰিছিল তাৰদ্বাৰা অসমীয়া ৰাজ্যিক ভাষা-শিক্ষাৰ বহুল প্ৰচাৰৰ প্ৰতি তেখেতৰ গভীৰ অনুৰাগ আৰু অভিজ্ঞতা প্ৰকাশ পাইছিল। তেখেত এগৰাকী কেৱল বিদ্যা-বিশাৰদ সংস্কৃত পণ্ডিতেই নাছিল অসমীয়া ভাষা-সাহিত্যৰো অকৃত্ৰিম উপাসক আছিল। অসম প্ৰকাশন পৰিষদৰ 'অসমীয়া বিশ্বকোষ' সম্পাদনৰ গধুৰ দায়িত্ব আগ্ৰহেৰে গ্ৰহণ কৰি তেখেতৰ গভীৰ অনুৰাগ আৰু অৰ্হতাৰো প্ৰমাণ দাঙি ধৰিছিল। ইয়াৰ উপৰিও অসমীয়া সাহিত্যলৈ তেখেতৰ বৰঙণি আলোচনীত প্ৰকাশিত প্ৰবন্ধৰাজিত বিচাৰিলে পোৱা যাব।

তেখেতৰ সান্নিধ্যলৈ অহাৰ আন এটা সুযোগ পাইছিলোঁ দক্ষিণপাট টকৌবাৰী সত্ৰৰ বিভিন্ন অনুষ্ঠানৰ যোগেদি। মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱ আৰু ভট্টদেৱৰ আবিৰ্ভাৱ আৰু তিৰোভাৱ তিথিবোৰত তেখেতে নিয়মিতৰূপে উপস্থিত থাকি সমজুৱাক 'ভাগৱত' পাঠ কৰি শুনাইছিল আৰু সেই সত্ৰত অনুষ্ঠিত হোৱা ধৰ্মালোচনী সভাবোৰত প্ৰয়োজন অনুসাৰে অংশ গ্ৰহণ কৰি শাস্ত্ৰ ভিত্তিক ধৰ্ম-বাণী বিতৰণ কৰি সমজুৱাক মুগ্ধ কৰি ৰাখিছিল। তেখেতৰ যুক্তি আৰু প্ৰমাণসিদ্ধ মধুৰ কথাবোৰে তেখেতৰ বক্তব্য বিষয়ক ৰসঘন কৰি তুলিছিল। তেখেতৰ হাস্যমধুৰ প্ৰকাশভংগীৰ লগতে তেখেতৰ প্ৰত্যুৎপন্নমতিৰো উন্মেষ ঘটিছিল।

**বাগ্মিতা ঃ** শৰ্মাদেৱ এগৰাকী বিচক্ষণ বাগ্মী পুৰুষ আছিল। কেৱল ধৰ্মীয় বিষয়তে নহয় অন্যান্য বিষয়তো তেখেতে সুন্দৰভাৱে বিষয়বস্তু পৰিৱেশন কৰি সকলোৰে মন সমানে আকৰ্ষণ কৰিব পাৰিছিল। অসমীয়া, ইংৰাজী আৰু সংস্কৃত ভাষাত তেখেত ব্যুৎপন্ন আছিল; হিন্দী ভাষাতো তেখেতৰ অধিকাৰ আছিল। বিষয়বস্তু যিমানেই তত্ত্বগধুৰ নহওক তেখেতে সেই বিষয়বস্তু অভিনৱ ৰীতিৰে জলবৎ তৰলকৰি উপস্থাপন কৰি এনেভাৱে পৰিৱেশন কৰিব জানিছিল যে সি আবাল-বৃদ্ধ-বনিতা সকলোৰে হৃদয়-গ্ৰাহ্য হৈ পৰিছিল। বিশদ শাস্ত্ৰ-জ্ঞান, আত্ম-প্ৰত্যয় আৰু সামাজিক অভিজ্ঞতা থকা বাবে তেখেতে স্থান-কাল-পাত্ৰ ভেদে নিৰ্বাচন কৰি জটিল, গহীন কথাকো জোখ-মাখেৰে নিয়ন্ত্ৰিত কৰি সুচাৰুৰূপ

দি এনেভাৱে বিতৰণ কৰিব পাৰিছিল যে যি কোনো গহীন বিষয়েই শ্ৰুতিমধুৰ হৈ পৰিছিল। তেখেতৰ বাগ্মিতা আছিল, কিন্তু বাক-প্ৰগল্‌ভতা নাছিল।

**কথকতা ঃ** তেখেতৰ বহুমুখী প্ৰতিভাৰ এটা বিশেষ দিশ হ'ল কথকতা। অসমৰ এগৰাকী সুদক্ষ কথকৰূপে তেখেত প্ৰখ্যাত আছিল। এই বিষয়ত তেখেতক অনন্য বুলি ক'লেও অত্যুক্তি নহ'ব যেন লাগে। তেখেতৰ অন্যান্য গুণাৱলী যদি মানুহে কালক্ৰমত পাহৰিও যায় তথাপি তেখেতৰ কথকতাৰ সোৱাদ মানুহে পাহৰিব নোৱাৰিব বুলি বিশ্বাস। সুদৰ্শন পুৰুষ শৰ্মাদেৱে যেতিয়া পদ্মাসনত বহি ৰসিকতাৰে ভৰা তাত্বিক বিষয়বোৰ বিশ্লেষণ আৰু ব্যাখ্যা কৰিবলৈ আৰম্ভ কৰিছিল তেতিয়া শ্ৰোতাসকল ভাবত বিভোৰ হৈ পৰিছিল।

কথকতা কেৱল পাণ্ডিত্যৰ ওপৰতে নিৰ্ভৰ নকৰে। কৃতী কথক হ'বলৈ বিভিন্ন শাস্ত্ৰত বহুল পৰিমাণে ব্যুৎপন্ন হোৱা নিতান্ত বাঞ্ছনীয়। তদুপৰি বাঞ্ছনীয় কথন-ভংগীৰ ৰমণীয়তা শৰ্মাদেৱৰ ভাগৱত-ব্যাখ্যানত বা মহাভাৰত-পুৰাণ ব্যাখ্যানত পৌৰাণিক চৰিত্ৰবোৰেও যেন জীৱন্ত ৰূপ লৈ প্ৰতিভাত হৈছিল। বিষয়বস্তুক তেখেতে হৃদয়ৰ ৰহণ সানি অনুৰঞ্জিত কৰি প্ৰকাশ কৰিব জানিছিল। কাব্যৰ অভিজ্ঞতা আৰু দাৰ্শনিক অভিজ্ঞতাই আত্মস্থ শৰ্মাদেৱৰ বক্তব্য বিষয়ক কৰিছিল সৰস আৰু হৃদয়গ্ৰাহী।

**কৰ্মযোগ ঃ** তেখেতৰ কৰ্মযোগৰ বৈশিষ্ট্য এইয়ে যে শৰ্মাদেৱ গীতাৰ কৰ্ম-যোগত বিশ্বাসী আছিল। সেই কৰ্মযোগত উদ্বুদ্ধ হৈছিল বাবে ফলাসক্তিৰ ধাউতিৰে তেখেত সততে আক্ৰান্ত নহৈছিল। সেয়ে তেখেতে সুখ-দুখ সমানে আদৰি ল'ব পাৰিছিল আৰু সেইবাবে তেখেতৰ জীৱনত বিশেষ নৈৰাশ্যও বোধকৰোঁ নাছিল। তেখেত আছিল সদানন্দ পুৰুষ। হাস্যৰস আছিল তেখেতৰ বাক্‌-ভংগীৰ ভূষণ। তেখেতৰ জীৱন-দৰ্শন আৰু জীৱন-বোধ আছিল স্বকীয়া, অন্তৰ্মুখী জীৱনবোধৰ চিন্তাৰে উদ্দীপ্ত।

**সৌহাৰ্দ্য ঃ** সৌহাৰ্দ্য বা সহৃদয়তা তেখেতে সঞ্চালনিকৈ বিলাব জানিছিল। সেয়ে জনসাধাৰণৰ সৈতে তেখেতৰ এটা সহজলভ্য সৌহাৰ্দ্য গঢ়ি উঠিছিল। সংসাৰত দুটি বস্তুৰ বিশেষ মূল্যায়ণ কৰি কোৱা হৈছে ঃ

'সংসাৰৱিষ-বৃক্ষস্য দ্বেৰফলে অমৃতোপমে।
কাব্যামৃতৰসাস্বাদঃ সংসৰ্গঃ সজ্জনৈঃ সহ॥'

(সংসাৰথন বিষ-বৃক্ষৰ স্বৰূপ। সংসাৰ বিষ-বৃক্ষৰ দুবিধ ফল অমৃত তুল্য। সেই দুবিধ ফল হ'ল কাব্যামৃত ৰসাস্বাদ আৰু সজ্জনৰ সংগলাভ।)



শৰ্মাদেৱৰ এই দুইবিধ অমৃতময় ফল বিতৰণ কৰিব পৰা অসমী আইৰ সুযোগ্য সন্তান আছিল। সেয়ে বহুজনে তেখেতৰ ওচৰলৈ আহি সেই ফলৰ অমিয় সোৱাদ লাভ কৰিবলৈ উৎসাহিত হৈছিল। তেখেতে অকুণ্ঠভাৱে সততে সেই অভিলাষ পূৰণ কৰা দেখা গৈছিল।

**ধৰ্মীয় বিশ্বাস ঃ** তেখেত আছিল মহান সনাতন হিন্দু ধৰ্মত অচল বিশ্বাসী, ভাৰতীয় ঐতিহ্যৰ পূজাৰী। ধৰ্মীয় দিশত তেখেত আছিল উদাৰ পন্থী। শৈৱ, শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ উপাস্য আৰু উপাসক সকলোৰে প্ৰতি নৈষ্ঠিক পণ্ডিত শৰ্মাদেৱৰ অসীম শ্ৰদ্ধা আৰু ভক্তি আছিল। তেখেতৰ প্ৰাসংগিক আলোচনা-বিলোচনা আৰু গধুৰ নিবন্ধবোৰে সেই কথাৰ সাক্ষ্য দিয়ে।

জনহিতকৰ লক্ষ্য সমুখত ৰাখি বিভিন্ন অনুষ্ঠানৰ সৈতে জড়িত হৈ থকাৰ উপৰিও ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ তেখেত সক্ৰিয় সদস্য আছিল।

'গুণাঃ খলু পূজাস্থানম্'—বহুগুণৰ অধিকাৰী শৰ্মাদেৱে বহুজনৰ হৃদয়ত বহুভাৱে স্থান লাভ কৰিছিল। তেখেতৰ নশ্বৰ দেহৰ অৱসান ঘটিছে যদিও তেখেতৰ অমৰ আত্মাৰ অনন্ত ৰহণে অসম ভূমিক জিলিকাই ৰাখিব, তেখেতৰ আত্মাৰ পবিত্ৰ পোহৰ অসমৰ শিক্ষা জগতত অনিৰ্বাণ হৈ ৰ'ব। বিশ্বকবি ঠাকুৰৰ ভাষাৰে—

'এনেছিলে সাথে করে মৃত্যুহীন প্রাণ।
মরণে তাহার তুমি করে গেলে দান॥' □

# শিক্ষাগুৰুৰ সোঁৱৰণত

**প্ৰফুল্ল কটকী**

১৯৫৩-৫৫ শৈক্ষিক বছৰ দুটাত, কটন কলেজত কলা বিভাগৰ দুগৰাকী অধ্যাপকে তেখেতসকলৰ ব্যক্তিত্বেৰে আমাক বিশেষকৈ আকৰ্ষিত কৰিছিল। এগৰাকী ইংৰাজীৰ অধ্যাপক—দ্বিগেন চন্দ্ৰ দত্ত; আন গৰাকী সংস্কৃতৰ—ৰজনীকান্ত দেৱশৰ্মা। দুয়োগৰাকী অধ্যাপকৰ মাজত কিছুমান সাধাৰণ বৈশিষ্ট্য আমাৰ চকুত পৰিছিল। উভয়েই আছিল ধীৰ-স্থিৰ, খোজকাটলত গহীন-গম্ভীৰ, সৌম্য প্ৰকৃতিৰ। সাজ-পাৰতো আছিল মিল—উভয়েই ধুতি-পঞ্জাবী পিন্ধিছিল। শৰ্মাদেৱে চাদৰ লৈছিল; উত্তৰীয় হিচাপে কান্ধত পেলাই লৈছিল। জাৰকালি উপৰ চাদৰ গাত মেলি লৈছিল। দ্বিগেন দত্তদেৱক মৌনী যেন ভাব হৈছিল, শৰ্মাদেৱ কিন্তু গহীন প্ৰকৃতিৰ হোৱা সত্বেও আছিল ৰসিক ব্যক্তি। এই গুণটিৰ বাবেই তেখেতৰ সাহচৰ্য বহুতৰ বাবে লোভৰ বস্তু হৈ পৰিছিল। কথাৰ মাজতে খুহুটীয়া কথা একোটা কৈ আলাপ-আলোচনা তেখেতে ৰসাল কৰি তুলিব পাৰিছিল। ইয়াকে কৰোঁতে তেখেতে নিজৰ ব্যাপক অধ্যয়নৰপৰা উদ্ধৃতি প্ৰায়ে মাতিছিল; অৱশ্যে প্ৰসংগৰ লগত ৰজিতা খুৱাই। তেখেতৰ দৰে হাস্যৰসিক লোক সহজে পোৱা নাযায়। তেখেতৰ 'sense of humour' বোলা গুণটি নিম্ন পৰ্যায়ৰ নাছিল, আছিল উচ্চ-পৰ্যায়ৰ, আৰু ইংৰাজীত ক'বলৈ গ'লে ইয়াৰ প্ৰকৃতি আছিল—'perceptive'।

দত্তদেৱৰ দৰেই শৰ্মাদেৱো আছিল ব্ৰতী শিক্ষক, একনিষ্ঠ। তেখেতে আমাক সংস্কৃতৰ সন্মানৰ শ্ৰেণীত বেদ, বৈদিক ব্যাকৰণ, মনুসংহিতা আৰু শকুন্তলা পঢ়াইছিল। বিষয় যিয়েই নহওক কিয়, তেখেতৰ হাতত পৰিলে তাৰ আলোচনা ৰসাল হয়েই। লাগে সি সায়ন ভাষ্যই হওক বা শকুন্তলাই হওক। তেখেতে আমাক বেদৰ শ্ৰেণীত পদপাঠ বুজোৱাৰ কথা এতিয়াও মনৰপৰা মচ খোৱা নাই। তেখেতৰ স্বভাৱসুলভ গলগলীয়া মাতৰ উদাত্ত, অনুদাত্ত, স্বৰিত স্বৰৰ সেয়া কি মনোগ্ৰাহী উচ্চাৰণ! শুনি থাকিবৰ মন যায়। সময় যে কেনেকৈ



পাৰ হয় তাৰ জ্ঞানেই নাথাকে। সাহিত্যৰ শিক্ষক হিচাপে শৰ্মাদেৱৰ ক্ষেত্ৰত মন কৰিছিলোঁ, তেখেতে ব্যাখ্যাবোৰ বিষয়ানুগ কৰি ৰাখি, ৰসালকৈ পোনাই নিব পাৰে। তেখেতে শকুন্তলা পঢ়ালে, শ্ৰেণী কোঠাৰ বাৰাণ্ডাতো শুনিবলৈ অন্যান্য বিভাগৰ ছাত্ৰৰ জুম হয়। ইমানেই ৰসালকৈ তেখেতে শকুন্তলা পঢ়ায়। অন্য এটা কথাও আমি লক্ষ্য কৰিছিলোঁ—শৰ্মা মহোদয়ৰ পাঠন আছিল একান্ত পাণ্ডিত্যমূলক, কিন্তু তাত পাণ্ডিত্যাভিমানৰ লেশমাত্ৰও নাছিল। আচৰিত দক্ষতা আছিল শৰ্মাদেৱৰ সাহিত্য ৰসিক হিচাপে। তাৰ গুণতেই তেখেতে শকুন্তলাৰ প্ৰস্তাৱনা শ্লোক যি দক্ষতা আৰু মৰ্মগ্ৰাহিতাৰে বুজাব পাৰিছিল, ঠিক সেইদৰেই, আন এটা স্তৰলৈ নামি গৈ, সেই নাটকৰ ধীবৰ প্ৰসংগও সমানেই উপাদেয় কৰি ব্যাখ্যা কৰিব পাৰিছিল। ইয়াৰপৰা এটা কথা আমাৰ প্ৰতীয়মান হৈছিল—সেইটো হ'ল সাহিত্যানুৰাগী হিচাপে শৰ্মাদেৱৰ ৰসবোধৰ (aesthetic sense) যথাৰ্থতা। আমি আগতেই কৈছোঁ যে তেখেত আছিল প্ৰকৃতাৰ্থত ৰসবেত্তা। সাহিত্যৰ পাঠক মাত্ৰৰে, সাহিত্যানুশীলনৰ লগত সম্পৃক্ত পাণ্ডিত্য-বোধ (literary scholarship) থকাটো বাঞ্ছনীয়। আজিৰ চাম পাঠকৰ মাজত, ব্যতিক্ৰম বাদে, এই গুণটি ক্ৰমাৎ হ্ৰাস পাই অহা দেখা গৈছে। ই দুৰ্লক্ষণ। কিন্তু শৰ্মাদেৱৰ আছিল এই বিষয়ত ব্যাপক জ্ঞান। সাহিত্য-বিদ্যা তেখেতৰ পুস্তকস্থা নাছিল, আছিল মজ্জাগত, কণ্ঠস্থ। তেখেতৰ স্মৃতিশক্তিও আছিল প্ৰখৰ।

সংস্কৃতৰ অধ্যাপকসকল সাধাৰণতে একদেশদৰ্শী হয় বুলি এটা দুৰ্নাম আছে। আধুনিক বৈজ্ঞানিক ভাবচিন্তাৰ প্ৰতি তেখেতসকলৰ বোলে অনীহা। অভি-যোগটোৰ সঁচা-মিছা প্ৰমাণ কৰিবলৈ আমি যাব খোজা নাই। কিন্তু শৰ্মাদেৱৰ বেলিকা ই মিছা বুলি প্ৰমাণিত হয়। বৈজ্ঞানিক দৃষ্টিভংগী আৰু চিন্তা-চৰ্চাৰ প্ৰতিও তেখেত আছিল আগ্ৰহী। ইয়াৰ বাবেই তেখেত, সেই সময়ৰ কটন কলেজৰ অধ্যক্ষ বিশিষ্ট বৈজ্ঞানিক ডঃ হিৰণ্য চন্দ্ৰ ভূঞাদেৱৰ ঘনিষ্ঠ বন্ধু হ'ব পাৰিছিল।

সুপণ্ডিত শৰ্মাদেৱ আছিল প্ৰচাৰবিমুখ ব্যক্তি, যশোলিপ্সা তেখেতৰ নাছিল। আন ভালেকেইগৰাকী সদাশয় ব্যক্তিৰ ক্ষেত্ৰত হোৱাদি, শৰ্মাদেৱৰ ক্ষেত্ৰতো দেখা গ'ল, অসমৰ সাৰস্বত (academic) সমাজখনে তেখেতক চিনি নাপালে। তেখেতৰ যোগ্যতা আৰু পাণ্ডিত্যৰ স্বীকৃতি দিব নোৱাৰিলে। এই আক্ষেপৰ কাৰণ এয়ে যে তেখেতৰ দৰে সুপণ্ডিত শিক্ষক এগৰাকী ৰাতিটোৰ ভিতৰতে

নোলায়। এই বিৰল যোগ্যতা সুদীৰ্ঘ দিনৰ কঠোৰ অধ্যয়নৰ ফলতহে লাভ হয়। কিন্তু 'ডক্তৰেট' ডিগ্ৰীয়েই পাণ্ডিত্যৰ চৰম নিৰ্ণায়ক হ'বলৈ ধৰা আমাৰ সমাজখনত এনে প্ৰকাৰ অৰ্হতাৰ স্থানেই বা ক'ত?

শৰ্মাদেৱ আছিল এগৰাকী বাগ্মী পুৰুষ। সুনিপুণ বক্তা। চালে-বেৰে নোকোৱাই, মূল বিষয়ৰ আঁত ধৰি, দ্বিৰুক্তি পৰিহাৰ কৰি, বিষয় একোটাৰ ওপৰত তেখেতে অনৰ্গল, শুদ্ধ অসমীয়াত বক্তৃতা দিয়া বহুতে শুনিছে। বক্তৃতাত অসমীয়াৰ মাজত ইংৰাজী শব্দ ব্যৱহাৰ কৰাৰ বদভ্যাস তেখেতৰ মুঠেই নাছিল। সেই দৰেই তেখেতৰ ভাগৱত ব্যাখ্যাও আছিল অত্যন্ত মনোগ্ৰাহী ব্যাপাৰ। এবাৰ শুনাজনে তাক সতকাই পাহৰিব নোৱাৰে।

শৰ্মা ছাৰে ইহলোক ত্যাগ কৰাৰ আজি প্ৰায় দুবছৰ হ'ল। গুৱাহাটী মহানগৰীৰ সংস্কৃতপ্ৰেমী সমাজখন উদং কৰি থৈ তেখেত গ'লগৈ। অসমৰ সাৰস্বত সমাজখন ক্ৰমাৎ উদং হৈ হৈ গৈ আছে। সেই উদং ঠাই পূৰাবলৈ নতুন পুৰুষসকল তেখেতৰ আদৰ্শৰে অনুপ্ৰাণিত হোৱা উচিত।

প্ৰয়াত শিক্ষাগুৰুৰ সোঁৱৰণত সভক্তিৰে মূৰ দোঁৱাইছোঁ। □

# শিক্ষাগুৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ স্মৃতিত

অপূৰ্ব চন্দ্ৰ বৰঠাকুৰীয়া

মানুহৰ মৃত্যু হয়। এয়া হ'ল চিৰন্তন সত্য। গীতাতো তাকেই পঢ়িছিলোঁ। তথাপি মনে নামানে। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ছাৰৰ কথা মনত পৰিলে চকুৰ পানী টোকোঁ। মানুহে মানুহক বহু কাৰণত ভাল পায়। শৰ্মা ছাৰক আমি কিয় ভাল পাইছিলোঁ বুজি নাপাওঁ। কিন্তু তেখেতক দেখিলেই, তেখেতক লগ পালেই খুব ভাল লাগি যায়। আমাৰ ছাৰসকলনো তাহানি কেনে আছিল সেই কথা বুজাবলৈ ছাৰক বিশেষ যত্ন কৰি আমাৰ সংস্কৃত বিভাগলৈ অতিথি প্ৰবক্তা কৰি অনা হৈছিল। তেতিয়া তেখেতৰ বয়সে সত্তৰৰ দুৱাৰডলি চুবৰ উপক্ৰম কৰিছে, অথচ ইমান সুন্দৰকৈ তেতিয়াও ছাত্ৰ-ছাত্ৰীক পঢ়ুৱাব পাৰিছিল যে ভাবিলে আচৰিত হ'ব লাগে। যদিও আজি তেখেত আমাৰ মাজত নাই, তথাপি আজিও যেন হাঁহি হাঁহি বক্তৃতা দি আছে—এনেকুৱা ধাৰণা হয়।

শৰ্মা ছাৰৰ সৈতে প্ৰথম পৰোক্ষ পৰিচয় হয় ১৯৫২ চনত। মই দেউতাৰ সৈতে বজাৰলৈ যাওঁতে হঠাৎ শৰ্মা বুলি কাৰোবাক মাতিলে দেউতাই। ঘূৰি চালোঁ, এজন চফল ডেকা—চুলিবোৰ সুন্দৰকৈ চুচিছে। মই সুধিলোঁ, "কোন?" দেউতাই ক'লে, "প্ৰফেচৰ ৰজনী শৰ্মা"। আমাৰ দেউতা কেশৱচন্দ্ৰ বৰঠাকুৰীয়া এজন বিদগ্ধ পণ্ডিত আছিল। তেখেতৰ বন্ধুত্বও আছিল পণ্ডিতৰ লগতহে। অধ্যাপক লক্ষ্মীনাৰায়ণ বেদশাস্ত্ৰীৰ নিচিনা পণ্ডিতসকলৰ লগত দেউতাৰ বিশেষ বন্ধুত্ব আছিল। পিছৰ পৰ্যায়ত শৰ্মা ছাৰৰ সৈতে বন্ধুত্ব হৈছিল। ১৯৫২ চনৰ পিছত ১৯৫৪ চনৰপৰা তেখেতৰ ওচৰত কটন কলেজত পঢ়িছিলোঁ। তেখেতে বেদ আৰু শকুন্তলা পঢ়ুৱাইছিল। ইমান সুন্দৰকৈ বিষয় দুটা ছাৰে পঢ়ুৱাইছিল যে কটন কলেজৰ তিনি ফুট বহলৰ মহে কামুৰি দমলাদমলি কৰা সেই কোঠাটোত আমি তেখেতৰ কথা শুনি তন্ময় হৈ থাকোঁতে সকলো দুখ-কষ্ট পাহৰি গৈছিলোঁ। ভৰতৰ নাট্যশাস্ত্ৰৰপৰা পুৰাণলৈকে তেখেতৰ মুখত সংস্কৃতৰ সকলো বিষয়ৰ অনৰ্গল উদ্ধৃতি শুনি আমি আঁচৰিত হৈ গৈছিলোঁ। কিন্তু আমি তেখেতৰ ব্যক্তিত্বক

ভীষণ ভয় কৰিছিলোঁ। সেই কাৰণে তেখেতে হিউমাৰ (humour) কৰিলেও তাত সহজভাৱে যোগ দিব পৰা নাছিলোঁ।

মই বি. এ. মহলাত অনাৰ্চ লৈ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰাৰ কাৰণে যদি কাৰোবাৰ বিশেষ কৃতিত্ব সেয়া মোতকৈ শৰ্মা মহাশয়ৰহে বেছি। শৰ্মা ছাৰে তেখেতৰ (অধীক্ষক থকা কালত) ঘৰত মোক সদায় আবেলি ঘণ্টাকৈ পঢ়ুৱাইছিল। তেনেদৰে চাৰি মাহমান পঢ়োৱাৰ পিছত মই সংস্কৃতৰ সকলো-বিলাক প্ৰশ্ন বিশেষকৈ ইংৰাজীৰপৰা সংস্কৃতলৈ আৰু সংস্কৃতৰপৰা ইংৰাজীলৈ অনুবাদ কৰা বিষয়টো শিকি পেলাইছিলোঁ। আজিকালি অনুবাদ বুলিলে ল'ৰা-ছোৱালীয়ে ভয় কৰে। অসমীয়া মাধ্যমত পঢ়া-শুনা কৰাৰ গৌৰৱ অৰ্জন কৰিবলৈ যাওঁতে ইংৰাজীৰপৰা সংস্কৃতলৈ অনুবাদ কৰা অথবা সংস্কৃতৰপৰা ইংৰাজীলৈ অনুবাদ কৰা অংশটো বেছি ছাত্ৰ-ছাত্ৰীয়েই বাদ দি থয়। আমাৰ দিনত অনুবাদ কেইবাখনো প্ৰশ্নপত্ৰৰ বিষয়ৰ অন্তৰ্ভুক্ত আছিল। মই তেনেকুৱা অনুবাদত কিজানি ২০০ নম্বৰৰ ভিতৰত ১৪০ নম্বৰ মান পাইছিলোঁ। অনুবাদৰ পাঠবিলাকো বৰ সহজ নাছিল। এনে এটা পাঠত 'তয়া একপত্ন্যা' কথাখিনি পাই এগৰাকী পৰীক্ষাৰ্থীয়ে by that Ekpatni lady বুলি অনুবাদ কৰা মই গম পাওঁ। শৰ্মা ছাৰে অনুবাদবিলাক কেনেদৰে সহজ ভাষাৰে কৰিব লাগে বুজাই দিছিল। মুঠ কথা, তেখেতৰ অকৃত্ৰিম স্নেহ আৰু উৎসাহৰ কাৰণেই মই বি. এ. পৰীক্ষাত বিশেষ ফল লাভ কৰোঁ। মই এতিয়ালৈকে যিকেইজন অতি দক্ষ শিক্ষকক লগ পাইছোঁ তাৰ ভিতৰত শৰ্মা ছাৰ, ড° মুকুন্দমাধৱ শৰ্মা ছাৰ, ৰাচিয়ান বিভাগৰ বেলজুচ কিন ছাৰ আৰু ড° যোগীৰাজ বসু ছাৰৰ দৰে নিপুণ শিক্ষক লগ পোৱা নাই। তেখেতসকলে ছাত্ৰক মন্ত্ৰমুগ্ধ কৰি ৰাখিব পাৰিছিল আৰু পাৰিছে। বৰপেটাৰ ওচৰৰ তাৰাবাৰীত শিক্ষকতা কৰোঁতে তাৰ পমুৱা লোকে হেনো ছাৰৰ বিষয়ে কৈ ফুৰিছিল—"তেখেতৰ নিচিনা ইংৰাজী জনা মানুহ নাই।"

শৰ্মা ছাৰক আকৌ লগ পাইছিলোঁ গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি থকোঁতে। কথাই কথাই হাস্যৰস সৃষ্টি কৰা তেখেতৰ স্বভাৱ আছিল। বিজন মানুহৰ আমি চকুলৈ চাবলৈ ভয় কৰিছিলোঁ সেইজন লোক ইমান হাস্যৰসিক হ'ব পাৰে বুলি ভাবি নিজেই আচৰিত হৈছিলোঁ। তেখেতে কথা ক'লে মানুহে আগৰেপৰাই সাজু হৈ থাকে হাঁহি উঠা কথা ক'ব বুলি। একেবাৰে নীৰস বিষয়তো তেখেতে ৰস সৃষ্টি কৰিব পাৰিছিল। এয়ে আছিল তেখেতৰ বিশেষত্ব।



তেখেতৰ এই গুণ আন এজন প্ৰাক্তন অধ্যাপক ৰজনীকান্ত চক্ৰৱৰ্তীৰ গাতো কিছু পৰিমাণে আছে আৰু দুয়োজনেই বন্ধু। শৰ্মা ছাৰৰ হাস্যৰস সৃষ্টিৰ এটা সাধাৰণ উদাহৰণ দিওঁ—আমাৰ এগৰাকী ছাত্ৰীয়ে সুধিলে, "ছাৰ unseen কি আহিব পৰীক্ষাত কওক।" ছাৰে উত্তৰ দিলে, "unseen কি আহিবতো ক'ব নোৱাৰোঁৱেই "seen" কি আহিব তাকো ক'ব নোৱাৰোঁ।"

তেখেতক এজন জ্যোতিষীয়ে বোলে কৈছিল, "আপোনাৰ ৭৯ বছৰত মৃত্যু।" সেই কথাকে তেখেতে গাই-বাই ফুৰিছিল আৰু তেখেতক সম্বৰ্ধনা জনাব খোজা লোকক কৈছিল, "৭৯ বছৰ নহওঁতেই কি কৰা কৰি লোৱা। ৭৯ বছৰত কিন্তু মোৰ মৃত্যু।" সেই কথা ফলিয়ালে। মৃত্যু সম্পৰ্কে ছাৰ আছিল নিৰ্বিকাৰ।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ছাৰৰ বিষয়ে এখাৰ কথা নক'লে গোটেই আলোচনা নিষ্ফল হ'ব। বয়স আৰু বেজাৰক তেওঁ ঠাই নিদিছিল। অদম্য শাৰীৰিক শক্তি আৰু মনৰ উৎসাহেৰে তেখেতে সামাজিক কাম কৰি ফুৰিছিল। ৮০ৰ দুৱাৰডলিৰ কাষ পায়ো তেখেতে অসম আৰু অসমৰ বাহিৰত সমাজ সেৱা কৰি ফুৰিছিল। সাহিত্য সভাৰপৰা আৰম্ভ কৰি অসমীয়া বিশ্বকোষলৈ তেখেতে কি কাম কৰা নাই? কেতিয়াও বিশ্ৰাম উঠা ছাৰক দেখা নাই। সদায় খোজ কাঢ়ি ফুৰে। আন এটা লক্ষণীয় কথা—তেখেতে মানুহৰ ঘৰে ঘৰে ঘূৰি নুফুৰিছিল। আনকি আপোন মানুহৰ ঘৰলৈকো খুব কম গৈছিল। এবাৰ আমাৰ ঘৰত এটা ধৰ্মীয় অনুষ্ঠানত বহু ৰাতি হোৱাতো ওলাইছিল—আমাক ভাল পায় কাৰণে। আমি দিয়া সন্দেশ দুখন আৰু কিবাকিবি বস্তু নাখালে। আমি ক'লোঁ, "ছাৰ, খাওক অলপ বস্তু।" ছাৰে তাৰ প্ৰত্যুত্তৰত ক'লে, "ঠিক কৈছা। অলপ বস্তু। পাতত অলপ, কিন্তু পেটত গৈ ওৰে ৰাতি সি যি তাণ্ডৱ নৃত্য কৰিব, তাক তুমি দেখা নোপোৱা।" এনে এজন লোকৰ হঠাতে স্বৰ্গাৰোহণ হ'ল। শুনি যিমান দুখ পালোঁ তাতোকৈ বেছি দুখ পালোঁ সিদিনা ৰাতি মোক সপোনতে লগ ধৰোঁতে। মই চিঞৰি চিঞৰি কান্দোতে ঘৰৰ মানুহে সাৰ পালে। মোৰ এটাই প্ৰশ্ন—"আমি ভাল পোৱা মানুহবোৰ মৰে কিয় বাৰু?" □

# পণ্ডিত ৰজনীকান্ত দেৱশৰ্মা—
# পঢ়ুৱৈৰ প্ৰভাস তীৰ্থ

**গোবিন্দ দাস**

জীৱনৰ কেঁকুৰিবোৰ ঘূৰাৰ সময়ত এনে কিছু ব্যক্তিৰ সান্নিধ্যলৈ অহা যায়, যাঁৰ ব্যক্তিত্বৰ বিশালতা আৰু পাণ্ডিত্যৰ শুভ্ৰ জোৎস্নাৰ স্পৰ্শত আমাৰ ক্ষুদ্ৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত, পুলকিত হৈ থাকে, শ্ৰদ্ধাত মূৰ দোঁ খাই যায়, স্মৃতি ৰোমন্থনে হৃদয় ৰাজ্যত দলিচা সজায়। এৰি অহা দিনবোৰলৈ এবাৰ যেতিয়া উভতি চাওঁ ছাত্ৰ-জীৱনৰ অভিজ্ঞতাৰ স্মৃতি ৰাশিয়ে অন্তৰৰ নিভৃততম কোণত ভুমুকি মাৰে। আমাৰ এই আলোড়িত স্মৃতিত ব্যক্তিত্বৰ বিশালতা আৰু পাণ্ডিত্যৰ আলোকেৰে আলোকিত এগৰাকী ব্যক্তি, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা এম. এ. সাহিত্য-পুৰাণ-শাস্ত্ৰী।

এজন অধ্যাপক হ'বলৈ সঁচা অৰ্থত যিমান গুণৰ প্ৰয়োজন ছাৰৰ গাত সকলোখিনি গুণেই বিৰাজ কৰাটো দেখি আমি মুগ্ধ হৈছিলোঁ। তেখেত এজনা সংস্কৃতৰ বিদগ্ধ পণ্ডিত আছিল। মই মোৰ ছাত্ৰ জীৱনৰ স্নাতকোত্তৰ শ্ৰেণীত তেখেতৰ পাণ্ডিত্যৰ প্ৰভাৱেৰে বঞ্চিত হোৱাৰ সুযোগকণ পাইছিলোঁ। আমাক গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত ভাৰতীয় দৰ্শন আৰু অসমীয়া সাহিত্যৰ বৈষ্ণৱ যুগৰ পাঠ পঢ়াইছিল। তেখেতৰ প্ৰণালীবদ্ধ পাঠদান যেতিয়া গভীৰ মনোনিবেশেৰে গ্ৰহণ কৰিছিলোঁ, তেতিয়া মনলৈ আহিছিল তেখেতৰ অধ্যাপনাত এনে কি মোহিনী আছে—যাক শুনি থাকিলে মাথো শুনি থাকিবলৈ আগ্ৰহ আৰু কৌতুহল জন্মে। তেখেতৰ অপূৰ্ব সফল অধ্যাপনা পদ্ধতিত নিহিত, উপাদানবোৰ জুকিয়াই চালে তলত দাঙি ধৰা উপাদানবোৰকেই প্ৰধান বুলি ধৰিব পাৰি—

১। বিষয়ৰ গভীৰ আৰু পাণ্ডিত্যপূৰ্ণজ্ঞান,

২। ৰসাল ভাষাৰে দৰ্শনৰ কঠিন বিষয়বো অতি সৰল আৰু সহজভাৱে উপস্থাপন কৰিব পৰা নৈপুণ্য আৰু ক্ষমতা,



৩। বিষয়বস্তু উপস্থাপনৰ ব্যাপক আৰু বৰ্ণাঢ্য দৃষ্টান্তৰ প্ৰয়োগ,

৪। অধুনা বৰকৈ কথিত সামাজিক দায়বদ্ধতাৰ নামত পক্ষপাতদুষ্ট বক্তব্যৰ ঠাইত নিৰপেক্ষ আৰু বিজ্ঞায়তনিক চেতনাৰে বিষয়ৰ উপস্থাপন,

৫। শব্দৰ ব্যুৎপত্তিমূলক বিশদ আলোচনা আৰু প্ৰয়োগ ;

৬। ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা অথচ কু-সংস্কাৰৰ প্ৰতি আপোচহীন বিৰোধিতাৰ প্ৰকাশ ;

৭। অননুকৰণীয় কথনভংগীৰে বিষয়-বস্তুৰ পুংখানুপুংখ ব্যাখ্যা।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে যি যি বিষয়ৰ পাঠদান কৰিছিল, সেই সেই বিষয়ত তেখেতৰ গভীৰ আৰু পাণ্ডিত্যপূৰ্ণ অধিকাৰ আছিল, দৰ্শনে পঢ়াওক বা কাব্যই পঢ়াওক তাক জলবৎ তৰল কৰি হৃদয়গ্ৰাহী কৰি তুলিছিল। আমাক সকলোকে তেখেতে খুৱাইছিল যে, দুটা বছৰে তেওঁ আমাক যি পঢ়াইছিল কোনো দিনে সাধাৰণতে তেখেতে কোনো কিতাপ-পত্ৰ লগত লৈ নাহিছিল। পদ, শ্লোক, ঘোষা, সৰসৰীয়াকৈ মুখস্থ মাতি সেইবোৰ পানীৰ দৰে সহজকৈ বুজাই দিছিল। পাঠ্য-বিষয়ৰ লগত সংগতি থকা বিভিন্নজনৰ পাণ্ডিত্যপূৰ্ণ সমৰ্থন বা বিতৰ্কবোৰ অতি শৃংখলাবদ্ধ ৰূপত ছাত্ৰ-ছাত্ৰীসকলৰ আগত দাঙি ধৰিছিল। মহাত্মা গান্ধীয়ে শিক্ষক সম্পৰ্কে এবাৰ বৰ সাৰুৱা কথা কৈ গৈছে—"It is for teachers to make attractive and intelligible what to the pupils may at first appear repulsive or uninteresting." ; অধ্যাপক দেৱশৰ্মাদেৱে পঠনীয় বিষয়ক আকৰ্ষণীয়, বোধগম্য কৰিবলৈ আনকি প্ৰসংগান্তৰ হৈ কোনো বিদ্যাৰ্থীয়ে প্ৰশ্নৰ অৱতাৰণা কৰিলে, তেখেতে সেইবোৰ প্ৰশ্ন প্ৰসংগান্তৰ হ'লেও প্ৰথমতে সেইবোৰৰ বিচাৰ-বিশ্লেষণ কৰি দিহে প্ৰসংগান্তৰ বিষয়ৰ মূল বিষয়ৰ লগত কোনখিনিত অমিল তাৰ তাত্বিক বিচাৰ আগ বঢ়াইছিল। ইবোৰে বিষয়ক আকৰ্ষণীয় আৰু বোধগম্য কৰাৰ যিদৰে প্ৰভূতভাৱে সহায় কৰে, ঠিক তেনেকৈ তেখেতৰ পাণ্ডিত্যৰ বিশাল পৰিধি আৰু বিবিধ বিষয়ৰ গভীৰ অধ্যয়ন আৰু দখলৰ কথাকেই সত্য ৰূপত প্ৰতিষ্ঠিত কৰে।

সেই সকফুটীয়া অৱয়ুৰৰ বিদ্বান্ পুৰুষজনৰ পাণ্ডিত্যৰ সৈতে ওতপ্ৰোতভাৱে তেখেতৰ ৰসিকতাৰ সংমিশ্ৰণ ঘটিছিল। কথা-বতৰা পতাৰ সময়ত তেখেতে যি ৰসিকতাৰে বিষয়বস্তু আলোচনা আৰু তাৎপৰ্য ব্যাখ্যা আগ বঢ়াইছিল, অধ্যাপনাৰ সময়তো সেই মনোৰম ৰসিকতাৰ প্ৰস্ফুৰণ দেখা গৈছিল। ঈশ্বৰ সম্পৰ্কে আমাক ধাৰণা দিবলৈ গৈ অধ্যাপক দেৱশৰ্মাদেৱে ভাৰতীয় ষড়-দৰ্শনৰ

পৰা তুলনাত্মক ব্যাখ্যা দাঙি ধৰি আধুনিক ভাৰতৰ বহু আধুনিক মানৱৰূপী ঈশ্বৰৰ কথা কৈ ৰসিকতাৰ সৃষ্টি কৰিছিল। এজন সাধকৰ ছবিৰ পৰা মৌ ওলায় বুলি যি বিশ্বাস আছে, সেই সম্পৰ্কে সুন্দৰ ৰসিকতা কৰি সেই সম্প্ৰদায়ৰ ভক্তই আঘাত নোপোৱাকৈ কৈছিল : "ময়ো এখন কাঠ-পেঞ্চিলেৰে ছবি আঁকিম ব'বা। তাৰ পৰা মৌ ওলালে ময়ো খাম, তোমালোককো দিম।" মোৰ ধাৰণা অধ্যাপক দেৱশৰ্মাদেৱৰ ৰসিকতাত স্থূলতা নাছিল, হেমচন্দ্ৰ বৰুৱাৰ চোকা ব্যঙ্গও নাছিল, তেখেতৰ ৰসিকতাত বুদ্ধিদীপ্ত হাস্যৰসৰ (wit) প্ৰাণসঞ্চাৰী আনন্দ আৰু ৰমণীয় সুধা নিগৰি আছিল। William Makepeace Thackeray কোৱাৰ দৰে : "A good laugh is sunshine in a house"ৰ দৰে তেখেতৰ ৰসিকতাই শ্ৰেণী কোঠাতেই হওক, আলোচনাৰ মেজতেই হওক বা ৰাজহুৱা সবাহতেই হওক এক প্ৰভাময় দীপ্তিৰে পৰিৱেশ উজ্জ্বলকৈ ৰাখিছিল।

দেৱশৰ্মাদেৱে পাঠদান কৰাৰ সময়ত বিষয়ৰ লগত সামঞ্জস্য থকা উদাহৰণেৰে তেখেতৰ বক্তৃতা মনোগ্ৰাহী আৰু ৰসাল কৰি তুলিছিল। উদাহৰণবোৰ প্ৰয়োজন সাপেক্ষে প্ৰাচীন গ্ৰন্থৰপৰা আনি দাঙি ধৰিছিল, আকৌ তেনেকৈ অসমীয়া লোক-জীৱনৰপৰাও উদাহৰণৰ সমল গ্ৰহণ কৰি ছাত্ৰ-ছাত্ৰীৰ বিষয় বোধগম্য হোৱাত প্ৰভূত অৰিহণা যোগাইছিল। সুবিধা পালেই তেখেতে এজন "সম্পূৰ্ণ ছাত্ৰ'ৰ যোগ্যতাবোৰক কথাৰ মাচতে প্ৰকাশ কৰি ছাত্ৰ-ছাত্ৰীক অনুপ্ৰেৰণা যোগাইছিল। আমি বিশ্বিদ্যালয়ত পঢ়াৰ সময়ত (৭৪-৭৬) জৰুৰী-কালীন দিৱসবোৰ চলি আছিল। গুৱাহাটী বিশ্ববিদ্যালয় তেতিয়া বামপন্থী ছাত্ৰৰ দখলত। এক আলোড়িত অৱস্থা। অধ্যাপক দেৱশৰ্মাই কিবা এক প্ৰসঙ্গৰ উদাহৰণ দিবলৈ গৈ ৰসিকতা কৰি কৈছিল : "হেৰা, বিপ্লৱ কৰিব লাগে বুজিছা, পিছে সাহিত্যৰ ছাত্ৰ-ছাত্ৰী হিচাপে তোমালোকে প্ৰথমতে বানান-বিপ্লৱটো সফল কৰা।"

শিক্ষাৰ সামাজিক দায়বদ্ধতা অস্বীকাৰ কৰিব পৰা বিষয় নহয়। কিন্তু একমাত্ৰ সামাজিক দায়বদ্ধতাৰ দোহাই দি শিক্ষণীয় বিষয়বোৰৰ বিদ্যায়তনিক স্থিতিটো অস্বীকাৰ কৰাও সমাজৰ বাবে এক দুৰ্বিষহ অভিশাপ হ'ব পাৰে। শিক্ষকে বা অধ্যাপকে সামাজিক দায়বদ্ধতা অস্বীকাৰ নকৰাকৈও বিষয়ৰ সত্যটো ছাত্ৰ-ছাত্ৰীৰ আগত দাঙি ধৰি তাক ছাত্ৰ-ছাত্ৰীৰ প্ৰজ্ঞা আৰু বিচাৰ-বিশ্লেষণেৰে আলোচনা-সমালোচনা-গৱেষণাৰ মাৰ্গত আগবাঢ়ি যোৱাৰ পথহে মুকলি কৰি দিয়া উচিত। নহ'লে মাত্ৰ শিক্ষক-অধ্যাপকে বিশ্বাস কৰা কথাকে ছাত্ৰ-ছাত্ৰীয়ে



চকু মুদি তেওঁলোকৰ মন-মগজু-হিয়াক অস্বীকাৰ কৰি আওবাবলৈ দিলে ক্ষতিবোৰ নেদেখাকৈ হৈ থাকিব। এইখিনিতে—F. W. Robertsonৰ শিক্ষক বিষয়ে লিখা এষাৰ মন্তব্য তুলি লোৱাৰ লোভ সামৰিব পৰা নগ'ল : "The true aim of every one who aspires to be teacher should be, not to impart his own opinions, but to kindle minds." অধ্যাপক দেৱশৰ্মাদেৱৰ গাত এইষাৰ হীৰকতুলীয়া কথা লিপিত খাই আছিল। তেখেতে ছাত্ৰ-ছাত্ৰীৰ আগত পঠনীয় বিষয়ৰ লঘু-গুৰু সকলো দিশ উদঙাই দিয়ে, এক্কাৰ-পোহৰ সকলো দিশ উন্মুক্ত কৰি দিয়ে, কিন্তু কোনো কালে 'মোৰ দৰে ভাবিবা'ৰ দৰে আঁকোৰগজালি মত প্ৰকাশ নকৰে। সেয়েহে তেখেত স্বৰ্গী হোৱাৰ পাছত তেখেতৰ মৃতদেহৰ ওপৰত যেতিয়া ৰাষ্ট্ৰীয় স্বয়ং সেৱকে পুষ্পাৰ্ঘ্য দি সতীৰ্থলৈ শ্ৰদ্ধা নিবেদন কৰিছিল, তেনে সংবাদে আমাৰ শিৰ বিনম্ৰ শ্ৰদ্ধাত নত কৰি দিছিল। কাৰণ পাঠদানৰ সময়ত ঘূণাক্ষৰেও তেখেতে জ্ঞাত বা অজ্ঞাতভাৱেও তেখেতৰ বক্তৃতাত সেইবোৰৰ অৱতাৰণা কৰা নাছিল। সামাজিক জীৱনৰ অভিৰুচিৰ পৰা আঁতৰত থিয় হৈ অধ্যাপনা কৰিব পৰা 'পূৰ্ণ-শিক্ষক' অধ্যাপক পণ্ডিত ৰজনীকান্ত দেৱশৰ্মা। এই নিৰপেক্ষতাও তেখেতৰ অধ্যাপনা জীৱনৰ মহত্ত্বদীপ্ত গৰিমা আছিল।

বিষয়বস্তুৰ আলোচনা প্ৰসংগত যেতিয়া পাৰিভাষিক শব্দৰ আলোচনা কৰিছিল, তেতিয়া তেখেতে প্ৰতিটো শব্দৰ ব্যুৎপত্তিমূলক বিশদ আলোচনা দাঙি ধৰিছিল। এইক্ষেত্ৰত শব্দৰ অভিধা, লক্ষণা আৰু ব্যঞ্জনাৰ যি পাণ্ডিত্যপূৰ্ণ আলোচনা আগ বঢ়াইছিল তাক সতকাই পাহৰিব নোৱাৰি। পাৰিভাষিক শব্দৰ উপৰিও পাঠৰ গুৰুত্বপূৰ্ণ শব্দৰ অৰ্থ আৰু সাধনৰ আলোচনা অতি বিস্তৃতভাৱে কৰিছিল। শব্দবোৰ এনেধৰণে ভাঙি ভাঙি দেখুওৱাৰ ফলত কিছু বিমূৰ্ত ধাৰণা বহনকাৰী শব্দৰ অৰ্থই ধাৰণাটো বুজাত সহৃদয় সহায়ক হিচাপে কামত আহে। এইদৰে শব্দৰ ব্যাখ্যা কৰোঁতে কেতিয়াবা কেতিয়াবা বিজ্ঞানত শব্দটোৱে বহন কৰা অভিধাটোও কাব্য পাঠৰ মাজত সুমুৱাই দি এক অভিনৱ প্ৰাণময়তা দান কৰিছিল। উদাহৰণস্বৰূপে, আজিও মনত থকা বহু শব্দৰ বিশ্লেষণৰ ভিতৰত এদিন 'স্নেহ' শব্দটোৰ এটি ব্যাখ্যা এনেধৰণে দাঙি ধৰি আমাৰ মনত এক নতুন উত্তেজনা আনি দিছিল : বিৰতি নোহোৱাকৈ নালীৰ দৰে যি বৈ থাকে সেয়াই 'স্নেহ'। সেয়েহে স্নেহৰ এৰাএৰি হ'বলৈ বৰ দিগদাৰ। বিজ্ঞানত এবিধ পদাৰ্থৰ নাম স্নেহজাতীয় পদাৰ্থ। জুলীয়া মিঠৈও স্নেহজাতীয়

পদাৰ্থ, ইয়াত লালীৰ দৰে অবিৰত ধাৰা এটা আছে। ছাৰৰ এনেধৰণৰ ব্যাখ্যা-বিশ্লেষণ আৰু শব্দৰ ব্যুৎপত্তি সম্পৰ্কে কৰা আলোচনাৰ গভীৰতা আৰু পাণ্ডিত্যৰ বিশালতাৰ এটা উপযুক্ত শিৰোনামা দিব পৰা যায়—ছাৰ এখন "ভ্ৰাম্যমান অভিধান"।

ঐতিহ্যৰ প্ৰতি তেখেতৰ আছিল অপৰিসীম শ্ৰদ্ধা, কিন্তু এই শ্ৰদ্ধা যিমান প্ৰাণসঞ্চাৰী, গভীৰ, সত্যদৰ্শী আছিল, সিমান আনুষ্ঠানিকতাবিমুখ আৰু অন্ধসংস্কাৰানুৰাগবৰ্জিত আছিল। যোগাভ্যাস কৰা দুই-এগৰাকী অসমীয়া সাধকৰ দৈহিক বেদনা সহ্য কৰিব পৰা কৃচ্ছ্ৰ সাধনৰ বহু আপুৰুগীয়া কথা সাধু-কথাৰ দৰে বৰ্ণনা কৰি বিয়লিৰ শ্ৰেণীকোঠাত আমাক তন্ময় কৰি তুলিছিল। সেই বৰ্ণনাত যেতিয়া মানৱ দৰদী ডাঃ ভুৱনেশ্বৰ বৰুৱা আদি স্বনামধন্য আধুনিক চিকিৎসকৰ নাম সম্পৃক্ত হয়, তেতিয়া আমাৰ মনত সোণত সুৱগা চৰাৰ নিচিনা ভাব উদ্ৰিক্ত হয়।

এই সকলোবোৰ বং একলগ হৈ যেতিয়া তেখেতৰ অননুকৰণীয় স্পষ্ট, গহীন কণ্ঠস্বৰেৰে ৰামধনুৰ অবিভাজ্য বৰ্ণচ্ছটাৰ দৰে প্ৰকাশ হৈছিল, সি আমাৰ বাবে হৈ পৰিছিল এক অপৰিমেয় আনন্দ আৰু জ্ঞানৰ উৎস। তেখেতৰ প্ৰতিটো বাক্যৰ কথনভংগীয়ে মন্দগতিত যিটো ঢৌ খেলি যায়—সি পাঠকৰ কৰ্ণকুহৰত এক ছন্দৰ গতিত আহি ঠেকা খায়। মই আজিও তেখেতৰ গদ্য-কথনভংগীত এক পৰিমিতপ্ৰায় ছন্দৰ হেন্দোলনি অনুভৱ কৰোঁ। সেই বাবেই চাগে তেখেতৰ কথাই যি কোনো বয়সৰ, যি কোনো মানসিক স্তৰৰ লোকক আনন্দ দিব পাৰিছিল। তেখেতৰ সৰ্বজনগ্ৰাহ্যতাৰ অন্যতম আধাৰ চাগে, তেখেতৰ গদ্য-কথনভংগীৰ ছন্দবদ্ধৰূপ। কাৰণ, A. Nicollএ ছন্দৰ সাৰ্বজনীনতাৰ বিষয়ত এইদৰে এবাৰ সাৰুৱা মন্তব্য দিছে: "Through rhythm and melody we seem to reach some universal chords of human feeling. By mere rhythm alone we certainly touch vibrations otherwise impossible of realization."

শিক্ষাদান আৰু শিক্ষাগ্ৰহণৰ মানৱ জাতিৰ দীঘলীয়া যাত্ৰাটোৰ বিষয়ে Encyclopaedia Britannicaত বৰ মনোগ্ৰাহীকৈ এইদৰে লিখিছে:

While arrangements of one kind or other for the education of the young have existed at all times and in all societies, it is only recently that schools have emerged as distinctive institutions for this purpose on a mass scale, and teachers as a



distinctive occupational category. Parents, elders, priests and wise men have traditionally seen it as their duty to pass on their knowkedge and skills to the next generation. As Aristotle put it, the surest sign of wisdom is a man's abilities to teach what he knows.

আমি এবাৰ কথা নিঃসংকোচেৰে ক'ব পাৰোঁ যে, এইজনা পুৰুষে যি জানিছিল অলপো গোপন নকৰাকৈ, অলপো লুকাই নৰখাকৈ একেবাৰে তলিৰ পৰা উদঙাই দিব বিচাৰিছিল। তেখেতে বহু কথাই লিখি নথ'লে, ফলত সিবোৰ কাললৈ হেৰাল। ভবাই নাছিলোঁ ছাৰ ইমান সোনকালে আমাৰ মাজৰপৰা আঁতৰি যাবগৈ বুলি। ছাৰৰ পাণ্ডিত্যৰ জোনাকত জুৰ ল'বলৈ বুলি কেইজনমান ছাত্ৰবন্ধুৰ সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমীপস্থ গাঁও ধাৰাপুৰত হ'ব লগা 'শিল্পী দিৱস'ত আমন্ত্ৰণ দিবলৈ ১৯৯১ চনৰ জানুৱাৰী মাহৰ সম্ভৱত ৯ তাৰিখে তেখেতৰ সমীপলৈ গৈছিলোঁ। মোৰ ভিতৰুৱা উদ্দেশ্য আছিল, ছাৰৰ প্ৰজ্ঞাৰ স'তে আজিৰ সূৰ্যমুখী অসমীয়া ডেকা-গাভৰুৰ পৰিচয় হ'ক। ছাৰে আমন্ত্ৰণ গ্ৰহণ কৰিছিল। সেই সময়ত কেইদিনমান পাছত হ'ব লগা ল'ৰাৰ বিয়াৰ কাৰণে তেখেত ব্যস্ত আছিল। তথাপি তাৰ মাজতেই ৰগৰ কৰি সুধিছিল কেই বজাত সভা আৰম্ভ হ'ব। আমাৰ ফালৰপৰা সন্ধিয়া বুলি কোৱাত ছাৰে তেখেতৰ অননুকৰণীয় ভংগীৰে কৈছিল: "সন্ধিয়া কৰি ভালেই কৰিছা। এবাৰ বৰপেটালৈ তেনে এখন সভা গাবলৈ গৈছিলোঁ। দিনৰ দুই বজাত সভাৰ সময় আছিল। ৰাতি ৮ মান বজাত আৰম্ভ হ'ল। দোকান-পোহাৰ বন্ধ কৰি সভা চোৱা লোক এপিঠীয়া হৈ আহিল। মানুহ ভালেই হৈছিল। হেৰা, তোমালোকে সন্ধিয়া কৰি ভালেই কৰিছা, নহ'লে সভাপতি, সম্পাদকে কেইঘণ্টামান মোৰ পৰা দূৰত থাকিব লাগিলহেঁতেন।"

ছাৰৰ বুদ্ধিদীপ্ত সৰসতাই বহু কথাৰে ইংগিত দিলে। আমিও হাঁহিলোঁ, ছাৰেও হাঁহিলে। বিদায় লৈ ওলাই আহি মনটো এক গভীৰ প্ৰশান্তিৰে ভৰি গ'ল। কাৰণ সভাখনৰ সভাপতি মই। ছাৰক মনে বিচৰা ধৰণে ব্যৱহাৰ কৰি, শ্ৰোতা-দৰ্শকক এক নতুন বোধ আৰু আহ্লাদ দিম। ১৮ জানুৱাৰীৰ সভাখনৰ সভাপতি মৰেই হ'লোঁ, কিন্তু ছাৰক আমাৰ মাজত নাপালোঁ। তাৰ এদিন আগেয়ে ১৭ জানুৱাৰীৰ দিনা গভীৰ প্ৰশান্তিত মহানিদ্ৰাত কাললৈ ছাৰ শুলে। এক বিশাল পাণ্ডিত্য, ৰস আৰু প্ৰজ্ঞাৰ মূৰ্তিমান বিগ্ৰহে যেন নীৰৱতাৰে চিৰদিনলৈ আঁতৰি গ'ল। □

# শিক্ষাগুৰু স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাদেৱৰ স্মৃতিত

সুধেন্দুমোহন ভদ্ৰ

কোনো ব্যক্তিৰ বিষয়ে কিবা অলপ জানিবলৈ গ'লেই মানুহজনৰ জীৱন-দৰ্শন আৰু ব্যক্তিত্বৰ প্ৰতি দৃষ্টিপাত নকৰিলে সেইজনৰ জীৱন-অধ্যয়ন নিখুঁত হোৱা বুলি কোৱাটো বৰ টান। তেনেকুৱা ভাবধাৰাত আগ নাবাঢ়িলে ব্যক্তিগৰাকীৰ কৰ্মৰাশিৰ নিবেদনৰ বাহিৰে তেখেতৰ অন্তৰৰ মৰ্ম কথা উদ্‌ঘাটন কৰাটো তেনেই অসম্ভৱ বুলি ন দি ক'ব পাৰি। অন্তৰৰ ভাব, কৰ্মৰাশি আৰু আদৰ্শৰ মাজেৰেহে প্ৰতিভাৰ বিকাশ ঘটে। তেনেকুৱা প্ৰতিভাই অমিত পোহৰৰ আধাৰ স্বৰূপ সৰিতৃদেৱৰ বিচ্ছুৰিত আলোকৰ দৰেই সকলোকে কিবা নহয় কিবা এটা বিষয়ত উদ্দীপনা নোযোগোৱাকৈ নাথাকে, সৰু-বৰ, ধনী-দুখী, বিদ্যাৰ্থী-চহা নিৰ্বিশেষে সকলোৱে তেনেকুৱা পুৰুষৰ আচাৰ-নিষ্ঠা আৰু ব্যৱহাৰত নিজকে বিচাৰি পায় আৰু সেই কাৰণেই হ'বলা সেইজন মৰদেহ ত্যাগৰ অন্তেতো সকলোৰে দৃষ্টিত চিৰকালৰ বাবে উজ্জ্বল হৈ ৰয়। সেই ধৰণৰ প্ৰতিভাৰ পৰিসৰ কোনো এটা বিশেষ দৃষ্টিকোণত সীমিত নাথাকে আৰু সেই কাৰণেই সমান শ্ৰদ্ধা আৰু আদৰৰ পাত্ৰ স্বৰূপে বন্দিত হয়।

উপাধ্যায় আৰু আচাৰ্যৰ মাজত মৌলিক পাৰ্থক্য থকা সত্বেও এজন শিক্ষকৰ আচৰণ আৰু ব্যৱহাৰত আচাৰ্যৰ উৎকৰ্ষতা প্ৰকাশ পোৱাটো একো অস্বাভাৱিক নহয়। মানসিক পৰিসৰ আৰু সেই অনুসৰি আচৰণেৰে বৃত্তিত উপাধ্যায় হ'লেও শিক্ষকপদবাচ্য আচাৰ্যৰ পদত সমাসীন হ'ব পাৰে। এনেকুৱা গুণগত পদৰ সাৰ্থক প্ৰয়োগ যিজন শিক্ষকৰ বেলিকা প্ৰযোজ্য সেইজন নিঃসন্দেহে সকলোফালৰ-পৰাই এজন আদৰ্শস্থানীয় পুৰুষ। শিক্ষক হিচাপে অধ্যাপনাৰ দায়িত্ব পালনতেই সেইজন শিক্ষকৰ কৰ্তব্য সীমিত নাথাকে, ছাত্ৰ-ছাত্ৰীয়ে নিজৰ উৎকৰ্ষ সাধনৰ বাবে কি কৰে বা নকৰে, কেনেকৈ সৎ গুণাৱলী জীৱনত ৰূপায়িত কৰিব লাগে এই আটাইবোৰৰ প্ৰতি চকু ৰাখি ছাত্ৰ-ছাত্ৰীক নিজৰ সন্তানৰ দৰে চেনেহ



কৰি বাট দেখুৱাই দিয়াটো সেইজন শিক্ষকে এটা দায়িত্ব বুলিহে গ্ৰহণ কৰে। আমাৰ পৰমশ্ৰদ্ধেয় স্বৰ্গত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ আচৰণত আমি এনেকুৱা গুণৰ সমাবেশ বৰ ভালকৈয়ে উপলব্ধি কৰিছিলোঁ। স্বৰ্গীয় শৰ্মাদেৱৰ আচাৰ্য সুলভ আচৰণৰ সোৱাদ তেখেতৰ ছাত্ৰমাত্ৰেই উপলব্ধি আৰু উপভোগ কৰি কৃতাৰ্থ নোহোৱাকৈ কিজানি থকা নাই। চাৰি বছৰ কাল তেখেতৰ প্ৰত্যক্ষ ছাত্ৰ হিচাপে অধ্যয়ন কৰাৰ সুযোগ পোৱাৰ উপৰিও ছাত্ৰাৱস্থাৰ অন্তেতো তেখেতৰ লগত ব্যক্তিগতভাৱে কিছুমান কথাত জড়িত হোৱাৰ সৌভাগ্য ঘটিছিল। ছাত্ৰ জীৱনতকৈ পিছৰ কালত তেখেতৰ লগত ব্যক্তিগতভাৱে কাষ চাপি অহাত তেখেতৰ আন্তৰিকতাপূৰ্ণ আশীৰ্বাদ আৰু স্নেহ লাভ কৰি নিজকে ধন্য মানিছিলোঁ। শ্ৰেণীত পাঠদান শৰ্মাদেৱৰ জীৱনৰ এটা প্ৰধান ব্ৰত। চাৰি বছৰ কালৰ ভিতৰত ছাৰে ছুটী লোৱা আমাৰ মনত নপৰে। সদায় নিয়মীয়াকৈ শ্ৰেণীলৈ আহি ছাত্ৰ-ছাত্ৰীক আপোন মনেৰে পাঠ বুজাই তেখেতে আমাক কৃতাৰ্থ কৰিছিল। পাঠদানৰ অন্তত মাজে মাজে ছাত্ৰক কিবাকিবি লিখিবলৈকো দিছিল আৰু ভুল হোৱা কথাবোৰ নিজে শুধৰাই দি কেনেকৈ লিখিব লাগে সেই বিষয়ে আমাক সুন্দৰকৈ বুজাই দিছিল। পাঠদানৰ মাজে মাজে বেদ-উপনিষদৰ কথা ওলালেই তেখেতে ভাৰতবৰ্ষৰ সেই যুগৰ অতীত গৌৰৱ আৰু মহিমাৰ বিষয়ে কৈ আমাক বহুতো প্ৰয়োজনীয় শিক্ষা দিছিল। উপনিষদৰ যিবোৰ উপাখ্যানৰ পৰা চৰিত্ৰ গঠন, মনোবল আদিয়ে গঢ় ল'ব পাৰে তেনেকুৱা কথাবোৰ আমাক সুন্দৰ ভাষা আৰু প্ৰকাশভঙ্গীৰে ব্যাখ্যা কৰি দিয়াৰ কথা এতিয়াও মনত সুন্দৰকৈ ভাহি আছে। শৰ্মাদেৱে কেতিয়াও ল'ৰা-ছোৱালীক কেনেকুৱা হ'ব লাগে, গতিকে এনেকুৱাহে কৰিব লাগে এইদৰে কোৱা নাছিল, তেখেতে কেৱল সৎ আদৰ্শপূৰ্ণ কথাৰ গল্পবোৰ অতি মৰ্মস্পৰ্শী ভাষাৰে আমাক পাঠদানৰ লগত প্ৰসঙ্গক্ৰমে কৈছিল। সেই কথাবোৰ যে কিমান অমোঘ দৰৱস্বৰূপ আছিল এতিয়াহে তাৰ যথাৰ্থ উপলব্ধি কৰি স্তম্ভিত হওঁ। তেখেতৰ তেনেবোৰ কথাত গভীৰ আস্থা আৰু আন্তৰিকতা আছিল বাবেই সেইখোৰে আমাক চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল। তেখেতে ছাত্ৰক যিদৰে পঢ়ুৱাইছিল তেনেদৰে নিজেও সদায় নিয়মীয়াকৈ যথেষ্ট অধ্যয়ন কৰিছিল। ছাত্ৰাৱস্থাতো কেতিয়াবা গুৰুদেৱ শৰ্মাদেৱক কিবা কথাত লগ ধৰিবলৈ গ'লে তেখেতক এনেয়ে বহি থকা অৱস্থাত পোৱা নাছিলোঁ। তেখেতৰ পঢ়া খোঁটালীটো সম্পূৰ্ণ নিজস্বলীয়া আছিল আৰু কোনোবাই দেখা কৰিবলৈ গ'লে পঢ়া খোঁটালীটোৰপৰা ধুতি-

পঞ্জাৰী পিন্ধি ওলাই আহি দেখা কৰিছিল। তেখেতে কি অসমীয়া, কি সংস্কৃত বা ইংৰাজী যি ভাষাতেই নকৈছিল কিয় সেই ভাষাৰ শব্দ তেখেতৰ মধুৰ কণ্ঠ— স্বৰেৰে নিৰ্গত হৈছিল নানি নিছিঙা প্ৰতিত ; প্ৰস্ফুটিত পুষ্পৰাশিৰ সৌৰভ বায়ু প্ৰবাহে কঢ়িয়াই অনাৰ দৰে তেখেতৰ কথাবোৰেও শ্ৰোতাৰ হৃদয়ত আনন্দৰ উদ্ৰেক কৰিছিল। কথা কওঁতে বা শ্ৰেণীত পাঠ বুজাওঁতেও তেখেতৰ দীঘলীয়া সুৰৰ শব্দৰাশিয়ে শ্ৰোতাৰ অন্তৰত এটা অনিৰ্বচনীয় আহ্লাদানুভূতিৰ সঞ্চাৰ কৰিছিল।

শিক্ষাগুৰু শৰ্মাদেৱৰ কাৰ্যৰ পৰিসীমা অকল পাঠদানতেই সীমিত বুলি ক'লে নিতান্ত ভুল হ'ব। যি কোনো সভা-সমিতিত তেখেতৰ উপস্থিতি সকলোৱে আগ্ৰহেৰে অপেক্ষা কৰিছিল। তেখেতে সভাত যিমান তত্ত্বগধুৰ বিষয়েই নহওক কিয় তাক খুহুটীয়া ভাষাৰে প্ৰকাশ কৰি সকলোকে হঁহুৱাই থকাৰ কথা সকলোৰে সুবিদিত। সৰিতা সভা, কামৰূপ সংস্কৃত পৰিষদ, প্ৰতি দেওবাৰে হৰিসভাত ভাগৱত-গীতাপাঠ আদিৰ লগত তেখেতৰ অবিচ্ছেদ্য সম্পৰ্কৰ কথা সেই সেই অনুষ্ঠানৰ সদস্যসকলে জীৱনত পাহৰিব নোৱাৰে। তদুপৰি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ লগত শৰ্মাদেৱৰ যি আন্তৰিক যোগসূত্ৰ স্থাপিত হৈছিল তাৰ মূলতেই আছিল তেখেতৰ ভাৰতবৰ্ষৰ পুৰণি ঐতিহ্য আৰু কৃষ্টি-সভ্যতাৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা। অসমৰ বাহিৰত থকা বিশেষ বিশেষ পণ্ডিতসকলৰ লগতো তেখেতৰ জ্ঞানৰ ডোলডালিৰ সম্পৰ্ক আছিল। সেইসকলৰ ভিতৰত নাগপুৰ বিশ্ববিদ্যালয়ৰ সংস্কৃতবিভাগৰ অধ্যাপক ড° শ্ৰীধৰ ভাস্কৰ বৰ্ণেকৰদেৱৰ নাম উল্লেখযোগ্য। তেখেতৰ ঘৰলৈ গ'লে তেখেতে সেই জ্ঞানী-গুণীসকলৰ কথা কৈ আমোদ পাইছিল আৰু আমিও বহুত নতুন নতুন তথ্য অৱগত হ'ব পাৰিছিলোঁ। প্ৰস্ফুটিত পদুমৰ পাহিবোৰে পদুমৰ শোভা বঢ়োৱাৰ নিচিনাকৈ জ্ঞানৰূপ পদুমৰ পাহিবোৰে তেখেতৰ মুখাৱয়ৱৰ শ্ৰীসম্পদ বঢ়াইছিল। তাৰ প্ৰমাণ পোৱা গৈছিল তেখেতে যেতিয়া প্ৰসন্ন চিত্তেৰে কিবা ক'বলৈ মুখ মেলিছিল। বেজাৰ, আমনি আদি ভাব তেখেতৰ বদনমণ্ডলত কেতিয়াও দেখা নগৈছিল। কাৰোবাৰ কথাৰ লগত কিবা অমিল দেখিলে যিদৰে বস্তুটো সৰ্বাঙ্গসুন্দৰ হয় সেইটো তেখেতে পোন-পটীয়াকৈ নকৈ 'এইটো এনে হোৱা হ'লে আৰু অলপ বেছি ভাল হ'লহেঁতেন নে কি ?' —এনেকুৱা ভাব আৰু সুৰতহে কথাষাৰ প্ৰকাশ কৰিছিল। অৱশ্যে তাৰদ্বাৰা তেখেতৰ স্পষ্টবাদিতাৰ লাঘৱ ঘটা নাছিল। তেখেত সদায় স্পষ্টবাদী আৰু মিতভাষী আছিল। যাক যিটো ক'ব লাগে সেইখিনি অতি স্পষ্টকৈ



প্ৰয়োজনৰ সাপেক্ষে যিমান ক'ব লাগে সিমানখিনিহে কৈছিল। তেনেদৰে কওঁতে যাক উদ্দেশ্য কৰি কোৱা হৈছিল সেইজনৰ মনত যাতে অলপো আঘাত নালাগে তালৈ সততে তেখেতে দৃষ্টি ৰাখিছিল। এনেকুৱা মনোভাবৰ অন্তৰালত কাকো নিৰুৎসাহ কৰাৰ অভিপ্ৰায় নাছিল।

শিক্ষাগুৰু স্বৰ্গীয় শৰ্মাদেৱে ছাত্ৰৰ মানসিকতাৰ প্ৰতি সততে চকু ৰাখিহে পাঠদান কৰিছিল বাবেই ছাত্ৰক যি বুজাইছিল সেইবোৰ তেওঁলোকে এবাৰতেই বুজিবলৈ সক্ষম হৈছিল। প্ৰসঙ্গক্ৰমে শৰ্মাদেৱে লিখা 'সংস্কৃত ভাষাপ্ৰদীপ' শীৰ্ষক সপ্তম-অষ্টম শ্ৰেণীৰ সংস্কৃত ব্যাকৰণখনৰ উল্লেখ অবাঞ্ছনীয় নহয়। উক্ত পুথিখন আমি হাইস্কুলত পাঠ্য হিচাপে পঢ়িছিলোঁ। কিতাপখনে আমাক সংস্কৃত ভাষাৰ প্ৰাথমিক কথাবোৰ বুজাত যে কিমান সহায় কৰিছিল সেইটো ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। কিতাপখনত শব্দবিভক্তিৰে শব্দৰূপবা পদগঠন পদ্ধতি অতি সুন্দৰ আৰু সৰলীকৃতৰূপত উপস্থাপন কৰা হৈছে আৰু ক্ৰিয়া বিভক্তিৰো ৰূপসাধন সহজকৈ দেখুৱাই তাৰে বাক্য গঠন অতি সহজ-সৰল ধৰণে কৰিবলৈ শিকোৱা হৈছে। এতিয়া কথা হৈছে কিতাপ লিখাৰ কৃতিত্ব ক'ত সেইটো বিচাৰ কৰিলে দেখা যাব যে ছাৱৰ কৃতিত্ব কোমল বয়সীয়া ল'ৰা-ছোৱালীৰ মানসিকতাৰ অধ্যয়নতহে। সপ্তম-অষ্টম শ্ৰেণীৰ বিদ্যাৰ্থীয়ে কথাবোৰ যি ধৰণে উপস্থাপন কৰিলে বুজিব পাৰে আৰু তাৰ পিছত নিজে আগুৱাব পাৰে সেই পদ্ধতিৰে কিতাপ যুগুত কৰাতহে তেখেতৰ কৃতিত্ব নিহিত হৈ আছে। এনেকুৱা পদ্ধতিৰ অন্তৰালত গভীৰ পাণ্ডিত্যৰ অৱদান অনস্বীকাৰ্য। এইখিনিতে তেখেতৰ সংস্কৃত ভাষাৰ পাঠৰ শিক্ষাদান পদ্ধতিলৈকো আঙুলিয়াব পাৰি। তেখেতৰ পাঠদান পদ্ধতিৰ স্বকীয়া বৈশিষ্ট্য এইখিনিতেই যে পাঠদানত সহায় লোৱা পাঠ্যৰ অন্তৰ্গত ব্যাকৰণগত বিষয়বোৰ তেখেতে যি ধৰণে সহজকৈ বুজাইছিল সেইটো ভাবিলে আচৰিত মানিব লাগে। এই কথাবোৰৰ উপস্থাপনৰ ক্ষেত্ৰত মেৰপাক নথকা ভাষাৰে বিশুদ্ধ প্ৰকাশভঙ্গী মনকৰিবলগীয়া বিষয়।

জিজ্ঞাসুসকলৰ বাবে গুৰুদেৱৰ জ্ঞান-মন্দিৰৰ দুৱাৰ সদায় উন্মুক্ত আছিল। নানা জনে নজনা বা জনা বিষয়ত সন্দেহ উপজিলে তেখেতক সুধি তাৰ সমাধান কৰিবলৈ যি কোনো সময়ত অনায়াসে সুযোগ পাইছিল। কটন মহাবিদ্যালয়ৰ দৰ্শন বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক অনিমেষ মেধিদেৱে তেখেতৰপৰা ভাগৱতৰ বহুতো কথা, এনেকি শব্দাৰ্থও ধৰি, বিতংভাৱে বুজি লৈছিল। উদাহৰণস্বৰূপে ভাগৱতত পোৱা 'অধোক্ষজ' পদটো মেধিদেৱে শৰ্মাদেৱক সোধাত তেখেতে

পথপ্ৰান্তত থিয় হৈয়েই ইমান সুন্দৰকৈ বুজাই দিছিল যে সেইটো হেনো মেধিদেৱৰ মনত আজিকোপতি তেখেতে বুজাই দিয়া ধৰণেই মনত আছে। এনেবোৰ কথাই শৰ্মাদেৱৰ অগাধ পাণ্ডিত্য আৰু অনভিমানিত্বৰ কথাকেই সূচাই দিয়ে।

স্বৰ্গীয় শৰ্মাদেৱে বিশখদত্তৰ সাত অংকীয়া 'মুদ্ৰাৰাক্ষস' নাটকখন অসমীয়ালৈ ভাঙনি কৰি গৈছে। অনুবাদকে যি ভাষাত কিতাপ এখন অনুবাদ কৰিবলৈ লয় সেই ভাষাৰ বাক্য গঠন ৰীতি, শব্দ প্ৰয়োগ আদিৰ প্ৰতি সচেতন থকাৰ উপৰিও মূল গ্ৰন্থৰ বিষয়বস্তুৰ যথাযথ প্ৰকাশৰ প্ৰতিও সমানে মনোযোগ দিবলগীয়া হয়। তদুপৰি আক্ষৰিক আৰু ভাবানুবাদৰ ভিতৰত পাৰ্থক্য নিশ্চয় আছে। আক্ষৰিক অনুবাদ মূলমুখী আৰু ভাবানুবাদ পাঠৰ অৰ্থৰ ভাব প্ৰকাশৰ সাপেক্ষত নিৰূপিত হয়। তেখেতে মুদ্ৰাৰাক্ষসৰ মূলানুগ অনুবাদত মূলৰ অৰ্থ সম্পূৰ্ণ অক্ষত ৰাখি তাক অসমীয়া শব্দ আৰু বাক্য গঠনৰ জৰিয়তে যিদৰে ৰুচিকৰ কৰি গৈছে সেইটো সততে পোৱাটো সহজ নহয়। মূলানুগ অনুবাদৰ মাজেৰে মূলৰ সকলো কথা ঠিক ৰাখি তাক ৰসাল ৰূপত তেখেতে সজাই তুলিছে উক্ত নাটকখনত। অনুবাদৰ বেলিকা একেটা কথা সম্পূৰ্ণকৈ খাটে "কৌটিল্যৰ অৰ্থ-শাস্ত্ৰ" পুথিৰ অনুবাদত। অৰ্থ-শাস্ত্ৰখন অৰ্থনীতি, দণ্ডনীতি, ৰাজনীতি আদি ভিন ভিন শাখাৰ পৰিভাষাৰে সমৃদ্ধ। অসমীয়া ভাষাত সেই আটাইবোৰক যথাযথ-ৰূপত প্ৰকাশ কৰাটো যে কিমান গধুৰ কাম তাক নক'লেও সকলোৱে সহজতে বুজিব পাৰিব। তেখেতে সেইবোৰ সমস্যাৰ সন্মুখীন হৈয়ো গ্ৰন্থখনক নিভাঁজ অসমীয়া ভাষাত ভাষান্তৰ কৰি গৈছে। অৱশ্যে উক্ত গ্ৰন্থৰ একাংশৰ অনুবাদক হিচাপে ইয়াত ড° ডিম্বেশ্বৰ শৰ্মাদেৱৰ কৃতিত্বও স্মৰণীয়। স্বৰ্গত শৰ্মাদেৱে অনুবাদৰ উপৰিও গোটেইখন গ্ৰন্থৰ সম্পাদনাৰ দায়িত্ব পালন কৰি বিশেষ ব্যুৎপত্তি দেখুৱাই গৈছে। গ্ৰন্থখনৰ অনুবাদৰপৰা তেখেতৰ সংস্কৃত ভাষাত থকা বিশেষ পাৰদৰ্শিতা আৰু অসমীয়া ভাষাত থকা তেখেতৰ গভীৰ জ্ঞানৰ পৰিচয় পোৱা যায়। 'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'ৰ সুদীৰ্ঘ আঠত্ৰিশ পিঠিৰ ভূমিকাতো শৰ্মাদেৱৰ পাণ্ডিত্যৰ পৰিচয় পৰিস্ফুট। 'মুদ্ৰাৰাক্ষস', 'কৌটিল্যৰ অৰ্থশাস্ত্ৰ' আদিৰ পুংখানুপুংখ বিশ্লেষণে তেখেতৰ কেইবাটাও ভাষাত ব্যুৎপত্তিৰ কথাকেই প্ৰমাণ কৰিব। অৱশ্যে ইয়াত সেইবোৰ নিষ্প্ৰয়োজন। শৰ্মাদেৱৰ কৃতিত্বৰ সামান্যতম আভাস দিয়াৰ উদ্দেশ্যেহে এনেবোৰ প্ৰসঙ্গৰ অৱতাৰণা কৰা হৈছে।

যিগৰাকী একাধাৰে পণ্ডিত আৰু গুণী সেইজনৰ বিষয়ে লিখিবলৈ গ'লে মনত সংকোচৰ সঞ্চাৰ নোহোৱাকৈ নাথাকে। কিজানি তেখেতৰ পাণ্ডিত্য



আৰু ব্যক্তিত্বৰ কোনো এটা দিশ অনুল্লিখিত হৈ যায়। তদুপৰি প্ৰত্যক্ষ শিক্ষাগুৰুৰ বেলিকা তেখেতৰ গুণ-গৰিমাৰ বিষয়ে লিখিবলৈ যোৱাটো ধৃষ্টতাৰ নামান্তৰ বুলিও মনত শংকা নোপজাকৈ নাথাকে। পিছে কিঞ্চিৎ আভাসহে মাথোন আগবঢ়াবলৈ চেষ্টা কৰা হৈছে যাতে আনেও তেখেতৰ গুণৰ সুবাস অলপ পায়। অৱশ্যে তাৰ বাবে এনেকুৱা প্ৰচেষ্টা শ্লাঘ্য নহয়। কাৰণ, তেখেতক নজনা মানুহৰ সংখ্যা তেনেই তাকৰহে হ'ব। স্বৰ্গত গুৰুদেৱলৈ অন্তৰৰ শ্ৰদ্ধা-ভক্তি নিবেদনৰ সুযোগ পাই ধন্য হোৱাৰ বাহিৰে আন কোন যুক্তি প্ৰাসঙ্গিক হ'ব নোৱাৰে। শ্ৰেষ্ঠ গুণী-জ্ঞানীজনৰ বিশাল কৰ্মৰাশিত প্ৰৱেশ কৰিবলৈ যোগ্যতাৰ অভাৱ হেতুকেই তেখেতৰ বিষয়ে লিখা কথাত প্ৰকাশ নোপোৱা বিষয়ৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে স্বৰ্গত গুৰুজনাৰ প্ৰতি সশ্ৰদ্ধ প্ৰণিপাত নিবেদন কৰিলোঁ। □

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ পাণ্ডিত্য আৰু ব্যক্তিত্বত এভুমুকি

**কমলেশ্বৰ শৰ্মা**

ৰামধেনুৰ ভিন্ন ৰঙৰ সমাবেশ ঘটিছিল অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যত।

একালে 'আৱাহন'ৰ পাতত পঢ়িবলৈ পাওঁ 'প্ৰাণৰ মীৰা'লৈ লিখা আবেগ ভৰা ৰোমাণ্টিক চিঠি। আনফালে কটন কলেজৰ সংস্কৃত শ্ৰেণীত শকুন্তলা কাব্যৰ মধুৰ ৰসাস্বাদন। ইফালে উজান বজাৰৰ বাৰোৱাৰী নামঘৰত আৰু হৰিসভাত ভাগৱতৰ গধুৰ তত্ত্ব বিশ্লেষণৰপৰা আনন্দৰাম বৰুৱা গ্ৰন্থাৱলী আৰু 'হস্তী বিদ্যাৰ্ণৱ'কেই ধৰি বিভিন্ন গ্ৰন্থৰ আহিঁ কাকত পৰীক্ষা, আৰু আনফালে ঘৰৰ তেল-নিমখৰপৰা মাছ-মাংসলৈকে প্ৰতিটো বিষয়ৰ তন্ন তন্ন হিচাপ; যেনে পৰিৱেশ, তেনে কাম। সমাজত শাস্ত্ৰজ্ঞ পণ্ডিত। গল্পত ৰসজ্ঞ গল্পকাৰ। কলেজত আদৰ্শ শিক্ষক। ঘৰত সম্পূৰ্ণ গৃহস্থ। যেনে পাত্ৰ, তেনে ৰূপ। ৰামধেনুৰ ভিন্ন ৰূপ। কিন্তু এই ভিন্ন ৰূপ একত্ৰিত কৰাৰ যি সংযম, ধৈৰ্য আৰু দক্ষতা সেয়ে ৰজনীকান্ত দেৱশৰ্মাৰ ব্যক্তিত্বত এক অনিৰ্বচনীয় সন্মোহিনী শক্তি দান কৰিছিল। তেখেতৰ কৰ্ম-কুশলতা এই ব্যক্তিত্বৰে প্ৰতিফলন। হোষ্টেলৰ অধ্যক্ষকৰপৰা বিশ্ববিদ্যালয়ৰ পৰীক্ষকলৈ জাগতিক সকলো কামতে আৰু কলিদাসৰ কাব্যৰপৰা কৌটিল্যৰ অৰ্থশাস্ত্ৰলৈ মনোজগতৰ সকলো বিষয়বস্তুতে তেখেতে সমানে মনোনিৱেশ কৰিব পাৰিছিল আৰু সকলো সময়তে সকলো কামতে তেখেতৰ একে সুস্থিৰতা, একে পাৰিপাট্য আৰু একে স্বয়ং সম্পূৰ্ণতাৰ আভাস সুস্পষ্ট হৈ উঠিছিল।

আকাশ উদাৰ, মুকলি, কিন্তু যিয়ে আকাশৰ পিনে মূৰ তুলি চোৱা নাই তেওঁ ৰামধেনুৰ ৰং কেনেকৈ দেখিব!

অধ্যাপক শৰ্মাদেৱ শাস্ত্ৰজ্ঞ পণ্ডিত। কিন্তু তেখেতৰ কথাত পণ্ডিতালি নাই, জটিলতা নাই। যেয়ে তেখেতৰ সহজ সান্নিধ্য লাভ কৰিছে সেয়ে তেখেতৰ কথাত মুগ্ধ হৈছে, তেখেতৰ ৰস-সৃষ্টিত তবধ মানিছে। দৈনন্দিন জীৱনত ঘটা



সাধাৰণ ঘটনা এটাকে লৈ তাতে ৰজিতা থোৱাকৈ ৰামায়ণ-মহাভাৰত-পুৰাণ-স্মৃতি-গীতা-ভাগৱতৰ শ্লোকৰ যি উদ্ধৃতি আৰু বিশ্লেষণেৰে তেখেতে আলোচনা আৰম্ভ কৰে তাক শেষ নকৰাকৈ কোনোৱে উঠি যাব নোৱাৰে। লাগিলে দহোৱন পানী হৈ য'ক। এয়ে আছিল তেখেতৰ ব্যক্তিত্বৰ মোহনীয় শক্তি, চুম্বক সদৃশ আকৰ্ষণ।

সংস্কৃতত কথা এষাৰ আছে যে, দূৰৰ পৰ্বত ওৰনি ওচৰতহে থলাবমা— 'দূৰাৎতু পৰ্ব্বতা ৰম্যা…' কিন্তু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ইয়াৰ বিপৰীত। দূৰৰপৰা দেখাত তেখেত এজন অতি সাধাৰণ মানুহ, কিন্তু যিমানে ওচৰ চপা যায় সিমানে বুজিব পাৰি যে, এই সাধাৰণ মানুহজনৰ ভিতৰত কিমান ৰস, কিমান গুণ, কিমান পাণ্ডিত্য আৰু কিমান লালিত্যৰ সমাবেশ হৈছে।

'Familiarity breeds contempt'—এষাৰ ইংৰাজী কথা আছে। বেছি আপোন হ'লে বেছি বিমুখ হ'ব লগীয়া হয়। হেমচন্দ্ৰ বৰুৱাই কোৱাৰ দৰে, 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'। বাহিৰৰ ৰং চঙে সাময়িকভাৱে মানুহক আকৰ্ষণ কৰে, কিন্তু ৰং চঙীয়া মানুহৰ জোলোঙাৰ মেকুৰী ওলাই পৰিবলৈ বেছি সময় নালাগে। ভিতৰৰ কোৱাভাতুৰীৰ স্বৰূপটো দেখিলে থিতাতে হাত-ভৰি লুকায়। এই শ্ৰেণী মানুহৰ আকৰ্ষণ-বিকৰ্ষণ এটা মুদ্ৰাৰ ইপিঠি-সিপিঠি। কিন্তু অধ্যাপক শৰ্মাদেৱৰ জীৱনত বিকৰ্ষণ নাই। কেৱল আকৰ্ষণ। তেখেতৰ অন্তৰত এবাৰ সোমাব পাৰিলে আৰু ওলাবৰ সাধ্য নাই। আলোচনাৰ শেষ নাই। ৰসৰ অন্ত নাই। কালিদাসৰ উপমা, শংকৰ-মাধৱৰ ভটিমা, ভীমসেন যোশীৰ ললিত-ৰাগ, গোপী-কৃষ্ণৰ ভৰতনাট্যম, ৰবীন্দ্ৰ ঠাকুৰৰ 'উৰ্বশী', উপনিষদৰ 'নচিকেতা', বেজবৰুৱাৰ 'কদম কলি', গোহাঞি বৰুৱাৰ 'শ্ৰীকৃষ্ণ', গীতাৰ 'কৰ্মযোগ', বাণীকান্ত কাকতিৰ 'নীৰৱ-সাধনা', প্ৰসন্নলাল চৌধুৰীৰ 'নীলাম্বৰ', দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা', নৱকান্ত বৰুৱাৰ 'হে অৰণ্য, হে মহানগৰ'— চিনেমাৰ বিলৰ দৰে এটাৰ পিছত আনটো বিষয় লানি নিছিগাকৈ আগুৱাই যাব, আৰু অধ্যাপক শৰ্মাদেৱৰ বক্তৃতা অনৰ্গল চলি থাকে। কেতিয়াও কোনেও আমনি নাপায়, কেতিয়াও কোনো কথাই আমুৱাই নিনিয়ে, বিমল হাস্যৰসৰ তেখেত আছিল মূৰ্ত প্ৰতীক। বিসদৃশ বিষয়ৰ সাদৃশ্য দেখুৱাই দিয়াৰ যি কৌশল আৰু বাক্‌পটুতা, ওজস্বিতা আৰু ৰসিকতা, wit and humour—সি আছিল তেখেতৰ অনুকৰণীয় ষ্টাইল।

অধ্যাপক শৰ্মাদেৱৰ বাগ্মিতাৰ এনে এক বৈশিষ্ট্য আছিল যে, তেখেতে

যি কোনো বিষয়তে নতুনত্বৰ সঞ্চাৰ কৰিব পাৰিছিল আৰু তেখেতৰ বাগ্‌ভংগীৰ বলত পুৰণি কথাও নিত্য নতুন হৈ পৰিছিল, আমোদদায়ক হৈ উঠিছিল। তেখেতৰ কণ্ঠত যেন সৰস্বতীয়ে বাস কৰিছিল—গুণগ্ৰাহী, ৰসগ্ৰাহী শ্ৰোতাসকলে সদায় এই মন্তব্য কৰিবলৈ বাধ্য হৈছিল। এদিন অধ্যাপক উপেন লেখাৰুদেৱে কৈছিল, "শৰ্মা, পিছে লিখিব লাগে। ইমান কথা আপুনি কৈ যায়, আমি শুনি যাওঁ, শুনি ৰস পাওঁ। কিন্তু লিখি থলে যে কিমান কামত আহিব। আপোনাৰ এনাৰ্জী (শক্তি) বোৰ এনেয়ে গৈ আছে।" অধ্যাপক শৰ্মাদেৱে তেখেতৰ স্বভাৱসুলভ হাঁহি আৰু মিঠামাতেৰে উত্তৰ দিছিল, "অধ্যাপক লেখাৰু, বিজ্ঞানীসকলে কয় যে শক্তিৰ বিনাশ নাই। গীতাতো আছে যে, 'ন হন্যতে হন্যমানে শৰীৰে।' গতিকে মোৰ দুআষাৰ কথাত যি শক্তি ক্ষয় হৈছে সি আপোনালোকৰ হাঁহি আৰু আনন্দৰ লগত লীন হৈছে—ৰূপান্তৰিত হৈছে। শক্তিৰ ভাগ আছে। আপুনি যি লিখাৰ কথা কৈছে সি হৈছে মৌলিক শক্তিহে। শক্তি আছে কাৰণে আপোনালোক লেখক; আৰু আপুনিতো লেখাৰুৱে; আপুনি লিখিবই। আমি শুনিম, ক'ম আৰু সুবিধা পালে পঢ়িম, চৰ্চা কৰিম—লাগিলে কূৰ্চচাই হওক।' কটন কলেজৰ শিক্ষকৰ জিৰণি কোঠাত এনে যুক্তি, তৰ্ক আৰু হাঁহি-ধেমালিৰ স্নায়ু-কেন্দ্ৰ আছিল অধ্যাপক শৰ্মাদেৱ আৰু তেখেতৰ শুভানুধ্যায়ী সহকৰ্মীসকল।

গুৱাহাটী মহানগৰীৰ জনস্ৰোতত উটি-ভাঁহি যোৱা হাজাৰ-বিজাৰ লোকৰ ভিৰ আমি সদায় পাৰ হ'বই লাগিছোঁ। ইয়াৰ মাজত দুই-এখন চিনাকি মুখ দেখা যায়। কিন্তু দেখাই যথেষ্ট। কথা-বতৰাৰ সময় নাই। সকলোৰে মাজত একেই ব্যস্ততা, অস্থিৰতা। 'ভাল নে?' 'লগ পাম'—এয়ে চিৰাচৰিত সম্ভাষণ। ইয়াৰ মাজত এজন মানুহ সম্পূৰ্ণ ব্যতিক্ৰম। তেখেতক লগ পালে ভাব হয় ভগৱানে যেন তেখেতক অফুৰন্ত সময় আৰু শক্তি দান কৰিছে। তেখেতেই অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা। সদায় পদব্ৰজে ভ্ৰমণ কৰে। বেগাই খোজ কাঢ়ে। কিন্তু পৰিচিত এজনক দূৰত দেখিলেই তেখেতৰ খোজ পাতল হৈ পৰে। মুখত এমোকোৰা হাঁহি লৈ মিঠা মাতেৰে সুধিব, "তুমিও মোৰ দৰে খোজ কাঢ়ি ফুৰা নেকি? ফুৰিব পাৰিলে ভাল। পিছে, সাৱধান। গুৱাহাটীৰ বিহে বাট-পথ। সিদিনা অধ্যক্ষ পৰাগ চলিহাৰ ভৰি গাতত সোমাই গ'ল। এতিয়াও বোধহয় হস্পিটেলতে। আৰু যান-বাহনৰ কথাটো ক'বই নালাগে—অট'ই বোলে মই চাৰ, ৰিক্সাই বোলে মই চাৰ। মানুহৰ গাত খুন্দা মাৰিলেহে



তেওঁলোকৰ গাটো জুৰ পৰে। চাই-চিন্তি খোজ কাঢ়িবা। প্ৰতি মুহূৰ্ততে মই ত্ৰাহি-ত্ৰাহি স্মৰণ কৰোঁ"...আনি নিছিগা কথা। কথাৰ ঢালত আমি পাহৰি যাওঁ আমি ৰাজ আলিত নে কটন কলেজৰ জিৰণি কোঠাত। সকলো ক্ষেত্ৰতে সেই একেই হৃদ্যতা, একেই আন্তৰিকতা। সকলো খবৰ মুখতে। সকলো শাস্ত্ৰ কণ্ঠস্থ। কথাই কথাই উদ্ধৃতি। সংস্কৃত, অসমীয়া, বঙলা, ইংৰাজী তেখেতৰ মুখত আথৈ ফুটা দিয়ে। তাৰ পাছত গল্প, ৰসিকতা। কথাবোৰ ইটোৰ লগত সিটো এনেকৈ ৰজিতা খাই পৰে যেন এটুকুৰা ইটাৰ ওপৰত আন এটুকুৰা ইটা থৈ এখন সুন্দৰ দেৱালহে গাঁথি দিয়ে। কি কথাত, কি কমাত, সকলোতে সেই একেই কাৰিকৰী শক্তি—একেই সৃজনী প্ৰতিভা।

অধ্যাপক শৰ্মা লেখক নহয়, কিন্তু তেখেত আছিল লেখকৰ হাতপুথি। সম-সাময়িক বহুতো লেখকৰ কাৰণে তেখেতৰ সঙ্গ অপৰিহাৰ্য আছিল। শব্দ বিচাৰি, অৰ্থ বিচাৰি, সঙ্গতি বিচাৰি বহুতো লেখক উধাতু খাই তেখেতৰ ওচৰলৈ ল'ৰি অহা লগ পাইছিলোঁ। ১৯৭৮ চনত কামৰূপ জিলাৰ অধিবিদ্যা পৰিষদৰ এখন মুখপত্ৰ উলিয়াবলৈ স্থিৰ কৰা হৈছিল। কিন্তু মুখপত্ৰখনৰ নাম কি হ'ব? পৰিষদৰ সভাপতি হিচাপে নামকৰণৰ দায়িত্ব লৈ মই অধ্যাপক শৰ্মাদেৱৰ ওচৰ চাপিলোঁ। মই নিজে এটা নাম উল্লেখ কৰিলোঁ—'শ্ৰেয়সী'। কিন্তু ইয়াৰ বিশুদ্ধতা বিচাৰ কৰিব শৰ্মাদেৱে। তেখেতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'উৰ্বশী' শব্দৰ-পৰা আৰম্ভ কৰি চিৰ প্ৰচলিত 'প্ৰেয়সী'লৈকে গোটেই শব্দ সম্ভাৰ চালি-জাৰি চাই যেতিয়া 'চলিব' বুলি ৰায় দিলে তেতিয়া আমি বৰ সকাহ পালোঁ। অকল সিমানেই নহয়, আমাৰ এই প্ৰচেষ্টাত তেখেত ইমান আনন্দিত হ'ল যে, এটি আটকধুনীয়া প্ৰবন্ধ লিখি 'শ্ৰেয়সী'ৰ প্ৰথম প্ৰকাশৰ সৌষ্ঠৱ বঢ়ালে। সম্পাদক বিপিন শৰ্মাই (তেতিয়াৰ এল. ও. জি. হাইস্কুলৰ প্ৰধান শিক্ষক) প্ৰবন্ধটো পাঠ কৰি আনন্দত অধীৰ হৈ কৈছিল, 'ইয়াকেহে প্ৰবন্ধ বোলে। বাকীবোৰ ৰচনা।' স'চা কথা। অধ্যাপক শৰ্মাৰ লেখনী নিসৃত যি কেইটামান প্ৰবন্ধ অ'ত-ত'ত সিঁচৰিত হৈ আছে সেয়ে অসমীয়া সাহিত্যলৈ তেখেতৰ বহুমূলীয়া বৰঙণি। কবিতা হ'লেও হওক, নহ'লেও নহওক বুলি বেজবৰুৱাই লিখা 'কদম কলি' যেনেকৈ অসমীয়া সাহিত্যৰ আদৰৰ বস্তু তেনেকৈ 'মই লেখক নহয়' বুলি লিখা অধ্যাপক শৰ্মাৰ লেখাসমূহতো তেখেতৰ প্ৰতিভাৰ মৌলিক সাঁচ বৈ গ'ল। অধ্যাপক উপেন লেখাৰুৱে আক্ষেপ কৰাৰ দৰে কিমান এনাৰ্জী তেখেতৰ লগতে লয় পাই গ'ল তাৰ হিচাপ নাথাকিল।

এদিন ৰাতিপুৱা ন মান ৰজাৰ কথা। অধ্যাপক শৰ্মা তেতিয়া কটন কলেজৰ তিনি নম্বৰ ছাত্ৰাবাসৰ অধীক্ষক। অধ্যক্ষ নুৰুল ইছলাম ডাঙৰীয়াই কলেজৰ কাম এটাত অধ্যাপক শৰ্মা আৰু মোক নিয়োগ কৰিছিল। কোৱা বাহুল্য যে, অধ্যাপক শৰ্মা অধ্যক্ষৰ সোঁ-হাত স্বৰূপ আছিল। বহুতে তেওঁক চাণক্য বুলিও কৈছিল। তেখেতে হাঁহি উৰুৱাই দিছিল—"চাণক্য হ'লে ইয়াত থাকিব নালাগিলহেঁতেন, একেবাৰে দিল্লীত……।" সি যি কি নহওক এদিন বন্ধৰ দিনত ৰাতিপুৱাই মই হোষ্টেলত ওলালোঁ। ন মান বজাত আমি কাম আৰম্ভ কৰাৰ কথা। এনেতে দেখিলোঁ এখন এম্বেচাদৰ গাড়ী আহি হোষ্টেলৰ আগত ৰ'লহি। গাড়ীৰ পৰা যিগৰাকী ব্যক্তি নামি আহিল, তেওঁ এগৰাকী ব্যক্তি নহয়—এখন অনুষ্ঠান, এখন পৃথিৱী। বিহগী কবি ৰঘুনাথ চৌধাৰী। আমাৰ সকলোৰে মৰমৰ আতা। আমি লৰা-লৰিকৈ কাষ চাপি গ'লোঁ। আমাৰ মনত আশ্চৰ্য্য সম্বেগ। সম্ভাষণেৰে নমস্কাৰ জনালোঁ। তেখেতে লাঠীত ভৰ দি মিঠা হাঁহি এটা মাৰি নামি আহিল। আমাৰ দুয়োজনকে ভালকৈ চাই ল'লে। "তোমালোকেতো মোক লগ নিদিয়াই হ'লা। ময়ে খেদি ফুৰিছোঁ। দুয়োজনকে লগ পাই বৰ ভাল হ'ল। ৰজনী, মই তোমাৰ ওচৰলৈ আহিলোঁ। লগ পালোঁ, যেতিয়া আৰু চিন্তা নাই। ব'লা ভালকৈ বহি কথা হওঁ।" অধ্যাপক শৰ্মাদেৱে ক'লে, "আপুনি ইমান কষ্ট কৰিলে। ফোন এটা কৰি দিয়া হ'লে মই যাব পাৰিলোহেঁতেন"। ইতিমধ্যে আমি আহি চ'ৰাঘৰত বহি পৰিলোঁ। ফোনৰ কথা শুনি আতাৰ খং চুলিৰ আগ পালেগৈ। "ফোন! গুৱাহাটীৰ ফোনৰ কথা কৈছা? আজি সাতদিন হ'ল, ফোন মৰি আছে। মই আৰু ফোনৰ শ্ৰাদ্ধ পাতিবহে খুজিছোঁ। পিছে সেই শ্ৰাদ্ধ খাব কোনে? সকলো অথলে যাব।" আমিও আতাৰ কথাতে হয়ভৰ দিলোঁ। তাৰ পিছত তেখেতে আৰম্ভ কৰিলে, 'শুনাচোন ৰজনী, বুঢ়া শালিকাই মাত ধৰিব খুজিছোঁ।' এটা কবিতা লিখিলোঁ—'ৰাজ ৰাজেশ্বৰী চম্পা।' মোৰ শেষ কবিতা। ইয়াৰ আগৰ 'নৱমল্লিকা' গন্থৰ কিতাপখন তুমি চাই নিদিয়া হ'লে বহুতো শব্দৰ গঢ় মিল থাকি গ'লহেঁতেন। এইবাৰো একে কথা। তুমি ভুল শুদ্ধ দেখুৱাই দিয়া আৰু এটা কথা, এই কবিতাটো মই 'মন্দাক্ৰান্তা' ছন্দত লিখিবলৈ যত্ন কৰিছোঁ। তুমি পৰীক্ষা কৰি চোৱা। য'ত ছন্দ পতন ঘটিছে তাক ঠিকঠাক কৰিব লাগিব। মুঠতে তোমাৰ হাতেৰে পাচ হৈ গ'লে মোৰ আৰু চিন্তা নাথাকে। এই বুলি কবিতাটো উলিয়াই মোৰ ফালে আগুৱাই দি ক'লে, 'তোমাক যে পাম ভবাই



নাছিলোঁ। তুমি এবাৰ পঢ়ি শুনোৱাচোন। 'মই পঢ়ি গ'লোঁ। নাতিদীৰ্ঘ এটি কবিতা। পংক্তিবোৰ দীঘল। পঢ়িলে ৰিদম (Rhythm) অনুভৱ কৰা যায়। সেই ঢৌবোৰ সাৱলীল গতিত আগবাঢ়ি গৈ মধুৰিমা মিশ্ৰিত ভাবত পৰিসমাপ্তি লাভ কৰিছে। এটি অপূৰ্ব কবিতা। আমি দুয়ো অবাক হৈ আতাৰ পিনে চালোঁ। আতাৰ মুখতো এটা তৃপ্তিৰ মৃদু হাঁহি। তাৰ পিছত অধ্যাপক শৰ্মাৰ পৰ্ব। 'মেঘদূত'ৰপৰা আৰম্ভ কৰি ভোলানাথ দাসৰ 'সীতাহৰণ'লৈ সকলো কাব্যৰ ৰীতি আৰু ছন্দৰ সম্যক আলোচনা। মাইকেল মধুসূদন দত্ত, ৰবীন্দ্ৰনাথ ঠাকুৰ কোনো বাদ পৰা নাই। লগে লগে 'ৰাজ ৰাজেশ্বৰী চম্পা'ৰ আঙ্গিকৰ ওপৰত তীক্ষ্ণ দৃষ্টি। শব্দৰ প্ৰয়োগৰপৰা মাত্ৰাৰ ন্যূন্যাধিক্যলৈ, ধ্বনিৰপৰা ব্যঞ্জনালৈ য'ত যেনেকুৱা সালসলনিৰ আৱশ্যক তাক অধ্যাপক শৰ্মাদেৱে শ্ৰদ্ধা সহকাৰে সম্পূৰ্ণ কৰি দিলে। ছন্দৰ গতি আৰু সাৱলীল হৈ পৰিল। পুনঃ পাঠ কৰাৰ পিছত ক'ব পৰা হ'ল যে কবিতাটো সৰ্বাঙ্গ সুন্দৰ হৈ উঠিছে। অধ্যাপক শৰ্মাদেৱে ক'লে, 'আতা, ভগীৰথে গঙ্গা নমাই আনিছিল, আপুনি মন্দাক্ৰান্তা নমাই আনিলে।' আতাৰ মনৰ আনন্দ চায় কোনে? "মই জন্ম দিলোঁ, তুমি লালন-পালন কৰিলা। যশোদাৰ অবিহনে দৈৱকী পুত্ৰৰ না-জল ন-স্থল অৱস্থা হ'লহেঁতেন।"—আতাই ক'লে। এক কাব্যস্নাত মধুৰ পৰিৱেশৰ মাজত আতাই বিদায় ল'লে, কিন্তু তেখেতৰ মুখত ধ্বনিত হ'ল কবি প্ৰাণত উদয় হোৱা এটি মহৎ সত্য—"অধ্যাপক ৰজনী শৰ্মাৰ হাতত বহুতো দৈৱকী তনয় লালিত-পালিত হৈছে, বহুতো যশঃপ্ৰাৰ্থী সাহিত্যিকে তেওঁৰ নীৰৱ সাধনাৰ ফলভোগ কৰিছে। আত্মদানেই তেওঁৰ আত্মতৃপ্তি। আত্মবিলুপ্তিয়ে তেওঁৰ ব্যক্তিত্বৰ গৌৰৱ মুকুট।" □

# আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ব্যক্তিত্বৰ বিভিন্ন দিশ

প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

আধুনিক অসম ৰাজ্যত সৰ্বভাৰতীয় আৰু বিশ্বমুখী ধ্যান-ধাৰণাবোৰে প্ৰাচীন ঐতিহ্য, পৰম্পৰা, সংস্কৃত শাস্ত্ৰীয় ভাবাদৰ্শবোৰক কিছু পৰিমাণে অনাদৃত তথা অৱহেলিত কৰি তুলিছে। অথচ বিশ্ববিশ্ৰুত পণ্ডিত আনন্দৰাম বৰুৱা, প্ৰাচ্যবিদ্ কৃষ্ণকান্ত সন্দিকৈ, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য আদিয়ে সংস্কৃতশাস্ত্ৰত থকা বিশেষ ব্যুৎপত্তিৰ কাৰণেহে অসমত জন্ম লাভ কৰিও সৰ্বভাৰতীয় তথা আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত খ্যাতি লাভ কৰিছে। সেই পথৰ পথিকৰূপে আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, আচাৰ্য ৰজনীকান্ত দেৱশৰ্মা, পণ্ডিত তীৰ্থনাথ শৰ্মা আদিয়েও সৰ্বভাৰতীয় তথা ৰাজ্যিক ক্ষেত্ৰত বিশিষ্ট বৰঙণি আগ বঢ়াইছে। ১৯৯১ চনৰ ১৭ জানুৱাৰী বৃহস্পতিবাৰে আবেলি আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ পৰলোকৰ বাতৰি পাই মই অতিশয় অভিভূত হৈ পৰিছিলোঁ।—কিন্তু আচৰিত হোৱা নাছিলোঁ—কিয়নো তাৰ আগৰ শনিবাৰে ১২ জানুৱাৰীৰ আবেলি আমি গুৱাহাটীৰ পূব-শৰণীয়াৰ চন্দ্ৰালয়ত সমাধান চক্ৰৰ এশ দুই সংখ্যক বৈঠকত উপনিষদ চৰ্চাৰ বাবে মিলিত হৈছিলোঁ। বন্ধুবৰ সমাধান চক্ৰৰ সূত্ৰী শ্ৰীধৰণীধৰ চৌধুৰীৰ এম্বেচাদাৰ গাড়ীত সন্ধিয়া দুয়ো একেলগে ঘৰলৈ উভতি আহিছিলোঁ। সিদিনা সমাধান চক্ৰৰ বৈঠকত আচাৰ্যদেৱে তেখেতৰ পুত্ৰৰ শুভবিবাহৰ চিঠি কেইখনমান আমাৰ সমাধান চক্ৰৰ সন্ধানীসকলক হাতে হাতে দিছিল। তেখেতে মোক কৈছিল যে মোৰ ঘৰীয়া নিমন্ত্ৰণী চিঠিখন আমাৰ নৱগিৰিৰ ঘৰতে দিয়া হ'ব। চৌধুৰীৰ দ্বিতীয় পুত্ৰ শ্ৰীমান খনীন্দ্ৰ চৌধুৰীয়ে সেইদিনা গাড়ীখন চলাই আনিছিল আৰু নৱগিৰিপথৰ সংগমত মই গাড়ীখন ৰাখিবলৈ কৈ আচাৰ্য মহাশয়ক কৈছিলোঁ—'আজি আপোনাৰ লগত নাযাওঁ ছাৰ—বিয়াৰ সময়তে দেখা দেখি হ'ম।' আন উপলক্ষত হ'লে মই তেখেতৰ সৈতে ঘৰলৈকে গৈ উজান বজাৰৰ লেম্বৰোডৰ নিবাসত নমাই থৈহে উভতি আহিছিলোঁ। সচৰাচৰ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা নামেৰে অসমৰ বিস্তৃত সমাজত সু-পৰিচিত আৰু অসমৰ বাহিৰতো



ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ, বিশ্ব হিন্দু পৰিষদ, মহৰ্ষি মহেশ যোগীৰ আশ্ৰম, ৰামকৃষ্ণ মিছন, বিবেকানন্দ কেন্দ্ৰ আদিৰ জৰিয়তে সুবিদিত এইজনা পণ্ডিতক ১৯৯০ ইং চনৰ নৱেম্বৰ মাহৰ ২০ তাৰিখে দ্বিতীয় শনিবাৰে গুৱাহাটীৰ "সমাধান চক্ৰ"ই শত সংখ্যক পূৰ্ণ বৈঠকত "আচাৰ্য" উপাধিৰে বিভূষিত কৰিছিল। প্ৰয়াত আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱ অকল সংস্কৃত ভাষা-সাহিত্যৰে নহয়, অসমীয়া ভাষা-সাহিত্য তথা ইংৰাজী, বঙলা ভাষা-সাহিত্য আদিতো কৃতবিদ্যৰূপে প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছিল। প্ৰায় তুকুৰি আঠ বছৰ কাল এইজনা মহান পণ্ডিতক গুৱাহাটী মহানগৰীক কেন্দ্ৰ কৰি মই পোৱা ঘনিষ্ঠ সান্নিধ্যৰ সৰ্বাংগীণ স্মৃতিৰেখা যথাযথভাৱে অংকন কৰাটো মোৰ পক্ষে সম্ভৱ নহয়। তথাপি অনুভৱ কৰিছোঁ যে শৰ্মাদেৱে অসমৰ শিক্ষা, সাহিত্য, সংস্কৃতি, সমাজসেৱা, ধৰ্মশাস্ত্ৰ চৰ্চা আদিৰ ক্ষেত্ৰত যিদৰে বিস্তৃত আৰু একনিষ্ঠ পাণ্ডিত্যৰ প্ৰতিভাঁৰ চানেকি এৰি থৈ গ'ল—সেয়া উত্তৰ পুৰুষৰ বাবে যুগে যুগে সমুজ্জল হৈ ৰ'ব। অসম সাহিত্য সভাৰ লগত উপ-সভাপতি, কোষাধ্যক্ষ, পত্ৰিকা-সম্পাদক আদি পদমৰ্যাদাৰে জীৱিত কালত অধ্যাপক শৰ্মাদেৱ জড়িত আছিল। কামৰূপ সাহিত্য সভাৰ (পূৰ্বৰ পৰিষদ) বৰপেটাৰোড বাৰ্ষিক অধিৱেশনত (১৯৭৪ চন) তেখেতে সভাপতিৰূপে লিখিত অভিভাষণ পাঠ কৰিছিল। অধ্যক্ষ গিৰিধৰ শৰ্মাদেৱৰ পিছতে তেখেত কামৰূপ সাহিত্য সভাৰ (পৰিষদৰ) সভাপতি নিৰ্বাচিত হৈছিল। গুৱাহাটীত প্ৰতিষ্ঠিত অসম সাহিত্য সভাৰ প্ৰাচীনতম শাখা "সৱিতা সভা"ৰ সভাপতিৰূপে তেখেতে মৃত্যুৰ সময়লৈকে অতি নিষ্ঠাৰে কাৰ্য নিৰ্বাহ কৰিছিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ ৰাজ্যিক কৰ্মকৰ্তাৰূপেও তেখেতে অসম আৰু অসমৰ বাহিৰত আৱশ্যকীয় নেতৃত্ব দিছিল। ১৯৫৫ চনত স্থাপিত "গুৱাহাটী আলোচনা চক্ৰ"ৰ অন্যতম বিশিষ্ট চক্ৰধাৰীৰূপে শৰ্মাদেৱে "মহাকবি কালিদাসৰ প্ৰতিভা"—"শকুন্তলাৰ চৰিত্ৰ", "মেঘদূতৰ বৈশিষ্ট্য" আদিৰ বিষয়ে আগবঢ়োৱা সাৰগৰ্ভ ভাষণবোৰ আমাৰ বহুতৰে মানস-পটত ধ্বনিত প্ৰতিধ্বনিত হৈ আছে। ১৯৭৯ চনত স্বৰ্গীয় ঔপন্যাসিক কুমাৰ কিশোৰৰ উদ্যোগত স্থাপিত আৰু বৰ্তমানে পূব শৰণীয়াৰ চন্দ্ৰালয়ত শ্ৰীধৰণীধৰ চৌধুৰী সূত্ৰীৰূপে (সচিব হিচাপে) পৰিচালিত সমাধান চক্ৰৰ প্ৰতি ইংৰাজী মাহৰ দ্বিতীয় শনিবাৰে বহা তাত্ত্বিক বৈঠকত পণ্ডিতপ্ৰবৰ তীৰ্থনাথ শৰ্মাৰ পিছতে সমাধানীৰূপে শৰ্মাদেৱে মুণ্ডক, কেন, কঠোপনিষদ, প্ৰশ্নোপনিষদৰ ধাৰাবাহিক ব্যাখ্যা দাঙি ধৰিছিল। ১০২ সংখ্যক বৈঠকত ১৯৯১ চনৰ ১২ জানুৱাৰী তাৰিখে তেখেতে প্ৰশ্নোপনিষদৰ শেষ অংশৰ

ব্যাখ্যা কৰিছিল। গুৱাহাটীৰ হৰিসভা আৰু উজান বজাৰ বাৰোৱাৰী নামঘৰত তেখেতৰ গীতা, ভাগৱত পুৰাণ আদিৰ ব্যাখ্যা—যিয়ে শুনিছিল সেয়ে মুগ্ধ হৈ পৰিছিল।

কীৰ্তিমান লোক সংসাৰত মৰিও অমৰ। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱক কীৰ্তিমান পুৰুষৰূপে অমৰ বুলি অভিহিত কৰিব পাৰি। অবিভক্ত কামৰূপ জিলাৰ অন্তৰ্গত ব্যাসকুছি গাঁৱত জন্ম লাভ কৰি সৰুৰেপৰা দুখ-কষ্টৰ মাজেদি তেখেতে পঢ়া-শলীয়া শিক্ষা লাভ কৰে। পাঠশালা চহৰৰ আঢ্যৱন্ত লোক আৰু অভিনয় জগতৰ বাটকটীয়া স্বৰ্গীয় সন্তৰাম চৌধুৰীৰ সাহায্যমূলক আশ্ৰয়ত থাকি শৰ্মাদেৱে বজালী হাইস্কুলৰপৰা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্ৰৱেশিকা পৰীক্ষাত বৃত্তি লাভ কৰি উত্তীৰ্ণ হৈছিল। গুৱাহাটীলৈ আহি উজান বজাৰ লুইতৰপাৰৰ স্বৰ্গীয় কুমুদেশ্বৰ গোস্বামীৰ পৰিয়ালৰ সহায়-সাৰথি লাভ কৰি তেখেতে কটন কলেজৰপৰা তেতিয়াৰ আই. এ. পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰে। তাৰ পিছত সংস্কৃত বিষয়ত সন্মানসহ স্নাতক উপাধি লাভ কৰে—এই পৰীক্ষাত শাৰীৰিক অসুস্থতাবশতঃ প্ৰথম শ্ৰেণী নাপালেও দ্বিতীয় শ্ৰেণীৰ প্ৰথমস্থান লাভ কৰিছিল। কলিকতা বিশ্ববিদ্যালয়লৈ গৈ সংস্কৃতৰ সাহিত্য শাখাত স্নাতকোত্তৰ উপাধি লাভ কৰে। এই কালছোৱাত স্বৰ্গীয় ডাঃ দীননাথ শৰ্মাৰ 'আৱাহন' কাকতৰ কাৰ্যালয়ত থাকি শৰ্মাদেৱে 'আৱাহন' কাকতৰ যাৱতীয় ছপা, সম্পাদনা, আৰ্হি কাকত পৰীক্ষণ আদিত নানাভাৱে সহায় কৰিছিল। তেখেত গুৱাহাটীলৈ ঘূৰি আহি সোণাৰাম হাইস্কুল, কটন কলেজিয়েট হাইস্কুল আদিত শিক্ষকতা কৰে, সন্দিকৈ ছোৱালী কলেজ আৰু কটন কলেজত সংস্কৃতৰ অধ্যাপকৰূপে কাৰ্য নিৰ্বাহ কৰি চৰকাৰী চাকৰিৰপৰা অৱসৰ পাৱলৈ কেইমাহমান থাকোঁতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত প্ৰবক্তাৰূপে আৰু সংস্কৃত বিভাগত অতিথি অধ্যাপক হিচাপে পাঠদান কৰি হেজাৰ-বিজাৰ ছাত্ৰ-ছাত্ৰীক জ্ঞানামৃত বিতৰণ কৰি গৈছে।

গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়, মেঘালয় মাধ্যমিক পৰিষদ, অসম মাধ্যমিক শিক্ষা পৰিষদ, অসম উচ্চতৰ মাধ্যমিক পৰিষদ, অসম সংস্কৃত বোৰ্ড আদিৰ বিবিধ পৰীক্ষাৰ পৰীক্ষক, প্ৰশ্নকৰ্তা, নিৰীক্ষক, পৰীক্ষা প্ৰশাসক আদি ভূমিকাৰ উপৰিও শৰ্মাদেৱে বহুতো ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত থাকি সভা-সমিতি শাস্ত্ৰ-চৰ্চা আদিৰে পৰিপূৰ্ণ কৰ্মমুখৰ জীৱন-যাপনৰ অভিলেখ স্থাপন কৰি গৈছে।



শৰ্মা মহোদয়ৰ মনোজগতৰ সম্যক পৰিধি নিৰ্ণয় কৰা সুকঠিন ঃ তেখেতৰ ভাৱনা, ধ্যান-ধাৰণাৰ আংশিক পৰিচয় স্বৰূপে বিভিন্ন সেৱা-সমিতি, চক্ৰ-বৈঠকত দিয়া ভাষণাৱলীয়ে শ্ৰোতাবৰ্গক আনন্দ দান কৰাৰ উপৰিও কম পৰিমাণৰ হ'লেও লিখিত প্ৰবন্ধ, অনুবাদ আদি পুথিয়ে কিছু সাক্ষ্য বহন কৰিছে। আমি জনা মতে—কৌটিল্যৰ "অৰ্থশাস্ত্ৰ", "শূদ্ৰকৰ" "মুদ্ৰাৰাক্ষস" আদিৰ দৰে সংস্কৃত পুথিৰ সবল অনুবাদ গ্ৰন্থ ৰচক, অসম প্ৰকাশন পৰিষদৰদ্বাৰা প্ৰকাশিত "অসমীয়া বিশ্বকোষ"ৰ প্ৰথম খণ্ডৰ মুখ্য সম্পাদক আৰু "আধুনিক অসমীয়া অভিধান"ৰ অন্যতম সম্পাদক কেইবাখনো সংস্কৃত পাঠ্যপুথিৰ ৰচক, বহুসংখ্যক পুথি-পত্ৰ, পত্ৰিকা-আলোচনীৰ সম্পাদক, পণ্ডিত আনন্দৰাম বৰুৱাৰ ৰচিত গ্ৰন্থসমূহৰ পুনৰ মুদ্ৰণৰ আৰ্হি কাকত পৰীক্ষক, বহুতো পুথি-পত্ৰৰ ভূমিকা-লিখক, 'আৱাহন' কাকতৰ অন্যতম গল্পকাৰ, প্ৰবন্ধকাৰ আৰু "অসম সাহিত্য সভা পত্ৰিকা"ৰ সম্পাদক, কামৰূপ সাহিত্য পৰিষদৰ (সভাৰ) পঞ্চম বাৰ্ষিক অধিৱেশনৰ সুচিন্তিত অভিভাষণ ৰচক, "সংস্কৃত নাটকত হাস্যৰস", "অসমীয়া অভিধানৰ এৰা-বোটলা"ৰ ৰচক শৰৎচন্দ্ৰ শৰ্মাৰ জীৱনালেখ্য, "সংস্কৃত সাহিত্য আৰু কামৰূপী পণ্ডিতৰ পাণ্ডিত্য ঃ এটি অধ্যয়ন", "বাসলীলা" আদি বিবিধ প্ৰবন্ধৰ প্ৰণেতা আদি এইজনা পণ্ডিতৰ সামগ্ৰিক সাহিত্য-সম্ভাৰৰ সংকলন তথা মূল্যায়ন সম্পৰ্কে ভৱিষ্যত আঁচনি হৈয়ে আছে। সেয়েহে তেখেতৰ সাহিত্য প্ৰতিভাৰ সাম্প্ৰতিক মূল্যাংকন মোৰ পক্ষে সম্ভৱপৰ নহয়।

শ্ৰীমদ্ভগৱদ্গীতাৰ প্ৰতিপাদ্য কৰ্ম-জ্ঞান-ভক্তি-পথ অনুসৰি জীৱন নিৰ্বাহ কৰা স্থিতপ্ৰজ্ঞ সদৃশ আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱে চাৰিকুৰি বছৰ পূৰ্ণ নোহওঁতেই সংসাৰৰপৰা বিদায় ল'লে। কথা প্ৰসংগত তেখেতৰ এই সমাগত মৃত্যুৰ বিষয়ে জনৈক জ্যোতিষীৰ আগতীয়া মন্তব্যৰ পটভূমিত সমাধান চক্ৰত ৰগৰ কৰি কৈ হাঁহিছিল।

উপনিষদৰ ব্যাখ্যা সম্পৰ্কেও সমাধান চক্ৰৰ বৈঠকবোৰত জন্ম, মৃত্যু, আত্মাৰ অমৰত্ব আদি বিষয়ক প্ৰশ্নাৱলীৰ উত্তৰ দান কৰোঁতে আচাৰ্য শৰ্মাদেৱে মৃত্যুৰ প্ৰতি মানুহে সদায় পোষণ কৰা ভয় পৰিহাৰ কৰাৰ অকাট্য যুক্তি দেখুৱাইছিল। সেয়েহে মৃত্যুৰ আগদিনা আবেলি হঠাতে পক্ষাঘাতৰোগত আক্ৰান্ত হৈয়ো তেখেতে জীৱনৰ অৱশ্যম্ভাৱী পৰিণতিৰ কথা সাহসেৰে ব্যক্ত কৰিবলৈ সক্ষম হৈছিল। তেখেতৰ সৈতে মই প্ৰায় দুকুৰি আঠ বছৰ কালত শতাধিক সভা-সমিতিত অংশ গ্ৰহণ কৰিছোঁ। বৰপেটা নগৰী, বৰপেটাৰোড, তামুলপুৰ,

তেজপুৰ আদি স্থানত একেলগে আমি বহু নিশা যাপন কৰিছোঁ। আৰু 'উৎসৱে ব্যসনে চৈৱ' নীতি বচনৰ সুৰতে অগ্ৰজৰ সৈতে বন্ধুত্ব স্থাপন কৰি বহুতো নজনা কথাৰ সন্ধেদ পাইছোঁ। প্ৰয়াত অভিযন্তা মহেন্দ্ৰনাথ ভট্টাচাৰ্য, বন্ধুবৰ শ্ৰীধৰণীধৰ চৌধুৰী আদিও আমাৰ নৈশ যাপন কালৰ সঙ্গীৰূপে সম-অভিজ্ঞতাৰ ভাগী হৈছে। তেখেতৰ বহুমুখী শাস্ত্ৰীয় জ্ঞান তথা ব্যৱহাৰিক জীৱনৰ অভিজ্ঞতাৰ চানেকি বাক্যালাপ আৰু আচৰণৰ মাজেদি ফুটি ওলাইছিল। 'আচাৰো ধৰ্ম উচ্যতে'—কথাষাৰো তেখেতৰ চৰিত্ৰত দেখিবলৈ পাইছিলোঁ। খং উঠিলেও মানুহক শান্তভাৱে কঠোৰ বচন প্ৰয়োগ কৰিব পৰা গুণ আৰু উপস্থিত বুদ্ধি তেখেতৰ আছিল। শৰ্মাদেৱে সমাধান চক্ৰৰ বৈঠকত উপনিষদৰ বিষয়ে কৰা ব্যাখ্যাৰ বাণীৱদ্ধ আংশিক সংৰক্ষণ, আকাশ-বাণীৰ জৰিয়তে প্ৰচাৰিত সংস্কৃত ভাষাৰ শিক্ষাৰ পাঠ্যক্ৰমবোৰ তথা সংস্কৃত ভাষাৰে দিয়া ভাষণবোৰ যিসকলে শুনিছে, সেইসকলে তেখেতৰ পোনপটীয়া প্ৰাঞ্জল প্ৰকাশভংগী আৰু যুক্তিনিষ্ঠ বিশ্লেষণৰ সাৰৱত্তা স্বীকাৰ কৰিব লাগিব।

১৯৭৮ চনৰ ৯ জুলাই তাৰিখে গুৱাহাটী আলোচনা চক্ৰৰ মেঘদূত অধিৱেশন গুৱাহাটীৰ ভৰলুমুখত শ্ৰীযুতা ললিতা ফুকনৰ বাসভৱনত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ইন্দ্ৰধনুৰ কবি ডিম্বেশ্বৰ নেওগৰ সভাপতিত্বত বহিছিল আৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে কালিদাসৰ মেঘদূত কাব্যৰ বিষয়ে দিয়া বিশেষ বক্তৃতা প্ৰসংগত কৈছিল—"প্ৰাচীন ভাৰতীয় আলোচনা পদ্ধতিত গীতিকাব্যৰ উল্লেখ নাই, খণ্ডকাব্য আৰু মহাকাব্যৰহে একদেশিক বৰ্ণনা বিশ্লেষণ পোৱা যায়।...কালিদাস বাল্মীকিৰ ওচৰত যে ঋণী আছিল, ৰঘুবংশ কাব্যত তাৰ প্ৰমাণ পোৱা যায়।...কালিদাসৰ কাব্যত দাম্পত্য প্ৰেমত উজ্জ্বল চানেকিৰূপে ৰাম-সীতা, অজ-ইন্দুমতী, দুষ্মন্ত-শকুন্তলা, মেঘদূতৰ যক্ষ-যক্ষিণী আদিলৈকে আঙুলিয়াব পাৰি।...আশাবাদী কালিদাসে প্ৰেয়তকৈ শ্ৰেয় গুণৰ ওপৰত অধিক গুৰুত্ব দিছিল...।" এনেদৰে একাধিক মেঘদূত অধিৱেশনত মহাকবি কালিদাসৰ প্ৰতিভাৰ বিষয়ে তেখেতে আগবঢ়োৱা সাৰুৱা ভাষণৰ টোকা গুৱাহাটী আলোচনা চক্ৰৰ প্ৰতিবেদনত চমুকৈ হ'লেও ৰক্ষিত হৈছে।

১৯৭১ চনৰ শ্ৰীশংকৰদেৱৰ আবিৰ্ভাৱ তিথিমহোৎসৱ উপলক্ষে বৰপেটাৰ বৰবজাৰ সংঘৰ নিমন্ত্ৰণক্ৰমে যাওঁতে মই শৰ্মাদেৱক সুধিছিলোঁ—"মানুহৰ অকাল মৃত্যুৰ কাৰণ কি?" মোৰ আত্মজ এজনৰ অকালতে হোৱা বিয়োগৰ পটভূমিত তেখেতে মোক জন্ম-মৃত্যুৰ তত্ত্ব ব্যাখ্যা কৰি কৈছিল যে কিছুমান আত্মা যোগভ্ৰষ্ট



ৰূপে আহি শুচিৱান, লক্ষ্মীৱন্ত মানুহৰ ঘৰত জন্মলাভ কৰে আৰু সেই যোগভ্ৰষ্ট আত্মাবোৰে মুক্ত হৈ নিৰ্ধাৰিত কাল যাপন কৰি গুচি যায় : অষ্টবসু আৰু গংগাদেৱীৰ আখ্যানটিও এনে ধৰণৰে দৃষ্টান্ত। গীতাতো আছে :—

প্ৰাপ্য পুণ্যকৃতাং লোকানুষিত্বা শাশ্বতীঃসমাঃ।

শুচীনাং শ্ৰীমতাং গেহে যোগভ্ৰষ্টোঽভিজায়তে॥ গীতা ৬।৪১

অসমৰ জনৈক পণ্ডিতৰ সৈতে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে 'কুকুৰমুন্তা' (কুকুৰমুতা) শব্দৰ উৎপত্তি সম্পৰ্কে হোৱা আলোচনীগত বাদানুবাদৰ বিষয়ে ডক্টৰ বাণীকান্ত কাকতিদেৱে কথা প্ৰসঙ্গত কৈছিল যে শৰ্মাৰ জ্ঞানৰ গভীৰতাৰ তুলনাত আনজন পণ্ডিতে 'নলগা তামোল গছত কাঁইট বন্ধা'ৰ দৰে হৈছে অৰ্থাৎ শৰ্মাৰ সৈতে সেইজনা পণ্ডিতে ফেৰ মাৰিব নোৱাৰে। গুৱাহাটীৰ সমাধান চক্ৰত তেখেতে এদিনাখন প্ৰশ্নোত্তৰ প্ৰসংগত কৈছিল যে মানুহৰ আত্মাৰ ৰূপান্তৰ আছে, জন্মান্তৰো আছে। পাপ-পুণ্য অনুসৰি জন্মান্তৰত বিভিন্ন ৰূপত (উৰণ, বুৰণ, গজন, ভ্ৰমণ) মানুহৰ পুনৰাগমন হয়। উদাহৰণ স্বৰূপে, যিবোৰ আৰক্ষী সেনা বা চিপাহীয়ে নিৰ্দোষী মানুহক অনাহকত মাৰ-ধৰ কৰিছে, সেইবোৰে পাপ কৰিছে—গতিকে এনে পাপৰ ফলত পৰজন্মত শাওৰা, কেঞ্চু আদি কুৰূক্ষ হৈ এই পাপীবোৰ জন্মিব পাৰে আৰু মানুহে থুই থুই কৰি সেইবোৰক ঘিণ কৰিব। এনেদৰে গীতা, ভাগৱত, উপনিষদ আদিৰ ব্যাখ্যা প্ৰসংগত সাহিত্য সভা, ছাত্ৰ সভা, মহাপুৰুষৰ তিথি-উৎসৱ, ফাতেহাদোৱাজ দাহাম্ আদি পৰবত তেখেতে আগ বঢ়োৱা ভাষণ প্ৰসংগত ৰসোত্তীৰ্ণ অভিমত আৰু মন্তব্য দিছিল। দিছপুৰৰ মুকুল সংঘৰ সভা এখনত সম্পাদক শ্ৰীপ্ৰণৱকুমাৰ দাসে এইজনা পণ্ডিতক 'ৰসৰ সাগৰ' আখ্যাৰে বিভূষিত কৰিছিল। সঁচাকৈয়ে আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাৰ বিবিধ ভাষণ, ৰচনাৱলী 'নানা ৰসে ৰসৱন্ত' বুলিব পাৰি। আদৰ্শ গৃহস্থী জীৱন যাপন কৰি তেখেতে পৰিবাৰ, পুত্ৰ-কন্যা সমন্বিতে বন্ধুবৰ্গৰ মাজতো দাৰ্শনিক-আধ্যাত্মিক চৰ্চা অক্ষুণ্ণ ৰাখিব পাৰিছিল। কায়-মনো-বাক্যে শৰ্মাদেৱ সদায়ে সদাচাৰী আছিল।

উগ্ৰতাৰা দেৱালয়ৰ দলৈ পণ্ডিত চক্ৰেশ্বৰ ভট্টাচাৰ্য ব্যাকৰণতীৰ্থৰ 'শাক্ত-দৰ্শনম্' পুথিখনৰ পাণ্ডুলিপি পঢ়ি অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে ১৯৬৮ চনতে ইংৰাজীতে এনেদৰে অভিমত দিছিল—"......এই গ্ৰন্থখন সহজ সুশ্ৰাব্য সংস্কৃত ভাষাত ৰচিত আৰু শক্তি পন্থাৰ দৰ্শনৰ বিভিন্ন ধাৰা ইয়াত বৰ্ণিত হৈছে। গ্ৰন্থকাৰে এই বিষয়ৰ বিস্তৃত সাহিত্যৰাশি চালি-জাৰি চাই অশেষ কষ্ট

স্বীকাৰ কৰিছে আৰু যথাযথ উদ্ধৃতিৰে নিজা অভিমত প্ৰতিপন্ন কৰিছে। শক্তিবাদ বুলিলে বৰ্তমান সময়তো ভুলকৈ অৰ্থবোধ কৰা দেখা যায়। পণ্ডিত ভট্টাচাৰ্যই এই গ্ৰন্থখনত চলিত ভুল ধাৰণাবোৰ আঁতৰাবলৈ যত্ন কৰিছে।" অধ্যাপক শৰ্মাদেৱৰ এনে ধৰণৰ গুণ-গ্ৰাহিতা আৰু তাত্ত্বিকবোধৰ এয়া সামান্য চানেকিহে।

১৯৮৯ চনত প্ৰকাশিত "অসমীয়া ভাষাৰ এৰা বোটলা" ( শব্দকোষ ) নামৰ পুথিৰ ৰচক প্ৰাচ্যতাত্ত্বিক শৰৎচন্দ্ৰ শৰ্মাৰ বিষয়ে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাই গুণগ্ৰাহী দৃষ্টিৰে লিখা কথাখিনিও অতি উচ্চখাপৰ চিন্তাৰ পৰিচায়ক—"প্ৰয়াত শৰ্মাদেৱৰ বহু বছৰৰ সাধনাৰ ফল 'অসমীয়া ভাষাৰ এৰা বোটলা' নামৰ শব্দকোষখন। প্ৰায় দুহেজাৰমান অসমীয়া অভিধানত নথকা অথচ কামৰূপত প্ৰচলিত শব্দ সম্ভাৰেৰে সমৃদ্ধ এই গ্ৰন্থখন বৰ্তমান প্ৰকাশৰ পথত। ……মূল শব্দবোৰৰ যথাসম্ভৱ ব্যুৎপত্তি দেখুৱাবলৈ যত্ন কৰা হৈছে। অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে প্ৰাঞ্জলভাৱে অৰ্থ দিয়া হৈছে। তদুপৰি বাক্য ৰচনা কৰি শব্দবোৰৰ প্ৰয়োগ বুজাই দিয়া কাৰণে কোষখনৰ মূল্য বাঢ়িছে। সেই সেই শব্দক আশ্ৰয় কৰি গঠিত হোৱা খণ্ড বাক্যবোৰো সন্নিবিষ্ট কৰি তাৰ অৰ্থ আৰু প্ৰয়োগ দেখুওৱা হৈছে। মুঠতে গ্ৰন্থকাৰৰ কোষ প্ৰণয়ন ৰীতি সৰ্বাঙ্গসুন্দৰ বুলি ক'ব পাৰি ……।"

"সংস্কৃত সাহিত্য আৰু কামৰূপী পণ্ডিতৰ পাণ্ডিত্য : এটি অধ্যয়ন" নামৰ অসম্পূৰ্ণ প্ৰবন্ধ এটিত ( কামৰূপা : ১৯৯১ জুন ) শৰ্মাদেৱে প্ৰাচীন কামৰূপ বা অসমত সপ্তম শতিকাৰ সম্ৰাট ভাস্কৰ বৰ্মাৰ দিনৰপৰা সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চাৰ পৰম্পৰা বৰ্ণাই সোতৰজন পণ্ডিতৰ চমু পৰিচয় দিছে।

অধ্যাপক শৰ্মাদেৱৰ ভাষাৰে ক'বলৈ গ'লে—"সপ্তম শতিকাৰ সম্ৰাট ভাস্কৰ বৰ্মাৰ দিনৰপৰাই কামৰূপত ধাৰাবাহিকভাৱে সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চা চলি থকাৰ ঐতিহাসিক প্ৰমাণ পোৱা যায়। …বৰ্মন বংশৰ ৰাজত্ব কালত কামৰূপ ৰাজ্যত বেদ, বেদাঙ্গ, পূৰ্বমীমাংসা প্ৰভৃতি দৰ্শনৰ ব্যাপক চৰ্চা হোৱাৰ প্ৰমাণ পোৱা যায় ভাস্কৰ বৰ্মাৰ নিধনপুৰ আৰু ডুবি তাম্ৰশাসনৰপৰা। ভাস্কৰ বৰ্মাৰ উত্তৰাধিকাৰী অৱন্তীবৰ্মাৰ ৰাজত্ব কালতে কবি বিশাখাদত্তই মুদ্ৰাৰাক্ষস নাটক ৰচনা কৰিছিল বুলি প্ৰত্নতাত্ত্বিকসকলে মত পোষণ কৰে।…আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়ে পূৰ্বমীমাংসা দৰ্শনৰ অপ্ৰতিদ্বন্দ্বী পণ্ডিত কুমাৰিল ভট্ট আৰু সুপ্ৰসিদ্ধ বৌদ্ধ পণ্ডিত ধৰ্মকীৰ্তি কামৰূপৰ পণ্ডিত আছিল বুলি প্ৰবল যুক্তি-প্ৰমাণ



উপস্থাপিত কৰি গ্ৰন্থ প্ৰণয়ন কৰিছে। ইয়াৰ আগতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱেও কুমাৰিল ভট্ট অসমৰে লোক আছিল বুলি কৈ গৈছে। পুষ্যবৰ্মাৰ-পৰা ধৰ্মপাললৈকে ৰজাসকলৰ দিনত ত্ৰিবেদজ্ঞ মীমাংসানিষ্ণাত যাজ্ঞিক ব্ৰাহ্মণৰ সংখ্যাধিক্যলৈ চাই কুমাৰিল ভট্ট কামৰূপৰ হোৱাটো অপ্ৰত্যাশিত নহয়।… স্বাভাৱিকতে কামৰূপ ৰাজ্যতো স্মৃতি শাস্ত্ৰৰ অধ্যয়নত গুৰুত্ব দিয়া হৈছিল।… শংকৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী, ৰাম সৰস্বতী, বৈকুণ্ঠনাথ ভট্টাচাৰ্য, গোবিন্দ মিশ্ৰ—এই সকল অশেষ শাস্ত্ৰনিষ্ণাত সন্ত আছিল।…" ১৯৭৪ চনত কামৰূপ সাহিত্য পৰিষদৰ ( সভা ) পঞ্চম অধিৱেশনত লিখিত অভিভাষণত শৰ্মাদেৱে অভিমত দিছিল—"…আজি অকল অসমীয়া সাহিত্যই নহয়, গোটেই ভাৰতীয় সাহিত্যৰ বিষয়ে এনেকৈ কথা ক'ব পাৰি যে ই দেখাতহে ভাৰতীয়, ইয়াৰ অন্তৰাত্মা পশ্চিমীয়া।"—এইকেইটা চমু নিদৰ্শনেৰে পণ্ডিতজনাৰ জ্ঞানৰ ব্যাপকতা, গভীৰতা আৰু যুক্তিনিষ্ঠতাৰ আভাস পাব পাৰি। তেখেতৰ সমগ্ৰ ৰচনাৱলীৰ সৈতে সম্প্ৰতি মোৰ সংযোগ নাই কাৰণে এয়া চমু আলোচনাৰে ভাৰতীয় আৰ্যসংস্কৃতিৰ সাধক আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাৰ সান্নিধ্যৰ পটভূমিত দুটিমান বিষয় নিবেদন কৰিলোঁ। তেখেতৰেই 'অলপ কমকৈ খালে, বেছিদিন জীয়াই থাকিব পাৰি।'—এয়া খুহুটীয়া বচনেৰে সেয়া মহান আচাৰ্যলৈ প্ৰণতি জনালোঁ।

॥ ওঁ শান্তিঃ ॥

# এজন গুণী পণ্ডিতৰ সান্নিধ্যত

ভৱ প্ৰসাদ চলিহা

সেইদিনা আছিল ১৯৯১ চনৰ ১৭ জানুৱাৰী। গুৱাহাটীত শিল্পী দিৱসৰ উলহ মালহ। হঠাতে খবৰ আহিল সুসাহিত্যিক আৰু অসমৰ এগৰাকী বিদগ্ধ পণ্ডিত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ আৰু আমাৰ মাজত নাই। এই আকস্মিক আৰু মৰ্মান্তিক বাতৰিত অসমৰ সুধী সমাজ শোকত ম্ৰিয়মাণ হ'ল। এগৰাকী বিদগ্ধ পণ্ডিত আৰু সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ শৰ্মাদেৱ আছিল নিৰহঙ্কাৰী আৰু সকলোৰে সহজলভ্য লোক। তেখেতৰ মধুৰ আৰু ৰসাল ব্যক্তিত্বৰদ্বাৰা তেখেতৰ সান্নিধ্যলৈ অহা যি কোনো লোকক শৰ্মাদেৱে সহজে মুগ্ধ কৰিব পাৰিছিল। সৰ্বস্তৰৰ লোকৰ লগতে তেখেতে সহজে মিলি কাম কৰি ফুৰিছিল। আশীৰ দুৱাৰ-ডলিত ভৰি দিও কোনো দিনে ভাগৰি নপৰা, সদা-সঞ্চৰণশীল এই গৰাকী কৰ্মযোগী গুণী পুৰুষৰ আকস্মিক অন্তৰ্ধান কোনেও কল্পনা কৰিব পৰা নাছিল। মৃত্যুৰ আগদিনালৈকে তেখেতে সমাজৰ নানা কামত এজন তৰুণৰ শক্তিৰে দপ্‌দপাই ঘূৰি ফুৰিছিল। তেখেতৰ শৰীৰ আৰু মনত বাৰ্দ্ধক্যৰ কোনো ছাপ পৰা দেখা নগৈছিল। সেয়ে তেখেতৰ আকস্মিক মৃত্যুৰ বাতৰি আমাৰ বাবে বিনা মেঘে বজ্ৰপাত স্বৰূপ আছিল।

সুদীৰ্ঘ ডেৰকুৰি বছৰ কাল শৰ্মাদেৱক লগ পোৱাৰ সৌভাগ্য মোৰ ঘাটছিল— প্ৰথমতে দূৰে দূৰে আৰু পিছত অতি ওচৰৰপৰা। মই ডিব্ৰুগড়ৰ কানৈ কলেজত পঢ়ি থকা সময়তে উক্ত কলেজৰ অধ্যক্ষ সংস্কৃত ভাষা-সাহিত্যৰ সুপণ্ডিত ড° যোগীৰাজ বসুদেৱৰ মুখত তেতিয়াৰ কটন কলেজৰ সংস্কৃতৰ অধ্যাপক ৰজনীকান্ত শৰ্মাদেৱৰ পাণ্ডিত্যৰ প্ৰশংসা শুনিবলৈ পাইছিলোঁ। পিছত ষাঠিৰ দশকত মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ মহাভাৰতৰ অনুবাদ আঁচনিত কাম কৰোঁতে শৰ্মাদেৱক প্ৰথমে লগ পোৱাৰ সুযোগ পাওঁ। প্ৰথম বাৰ্তালাপতে তেখেতে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল। তেখেতে মহাভাৰতৰ কেইবাটাও পৰ্বৰ ভালেমান অধ্যায় অনুবাদ কৰাৰ উপৰি সম্পাদক মণ্ডলীৰো এজন হিচাপে অতি



দক্ষতাৰে তেখেতৰ দায়িত্ব পালন কৰিছিল। ইয়াৰ পিছত ১৯৬৯ চনৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ অসমীয়া বিভাগত প্ৰায় দহ বছৰ কাল শৰ্মাদেৱক এজন সহকৰ্মীৰূপে লগ পাওঁ। তেখেতে অসমীয়া বিভাগত সংস্কৃত সাহিত্য আৰু ভাৰতীয় সমালোচনা সাহিত্যৰ অধ্যাপনা কৰিছিল। কটন কলেজৰপৰা অৱসৰ গ্ৰহণ কৰাৰ অলপ পূৰ্বেই তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ত যোগদান কৰিছিলহি। সেই সময়ত অসমীয়া বিভাগত বিভাগীয় মুৰব্বী আৰু জৱাহৰলাল নেহৰু অধ্যাপক ড° মহেশ্বৰ নেওগদেৱৰ উপৰি ড° গোলোকচন্দ্ৰ গোস্বামী, ড° উপেন্দ্ৰনাথ গোস্বামী, ড° সুকুমাৰ বিশ্বাস, অধ্যাপিকা অনিমা দত্ত প্ৰভৃতি আছিল। মই বিভাগত যোগ দিয়াৰ অলপ দিনৰ পিছতে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আৰু অধ্যাপক গোবিন্দ প্ৰসাদ শৰ্মাই যোগ দিয়ে। তাৰ কেইবছৰ মানৰ পিছত ড° নিৰ্মলপ্ৰভা বৰদলৈ আৰু ড° শৈলেন ভৰালীয়েও প্ৰায় একে সময়তে অসমীয়া বিভাগত যোগদান কৰে। ওচৰতে এটা কোঠাত বহিছিল অসমীয়া বিভাগৰ প্ৰাক্তন অধ্যাপক আৰু তেতিয়াৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱ।

গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপক শৰ্মাদেৱৰ যোগদানে অসমীয়া বিভাগলৈ নতুন আনন্দৰ জোৱাৰ আনিছিল। নানা কাৰণত তেখেত আমাৰ আকৰ্ষণৰ কাৰণ হৈ পৰিছিল। ভাৰতীয় দৰ্শন আৰু সংস্কৃত ভাষা-সাহিত্যৰ সুপণ্ডিত শৰ্মাদেৱে আমাৰ এটা দিশৰ ডাঙৰ অভাৱ পূৰণ কৰিলে। আমি অনুজসকলে নানা বিষয়ৰ কথা সুধি তেখেতক আমনি কৰিছিলোঁ; কিন্তু তেখেতে অতি আন্তৰিকতাৰে তেখেতৰ জ্ঞান ভাণ্ডাৰ আমাৰ বাবে মুকলি কৰি দিছিল। পাণ্ডিত্যৰ কাৰ্পণ্য তেখেতে কোনো দিনে কৰা নাছিল। শৰ্মাদেৱৰ আন এটা আকৰ্ষণীয় দিশ আছিল তেখেতৰ ৰসাল ব্যক্তিত্ব। তেখেতে গুৱাহাটীৰ আমবাৰীৰ ঘৰৰপৰা আহি বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ কোঠালীত প্ৰৱেশ কৰাৰ লগে লগে আমাৰ সকলোৰে মুখত আনন্দৰ ভাব ফুটি উঠিছিল। আমি কেইজনমানে তেখেতে ঘৰৰপৰা অনা গান্ধপাণৰ তামোলখনৰ কাৰণেও হাত পাতিছিলোঁ। তেখেতৰ প্ৰতি মোৰ আকৰ্ষণৰ আন এটা কাৰণ হ'ল মোৰ এজন অন্তৰঙ্গ বন্ধু ড° বাণীকান্ত শৰ্মা আছিল তেখেতৰ বৰ জোঁৱাই।

ৰসজ্ঞ পুৰুষ শৰ্মাদেৱ আছিল হাস্যৰসৰ ভঁৰাল স্বৰূপ। তেখেতৰ হাস্যৰস বুদ্ধিদীপ্ত আৰু ব্যঙ্গাত্মক—এই দুয়ো ৰূপতেই প্ৰকাশ পাইছিল। প্ৰসঙ্গ অনুযায়ী আৰু প্ৰয়োজনবোধে দুয়োবিধ হাস্যৰসৰে প্ৰয়োগ তেখেতে কৰিছিল। সভা-

সমিতিত আৰু শ্ৰেণীকক্ষতো তেখেতে নানা ৰকমৰ কৌতুকপূৰ্ণ কথাৰে বক্তব্য বিষয় ৰসাল আৰু অন্তৰ পৰশা কৰি সকলোকে মুগ্ধ কৰি ৰাখিছিল। সেই বাবে তেখেতৰ ভাষণ কোনোদিনে আমনিদায়ক নাছিল। কিন্তু তাত্ত্বিক আৰু গধুৰ বিষয়ত ভাষণ দিওঁতে তেখেতে কেতিয়াও হাস্য-কৌতুক নকৰিছিল। শৰ্মাদেৱৰ হাস্যৰসত সদায় মাৰ্জিত ৰুচিবোধ আৰু উচ্চ মৰ্যাদা বজাই ৰাখিছিল। তাত কোনো ধৰণৰ গ্ৰাম্যতা দোষ নাছিল। অধ্যাপক শৰ্মাদেৱে নিজে এক উচ্চ নৈতিক আদৰ্শ অনুসৰণ কৰি চলিছিল আৰু সমাজত তাৰ স্খলন দেখিলে বিচিত্ৰ বাক্য-বাণেৰে ব্যঙ্গ কৰিবলৈ নেৰিছিল। অৱশ্যে তেখেতৰ ব্যঙ্গত হেমচন্দ্ৰ বৰুৱাৰ ক্ষুৰধাৰ তীক্ষ্ণতা নাছিল; আছিল বেজবৰুৱা, চন্দ্ৰধৰ বৰুৱা আদিৰ দৰে মৃদুব্যঙ্গ। শৰ্মাদেৱৰ বিভিন্ন প্ৰসঙ্গৰ হাস্যৰসাত্মক উক্তিবোৰ লিখিত ৰূপত সংৰক্ষিত হোৱা হ'লে অসমীয়া সাহিত্যৰ এইটো দিশ যথেষ্ট চহকী হ'লহেঁতেন। বৰ্তমান কালত গুৱাহাটীৰ সভা-সমিতিবোৰত শ্ৰোতা-দৰ্শকক হাস্যৰসত বুৰাই ৰখা দুজন লোক পাইছিলোঁ—এজন অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আৰু আনজন শ্ৰীলক্ষ্যধৰ চৌধুৰী। কিন্তু দুয়োজনৰ হাস্যৰসৰ ধাৰা আৰু প্ৰকাশভঙ্গী সম্পূৰ্ণ সুকীয়া। চৌধুৰীদেৱ এতিয়াও হাঁহিৰ খোৰাক জোগাই আমাৰ মাজত জীৱিত আছে।

শৰ্মাদেৱৰ লিখিত সাহিত্য বিপুল নহ'লেও যিখিনি দি গ'ল তাৰ মাজেদি তেখেতৰ অধ্যয়নৰ পৰিধি আৰু গভীৰতা লক্ষ্য কৰিব পাৰি। 'সংস্কৃত ভাষা আৰু সাহিত্যৰ তেখেত আছিল বিদগ্ধ পণ্ডিত। ভাৰতীয় ধৰ্ম-দৰ্শনৰ ওপৰতো তেখেতৰ বিশেষ ব্যুৎপত্তি আছিল। প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ যি কোনো বিষয়ৰ ওপৰতে তেখেতে দক্ষতাৰে ক'ব পাৰিছিল। তেখেতৰ স্মৃতিশক্তিও আছিল প্ৰখৰ। যি কোনো বিষয়ৰ আলোচনা কৰোঁতে তেখেতে প্ৰাচীন শাস্ত্ৰৰ নিৰ্ভুল উদ্ধৃতিৰে শ্ৰোতাক বিস্মিত কৰিছিল। অসম প্ৰকাশন পৰিষদে উচিত-ভাৱেই শৰ্মাদেৱৰ ওপৰত 'অসমীয়া বিশ্বকোষ'ৰ মুখ্য সম্পাদকৰ দায়িত্ব অৰ্পণ কৰিছিল আৰু সেই কাম তেখেতে নিপুণতাৰে সম্পন্ন কৰিছিল। সংস্কৃত, ইংৰাজী আৰু অসমীয়া এই তিনিওটা ভাষাতে শৰ্মাদেৱৰ সমান ব্যুৎপত্তি আছিল। পৰিষদে যুগুতোৱা 'আধুনিক অসমীয়া অভিধান'ৰ সংকলন-সম্পাদনা কৰ্মতো শৰ্মাদেৱৰ যোগ্যতা প্ৰমাণিত হৈছিল। পৰিষদৰ তেতিয়াৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াদেৱৰ শৰ্মাদেৱৰ পাণ্ডিত্যৰ এজন আৱিষ্কাৰক আছিল বুলিলে বোধকৰোঁ ভুল কৰা নহ'ব। পৰিষদে আনন্দৰাম বৰুৱাৰ গ্ৰন্থাৱলী প্ৰকাশ কৰিবলৈ



লওঁতে শইকীয়াদেৱে তাৰ সম্পাদনা আৰু আহ্নিকাকত চাবৰ কাৰণে শৰ্মাদেৱতকৈ যোগ্যতৰ ব্যক্তি বিচাৰি পোৱা নাছিল। তেখেতে কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ', ভৰতৰ 'নাট্যশাস্ত্ৰ'ৰ লেখীয়া দুৰূহ গ্ৰন্থ দক্ষতাৰে অনুবাদ কৰি নিজৰ পাণ্ডিত্যৰ পৰিচয় দি গৈছে। শৰ্মাদেৱ এক শক্তিশালী গদ্য ৰীতিৰো অধিকাৰী আছিল। সংস্কৃত ভাষাৰ পণ্ডিত হ'লেও তেখেতৰ অসমীয়া লেখা আৰু ভাষণ সংস্কৃত শব্দেৰে ভাৰাক্ৰান্ত নাছিল। তেখেতৰ ভাষা প্ৰাঞ্জল আৰু ৰচনা সুখপাঠ্য আছিল।

এজন কৃতী আৰু নিষ্ঠাবান শিক্ষক হিচাপে অধ্যাপক শৰ্মাদেৱে ছাত্ৰসমাজৰ পৰা বিশেষ শ্ৰদ্ধা আৰু প্ৰশংসা লাভ কৰিছিল। কটন কলেজত আৰু বিশ্ববিদ্যালয়তো বিভাগীয় ছাত্ৰ-ছাত্ৰীৰ উপৰি বাহিৰৰ ছাত্ৰয়ো তেখেতৰ শ্ৰেণীত সোমাই তেখেতৰ পাণ্ডিত্যপূৰ্ণ অধ্যাপনাৰ সোৱাদ লৈছিল। শৰ্মাদেৱে সদায় ভালকৈ পঢ়া-শুনা কৰিহে শ্ৰেণীলৈ গৈছিল। তেখেতে প্ৰায়ে কৈছিল—"A teacher should teach from profusion, not from poverty."

মই নিজে সংস্কৃত ভাষা-সাহিত্যৰ অনুৰাগী ছাত্ৰ হিচাপে সংস্কৃতৰ নিষ্ণাত পণ্ডিত শৰ্মাদেৱৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হোৱাটো অতি স্বাভাৱিক। কিন্তু শৰ্মাদেৱৰ স্নেহ আৰু ব্যক্তিত্বই মোক ততোধিক মুগ্ধ কৰিছিল। গুৱাহাটীৰ আকাশবাণী কেন্দ্ৰৰ যোগে প্ৰচাৰিত শৰ্মাদেৱৰ সংস্কৃত কথিকাসমূহ আৰু সংস্কৃত পাঠদান মোৰ প্ৰিয় অনুষ্ঠান আছিল। মৃত্যুৰ পিছতো ৰেডিঅ'যোগে তেখেতৰ পূৰ্বপ্ৰচাৰিত সংস্কৃত পাঠদান অনুষ্ঠানৰ পুনৰাবৃত্তি কৰিলে মই মন্ত্ৰমুগ্ধ হৈ শুনি থাকোঁ আৰু মোৰ প্ৰিয় পণ্ডিত গৰাকীৰ কণ্ঠস্বৰ হেঁপাহেৰে উপভোগ কৰোঁ।

জীৱনৰ পিছৰ কালছোৱাত অধ্যাপক শৰ্মাদেৱ ভালেমান সাহিত্য-সংস্কৃতি-মূলক অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। তেখেতে অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদক, কোষাধ্যক্ষ আৰু উপ-সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰি এই অনুষ্ঠানলৈ বিশেষ সেৱা আগ বঢ়াই গৈছে। তেখেতৰ দৰে যোগ্য ব্যক্তিক সাহিত্য সভাৰ সভাপতিৰ আসনত বহুৱাব নোৱৰাটো নিশ্চয় আক্ষেপৰ কথা হৈ ৰ'ব। অসম প্ৰকাশন পৰিষদ শৰ্মাদেৱৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব। নৱ-প্ৰতিষ্ঠিত আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থায়ো তেখেতৰপৰা বহুত আশা কৰিছিল।

বেদ-উপনিষদ, গীতা-ভাগৱতৰ ব্যাখ্যাতা হিচাপে শৰ্মাদেৱে বিদ্বৎসমাজত বিশেষ খ্যাতি অৰ্জন কৰিছিল। এটা প্ৰবাদ আছে—"বিদ্যাৱতাং ভাগৱতে পৰীক্ষা"। অৰ্থাৎ ভাগৱতৰ ব্যাখ্যাতে বিদ্বানলোকৰ পাণ্ডিত্যৰ পৰীক্ষা হয়।

অধ্যাপক শৰ্মাদেৱে নিৰহ-নিপানীকৈ ভাগৱতৰ ব্যাখ্যা কৰিব পাৰিছিল। তেখেতে বহুবছৰ ধৰি নিয়মিতভাৱে পাণবজাৰৰ হৰিসভাত আৰু অন্যান্য ভালেমান ঠাইত গীতা-ভাগৱতৰ ব্যাখ্যা কৰিছিল। পণ্ডিত-সজ্জনৰ সমাৱেশত কৰা এই ব্যাখ্যাবিলাক অতিশয় পাণ্ডিত্যপূৰ্ণ আছিল। কিন্তু সেইবিলাকৰপৰা অতি সীমিত সংখ্যক লোকেহে উপকৃত হ'ল। আজিৰ বিজ্ঞানৰ উন্নতিৰ দিনতো সেই ভাষণবোৰ সংৰক্ষিত নোহোৱাটো অতি পৰিতাপৰ কথা হ'ল। সেইবোৰ সংৰক্ষিত হোৱা হ'লে হয়তো সিবোৰে কেইবাখনো মহাভাৰতৰ কলেবৰ ধাৰণ কৰিলেহেঁতেন। শৰ্মাদেৱে বিভিন্ন সভা-সমিতিত দিয়া ভাষণবোৰো জ্ঞানগৰ্ভ আৰু আকৰ্ষণীয় আছিল। মই অনেকবাৰ তেখেতৰ সৈতে একেলগে বিভিন্ন ঠাইৰ ধৰ্মসভা আৰু অন্যান্য সভাত যোগ দিবলৈ গৈছিলোঁ। স্থান-কাল-পাত্ৰভেদে নিজৰ বক্তব্য খাপ খুৱাই সেইমতে ভাষণ দিয়াৰ কৌশল তেখেতে ভালকৈ জানিছিল।

শৰ্মাদেৱৰ ভাষণ শেষবাৰৰ কাৰণে শুনাৰ সৌভাগ্য ঘটিছিল তেখেতৰ মৃত্যুৰ প্ৰায় দুমাহ আগতে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ সাহিত্য-সংস্কৃতি চৰ্চাৰ অনুষ্ঠান 'অসমীয়া সাহিত্য চ'ৰা'ৰ তৰফৰপৰা 'অদ্বৈত বেদান্ত আৰু অসমীয়া ভক্তি-সাহিত্য' বিষয়ত এটা ভাষণ দিবলৈ অধ্যাপক শৰ্মাদেৱক অনুৰোধ জনোৱা হৈছিল। তেখেতেও আনন্দেৰে সেই অনুৰোধ ৰক্ষা কৰিছিল। ১৯৯০ চনৰ ২১ নৱেম্বৰ তাৰিখে উক্ত বক্তৃতা অনুষ্ঠিত হৈছিল। সভাত বিভাগীয় শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীসকলৰ উপৰি গুৱাহাটীৰ কেইবাখনো কলেজৰ অসমীয়া বিভাগৰ অধ্যাপকে যোগদান কৰিছিল। নিজৰ প্ৰিয় বিষয় পাই শৰ্মাদেৱে সেইদিনা একেৰাহে আঢ়ৈ ঘণ্টা সময় ভাষণ দিছিল আৰু আলোচনাত সংশ্লিষ্ট প্ৰায় সকলোবোৰ বিষয় সামৰিছিল। অৱশেষত আমাৰ অনুৰোধতহে তেখেতে ভাষণৰ সামৰণি মাৰিছিল। তেখেতৰ বেদান্ত-দৰ্শন আৰু ভক্তিৰ সেই সাৰগৰ্ভ ভাষণৰপৰা শিক্ষক-ছাত্ৰ সকলোৱেই উপকৃত হৈছিল। কিন্তু সেইটোৱেই আমাৰ বাবে তেখেতৰ শেষ ভাষণ হ'ব বুলি কোনেও ভাবিব পৰা নাছিলোঁ। অনেক বছৰ সুস্বাস্থ্যৰ গৰাকী অধ্যাপক শৰ্মাদেৱৰ জ্ঞান-ভাণ্ডাৰৰ মধু পান কৰি থাকিবলৈ পাম বুলি আশা কৰি থাকোঁতেই অতি অপ্ৰত্যাশিতভাৱে তেখেত আমাৰ মাজৰপৰা আঁতৰি গ'ল। তেখেতৰ মৃত্যুত অসমৰ বৌদ্ধিক জগতৰ অপূৰণীয় ক্ষতি হ'ল। এই ক্ষতি সতকাই পূৰণ কৰিব পৰা নাযাব। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সান্নিধ্য

দুৰ্গেশ্বৰ শৰ্মা

বিশিষ্ট পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাৰ সান্নিধ্য লাভ আমাৰ কাৰণে কেৱল গৌৰৱ আৰু আনন্দৰ কথাই নাছিল; তেখেতৰ সান্নিধ্যই আমাক অনুপ্ৰেৰণা আৰু কঠোৰ পৰিশ্ৰমত ব্ৰতী হোৱাত দীক্ষিত কৰিছিল। সাধাৰণতে তিনিটা ক্ষেত্ৰত তেখেতৰ লগত আমাৰ সাক্ষাৎ লাভৰ সুযোগ ঘটিছিল—আৰু সেই তিনিটা ক্ষেত্ৰ হ'ল—আৰ্যবিদ্যাপীঠ কলেজ, অসম সাহিত্য সভা আৰু বিভিন্ন বাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সভা-সমিতি।

১৯৫৮ চনত গুৱাহাটীৰ বিহাবাৰীৰ কাষৰত আৰ্যবিদ্যাপীঠ কলেজ প্ৰতিষ্ঠাত বিসকলে আগভাগ লৈছিল সিসকলৰ ভিতৰত প্ৰাতঃস্মৰণীয় পুৰুষ ৰজনীকান্ত দেৱশৰ্মাও অন্যতম। আনকি তেখেতে প্ৰথম অৱস্থাত অবৈতনিকভাৱে আৰু ১৯৬০ চন মানৰ পৰা মাহে মাত্ৰ পঞ্চাশ টকা মাননি লৈ কলেজৰ সংস্কৃত বিভাগত শিক্ষকতা কৰিছিল। ১৯৬২ চনত কলেজত অসমীয়া বিষয়ত স্নাতকোত্তৰ শ্ৰেণী খোলা হৈছিল। কলেজ পৰ্যায়ত স্নাতকোত্তৰ শ্ৰেণী খোলা গৌৰৱ আৰু সন্মানৰ প্ৰথম অধিকাৰী নিঃসন্দেহে আৰ্যবিদ্যাপীঠ কলেজ। তেখেতে ১৯৬২ চনৰপৰা স্নাতকোত্তৰ শ্ৰেণীতো অধ্যাপনা কৰিছিল। গতিকে উক্ত চনৰপৰা কলেজৰপৰা তেখেতে মাহে সৰ্বমুঠ এশ টকা মাননি পাইছিল। এনেদৰে সামান্য মাননি লৈ আৰ্যবিদ্যাপীঠ কলেজত তেখেতে ১৯৬৮ চনলৈ একাধৰাকৈ অধ্যাপনা কৰিছিল। অত্যন্ত গৰম পৰক কিম্বা অস্বাভাৱিক শীত পৰক অথবা খুব বৰষুণ দিয়ক কোনো বাধা নামনি তেখেত কলেজলৈ আহিবই আৰু ক্লাচ ল'বই। এইবাবে তেখেত কলেজৰ আন অধ্যাপকৰ আদৰ্শ আৰু ছাত্ৰ-ছাত্ৰীৰ সন্মানৰ পাত্ৰ হৈ পৰিছিল। এবাৰ কলেজৰ এখনি সভাত বক্তৃতা প্ৰসঙ্গত ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে মন্তব্য কৰিছিল—"ৰজনীকান্ত দেৱশৰ্মা শিক্ষকৰ শিক্ষক, পণ্ডিত, দাৰ্শনিক আৰু ভাৰতীয় ঐতিহ্যত দীক্ষিত পুৰুষ। সৰল জীৱন-যাপন আৰু উচ্চ চিন্তাই তেওঁৰ জীৱনৰ লক্ষ্য। তেওঁৰ চিন্তা-চৰ্চা সাধনাই প্ৰাচীন ভাৰতীয়

ঋষি-মুনিৰ কথা আমাৰ মনৰ দাপোণত উজ্জ্বলাই তোলে। ৰজনীকান্তৰ যোগদানে আৰ্যবিদ্যাপীঠৰ শিক্ষাদানক এটি নতুন আয়তন দান কৰিছে।" নিঃসন্দেহে কথাষাৰ সত্য। তেখেত থকা সময়ত আৰ্যবিদ্যাপীঠৰ ছাত্ৰই বিশ্ববিদ্যালয়ৰ সংস্কৃত অনাৰ্চ পৰীক্ষাত প্ৰায়ে প্ৰথম স্থান লাভ কৰিছিল। আনকি আমি যিবিলাকে অসমীয়া বিষয়ত অধ্যাপনা কৰিছিলোঁ তেখেতৰ পৰা নজনা ভালেমান কথা পৰিষ্কাৰ আৰু স্পষ্টৰূপে জনাৰ সুযোগ পাইছিলোঁ। উদাহৰণ—স্বৰূপে **পঞ্চপল্লৱ, সপ্তস্বৰ্গ, সপ্তপাতাল, সপ্তসাগৰ, সপ্তদ্বীপ, অষ্টাঙ্গ-সেৱা, নৱৰত্ন, দশ-ইন্দ্ৰিয়, একাদশ-ইন্দ্ৰিয়** আৰু **ষোড়শোপচাৰ** শব্দৰ প্ৰকৃত অৰ্থ আৰু তাৎপৰ্য্য আমি তেখেতৰ পৰাই পাইছিলোঁ। দেখাত সামান্য হ'লেও এই কথাবোৰৰ প্ৰকৃত ব্যাখ্যা আৰু অৰ্থ জনা মানুহৰ সংখ্যা কম। তেনেদৰে **পাতচক্ৰ, মলাধপাত, দোনা, গাঠিয়ন খুন্দা, সুৰাগ তোলা, কোষা-অৰ্ঘা, বেইঘৰ** ইত্যাদি শব্দবোৰৰ ইংৰাজী প্ৰতিশব্দ আৰু লোক-সংস্কৃতিৰ দিশৰপৰা ব্যাখ্যা বিচাৰি আমি তেখেতৰ ওচৰ চাপিবলগীয়াত পৰিছিলোঁ। তেখেতে অতি অনুপমভাৱে শব্দবিলাকৰ ইংৰাজী ব্যাখ্যামূলক প্ৰতিশব্দ দিয়াৰ লগতে বিমল হাস্যৰসৰ অৱতাৰণা কৰিছিল। এবাৰৰ কথা। সুৰাগ তোলাৰ ব্যাখ্যা প্ৰসঙ্গত তেখেতে কৈছিল—"ইংৰাজবিলাকে ক'ত সুৰাগ তুলিবহে। তেওঁলোকে ৰেজিষ্টাৰ কৰে গোৱা। সুৰাগ তোলা আমাৰ বিবাহ অনুষ্ঠানৰ কথা। ই আমাৰ সংস্কৃতিৰ নিজস্ব সম্পদ। সিয়ো হৈৰাও হেৰাও এতিয়া।"

কেৱল সংস্কৃত বেদ, পুৰাণ, উপপুৰাণ, কাব্য, নাট, ব্যাকৰণ আদিৰ ওপৰতেই তেখেতৰ দখল অকলশৰীয়া নাছিল, ইংৰাজী আৰু অসমীয়া ভাষা, সাহিত্যতো তেখেতৰ পাণ্ডিত্য আছিল গভীৰ। নিৰৱচ্ছিন্ন অধ্যয়ন আৰু একনিষ্ঠ সাধনাই তেখেতক পাণ্ডিত্য আৰু গভীৰ জ্ঞানৰ অধিকাৰিত্ব দান কৰিছিল। তেখেতে অতি দক্ষতাৰে বাস্তৱবাদ, চেতনা-প্ৰবাহ, প্ৰতীকবাদ, অস্তিত্ববাদৰ ব্যাখ্যা দাঙি ধৰিব পাৰিছিল। তেনেদৰে এই বাদসমূহৰ অসমীয়া সাহিত্যৰ ওপৰত প্ৰভাৱ, অসমীয়া কবিতাৰ ধাৰা, উপন্যাসৰ ধাৰা আৰু চুটি গল্পৰ ধাৰা সম্পৰ্কে অনৰ্গল তথ্যপূৰ্ণভাৱে ক'ব পাৰিছিল। মাৰ্কিন দেশীয় কবি হুইট-মেনৰ "লিভছ অৱ গ্ৰাছ" কাব্যত কিমানটা সংস্কৃত শব্দ ব্যৱহাৰ কৰিছিল, তাৰ এখন তালিকা দাঙি ধৰি তেখেতে সকলোকে চমক লগাইছিল। তেনেদৰে বিশিষ্ট ইংৰাজ মনীষীসকলেও তেওঁলোকৰ আলোচনাত ব্যৱহাৰ কৰা সংস্কৃত শব্দৰ তেখেতে একাধিকবাৰ কথা



প্ৰসঙ্গত উল্লেখ কৰিছিল। তেখেতৰ দৃষ্টিত পশ্চিমে পূবৰপৰা নিছিলো আৰু দিছিলো।

শিক্ষকতাক তেখেতে ব্ৰত বুলিহে গণ্য কৰিছিল। ই চাকৰি অথবা বৃত্তি নহয়। এজন শিক্ষক ঋষি, সত্য দ্ৰষ্টা, প্ৰথম শ্ৰেণীৰ দেশপ্ৰেমিক। তেওঁৰ দেশপ্ৰেম অতুলনীয়। বিদ্যালয়ৰ চাৰিবেৰৰ মাজতে শিক্ষকে দেশৰ ভৱিষ্যতক গঢ় দিয়ে। অতি গৌৰৱেৰে উল্লেখ কৰিব পাৰি যে তেখেতে কোৱাৰ ভালেমান দিন পিছতহে ভাৰতৰ প্ৰধান-মন্ত্ৰী ইন্দিৰা গান্ধীয়ে শিক্ষকতাক ব্ৰত বুলি অভিহিত কৰিছিল। তেখেতে প্ৰায়ে কৈছিল, "অসমীয়া ভাষা-সাহিত্যৰ এজন শিক্ষকে তেওঁৰ পঢ়া মেজত এখন অসমীয়া ব্যাকৰণ আৰু এখন অসমীয়া অভিধান ৰখাটো বাঞ্ছনীয়।"

ঈশ্বৰৰ অস্তিত্বত তেখেতে গভীৰভাৱে বিশ্বাস কৰিছিল। ভাৰতীয় দৰ্শন-সমূহৰ গভীৰ অধ্যয়নে তেখেতৰ এই বিশ্বাস গাঢ়তৰ কৰি তুলিছিল। বাৰ্ট্ৰাণ্ড ৰাছেল, সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ আৰু অসমৰ ৰাধানাথ ফুকন তেখেতৰ প্ৰিয় দাৰ্শনিক আছিল। ৰাধাকৃষ্ণণৰ ভাগৱত আৰু গীতাৰ ব্যাখ্যা তেখেতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিছিল। ৰাতিপুৱা গা-পা ধুই উঠি প্ৰায় আঠমান বজাত তেখেতে গীতাৰ এক আধ্যা পাঠ কৰিছিল আৰু তেখেতৰ দৈনন্দিন কাৰ্যক্ৰমণিকাৰ ই ভিতৰুৱা আছিল। অসমৰ বিভিন্ন অঞ্চলত ধৰ্মপ্ৰাণ ব্যক্তিসকলৰ সভাত তেওঁ গীতা-ভাগৱত পাঠ কৰিছিল আৰু ব্যাখ্যা দাঙি ধৰিছিল। গুৱাহাটীৰ হৰিসভা প্ৰাঙ্গণত তেখেতৰ ভাগৱত ব্যাখ্যা শ্ৰৱণ কৰিবলৈ অগণন লোকৰ সমাৱেশ হোৱা আমি নিজ চকুৰে দেখাৰ সৌভাগ্য হৈছিল। জনপ্ৰিয়তাই তেখেতক দাম্ভিক কৰা নাছিল, বৰং কৰিছিল অধিক নম্ৰ আৰু বিনয়ী। তেখেতে প্ৰায়ে কৈছিল "ভাগৱতৰ ব্যাখ্যা শোভা পায় সুতৰ মুখত তেখেতৰ নিচিনা নিঃকিনৰ মুখত ই কেনেকৈ শোভা পাব?" ই তেখেতৰ বিনয় আৰু নম্ৰতাৰ চৰম প্ৰকাশ মাত্ৰ। হিন্দু ধৰ্মত তেখেতৰ গভীৰ আস্থা আছিল; জনগোষ্ঠীয় লোকৰ মাজত হিন্দু ধৰ্ম প্ৰচাৰত তেখেতে এক সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তেখেতৰ যত্নতে অৰুণাচল, মিজোৰাম, নগালেণ্ড, মেঘালয় আৰু মণিপুৰৰ ভালেমান লোকে হিন্দু ধৰ্মক নিজ ধৰ্ম হিচাপে গ্ৰহণ কৰিছিল। এইবাবে তেখেতক বিশ্বহিন্দু পৰিষদ আৰু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই বৰ শ্ৰদ্ধাৰ চকুৰে চাইছিল, ইছলাম ধৰ্ম আৰু খৃষ্ট ধৰ্মৰ প্ৰতিও তেখেতৰ শ্ৰদ্ধা আছিল অপৰিসীম আৰু ধৰ্মৰ ক্ষেত্ৰত থকা এই উদাৰতাৰ বাবে তেখেত সকলোৰে সন্মানৰ পাত্ৰ হৈ পৰিছিল। শাক্ত, শৈৱ, বৈষ্ণৱ পন্থীৰ

উপৰিও ইছলাম আৰু খৃষ্ট ধৰ্মৰ লোকেও ধৰ্ম সম্পৰ্কে আলাপ-আলোচনা কৰিবলৈ তেখেতৰ বাসগৃহত সমৱেত হৈছিল যাৰ বাবে তেখেতৰ ঘৰখনিক এখনি সৰ্বধৰ্মীয় সত্ৰ বুলিলেও অত্যুক্তি কৰা নহয়। তেখেতে একাধিকবাৰ কৈছিল, "সকলো ধৰ্মৰে মূল উদ্দেশ্য প্ৰায় একে—মানুহৰ মঙ্গল সাধন কৰা, দৈহিক আৰু আত্মিক বিকাশ সাধন কৰা আৰু মানুহৰ মাজত সমতা, ভ্ৰাতৃত্ব ভাবৰ সৃষ্টি কৰা। অৱশ্যে সকলো ধৰ্মৰে উদ্দেশ্য সাধনৰ পন্থা একে নহয়।" তেখেতৰ দৃষ্টিত ধৰ্মৰ নামত কাজিয়া-পেচাল কৰাটো বাতুলতাৰ বাহিৰে আন একো নহয়। কোনো ধৰ্মই মানুহক হিংসা কৰিবলৈ শিকোৱা নাই, মানুহক মানুহ হিচাপে প্ৰমূল্য দান কৰিবলৈহে জ্ঞান দিছে। গান্ধীজীয়ে মানৱ সেৱাৰ মাজেৰেহে প্ৰকৃতধৰ্ম লাভ হয় বুলি একাধিকবাৰ উল্লেখ কৰিছে। মানৱ সেৱাই ঈশ্বৰ লাভৰ একমাত্ৰ পথ।

হিন্দু ধৰ্মৰ অবক্ষয় আৰু ব্যভিচাৰ দেখি সময়ে সময়ে তেখেতে নৈৰাশ্যভাৰ প্ৰকাশ কৰিছিল। অৱশ্যে ই আছিল তেখেতৰ সাময়িক নিৰাশাবাদ। ই তেখেতৰ জীৱন-দৰ্শন নাছিল। তেখেতৰ জীৱন দৰ্শন আছিল সকলোৰে হিত সাধন, সকলোৰে সুখ কামনা। সৰ্বজনৰ সকলো ক্ষেত্ৰতে উন্নতি তেখেতৰ জীৱনৰ একমাত্ৰ লক্ষ্য আছিল। এখন দেশৰ সকলো লোকে সামাজিক স্তৰত বিকাশ, অৰ্থ নৈতিক দিশত উন্নতি, ৰাজনৈতিক ক্ষেত্ৰত স্বাধীনতা, শিক্ষা আৰু নিয়োগৰ ক্ষেত্ৰত সম অধিকাৰ লাভ কৰিলে সামাজিক বৈষম্য আৰু বিশৃঙ্খলা নাথাকিব বুলি তেখেতে অন্তৰেৰে বিশ্বাস কৰিছিল আৰু সভা-সমিতিত প্ৰদান কৰা ভাষণত তেখেতৰ কণ্ঠৰপৰা এনেবোৰ তথ্যই উচ্চাৰিত হৈছিল। তেখেতৰ এনেবোৰ সিদ্ধান্তক ৰাস্কিনৰ 'Unto the Last' কিম্বা গান্ধীজীৰ 'সৰ্বোদয়' ধাৰণাৰ লগত তুলনামূলকভাৱে বিচাৰ বিশ্লেষণ কৰি চাব পাৰি। এটা উদাৰ মনৰ অধিকাৰিত্ব লাভ কৰাৰ বাবে আৰু সকলো কথাই তথ্যভিত্তিক হোৱাৰ হেতু তেখেতৰ ৰাজহুৱা ভাষণসমূহে শ্ৰোতাক আকৰ্ষিত আৰু অনুপ্ৰাণিত কৰিব পাৰিছিল। এই কাৰণে বোধহয় অসমৰ বিভিন্ন অঞ্চলৰ ৰাইজে তেখেতক আমন্ত্ৰণ কৰি ধৰ্ম, সাহিত্য, সংস্কৃতি শিক্ষা আদি সম্পৰ্কীয় ভাষণ শ্ৰৱণ কৰিছিল। তেখেতে সমান দক্ষতাৰে সকলো বিষয়ে বক্তৃতা প্ৰদান কৰিব পাৰিছিল। ইংৰাজী অথবা সংস্কৃত ভাষাৰে তেখেতে অনৰ্গল বক্তৃতা দিব পাৰিছিল। ইয়াৰ ঘাই কাৰণ আছিল তেখেতৰ অসমীয়া ভাষাৰতো কথা নক'লেও হ'ব। ইয়াৰ ঘাই কাৰণ আছিল তেখেতৰ গভীৰ অধ্যয়ন, নীৰৱ চিন্তা, সূক্ষ্ম বিচাৰ-বিশ্লেষণ আৰু নিৰপেক্ষ পৰ্যবেক্ষণ ক্ষমতা। ধৰ্ম আৰু দৰ্শনৰ জটিল কথাবোৰকো তেখেতে অতি সহজ-সৰলভাৱে



ব্যাখ্যা আৰু উত্থাপন কৰিব পাৰিছিল। বিশ্বাস-যোগ্যতা, সৰলতা, সাযুজ্যতা, ব্যংগ, হিউকাৰে তেখেতৰ সকলো কথাতে নতুনত্ব, স্বকীয়তা আৰু সৌন্দৰ্য দান কৰিছিল। বিষয়বস্তু উত্থাপনৰ কৌশল এনেকুৱা চমৎকাৰিত্বপূৰ্ণ আছিল যে তেখেতৰ মুখৰ দীঘলীয়া ভাষণ শুনিও শ্ৰোতাই ক্লান্তি অথবা বিৰক্তিবোধ নকৰিছিল। তেখেতৰ সাধাৰণ কথা-বতৰাতো শ্ৰোতাই পৰম অহ্লাদিত হৈছিল। তেখেত আছিল এগৰাকী সদালাপী পুৰুষ।

মানুহ সম্পৰ্কে তেখেতৰ ধাৰণা হ'ল—কোনো মানুহেই মূলতঃ বেয়া কিম্বা যোগ্যতাহীন নহয়। মানুহ জন্মতে যেনেদৰে স্বাধীন, তেনেদৰে সৎ। কিন্তু জীৱনৰ পৰৱৰ্তী কালত সামাজিক বিধি-ব্যৱস্থাই মানুহক অসৎ পথ ল'বলৈ বাধ্য কৰে। ইয়াৰ বাবে ব্যক্তি যেনেদৰে দায়ী সমাজো তেনেদৰে জগৰীয়া। ব্যক্তি-বিশেষক সৎ পথলৈ অনা সমাজৰ দায়িত্ব। প্ৰকৃতপক্ষে এজন ব্যক্তি দীৰ্ঘদিন ধৰি অসৎ পথত থাকিব নোৱাৰে। তেওঁৰ বুদ্ধি, বিবেক আৰু স্বাভাৱিক মানসিকতাই তেওঁক সৎ পথলৈ অনাত সহায় কৰে। এজন ব্যক্তি এটা ক্ষেত্ৰত গৰিহণাৰ যোগ্য হ'লেও আন এটা ক্ষেত্ৰত প্ৰশংসাৰ যোগ্যতা লাভ কৰা দেখা যায়। শৰ্মাদেৱে শিক্ষকতা কৰিয়েই সমগ্ৰ জীৱন অতিবাহিত কৰিছিল। তেখেতে লক্ষ্য কৰিছিল যে এজন ছাত্ৰই পৰীক্ষাত ভাল ফল দেখুৱাব নোৱাৰিলেও, জীৱনৰ আন ক্ষেত্ৰত তেনে ছাত্ৰই সফলতা অৰ্জন কৰিব পাৰিছিল। তেখেতৰ এই সিদ্ধান্তৰ সমৰ্থনত পৰীক্ষাত কৃতিত্ব অৰ্জন কৰিব নোৱাৰা ছাত্ৰই কেনেদৰে ব্যৱসায়, ৰাজনীতি আৰু সাহিত্য ক্ষেত্ৰত সফলতা লাভ কৰিছিল তাৰ উল্লেখ কৰি অতি গৌৰৱ আৰু আনন্দ অনুভৱ কৰিছিল। তেখেতৰ দৃষ্টিত মানুহ ঈশ্বৰৰ অংশ, অমৃতৰ পুত্ৰ। ঈশ্বৰে সকলোকে সমান দৃষ্টিৰে চায়। কাকো পৰ বুলি নাভাবে। যোগ্যতা অৰ্জনৰ বাবে মানুহক লাগে কেৱল আত্মবিশ্বাস আৰু কায়িক পৰিশ্ৰম।

তেখেতে মূলতঃ আছিল দামোদৰ পন্থী বৈষ্ণৱ ধৰ্মী লোক। কিন্তু তেখেতে শংকৰদেৱ আৰু মাধৱ পুৰুষকো পৰম শ্ৰদ্ধাৰ চকুৰে চাইছিল। দামোদৰ গুৰুৰ তিথি মহোৎসৱত তেখেতে যি আগ্ৰহেৰে যোগদান কৰিছিল, সেই একে আগ্ৰহেৰে শংকৰদেৱ আৰু মাধৱদেৱৰ তিথি মহোৎসৱতো সহযোগ কৰিছিল। তেখেতে ৰাজহুৱা ভাষণ আদিত শংকৰদেৱে অসমীয়া জাতীয় সত্তাত নতুনত্ব দান কৰা বুলি প্ৰশংসা কৰিছিল। শঙ্কৰী সাহিত্য, মহাপুৰুষজনাৰ সমাজ সংস্কাৰমুখী আৰু মানৱতাবাদী দৃষ্টিভঙ্গীৰ প্ৰশংসাত শৰ্মাদেৱ আছিল শতমুখ।

অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ লগত শৰ্মাদেৱ ঘনিষ্ঠভাৱে জড়িত আছিল ; এই অনুষ্ঠানৰ তেখেত কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য পদ লাভ কৰাৰ উপৰিও পত্ৰিকা সম্পাদক আৰু উপ-সভাপতিৰ পদো লাভ কৰিছিল। সাহিত্য সভাই তেখেতক সভাপতি পদত অধিষ্ঠিত কৰিব পৰা নাছিল যদিও তেখেতে সভাক অতি নিষ্ঠাৰে সেৱা কৰিছিল আৰু সভাৰ উদ্দেশ্য আৰু বাণীসমূহ জনগণৰ মাজত প্ৰচাৰত আগভাগ লৈছিল। প্ৰকৃতপক্ষে সাহিত্য সভাৰ তেখেত আছিল বিজ্ঞ উপদেষ্টা আৰু দাৰ্শনিক বন্ধু। এটা সময়ত তেখেতক বাদ দি গুৱাহাটী অঞ্চলত সাহিত্য সভাৰ সংগঠনৰ কথা ভাবিব পৰা নহৈছিল। অস্তিত্ব-ৰক্ষা আন্দোলনৰ সময়ত, যিটো বছৰত আমি সাহিত্য সভাৰ প্ৰধান সম্পাদক আছিলোঁ, তেতিয়া তেখেত আছিল সাহিত্য সভাৰ অস্বীকৃত সভাপতি আৰু স্বীকৃত বিজ্ঞ উপদেষ্টা।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবে তেখেতে অহৰহ চিন্তা কৰিছিল আৰু তেখেতে একান্তভাৱে বিশ্বাস কৰিছিল যে অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশে জনগোষ্ঠীয় ভাষা-সাহিত্যৰ বিকাশত বিধিপথালি নিদিয়ে, বৰং সিবোৰৰ বিকাশত সহায়কহে হ'ব। অসমীয়া ভাষা আৰু জনগোষ্ঠীয় ভাষাসমূহক সমান্তৰালভাৱে বিকাশ সাধনৰ ব্যৱস্থা কৰিবলৈ অসম সাহিত্য সভাক তেখেতে পৰামৰ্শ দান কৰিছিল। জনগোষ্ঠীয় লোকৰ মনত যি শংকা আৰু সন্দেহৰ ভাৱ সৃষ্টি কৰিছে, এই ব্যৱস্থাই তাক বহুলাংশে আঁতৰ কৰিব বুলি তেখেতে ভাবিছিল। তেখেতৰ পৰামৰ্শক্ৰমে আমি সাহিত্য সভাৰ প্ৰধান সম্পাদক থকা সময়ত টংলা সাহিত্য সভাৰ সহযোগত টংলাত "অসমীয়া ভাষাৰ ওপৰত জনগোষ্ঠীয় ভাষাৰ প্ৰভাৱ"-শীৰ্ষক এখনি আলোচনা চক্ৰৰ আয়োজন কৰা হৈছিল। আনকি তেখেতৰ পৰামৰ্শক্ৰমে কাৰবি আংলঙৰ 'জননেতা ছেমছন ইংতি' আৰু বড়ো-সকলৰ 'গুৰুদেৱ কালিচৰণ ব্ৰহ্ম' গ্ৰন্থ প্ৰকাশ কৰা হৈছিল, দুয়োখনি গ্ৰন্থই সকলো সম্প্ৰদায়ৰ মাজত বিশেষ ধৰণৰ সমাদৰ লাভ কৰিছিল। জনগোষ্ঠীয় লোকৰ সুদক্ষ ব্যক্তিক অসম সাহিত্য সভাৰ সভাপতি আৰু সম্পাদক পতাত তেখেতে অধিক গুৰুত্ব দিছিল। আনকি অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্য-নিৰ্বাহক সমিতিৰ এক-তৃতীয়াংশ সদস্য জনগোষ্ঠীয় লোকৰপৰা মনোনীত কৰাত তেখেতে প্ৰাধান্য দিছিল। তেখেতৰ এনেবোৰ ধ্যান-ধাৰণাই একালে তেখেতৰ উদাৰ মন আৰু আনফালে অসমৰ সংহতি আৰু অখণ্ডতাৰ প্ৰতি থকা বাস্তৱ আগ্ৰহৰ ছবিৰে প্ৰকাশ লাভ কৰিছে। অসমীয়া ভাষাত দেখা দিয়া বানান



বিভ্ৰাট আঁতৰ কৰাৰ প্ৰতিও তেখেত সচেষ্ট আছিল। আনকি এবাৰ তেখেতে প্ৰকাশ্যে ঘোষণা কৰিছিল যে গ্ৰন্থৰ বৰ্ণাশুদ্ধি পুত্ৰ শোকৰ দৰে কৰুণ। যি কোনো কষ্টৰ বিনিময়ত হ'লেও ভাষাৰ বৰ্ণাশুদ্ধি আঁতৰ কৰিবলৈ যত্ন কৰিব লাগে। এই ক্ষেত্ৰত বিশ্ববিদ্যালয়ৰ দায়িত্ব সম্পৰ্কেও তেখেতে সকীয়াই দিছিল।

বিশিষ্ট মননশীল শৰ্মাদেৱক এগৰাকী ভৱিষ্যত দ্ৰষ্টা পুৰুষ বুলিও অভিহিত কৰিব পাৰি। তেখেতে দেহান্তৰৰ আগেয়ে নগাঁৱৰ ব্ৰাহ্মণ গাঁৱত অসম কবি সমাজৰ অধিৱেশন মুকলি কৰি কৈছিল "কবি সমাজৰ অধিৱেশনত যোগদান কৰা এয়ে মোৰ প্ৰথম আৰু এয়ে শেষ। কবিসকলৰ মাজত উপস্থিত হ'বলৈ মই আৰু জীয়াই নাথাকিম।" একে ধৰণৰ কথা তেখেতে হৰিসভাৰ গীতা-পাঠ অনুষ্ঠানতো প্ৰকাশ কৰিছিল—"কেইটামান অধ্যায় বাকী ৰ'ল। সেইকেইটাৰ কাৰোবাবপৰা ব্যাখ্যা শুনিব। মই আৰু বেছি দিন নাথাকিম।"

কি আচৰিত কথা, সকলোকে শোক সাগৰত পেলাই এই ভৱিষ্যৎ-দ্ৰষ্টা পুৰুষগৰাকীয়ে ১৯৯১ চনৰ ১৭ জানুৱাৰী তাৰিখে কোনো ধৰণৰ বেমাৰ-আজাৰ ভোগ নকৰাকৈয়ে পৰলোকলৈ গমন কৰিলে। হয়তো তেখেতৰ অন্তিম সময়ৰ কথা তেখেতৰ হৃদয়ে তেখেতক জনাইছিল। প্ৰকৃতপক্ষে তেখেতৰ মৃত্যু তেখেতৰ কাৰণে কৰুণ নহয় ; ই যেন এটি নিৰ্বাক শিল্প। ভাগ্যবান, সদাচাৰী লোকেহে মৃত্যুৰ এনেদৰে সান্নিধ্য লাভ কৰিব পাৰে। সৰ্বপ্ৰকাৰ অন্যায়, অধৰ্ম, ভণ্ডামিৰ উৰ্দ্ধত পৰ্যবসিত হোৱাৰ বাবেই তেখেতে এনেদৰে পৰপাৰলৈ গমন কৰিছিল। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱক মই যিভাৱে জানিছিলোঁ

**নবীনচন্দ্ৰ শৰ্মা**

স্বৰ্গীয় অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ অধীনত মই পঢ়াৰ সুবিধা পোৱা নাছিলোঁ, কাৰণ তেখেত আছিল কটন কলেজৰ অধ্যাপক; মই কটন কলেজৰ ছাত্ৰ নাছিলোঁ। হাইস্কুল আৰু নৰ্মালস্কুলত পঢ়োঁতে দেৱশৰ্মা ছাৰৰ প্ৰাতঃস্মৰণীয় নামটি শুনিছিলোঁ। তেখেতে লিখা সংস্কৃতৰ পাঠ্যপুথি 'শিক্ষাপ্ৰদীপ' আৰু 'সংস্কৃত ভাষা প্ৰদীপ ব্যাকৰণ'ৰ লগত পৰিচয়ো মোৰ ছাত্ৰজীৱনত নঘটিল।

দেৱশৰ্মা মহোদয় তথাকথিত জনতাৰ সাহিত্যিকো নাছিল। কোনো এখন সভাত বুৰঞ্জীবিদ্ আৰু সাহিত্যিক স্বৰ্গত বেণুধৰ শৰ্মাদেৱে কৈছিল : "সাহিত্যিক-সকলক দুটা ভাগত ভগাব পাৰি—জনতাৰ সাহিত্যিক আৰু পণ্ডিতৰ সাহিত্যিক। শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱ জনতাৰ সাহিত্যিক, ময়ো জনতাৰ সাহিত্যিক। ড° বাণীকান্ত কাকতি পণ্ডিতৰ সাহিত্যিক।" —সাহিত্যিকৰ এই বিশেষণ দুটাৰ সংযোগত সহজেই বুজিব পাৰি যে পণ্ডিতৰ সাহিত্যিকতকৈ জনতাৰ সাহিত্যিকৰ জনপ্ৰিয়তা আৰু জনপৰিচয়ৰ সম্ভাৱনা তুলনামূলকভাৱে বিস্তৃত। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী আৰু দৰ্শন নিষ্ণাত পণ্ডিত ৰাধানাথ ফুকনো পণ্ডিতৰ সাহিত্যিক; তদ্ৰূপ পুৰাণ নিষ্ণাত পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱো পণ্ডিতৰ সাহিত্যিকহে। অৱশ্যে একালত শৰ্মাদেৱে চুটিগল্প ৰচনা কৰিছিল—'আৱাহন' আলোচনীত; কিন্তু শেষলৈ তেখেতে চুটিগল্প নিৰ্মাতাৰূপে বিশেষভাৱে প্ৰতিষ্ঠা লাভ কৰিবলৈ প্ৰয়াস নকৰি মহাকাব্য, পুৰাণ, দৰ্শন, অভিধান, নাট্যশাস্ত্ৰ আদি শাস্ত্ৰৰ তত্ত্বীয় বিচাৰ-বিশ্লেষণ আৰু চিন্তা-চৰ্চাতহে গভীৰভাৱে আত্ম-নিয়োগ কৰিলে। জনতাৰ সাহিত্যিক হ'বৰ বাবে প্ৰয়োজনীয় পৰিৱেশ নিৰ্মিত হ'বলৈ ধৰোঁতেই তেখেতে অপসৰণ কৰিলে পৰমমঙ্গলকৰ শাস্ত্ৰ চৰ্চাৰ নভোমণ্ডললৈ।

এইবাবেই স্কুলীয়া অৱস্থাত আমি স্বৰ্গত শৰ্মাদেৱৰ নাম বা ৰচনাকৰ্মৰ লগত



পৰিচিত হ'বলৈ সুযোগ-সুবিধা পোৱা নাছিলোঁ। আই, এ. শ্ৰেণীত শৰ্মাদেৱৰ এটা প্ৰবন্ধ আমাৰ পাঠ্যক্ৰমৰ পৰিসীমাই সামৰিছিল। প্ৰবন্ধটোৰ নাম 'সংস্কৃত ৰূপকত হাস্যৰস'। তেতিয়ালৈকে মই ৰূপক-উপৰূপক, নাটক, প্ৰকৰণ আদিৰ বিষয়ে প্ৰায় অজ্ঞ হৈয়ে আছিলোঁ। এই প্ৰবন্ধটো পাঠ্য বিষয়ৰূপে পঢ়িবলগীয়া হোৱাত সংস্কৃত ৰূপকৰ বিষয়েও সাধাৰণ জ্ঞান লাভ কৰিবলৈ চেষ্টা কৰিবলৈ বাধ্য হ'লোঁ। দ্বিতীয়তে এই প্ৰবন্ধটোৰ জৰিয়তে হাস্যৰস—ইয়াৰ প্ৰকৃতি, ব্যঙ্গ আৰু হাস্যৰসৰ পৰস্পৰ সম্পৰ্ক আৰু স্থিতি সম্পৰ্কে বুজিবলৈ সক্ষম হোৱাৰ লগে লগে প্ৰবন্ধ স্ৰষ্টাগৰাকীৰ যুক্তিনিষ্ঠতা আৰু আবেগধৰ্মিতাকো প্ৰবন্ধটিৰ অন্তৰালত দেখিবলৈ পাই পণ্ডিতগৰাকীৰ প্ৰতি শ্ৰদ্ধা-আসক্তি-ভক্তিৰ অন্তৰ্প্ৰবাহী ফল্গু অন্তৰৰ নিভৃত কোণত কুলু কুলু সুৰে প্ৰবাহিত হৈ আছিল। তেতিয়ালৈকে তেখেতৰ সাক্ষাৎ লাভ কৰা নাই অথবা সান্নিধ্যলৈ অহা নাই। আই, এ. পাছ কৰিলোঁ। বি. এ. পঢ়িবলৈ ল'লোঁ আগৰথন কলেজতেই অৰ্থাৎ আৰ্য্যবিদ্যাপীঠ কলেজত। আমি তেতিয়া ৪ৰ্থ বাৰ্ষিকৰ ছাত্ৰ। সেই সময়ত আৰ্য্যবিদ্যাপীঠ কলেজত অসমীয়া বিষয়ৰ এম, এ. শ্ৰেণী খুলিছিল। নৈশ শাখাত শ্ৰেণীবোৰ অনুষ্ঠিত হৈছিল। শৰ্মাদেৱেও ক্লাছ লৈছিল। ধুতি-পাঞ্জাবী পৰিহিত সুহাস্যবদন দেৱশৰ্মাদেৱ গহীন-গম্ভীৰ খোজেৰে কলেজত আহি সভা শুৱনি কৰি থকাও দেখিছিলোঁ আৰু বুদ্ধিদীপ্ত হাস্যৰসপ্ৰধান কথা-বতৰা কৈ উপস্থিত হোৱা দেখিছিলোঁ। প্ৰায়ে তেখেতৰ মুখত দেখিছিলোঁ এমোকোৰা তামোল। এইবোৰ ১৯৬২-৬৩ৰ ভিতৰৰ কথা। সম্ভৱ দুইতিনিমাহ চলাৰ পিছত আৰ্য্যবিদ্যাপীঠ কলেজৰপৰা এম, এ. শ্ৰেণী উঠি যায়। তেতিয়াৰপৰা শৰ্মাদেৱক আমাৰ কলেজলৈ সঘনে অহা দেখা নাছিলোঁ। অৱশ্যে সভাই-সমিতিয়ে অধ্যক্ষ গিৰিধৰ শৰ্মাদেৱে তেখেতক এদিনো এৰা নাছিল।

তেতিয়ালৈকে শৰ্মা মহোদয়ৰ লগত মোৰ পৰিচয় পৰ্বৰ শুভাৰম্ভণি হোৱাই নাই। সেই শুভাৰম্ভণিৰ বিশেষ ক্ষণটি অভুতপূৰ্বভাৱে মিলিল গুৱাহাটীৰ বাছ আস্থান মাছখোৱাত। ১৯৬৩ চন। মই অসমীয়াত অনাৰ্ছ লৈ ভালকৈ বি. এ পাছ কৰিছোঁ মাত্ৰ। আৰ্য্যবিদ্যাপীঠ কলেজৰপৰা আমিয়েই আছিলোঁ প্ৰথম অসমীয়াত অনাৰ্ছ পোৱা পৰীক্ষাৰ্থী। গতিকে মই পৰীক্ষাত প্ৰথম শ্ৰেণী পাই উত্তীৰ্ণ হোৱা কথাটো জনাজাত হৈছিল। ছাৰে মোৰ নাম শুনিছে আন নহ'লেও গিৰিধৰ শৰ্মাদেৱৰদ্বাৰা প্ৰতিষ্ঠিত কলেজখনৰ এগৰাকী অন্যতম শুভাকাঙ্ক্ষী-ৰূপে। তেখেত মাছখোৱালৈ আহিছিল ক'ৰবালৈ যাবলৈ—মই আহিছিলোঁ

বোধকৰোঁ আমাৰ ঘৰ হাজৰিকাপাৰালৈ যাবলৈ। মই ছাৰক চিনি পাওঁ, কিন্তু তেখেতে মোক চিনি নাপায়। মই আগবাঢ়ি গৈ সশ্ৰদ্ধ আৰু বিনীতভাৱে তেখেতৰ ওচৰত থিয় হৈ হাতযোৰ কৰি নিজৰ চিনাকি দিলোঁ। তেখেতে মোৰ চিনাকি পাই উৎফুল্লিতভাৱে মূৰত ধৰি আশীৰ্বাদ দিলে ঃ "তোমাৰ মংগল হওক।" ময়ো তেখেতৰ চৰণযুগলত ধৰি সেৱা এটি কৰিলোঁ।

সেইদিনা মই তেখেতক দুটা ৰূপত অৱলোকন কৰিছিলোঁ—কৃপাবৎসল তথা উদাৰ আচাৰ্য্য আৰু সহানুভূতিশীল অভিভাৱকৰ ৰূপত। তৎমুহূৰ্তত মই অবাক আৰু বিস্মিত হৈছিলোঁ—কেনেকৈ এগৰাকী বিশিষ্ট পণ্ডিতে এটি মাথো ক্ষণতেই মোৰ নিচিনা অনামী এজনক ইমান আপোন কৰি ল'লে! সেইদিন অৱধি তেখেতে মোক কোনো দিনে পাহৰা নাছিল আৰু ময়ো কোনো দিনে তেখেতৰ চৰণ স্পৰ্শ কৰি সেৱা এটি কৰিবলৈ পাহৰা নাছিলোঁ।

তেতিয়া মই এম. এ.ৰ ছাত্ৰ। প্ৰাথমিক বিদ্যালয় বা মধ্য ইংৰাজী স্কুলত পঢ়ি থকা সময়ত আমি গোবিন্দ মিশ্ৰৰ 'পদ্য গীতা'হে পঢ়িছিলোঁ। মোৰ পিতায়ো এই গীতাখনহে বেছিকৈ পঢ়িছিল। অৱশ্যে মাজে সময়ে অ'ত-ত'ত সংস্কৃত গীতা পাঠ নকৰাকৈ থকা নাছিল। মই এই সময়ছোৱাৰ ভিতৰত সংস্কৃত গীতা পঢ়া নাছিলোঁ বা ওচৰো চপা নাছিলোঁ। হাইস্কুলৰ নৱম শ্ৰেণীৰপৰা মই চতিয়া নৰ্মাল স্কুললৈ গ'লোঁ। সেই সময়ত চতিয়া নৰ্মাল স্কুলৰ উপাধ্যক্ষ আছিল পৰম সন্মানভাজন উমাকান্ত গোস্বামী বি. এ. বি. টি. সাহিত্য-শাস্ত্ৰী মহোদয়। প্ৰতি সপ্তাহৰ দেওবাৰে ৰাতিপুৱা তেখেতে নৰ্মাল স্কুলৰ ছাত্ৰসকলক প্ৰায় ডেৰঘণ্টা গীতা পঢ়ুৱাইছিল গীতৰ শৈলীত। তেখেতে সাংগীতিক শৈলীত শ্ৰীগীতাৰ মংগলাচৰণ কৃত্য সম্পাদন কৰিছিল ঃ

'ওঁ পাৰ্থায় প্ৰতিবোধিতাং ভগৱতা নাৰায়ণেন স্বয়ম্।
ব্যাসেন গ্ৰথিতাং পুৰাণ মুনিনা মধ্যেমহাভাৰতম্॥'

—ইত্যাদি গীতাৰ সাংগীতিক শৈলীত কি সন্মোহিনী শক্তি আছে তেতিয়াহে সাধাৰণভাৱে বুজিব পাৰিছিলোঁ। প্ৰায় সাত বছৰৰ মূৰত পুনৰ গীতা সংগীতৰ লগত পৰিচয় লাভ কৰাৰ সুবৰ্ণ সুযোগ লাভ কৰিছিলোঁ, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ গীতা আবৃত্তিৰ সংযোগত। সেইদিনা তেখেতে ৰাজহুৱাভাৱে 'শ্ৰীমদ্ভগৱদ্ গীতা'ৰ জ্ঞানযোগ অধ্যায় সুললিত স্বৰে আবৃত্তি কৰিছিল। বিশেষকৈ এই অধ্যায়ৰ ৩৪ ক্ৰমাংক বিশিষ্ট শ্লোকটিৰ বিষয়বস্তু তেখেতে পৰমাৰ্থিক, প্ৰতীকী আৰু বাস্তৱ দিশৰ ফালৰপৰা আলোচনা কৰিছিল। মই কিন্তু বাস্তৱ দিশটিৰ



প্ৰতিহে বিশেষভাৱে আকৃষ্ট হৈছিলোঁ। শিক্ষক-ছাত্ৰ, শিক্ষকৰ প্ৰতি ছাত্ৰৰ দায়িত্ববোধ আৰু শিক্ষা গ্ৰহণৰ কৌশলো নিহিত হৈ আছে শ্লোকটিত। যোৱা একুৰি আঠ বছৰে এই শ্লোকটি মোৰ বাবে তাৎপৰ্যপূৰ্ণ হৈয়ে আছে। শৰ্মাদেৱৰ সেই অপূৰ্ব ব্যাখ্যাই মোক যে কি এটা সাধ্য-সাধন আৰু তত্ত্ব-উপলব্ধিৰ মাজত স্থায়ী যোগসূত্ৰ স্থাপনৰ সম্ভাৱ্য উপায় নিৰ্দেশ কৰি গ'ল তাক প্ৰকাশ কৰিবলৈ দৰাচলতে ভাষাৰ অভাৱ। শ্লোকটি চয়ন কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ

'তদ্বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া।
উপদেক্ষ্যন্তি তে জ্ঞানং জ্ঞানিনস্তত্ত্বদৰ্শিনঃ॥'

মোৰ উপলব্ধি এই শ্লোকটিৰ তাৎপৰ্যগত অৰ্থ নুবুজাকৈ এজন ভাল ছাত্ৰ হ'ব নোৱাৰি। অৱশ্যে পৰিপ্ৰশ্নৰ সঁহাৰি দিব পৰা আচাৰ্য্য বা শিক্ষকৰো যে প্ৰয়োজন নাই তেনে নহয়। আমাৰ জীৱনতেই দেখিছিলোঁ কোনো কোনো শিক্ষকে প্ৰশ্ন সুধিলে বেয়া পায়, আনকি প্ৰশ্নকৰোঁতা ছাত্ৰৰ ওপৰত খং ভাব প্ৰকাশ কৰাও দেখা যায়। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ছাৰ ইয়াৰ সাক্ষাৎ ব্যতিক্ৰম। তেখেতে প্ৰশ্ন সোধা ছাত্ৰক খং কৰাটো দূৰৰ কথাই প্ৰশ্ন সুধিবলৈ অনুপ্ৰাণিতহে কৰিছিল। ছাত্ৰই প্ৰশ্ন সুধিলে আনন্দ পোৱা আৰু সেই প্ৰশ্নৰ যথাযোগ্য উত্তৰ দিবলৈ যত্নৰ ত্ৰুটি নকৰা অথবা তৎকালীনভাৱে নহ'লেও পঢ়ি-শুনি পাছে পৰে উত্তৰ দিবলৈ অহোপুৰুষাৰ্থ কৰা শিক্ষকৰ ভিতৰত শৰ্মাদেৱ নিশ্চিতভাৱে অন্যতম।

ছাত্ৰৰ কথা এৰিলোৱেই থাকু। এশ এজন লোকে নানা সমস্যাৰ সমাধন-বিচাৰি শ্ৰদ্ধেয় ছাৰৰ কাষ চাপিছিল। কোনেৱে ওচৰ চাপিছিল কোনো এটা শ্লোকৰ উৎস বিচাৰি, কোনোৱে ওচৰ চাপিছিল কোনো এটা শ্লোকৰ অৰ্থ আৰু ব্যাখ্যা বিচাৰি, কোনোৱে ওচৰ চাপিছিল কোনো এটা শ্লোকৰ প্ৰকৃত পাঠ বিচাৰি। কোনোবা জন আহিছিল সংস্কৃতত ৰচিত, উৱলি যোৱা, অশুদ্ধ পাঠবিশিষ্ট প্ৰাচীন পুথি এখন লৈ শুদ্ধপাঠ বিনিৰ্দ্ধাৰণ কৰিবলৈ। সমস্যাবহুল পুথিখন লৈ অহাজনক তেখেতে নাৰিকলৰ লাড়ু, বিস্কুট বা পিঠাসহ এপিয়লা চাহেৰে আপ্যায়ন কৰি হাঁহিমুখেৰে কামটো কৰি দিবলৈ কথা দিছিল। নানা সভাই-সমিতিয়ে বিৰুদ্ধবাদীৰ মত খণ্ডন কৰি তেখেতে নানা যুক্তি আৰু শাস্ত্ৰ তথা আপ্তবাক্যেৰে বিৰুদ্ধবাদীৰ সংশয় আৰু সংকোচ নিবাৰণ কৰি সনাতন সত্যেৰে বিমুগ্ধ কৰিছিল। অনেক গৱেষকৰ প্ৰয়োজনীয় প্ৰাথমিক সমলৰ (source material) যোগান ধৰাৰ প্ৰসংগত অথবা গৱেষণাৰ প্ৰসংগত দেখা দিয়া জটিল সমস্যা সমাধান কৰি তেখেতে গৱেষণা নিৰীক্ষকৰো নিৰীক্ষকৰূপে

ভূমিকা গ্ৰহণ কৰিছিল। প্ৰথিতযশা পণ্ডিত আনন্দৰাম বৰুৱাৰ গ্ৰন্থাৱলী সম্পাদন, প্ৰকাশন পৰিষদৰ 'বিশ্বকোষ' সম্পাদন আদি গৱেষণাপ্ৰসূত কৰ্মৰাজি অধ্যাপক শৰ্মাদেৱৰ উল্লিখিত পৰিপ্ৰশ্নেনাদি বৈশিষ্ট্যৰ আন এটি উল্লেখযোগ্য দিশ। স্বৰূপাৰ্থত অধ্যাপক শৰ্মাদেৱক দ্বিতীয় আনন্দৰাম বৰুৱা আখ্যা দিব পাৰি।

লাহে লাহে দিনৰ পিছত মাহ, মাহৰ পিছত বছৰবোৰ মহাকালৰ নিৰ্দেশানুসৰি চক্ৰাকাৰ গতিত বাগৰিবলৈ ধৰিলে। এম. এ. পাছ কৰি আৰ্য্যবিদ্যাপীঠৰপৰা প্ৰাগজ্যোতিষ কলেজলৈ আহিলোঁ। বিয়া-বাৰুও কৰালোঁ। বৈবাহিক সম্পৰ্ক ঘটিল তেখেতৰেই সহকৰ্মী, বন্ধু এগৰাকীৰ কন্যাৰ লগত; যিগৰাকী লোকৰ সৈতে অধ্যাপক শৰ্মাদেৱৰ চেহেৰা, মুখাবয়ৱ আৰু চৰিত্ৰৰ আছিল অনেক মিল। চেহেৰাৰ নৈকট্যৰ বাবে দূৰ-দূৰণিৰ মানুহে প্ৰয়াত অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য্য আৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ মাজত অনেক ক্ষেত্ৰত ভুল কৰিছিল। ইয়াৰ প্ৰত্যক্ষ প্ৰমাণ স্বৰূপে শৰ্মাদেৱে আমাক কোৱা পৰিস্থিতি বিশেষৰ বৰ্ণনা এটি উপস্থাপন কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ।

অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিৱেশন। শৰ্মাদেৱ মঙ্গলদৈলৈ গৈছিল। মটৰৰপৰা নামি আন আন মানুহৰ লগত তেখেতো গৈছিল থোজকাঢ়ি সভা-স্থলীলৈ; তেনেতে এজন মানুহে সুধিলে ঃ 'ছাৰ, কোন দিনা আহিছে? জোঁৱায়েকৰ ঘৰত আছে নেকি?'

তেখেতে ক'লে ঃ 'মই আজি আহিছোঁ। জোঁৱাই বুলি বা কাৰ কথা কৈছে?'

ঃ কিয় নবীনক?

ঃ অ' নবীন, তেওঁ একপ্ৰকাৰে জোঁৱাই হয়। পিছে তেওঁ মোৰ বন্ধু শ্ৰীতাৰিণীকান্ত ভট্টাচাৰ্যৰহে ছোৱালী বিয়া কৰাইছে।

ঃ ইছ্ ৰাম। মই আকৌ আপোনাকেই শ্ৰীভট্টাচাৰ্য্য বুলি ভাবিছিলোঁ।

ঃ অ' আপুনি নহয়, বহুতে ভুল কৰে। ফুপৰীয়া শৰ্মাদেৱে সভাথলীত মোক লগ পাই হাঁহি হাঁহি ঘটনাটো কৈছিল।

অধ্যাপক শৰ্মাদেৱ আছিল উদাৰচেতা পুৰুষ, অহংকাৰ লেশমাত্ৰও তেখেতৰ নাছিল। বিনয় ভাবেই আছিল তেখেতৰ চৰিত্ৰৰ ভূষণ। সংযম, শৃঙ্খলা, নিয়মনিষ্ঠা আৰু শিষ্টতা আছিল তেখেতৰ চৰিত্ৰৰ অননুকৰণীয় গুণাৱলী। তেখেতৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু তেখেতৰ দ্বাৰা সম্পাদিত কৰ্মৰ মাজত আছিল



অপূৰ্ব সমন্বয়। অনেক লেখক বা পণ্ডিতে নিজৰ লেখা বা ৰচনাকেই শেষ সিদ্ধান্তৰূপে গ্ৰহণ কৰাৰ উদাহৰণ বিৰল নহয়। আনে দোষ-ত্ৰুটি দেখুৱাই দিলে বেয়াহে পায়। অধ্যাপক শৰ্মাদেৱ আছিল ইয়াৰ ব্যতিক্ৰম। এবাৰ অসম পাঠ্যপুথি প্ৰণয়ন নিগমৰ সৌজন্যত অসমীয়া সাহিত্য পুথি পুনৰীক্ষণ কৰা হৈছিল। পুনৰীক্ষণ সমিতিত আছিল অধ্যাপক শৰ্মাদেৱ। ড° হেমন্তকুমাৰ শৰ্মা, ড° ভগবানচন্দ্ৰ মৰল আদি পণ্ডিতসকল। ময়ো সেই সমিতিত আছিলোঁ। ৭ম আৰু ৮ম শ্ৰেণীৰ সাহিত্য পুথি দুখন পুনৰীক্ষণ কৰাৰ দায়িত্ব মোৰ ওপৰত পৰিছিল। অধ্যাপক শৰ্মাদেৱৰ নিৰ্দেশ আৰু পৰিচলনাত মই মোৰ কৰ্তব্যত অগ্ৰসৰ হ'লোঁ। তেখেতে লিখা 'দস্যু অংগুলিমাল' নামৰ এটি পাঠ সন্নিৱেশিত হৈছিল ৭ম শ্ৰেণীৰ পাঠ্য পুথিখনত। পাঠটি সন্ধি-সমাসবহুল হোৱা বাবে ৭ম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বাবে জটিল হৈছিল। কথাটো মই উত্থাপন কৰিলোঁ। অধ্যাপক দেৱশৰ্মাদেৱে পাঠটো পঢ়ি চাই ক'লে ঃ "এৰাতো টান হৈছে। তুমি পাঠটোৰ ভাষা সৰল-সহজ কৰি দিয়া। ইমান সহজভাৱেই তেখেতে মোৰ পৰামৰ্শ গ্ৰহণ কৰিছিল।

কটন কলেজৰ 'প্ৰফেচাৰচ্ কমনৰুম'ত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য্য আৰু অধ্যাপক শ্ৰীৰজনীকান্ত চক্ৰৱৰ্তীৰ কথোপকথনৰ মাজতে স্থান পোৱা বিবিধ জ্ঞানদীপ্ত বাক্-বৈদগ্ধ্যৰ বৰ্ণনা পৰম্পৰাগতভাৱে বৰ্তমানো চলি আছে। এদিন কথা প্ৰসংগত এগৰাকী অধ্যাপকে ক'লে ঃ 'বিলাতত সকলো বস্তুৱেই বগা।' ঘপককৈ অধ্যাপক শৰ্মাদেৱে ক'লে ঃ 'বিলাতী কাউৰীবিলাকো বগা।' তেখেতৰ তীব্ৰ ব্যংগৰ চোক বুজিব পাৰি সকলোৱেই হাঁহিবলৈ ধৰিলে।

অসম মাধ্যমিক পৰিষদৰ সৌজন্যত এখন অসমীয়া সমাৰ্থক অভিধান প্ৰস্তুতিৰ পৰিকল্পনা হাতত লোৱা হৈছিল। অধ্যাপক শৰ্মাদেৱ আছিল প্ৰধান সম্পাদক আৰু সহযোগী সম্পাদক আছিল ড° মুকুন্দমাধৱ শৰ্মা, ড° ভগবানচন্দ্ৰ মৰল, শ্ৰীসুৰেন্দ্ৰনাথ ঠাকুৰীয়া আৰু লগতে ময়ো। সেই সময়ৰ শিক্ষা-বিষয়া শ্ৰীযশোদানন্দ ভৰালী আছিল পৰ্য্যবেক্ষক। পৰিষদৰ কাৰ্য্যালয়ত দিনৰ দহবজাৰপৰা বিয়লি পাঁচ বজালৈ পাঁচ-ছয় মাহ কাম কৰিছিলোঁ। সমাৰ্থক অভিধান অসমীয়া ভাষাত তেতিয়ালৈ নাছিল। গতিকে কামটো নিশ্চিতভাৱে পথ-প্ৰদৰ্শক (Pioneering) আছিল। তেনে অৱস্থাত কামত অগ্ৰসৰ হোৱা প্ৰক্ৰিয়াটো তেনেই সহজ নাছিল। কিন্তু অধ্যাপক

শৰ্মাদেৱৰ নিৰ্দেশনা আৰু পৰামৰ্শত কামটো সহজসাধ্য হ'ল। অভিধানখনৰ লিখা কাম আৰম্ভ হোৱাৰ পূৰ্বে তেখেতে তিনিটা অধিবেশনত (session) অভিধান, বিভিন্ন প্ৰকাৰৰ অভিধান আৰু সমাৰ্থক অভিধান আদিৰ বৈশিষ্ট্য আৰু নিৰ্মাণ প্ৰক্ৰিয়া আৰু পদ্ধতিৰ বিষয়ে বিতংভাৱে কৈছিল। সমাৰ্থক, নানাৰ্থক আৰু বিপৰীতাৰ্থক অভিধানৰ প্ৰসংগত তেখেতে এটা কথা দঢ়াই দঢ়াই কৈছিল যে, দুটা শব্দ কেতিয়াও একে হ'ব নোৱাৰে; অৰ্থাৎ 'No two words are identical' দ্বিতীয়তে, শব্দৰ ব্যুৎপত্তিগত অৰ্থতকৈ ইয়াৰ প্ৰায়োগিক (applied) আৰু আনুষংগিক (contextual) অৰ্থৰ ওপৰতহে গুৰুত্ব দিবা উচিত। তৃতীয়তে, আলংকাৰিক বা ব্যঞ্জনাত্মক অৰ্থতকৈ আভিধানিক অৰ্থৰ ওপৰত প্ৰাধান্য দিয়া বিধেয়। চতুৰ্থতে, ব্যঞ্জনাধৰ্মী অৰ্থতকৈ লক্ষণাত্মক অৰ্থৰ ওপৰত চকু দিয়া উচিত।

ছাৰে আমাৰ মাজত 'অ'ৰপৰা 'ক্ষ'লৈকে বিভিন্ন বৰ্ণৰ আৰু প্ৰত্যেকটো বৰ্ণৰ পৰিসৰৰ প্ৰতি লক্ষ্য কৰি ভাগ কৰি দিছিল আৰু সেইমতে আমি কাম কৰি আনিছিলোঁ। গোটেইকেইজনৰ কাম শেষ হোৱাৰ পিছত আকৌ সেই কামবোৰ পুনৰীক্ষণ কৰা হৈছিল ওপৰত উল্লিখিত সদস্যকেইজনৰ উপস্থিতিত। পুনৰীক্ষণ প্ৰক্ৰিয়াত আমি দেখি আচৰিত হৈছিলোঁ শব্দ বিজ্ঞানত (Lexicology) ছাৰৰ কি যে গভীৰ দখল আছিল।

অধ্যাপক শৰ্মা ছাৰৰ লগত এই সময়ছোৱাত কাম কৰি মই অভিধানৰ কি কৰিলোঁ-নকৰিলোঁ সেই বিষয়ে নকওঁৱেই; কিন্তু ব্যক্তিগতভাৱে মই কিমান উপকৃত হৈছিলোঁ এই দিশটোৰ ওপৰতহে গুৰুত্ব দিব লাগিব। শব্দ প্ৰয়োগ, বিশেষকৈ বিশেষ্য আৰু বিশেষণ পদৰ প্ৰায়োগিক দিশত থকা মোৰ ভুল-ত্ৰুটিবোৰ শুধৰাবলৈ এই সময়ছোৱাতে সক্ষম হৈছিলোঁ। আমাৰ অনেক সাহিত্যিক আৰু পণ্ডিতে প্ৰায়ে প্ৰয়োগ কৰা কিছুমান ত্ৰুটিপূৰ্ণ শব্দ ময়ো প্ৰয়োগ কৰিছিলোঁ। তেনে শব্দৰ শুদ্ধৰূপ প্ৰয়োগ-কৌশল মই ছাৰৰপৰা শিকিবলৈ সক্ষম হৈছিলোঁ। তেনেধৰণৰ কেইটিমান শব্দ আৰু সেইবোৰৰ শুদ্ধৰূপ বন্ধনীৰ ভিতৰত দিয়া হ'ল—

ব্যংগ (ব্যংগ্য), আশীষ (আশিস), উৰ্ধ (উৰ্ধ্ব), উপায়ন্তৰ হৈ (উপায়ন্তৰ নেদেখি), মৌনতা (মৌনী), ধুলিস্যাৎ (ধুলিসাৎ), বনানিকৰণ (বননিকৰণ), উনৈশ (উনৈশ) ইত্যাদি। এই শব্দবোৰৰ আখৰ জোঁটনি, অৰ্থ ব্যাখ্যাৰ প্ৰসংগত সাদৃশ্যকৰণ-বশতঃ কৰা ভুল-ভ্ৰান্তিবোৰ আঁতৰ কৰিবলৈ তেখেতে বিদ্যায়তনিক পৰিৱেশত ক'বলৈ ভ্ৰূক্ষেপ কৰা নাছিল। শৰ্মাদেৱে 'ব্যংগৰচনা' সমাসবদ্ধ পদটিৰ বিষয়ে



ব্যংগ কৰি কৈছিল : 'ইয়াৰ অৰ্থ ভেকুলী ৰচনা'হে হ'ব, কাৰণ 'ব্যংগ'ৰ অৰ্থ ভেকুলী। 'ক্ৰন্দসী'ৰ অৰ্থ 'ক্ৰন্দন কৰোঁতা' নহয়; বি বৰ্ষণ কৰে অৰ্থাৎ আকাশ; 'আকাশ আৰু পৃথিৱী।' সভাই-সমিতিয়ে প্ৰায়ে কোৱা শুনা যায় 'এক মিনিট মৌনতা হৈ থাকক'; ইয়াৰ শুদ্ধৰূপ 'এক মিনিট মৌনী হৈ থাকক।'

অভিধান প্ৰণয়নৰ সময়ছোৱাত তেখেতৰপৰা আৰু কিছুমান শব্দ শিকিছিলোঁ আৰু সেই শব্দবোৰ যথোপযুক্তভাৱে প্ৰয়োগ কৰিবলৈ তেখেতে মোক কৈছিল। এনেধৰণৰ দুই-এটা শব্দ তলত দিয়া হ'ল : নিষ্ণাত, নদীষ্ণাত, নিৰ্মিতি, নিৰ্মাণক্ষমতা ইত্যাদি।

তেখেত যদিও সংস্কৃতৰ অগাধ পণ্ডিত আছিল তথাপি তেখেতৰ সংস্কৃত ব্যাকৰণ পক্ষপাতিতা (bias) দোষ মুঠেই নাছিল। শৰ্মাদেৱে যুক্তিসহ ব্যক্ত কৰিছিল যে, অসমীয়া ভাষাৰ তৎসম শব্দৰ প্ৰসংগত 'ষত্ব' আৰু 'ণত্ব' বিধান মানিব লাগিব; কিন্তু তদ্ভৱ, থলুৱা বা দেশজ শব্দৰ ক্ষেত্ৰত এই বিধানৰ প্ৰয়োগ অপ্ৰয়োজনীয়। 'বামুণ', 'কাণ', 'কাণী,' 'কাষ', 'পষ' আদি তদ্ভৱ শব্দৰ ক্ষেত্ৰত 'ষত্ব' বা 'ণত্ব' বিধান অপ্ৰয়োজনীয়। গতিকে এইবোৰ শব্দৰ ৰূপ এনে হোৱাহে উচিত : বামুন, কান, কানী, কাস, পস।

স্বৰূপাৰ্থত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ আছিল সাৰস্বত সাধক। জ্ঞানচৰ্চা আৰু শিক্ষাদান তেখেতৰ জীৱন ৰথৰ আছিল দুটি চকৰি। তেখেত এগৰাকী বিশিষ্ট পণ্ডিতেই নাছিল এগৰাকী সাৰ্থক আৰু সফল শিক্ষকো আছিল। সংস্কৃত, অসমীয়া, বঙলা, ইংৰাজী আদি ভাষাত শৰ্মাদেৱৰ আছিল গভীৰ পাণ্ডিত্য। সংস্কৃতত এম্. এ. ডিগ্ৰী লাভ কৰাৰ উপৰিও পৰম্পৰাগত সংস্কৃত টোলৰপৰা তেখেতে লাভ কৰিছিল—সাহিত্য-পুৰাণ-শাস্ত্ৰী উপাধি। জ্ঞানচৰ্চাৰ লগে লগে শৰ্মাদেৱৰ ব্যক্তিত্ব, জীৱন-নিৰ্বাহ পদ্ধতি, চিন্তা আৰু মনীষাত এনে কিছুমান অনন্যকৰণীয় গুণ প্ৰকটিত হৈছিল যাৰ সংযোগত তেখেতৰ চৰিত্ৰত বিৰল সূক্ষ্মঅন্তৰ্দৃষ্টি মানৱী মূল্যবোধৰ সংমিশ্ৰণ ঘটিছিল।

তেখেতৰ জন্ম হৈছিল কৌলীন্যযুক্ত ব্ৰাহ্মণ পৰিয়ালত, লালিত-পালিত হৈছিল সেই একে পৰিৱেশতে, পঢ়িছিল সংস্কৃত—তত্ৰাচ তেখেতৰ চৰিত্ৰ আৰু জীৱন জিজ্ঞাসাত প্ৰাচীন পন্থীৰ পক্ষপাতিতা মুঠেই পৰিস্ফুট হোৱা নাছিল। আনকি চিন্তা-চৰ্চা, বিচাৰ-বিশ্লেষণতো প্ৰাচীন পন্থীৰ কঠোৰতাই মুঠেই স্থান লাভ কৰিব পৰা নাছিল। তেখেতে বিনা দ্বিধাই কৈছিল যে, যদিও চতুৰ্বেদৰ পৰম্পৰাত 'ঋগ্বেদ' প্ৰাচীনতম ৰচনাৰূপে পৰিগণিত হৈ আহিছে তত্ৰাচ যুক্তিৰ কালৰপৰা

'অথৰ্ববেদ'খনিহে প্ৰাচীন। 'অথৰ' নামটোৱেই বেদখনিৰ প্ৰাচীনত্বৰে ইংগিত দিয়ে। দ্বিতীয়তে, ইয়াৰ বিষয়বস্তুৱেও তদানীন্তনৰ লোকায়ত পৰম্পৰাৰহে আভাস দিয়ে স্পষ্টভাৱে। 'ঋগ্বেদ'ত প্ৰতিফলিত হোৱা সমাজ আৰু জীৱন 'অথৰ্ববেদ'ৰ অনেক প্ৰাকৃতিক দেৱতা অৰ্থাৎ বহুত্বৰ পৰিৱৰ্তে একত্বৰ ফালে ক্ৰমাগ্ৰসৰণ কৰাৰ স্পষ্ট প্ৰৱণতা 'ঋগ্বেদ'ত পৰিলক্ষিত। এইদৰে বিভিন্ন দিশৰ ফালৰপৰা চালি-জাৰি চালে 'অথৰ্ববেদ'কেই প্ৰথম বেদৰূপে আখ্যা দিব লাগিব।

তেনেদৰে তেখেতে আৰু কৈছিল যে 'শ্ৰীমদ্ভাগৱতপুৰাণ'ত বালগোপালৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰাদি সামাজিক আচৰণাদিৰ বৰ্ণনাও লোকপৰম্পৰাৰ-পৰা আবৃত। নন্দ-যশোদাৰ দৈনন্দিন জীৱন, তেওঁলোকৰ সমাজ আৰু সেই সমাজৰ আচৰণ আদি, বালগোপালৰ পোছাক-পৰিচ্ছদ, বাদ্যযন্ত্ৰ, খোৱা-লোৱা, প্ৰাত্যহিক কৰ্ম, গীত-নৃত্য, বনভোজ খাবলৈ যোৱা, গৰু চাৰি থাকোঁতে খেলা বিভিন্ন খেলা আদি লোকায়ত পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত। উদাহৰণ স্বৰূপে উক্ত মহাপুৰাণখনিৰ দশম স্কন্ধৰ দ্বাদশ অধ্যায়ৰ আৰম্ভণিতে পৰিৱেশন কৰা বান্দৰখেল, ভেকুলীখেল আদিলৈ আঙুলিয়াব পাৰি।

৩০-৬-৮৯ তাৰিখে মই দেৱশৰ্মাদেৱৰ ঘৰলৈ গৈছিলোঁ। প্ৰসংগক্ৰমে ওলাইছিল দৰঙৰ বিয়াহ গোৱা বা ব্যাস ওজাপালিৰ ৰাগপ্ৰধান গীতৰ কথা। ৰাগ-ৰাগিনীযুক্ত গীত-পদৰ বিষয়ে তেখেতে মোক বহুতো সমল যোগাই কৈছিল, তেতিয়াৰ দিনত (১৯৩০-৩৫) ব্যাসকুছিত দৌল উৎসৱ উদ্‌যাপিত হৈছিল আৰু এই উৎসৱৰ অনুষংগত কিছুমান ৰাগ-তালযুক্ত মৌখিক গীত গাইছিল আৰু এইবোৰ দেউলৰ গীতৰূপে পৰিচিত। সৰুতে তেখেতেও হেনো এই গীতবোৰ গাইছিল। মাত্ৰ এটা শাৰীৰ বাহিৰে তেখেতৰ বাকী শাৰী মনত নপৰে। তেখেতে ৰাম-তাল সঞ্চাৰ কৰি গোৱা শাৰীটো তলত তুলি দিলোঁ। যেনে—

"প্ৰথম ফাগুন মাসে গোবিন্দৰ দেউল।" সেই সময়ত ব্যাসকুছিত খুলীয়া (অৰ্থাৎ খুলীয়া ভাউৰীয়া বা ভাওৰা) জনপ্ৰিয় অনুষ্ঠান আছিল। দৰং অঞ্চলত প্ৰচলিত খুলীয়া ভাউৰীয়াৰ লগত ব্যাসকুছিৰ 'খুলীয়া'ৰ ৰূপ-সংযুতি বিষয়বস্তু অনুষংগ আৰু ষ্টাইলৰ লগত হুবহু মিল থকা বুলি তেখেতে কৈছিল। ব্যাসকুছিৰ হীৰাসকল খোল বজোৱাত পাৰ্গত আছিল। খুলীয়াৰ দুটা অতি প্ৰয়োজনীয় প্ৰকাৰ্যসাধিকা গাইন (সাধন) আৰু বাইন (বায়ন)। এই দুটা প্ৰকাৰ্যসাধিকাৰ নামক কেন্দ্ৰ কৰি ব্যাসকুছিত দুখন গাঁৱৰ নামেই হৈছিল গাইনপাৰা আৰু বাইনপাৰা। ব্যাসকুছিত দুজন বিখ্যাত বাইন আছিল—চেনি বাইল, ফেলনু



বাইন ওৰফে ফণীধৰ বাইন। শৰ্মাদেৱ প্ৰাথমিক বিদ্যালয়ত পঢ়ি থকা সময়ত ঘৰুৱা তথা সামাজিক জীৱনত চাহৰ ব্যৱহাৰ একেবাৰে নাছিল; কিন্তু প্ৰায় সকলোৱে তাম্বু অৰ্থাৎ চিলিমত খোৱা ধপাতহে খাইছিল। ব্যাসকুছি আৰু ইয়াৰ আশে-পাশে ব্যক্তিগত আৰু ৰাজহুৱাভাৱে মজু নিৰ্মাণ কৰি মনসা বা মাৰৈ পূজা কৰা হৈছিল আৰু এই পূজাত ওজাপালি (মনসা) আৰু দেওধনী নৃত্য অনুষ্ঠিত হৈছিল।

শৰ্মা ছাৰ আছিল পুৰুষাকাৰৰ ওপৰত অগাধ বিশ্বাস ৰাখি নিজৰ ভৰিৰ ওপৰত নিজে থিয় হোৱা মানুহ। সংস্কৃতত এষাৰ আপ্তবাক্য আছে "উদ্যোগিনং পুৰুষসিংহমুপৈতি লক্ষ্মীঃ" অৰ্থাৎ উদ্যোগী পুৰুষে লক্ষ্মীক লাভ কৰে। শৰ্মা ছাৰেও নিজৰ উদ্যোগ আৰু পৌৰুষৰ বলত লক্ষ্মী আৰু সৰস্বতীৰ কৃপা লাভ কৰিছিল। সাৰস্বত মুহূৰ্তত শয্যা পৰিত্যাগ কৰি নিজৰ পঢ়া-শুনা আৰু যাৱতীয় কাম-বন, যেনে—কাপোৰ ধোৱা, কাপোৰ ইস্ত্ৰি কৰা, নিজে খোৱা আৰু আনকো খুওৱা, তামোলকেইখন কাটি লোৱা, বজাৰ কৰা আদি কাম সম্পন্ন কৰি শ্ৰদ্ধাবানজনৰ নিমন্ত্ৰণ ৰক্ষা কৰি, বিদ্যায়তনিক দিশতো অৱদান যোগাই, সভা-সমিতি, ভাগৱত-পাঠ আদিৰ নিচিনা কৰ্ম সম্পাদনৰ উপৰিও ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অসম শাখাৰ সংঘ চালকৰ দায়িত্ব পালন কৰাটো বৰ সহজ কথা নাছিল। আচৰিত কথা বিভিন্ন সভা-সমিতি, বিদ্যায়তনিক আলোচনা আদিৰ তাৰিখ বা দিন তেখেতৰ কোনো দিনে 'ডায়েৰী বুক'ত লিখা অভ্যাস নাছিল—স্মৃতি-পটতেই সজীৱ কৰি ৰাখিছিল। তেখেতৰ স্মৃতি শক্তি কিমান প্ৰখৰ আছিল তাৰ আভাস ইয়াৰপৰাই বুজিব পাৰি।

তেখেতে ভালদৰে উপলব্ধি কৰিব পাৰিছিল আৰু কৰ্মতো প্ৰয়োগ কৰিব পাৰিছিল যে,

'গুণাঃ সৰ্বত্ৰ পূজ্যন্তে পিতৃবংশঃ নিৰৰ্থকঃ।
ৱসুদেৱং পৰিত্যজ্য ৱাসুদেৱঃ উপাস্যতে॥'

[ শ্লোকটি অধ্যাপক শৰ্মাদেৱৰপৰা প্ৰাপ্ত। ]

প্ৰয়াত ৰজনীকান্ত দেৱশৰ্মাও পিতৃ বা শ্বশুৰ বংশৰদ্বাৰা অথবা আন কোনো সাময়িক কিতাপৰদ্বাৰা পৰিচিত নহয়, নিজৰ গুণ আৰু কৰ্মৰদ্বাৰাহে তেখেত সৰ্বজনৰ মাজত পৰিচিত। তেখেত কেৱল বিদ্বানেই নহয়, ক্ৰিয়াবান্ পুৰুষো ঃ "যস্তু ক্ৰিয়াবান্ পুৰুষঃ স বিদ্বান্।'

আয়ু শেষ হ'ল, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰো নশ্বৰদেহ ভস্মীভূত হ'ল, কিন্তু তেখেতৰ শাস্ত্ৰ-জিজ্ঞাসা আৰু সূক্ষ্ম ব্যংগৰ স্মৃতি সজীৱ হৈ থাকিল। কিবা এটা সমস্যাত পৰিলে তাৰ সমাধানৰ পথ নিৰ্দেশনাৰ বাবে ওচৰ চাপিবলৈ দিহা-পৰামৰ্শ ল'বলৈ মানুহেই নোহোৱা হ'ল। আমাৰ নিচিনা সংস্কৃত আৰু শাস্ত্ৰজ্ঞান শূন্য, ৰাষ্ট্ৰীয় ভাৱনাবিহীন লোকৰ বাবে তেখেত আছিল ত্ৰাণকৰ্তা, উদ্ধাৰকৰ্তা।

জয়তু ৰজনীকান্ত দেৱশৰ্মা !!

# সুবক্তা ৰজনীকান্ত দেৱশৰ্মা

**চিত্ৰ মহন্ত**

আচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱক অসম সাহিত্য সভাৰ পক্ষৰপৰা সাহিত্যাচাৰ্য উপাধিৰে সন্মানিত কৰা উপলক্ষত হোৱা সভাৰ প্ৰাৰম্ভতে শংকৰদেৱ বঁটা বিজয়ী ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে এবাৰ সৰস মন্তব্য কৰিছিল। তেখেতে কৈছিল কৃষ্ণকান্ত সন্দিকৈয়ে পঢ়োঁতে পঢ়োঁতে লিখিবৰ বাবে সময় নাপালে আৰু অতুলচন্দ্ৰ হাজৰিকাদেৱে লিখোঁতে লিখোঁতে পঢ়িবৰ সময়ে নাপালে। সন্দিকৈদেৱৰ দৰে বিদ্বান পুৰুষ পৃথিৱীত বহুতো আছে যি অসীম জ্ঞান-বাৰিধি হৈও নিজৰ জ্ঞানৰাশি গ্ৰন্থ আকাৰে সংৰক্ষণ কৰি থৈ যাব নোৱাৰিলে। এনে বহুলোকৰে আত্মনিসৃত বাণীবোৰ তেওঁৰ অনুগামীসকলে সংগ্ৰহ সংকলন কৰি সিজনাৰ আধৰুৱা কাম পুৰা কৰাই নহয়, তেওঁৰ সেই অমূল্য জ্ঞানৰাশিৰে বিশ্বৰ সমাজ সমৃদ্ধ হয়। কোনো এজনে কোৱাৰ দৰে গ্ৰন্থ আৰু গ্ৰন্থকাৰ হ'ল ফুল। ফুলৰ সৌৰভে দশোদিশ মুগ্ধৰিত কৰাৰ দৰে সাহিত্য আৰু সাহিত্যিকৰ জ্ঞান-ৰাশিয়ে গ্ৰন্থৰ জৰিয়তে পাঠকৰ হৃদয় ফুলনি পুলকিত কৰি তোলে।

এনে এক পটভূমিতে আমি প্ৰাতঃস্মৰণীয় পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ কথা সুঁৱৰিছোঁ। তেখেত আছিল এগৰাকী আধ্যাত্মিক চিন্তাশীল ব্যক্তি, তাৰ মূলাধাৰ আছিল তেখেতৰ গভীৰ অধ্যয়ন আৰু প্ৰখৰ স্মৃতিশক্তি। তেখেতে প্ৰাচীন সংস্কৃত সাহিত্যসমূহেই হওক বা অসমীয়া গ্ৰন্থসমূহেই হওক অধ্যয়ন কৰিছিল জ্ঞান লাভৰ দৃষ্টিৰে বা সাংস্কৃতিক পটভূমিৰ দৃষ্টিৰেহে সেয়েহে তেখেতক কোনো দিনে ধৰ্মীয় ক্ৰিয়া-কাণ্ড বা মঠ-মন্দিৰ আদিত পূজা-উপাসনাত নিমজ্জিত হৈ থকা আমি দেখা পোৱা নাছিলোঁ। নানা শাস্ত্ৰৰ অধ্যয়ন কৰি তেখেতে আত্মাৰ স্বৰূপ উপলব্ধি কৰিবলৈ প্ৰয়াস কৰিছিল। সাহিত্যই মানুহক আত্মানু-সন্ধানত সহায় কৰে। সাহিত্যৰ উদ্দেশ্যই হৈছে তাৰ ৰসাস্বাদনৰদ্বাৰা ব্যক্তিক লোক-মঙ্গলৰ পথলৈ আগবঢ়াই লৈ যোৱা। এই লোক-মঙ্গলৰ সাধনাৱস্থা প্ৰাপ্ত হ'লে ই সাধাৰণীকৰণ হৈ পৰে। সাহিত্যৰ সফলতা এইখিনিতে। এই

দৃষ্টিভঙ্গীৰেই শৰ্মাদেৱে সাহিত্য বা শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু সাহিত্যৰ সমাধি ক্ষেত্ৰত উপবিষ্ট হ'বলৈ সক্ষম হৈছিল।

আচাৰ্য শৰ্মাদেৱৰ প্ৰতিটো কথাই আছিল সাহিত্য ৰস-মিশ্ৰিত বাস্তৱিকতে সাহিত্যতহে কাব্যৰ ৰসাস্বাদন হয়। কিন্তু শৰ্মাদেৱৰ প্ৰতি আষাৰ কথাতে সাহিত্যৰ ৰস পৰিস্ফুট হৈছিল। ৰস সম্পৰ্কে কেতিয়াবা কেতিয়াবা কোনো পাঠক ভ্ৰমত পৰে। তেওঁলোকে ক'ব খোজে যে ৰসৰ উদ্দেশ্যই যদি আনন্দদান, তেনেহ'লে কোনোবা এটা মৃত্যুৰ দৃশ্যত বা কোনোবা এটা বীভৎস দৃশ্যত কেনেকৈ ৰসৰ সঞ্চাৰ হ'ব পাৰে। পিছে আমাৰ আচাৰ্যসকলে ৰসৰ কথা কওঁতে কাব্য ৰসৰ কথাহে কৈছে—কথাৰ বা দৃশ্যৰ ৰসৰ কথা কোৱা নাই। অৰ্থাৎ বীভৎসই হওক অথবা বিৰহৰ দৃশ্যই হওক বা বীৰ-শৃঙ্গাৰ আদি ৰসৰ কথাই হওক, কাব্যত যি বৰ্ণিত হৈ পাঠকৰ হৃদয়ক সাধাৰণী কৰিব পাৰে সি ৰস বা সেই ৰসোত্তীৰ্ণ কাব্যই হ'ল সফল কাব্য। এই দৃষ্টিভঙ্গীৰে যদি চাওঁ আচাৰ্য ৰজনীকান্ত দেৱ-শৰ্মাদেৱ এখনি সৰস কাব্যগ্ৰন্থ স্বৰূপ আছিল। কাব্যই যিদৰে নাহাঁহে, নাকান্দে তেনেকৈ শৰ্মাদেৱেও তেখেতৰ কোনো বক্তব্যৰ মাজত নাহাঁহিছিল, বা নাকান্দিছিল—তেখেতে হাস্য ৰসেৰে শ্ৰোতাক এনেকৈ হঁহুৱাইছিল যে সি তুলনাবিহীন ঠিক কাব্যৰ দৰে তেখেতে কোনো এটা শোকাৱহ ঘটনাকো এনেকৈ বৰ্ণনা কৰিছিল যে শ্ৰোতাই তাত শোকৰ সলনি এক প্ৰকাৰৰ আনন্দহে অনুভৱ কৰিছিল। তেনে এটা কথা মোৰ স্পষ্ট মনত আছে। অসমৰ বিদগ্ধ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ মৃত্যু উপলক্ষে অসম সাহিত্য সভাৰ লক্ষ্মীৰাম বৰুৱা সদনত এখনি শোক সভা অনুষ্ঠিত হ'ল। সৰ্ব-ধৰ্ম প্ৰাৰ্থনাৰে সভা আৰম্ভ হ'ল। সকলো পিনে এক শোক-মৌন পৰিৱেশ। সেই পৰিৱেশৰ মাজতে সন্দিকৈদেৱৰ প্ৰিয় ব্যক্তি শৰ্মাদেৱ দুষাৰ ক'বলৈ থিয় হ'ল। সকলোৱে মনে মনে ভৱিছে—আজি শৰ্মাদেৱৰ সেই বহুমূলীয়া হাস্য-মধুৰ ভাষণ নহ'ব। গতানুগতিক শোক প্ৰকাশ-মূলক ভাষণহে হ'ব। প্ৰথমতে তেখেতৰ গুণানুকীৰ্তনৰূপী মঙ্গলাচৰণ আৰম্ভ হ'ল। তাৰ পিছত অতি আচৰিতভাৱে এই শোকৰ মাজতো তেখেতে এনেদৰে সমবেত সমজুৱাসকলৰ শোকসিক্ত মন ফৰকাল কৰি তুলিলে, অৰ্থাৎ হঁহুৱাব পাৰিলে যে সকলো আচৰিত। অথচ তেখেতৰ এই হাস্যৰসিকতাৰ মাজত কোনো পাতল মন্তব্যও নাছিল বা কোনো ব্যঙ্গোক্তিও নাছিল। অতি সশ্ৰদ্ধ-ভাৱে অতি গাম্ভীৰ্যপূৰ্ণভাৱে তেখেতে কেনেকৈ শ্ৰোতাৰ মানসিক অৱস্থাৰ পৰিৱৰ্তন সাধিলে, ভাবিলে আচৰিত হ'ব লাগে।



শৰ্মাদেৱক বাগ্মীৰ বুলি উপাধি দিয়াৰ কোনো থল নাই। কোনো ৰাজনৈতিক নেতাৰ দৰে তেওঁ ওজস্বী ভাষণ নিদিয়ে বা কোনো সাংস্কৃতিক সাহিত্যিক ব্যক্তিৰ দৰে আবেগিক ভাষণো নিদিয়ে। সংস্কৃতিৰ পাণ্ডিত্যসুলভ শব্দবাজি বা অসমীয়া জতুৱা ঠাঁচ পূৰ্ণ ভাষাও তেখেতে ব্যৱহাৰ নকৰে। স্বাভাৱিক সৰল-সৰস সাধাৰণ কথিত ভাষাৰে তেখেতে নিজৰ বক্তব্য এনেকৈ উপস্থাপন কৰে যে মানুহে তেখেতৰ ভাষণ ঘণ্টাৰ পিছত ঘণ্টা ধৰি শুনি থাকিলেও আমনি নাপায়।

শৰ্মাদেৱৰ ভাষণৰ গুৰুত্বপূৰ্ণ দিশ হ'ল তেখেতে আনক হঁহুৱায়, কিন্তু নিজে নাহাঁহে। আনকালে তেখেতৰ ভাষণত কাৰো প্ৰতি হিংসা-ঘৃণা বা বক্ৰোক্তি নাথাকে যদিও বেছ ধেমেলীয়া ভাষাৰে এনেকৈ ক'ব যে আচল কথাটোত কোৱা হ'ল আৰু যাৰ বিষয়ে কোৱা হৈছে তেওঁৰো কোনো আঘাত নাপালে বৰং তেওঁৰ নিজৰ ভুলটোও অনুভৱ নকৰাকৈ নাথাকিল। তাতোকৈ স্পষ্টভাৱে ক'বলৈ হ'লে তেখেতৰ বক্ৰোক্তিও সৰলতাৰ মাজত এক প্ৰকাৰ মধুৰ হৈ পৰে। তেখেতৰ বক্তৃতাৰ আন এটা মহত্বপূৰ্ণ দিশ হ'ল উদ্ধৃতিৰ প্ৰাধান্য। উদ্ধৃতি নোহোৱাকৈ তেখেতে বৰ কম কথাহে কৈছিল বা ভাষণ দিছিল। তাৰদ্বাৰা আমি দুটা কথা স্পষ্টভাৱে জানিবলৈ সক্ষম হওঁ। প্ৰথম—উদ্ধৃতি প্ৰাধান্যৰ ফলত সি প্ৰামাণিক হৈ পৰে। অসমীয়া কাব্য সাহিত্যত বা আধ্যাত্মিক সাহিত্যত শ্ৰীমন্ত শংকৰদেৱে এনে পদ্ধতি অৱলম্বন কৰিছিল। শংকৰদেৱে য'তেই কোনো বিতৰ্কমূলক বিষয় উত্থাপন কৰিবলগীয়া হৈছিল ত'তেই তেওঁ ভাগৱত বা অইন কোনো পুৰাণত তাক বিচাৰি চাবলৈ কৈছিল। ইয়াৰ ফলত শংকৰদেৱৰ চৰ্চিত কথাখিনি প্ৰামাণিক হৈ পৰিছিল। শৰ্মাদেৱে তেখেতৰ বক্তৃতাৱলীত শংকৰদেৱৰ এই আদৰ্শ অনুসৰণ কৰিছিল। তেখেতৰ বক্তৃতাত আমি শৰ্মাদেৱৰ ব্যাপক অধ্যয়ন, লগতে বিশাল স্মৃতি শক্তিৰ পৰিচয়ো পাবলৈ সক্ষম হৈছিলোঁ। তেখেত ভাগৱতৰ এজন সুপণ্ডিত আছিল। ভাগৱতৰ প্ৰতিটো শ্লোক আৰু তাৰ ব্যাখ্যা তেখেতে সলসলীয়াকৈ উদ্ধৃতি হিচাপে প্ৰয়োগ কৰিছিলেই—লগে লগে বিগত জীৱনৰ গুৰু স্থানীয় তথা সঙ্গীসকলৰ নানা সুললিত অৰ্থপূৰ্ণ বাক্য বা বাক্যাংশবোৰ বক্তৃতাৰ মাজত দাঙি ধৰাৰ ফলত তেনে বক্তৃতা কেৱল সৰসেই নহয়, গুৰু-গাম্ভীৰ্যপূৰ্ণও হৈ পৰিছিল।

শৰ্মাদেৱৰ লগত বহু সভা-সমিতিত একে লগে যোগদানৰ সৌভাগ্য আন বহুতৰে দৰে আমাৰো হৈছিল। বিশেষকৈ অসম সাহিত্য সভা, কামৰূপ জিলা

সাহিত্য সভা, শ্ৰীমন্ত শংকৰদেৱৰ জন্মোৎসৱ উপলক্ষে হোৱা ধৰ্মালোচনী সভা আদি প্ৰধান। প্ৰতিবিধ সভাৰ বিষয়বস্তু ভিন্ন ভিন্ন হয়; গতিকে বক্তৃতাৰ শৈলীও ভিন্ন ভিন্ন আছিল যদিও তেখেতৰ এই ক্ষেত্ৰত ভিন্ন ভিন্নভাৱে অধ্যয়ন কৰিবলগীয়া হোৱা নাছিল—কাৰণ তেখেতৰ সমস্ত অধ্যয়ন ক্ষেত্ৰখনেই আছিল সাহিত্য-সংস্কৃতি সম্পৰ্কীয়। আৱশ্যক মতে তেখেতে তাক সাহিত্য-সংস্কৃতি বা আধ্যাত্মিক ক্ষেত্ৰলৈ লৈ যাব পাৰিছিল।

আগতেও কোৱা হৈছে যে তেখেতে সদায় বিতৰ্কৰপৰা আঁতৰি থাকিছিল। এনে ক্ষেত্ৰত সময়ত মৌন বা নিৰপেক্ষতা অৱলম্বন কৰিছিল। সাহিত্য সভাৰ বহুতো বৈঠকত তেখেতৰ এই ৰূপটো আমি প্ৰত্যক্ষ কৰিছিলোঁ।

এবাৰ শংকৰদেৱৰ জন্মোৎসৱ উপলক্ষে হোৱা ধৰ্মালোচনী সভা এখনত তেখেতৰ নিৰপেক্ষ ৰূপটো মই ভালদৰে অনুভৱ কৰিছিলোঁ। নিৰ্দিষ্ট বক্তাজনে বৈদিক মত বুলি অসমত প্ৰকাশিত হোৱা নীতি-নিয়ম পূজা-সেৱাবোৰ যে অবৈদিক আৰু বৈদিকসকলৰ মাজত প্ৰচ্ছন্নভাৱে সোমাইপৰা অবৈদিক মতবোৰৰ কটু সমালোচনা কৰিছিল। তেওঁ কৈছিল বৈদিক মতৰ মাজত সোমোৱা ব্যভিচাৰবোৰৰ কাৰণেই ইয়াৰ বিৰুদ্ধে বুদ্ধ, মহাবীৰ প্ৰভৃতিয়ে তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল, যাৰ ফলত আগলৈ গৈ ভাগৱত ধৰ্মৰ অভ্যুদয় ঘটিছিল। লগতে তন্ত্ৰ-মন্ত্ৰ আৰু বিভিন্ন দেৱী-দেৱতা যে অনাৰ্যমূলীয় আৰু অবৈদিক—সেই সম্পৰ্কে বক্তাজনে দীঘলীয়া ভাষণ দিছিল।

মুখ্য অতিথিৰ ভাষণ দিবলৈ উঠি শৰ্মাদেৱে ক'লে যে নিৰ্দিষ্ট বক্তাজনৰ বহু কথাৰ লগত তেখেতৰ মতৰ মিল নাই আৰু এই সম্পৰ্কে তেখেতে বিস্তৃত বিৱৰণ দাঙি ধৰিব পাৰে। শৰ্মা ডাঙৰীয়াৰ পাণ্ডিত্যক বক্তাজনে ভয় কৰিছিল আৰু তেখেতৰ যুক্তিৰ অপেক্ষাত বৈ আছিল। কিন্তু আচৰিত কথা উক্ত বিতৰ্কিত কথাবোৰৰ কথাবোৰ সম্পৰ্কে তেখেতে এষাৰো নক'লে। পিছত ইয়াৰ কাৰণ সোধাত কৈছিল যে শ্ৰোতাসকল তৰ্ক বা যুক্তি শুনিবলৈ অহা নাছিল। গতিকে এইদৰে তেওঁলোকৰ পবিত্ৰ আধ্যাত্মিক মনটোক বিমৰ্ষ কৰিব নুখুজিলে। আনফালে মাধৱদেৱৰ 'তৰ্কশাস্ত্ৰ মহা ব্যাত্ৰী' বুলি কোৱা কথাষাৰ ব্যাখ্যা কৰি তেখেতে তেখেতৰ ভাষণৰ সামৰণি মাৰিলে।

শংকৰদেৱ বা ভাগৱতী ধৰ্ম মত সম্পৰ্কে তেখেতে মনোগ্ৰাহী অথচ সৰস ভাষণ দিছিল। বিভিন্ন শাস্ত্ৰৰ ভাষ্যকাৰ হিচাপে আৰু এইবোৰৰ বিভিন্ন শাস্ত্ৰীয় উদ্ধৃতিৰে মানুহৰ মনৰ নিভৃত প্ৰদেশত কথাষোৰ প্ৰৱেশ কৰাব পাৰিছিল। এনে ধৰ্মীয় সভা-সমিতিত সাধাৰণতে নানা প্ৰতিকূল মত উত্থাপিত হৈছিল। সেই ক্ষেত্ৰতো তেখেতে এই কথাটোহে মানিছিল যে সকলোৱে নিজৰ নিজৰ যুক্তি দাঙি ধৰিব লাগে আৰু শ্ৰোতাই তাৰ মাজৰপৰা সাৰ কাঢ়ি ল'ব। বিতৰ্কই সমাধান নানে বৰং নিজৰ প্ৰতিকূল মত যি কোনো প্ৰকাৰে প্ৰতিষ্ঠিত কৰাৰহে প্ৰৱণতা বৃদ্ধি কৰে। ঈশ্বৰ সম্পৰ্কীয় বিতৰ্কত তেখেতে প্ৰায়েই কৈছিল যে ঈশ্বৰ যে এজন এই কথাটো সত্য—সেই ঈশ্বৰক কোনোবাই পোনে পোনে বন্দনা কৰে আৰু কোনো কোনোৱে বিভিন্ন দেৱ-দেৱীৰ মাধ্যমেৰে। সেই কথাখিনিকে সৰস কৰি এনেকৈ কৈছিল—"আপুনি যেনিবা ভাতকাঁহী আগত লৈ পোনে পোনে গৰাহবোৰ মুখলৈ নিলে আৰু কোনেবাই ডিঙিৰ ওপৰেৰে হাতখন ঘূৰাই মুখলৈ নিয়ে। দুয়ো প্ৰকাৰেই ভাতকাঁহী পেটলৈ নগ'ল জানো।"



কেৱল বক্তৃতাৰ ক্ষেত্ৰতেই নহয়—শৰ্মাদেৱ ভাগৱত বা গীতাৰ ভাষ্যকাৰ হিচাপেও আছিল সদৌ অসমৰ ভিতৰতে প্ৰসিদ্ধ। তেখেত ভাগৱতৰ শ্লোক বা পদটি পঢ়ি তাৰ ব্যাখ্যা কৰিবলৈ যাওঁতে বিভিন্ন কথা কাহিনীৰ এনে সৰস কৰি তুলিছিল যে কঠিন ভাগৱতৰ শ্লোকো হৈ পৰিছিল সহজবোধ্য আৰু সৰস।

তেখেতৰ প্ৰতিটো ভাষণেই আছিল সাহিত্য-সংস্কৃতি তথা আধ্যাত্মিকতাৰে সমৃদ্ধ। তাক ধৰি ৰাখিব পৰা হ'লে বিশ্বৰ বহু মনীষীৰ ধৰি ৰখা প্ৰৱচনৰ দৰে দেশৰ এক মহান সম্পদ হ'লহেঁতেন। সেই সুযোগ আমি গ্ৰহণ নকৰিলোঁ। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ কৰ্মজীৱনত এভুমুকি

কনক চন্দ্ৰ ডেকা

১৯৯১ চনৰ ১৭ জানুৱাৰী তাৰিখে অকস্মাৎ ৰোগাক্ৰান্ত হৈ মাত্ৰ ৭৯ বছৰ বয়সতে, কোনোধা জ্যোতিষীৰ ভৱিষ্যৎ বাণী সাৰ্থক কৰি আমাৰ সকলোৰে পৰম শ্ৰদ্ধাভাজন আচাৰ্য অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে নবদেহ সামৰিলে। কুৰি শতিকাৰ প্ৰথম ভাগত অসমত যিকেইগৰাকী বিদগ্ধ পণ্ডিতৰ জন্ম হৈছিল সিসকলৰ অন্যতম আছিল অধ্যাপক শৰ্মাদেৱ। ওৰে জীৱন অধ্যাপনা আৰু সাহিত্য কৰ্মত ব্ৰতী হৈ শৰ্মাদেৱ ৰাজসন্মান বা ক্ষমতাৰ প্ৰতি কোনো দিনে লালায়িত যে নাছিল, এই কথা সৰ্বজন বিদিত।

অসম সাহিত্য সভাই অধ্যাপক শৰ্মাদেৱক সভাপতিৰ পদত অধিষ্ঠিত নকৰিলেও বা তেখেতৰ নামটো অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰসকলৰ তালিকাভুক্ত নহ'লেও, তেখেতৰ পাণ্ডিত্যৰ গৌৰৱ কোনো দিনে ম্লান নহয়। সাহিত্য সভাৰ সভাপতি নোহোৱা কাৰণে বা সাহিত্যিক পেঞ্চনাৰ নোহোৱা কাৰণে অধ্যাপক শৰ্মাদেৱে জীৱনত কোনো দিনে কোনো ক্ষোভ প্ৰকাশ কৰা নাছিল। তেখেতে বিশ্বাস কৰিছিল নিৰবচ্ছিন্ন কৰ্মত। শিক্ষকতা বৃত্তি অৱলম্বন কৰি তেখেতে জীৱনত পৰম তৃপ্তি লাভ কৰিছিল আৰু অৱসৰ গ্ৰহণ কৰিও প্ৰাচীন গুৰুকুলৰ শাস্ত্ৰজ্ঞান বিস্তাৰ কাৰ্যত নিজকে ব্যাপৃত কৰিছিল। "অসমীয়া বিশ্বকোষ"ৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিবলৈ ৰথী-মহাৰথীসকলে অক্ষমতা প্ৰকাশ কৰাত সেই সম্পাদনাৰ মহাভাৰ বহন কৰিছিল অধ্যাপক শৰ্মাদেৱে; সম্ভৱতঃ অধ্যাপক শৰ্মাদেৱে সেই গুৰুভাৰ বহন নকৰা হ'লে "অসমীয়া বিশ্বকোষ"ৰ প্ৰথম খণ্ডই পোহৰ নেদেখিলেহেঁতেন। সেইদৰে "আধুনিক অসমীয়া অভিধান" প্ৰকাশৰ বেলিকা অসম প্ৰকাশন পৰিষদে অধ্যাপক শৰ্মাদেৱৰ সহযোগ নোপোৱা হ'লে এলান্ধু লাগিলহেঁতেন। বাল্মীকিৰ ৰামায়ণ, বেদব্যাসৰ মহাভাৰত, গীতা, ভাগৱত পুৰাণ, উপনিষদ, দৰ্শন, কাব্য আদিৰ বিশ্লেষণাত্মক ব্যাখ্যা আৰু



অসমীয়া ভাষা-সাহিত্যৰ বিচাৰ আদি নানান তত্ত্বপূৰ্ণ কাৰ্যত অধ্যাপক শৰ্মাদেৱৰ নিচিনা সাৰ্থক কৃতী পণ্ডিত আৰু ওলাব নে নাই তাক নিৰবধি কালেহে নিৰ্ণয় কৰিব। ড° বাণীকান্ত কাকতি, আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা প্ৰভৃতিৰ নিচিনা কৃতবিদ্য পণ্ডিতসকল অসম সাহিত্য সভাৰ সভাপতি নহ'লেও তেখেতসকলৰ জ্ঞান আৰু পাণ্ডিত্যৰ গৌৰৱ চিৰস্থায়ী হৈ থাকিব আৰু উত্তৰ পুৰুষে যথাযোগ্য সন্মান জনাই থাকিব; অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত তেখেতসকল কিম্বদন্তী পুৰুষ হৈ থাকিব। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য, পণ্ডিত—প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ আৰু আনন্দৰাম বৰুৱাৰ পিছতে সংস্কৃত ভাষা-সাহিত্যৰ সেৱক আচাৰ্য শাস্ত্ৰী আৰু অধ্যাপক ৰজনীকান্তদেৱৰ স্মৃতিত লোকে শ্ৰদ্ধাঞ্জলি প্ৰদান কৰিব।

১৯৫৮ চনত গুৱাহাটীৰ বি. বৰুৱা কলেজত বি. এ. মহলাৰ ছাত্ৰ হিচাপে ভৰ্তি হৈ একেলগে কৰ্ম আৰু অধ্যয়নত ব্ৰতী হ'লোঁ। সৌভাগ্যক্ৰমে বিহগী কবি ৰঘুনাথ চৌধাৰীৰ বাসভৱনৰ ওচৰতে সৰু আড়ম্বৰহীন ভাড়া ঘৰ এটি ল'লোঁ। সেই বছৰৰে বহাগ মাহত তেখেতৰ লগত চিনাকি হ'ল। প্ৰথম দৰ্শনতে তেখেতে মোক আচৰিত কৰি ক'লে—"তুমি মোৰ মাতুল বংশৰ ল'ৰা। আজিৰপৰা সদায় তুমি মোৰ ইয়ালৈ আহিব লাগিব।" তেখেতৰ মৰম আৰু আশীৰ্বাদৰ ভাগি হৈ, পূৰ্ণ এটি দশক তেখেতৰ পৰলোক প্ৰাপ্তিৰ দিনলৈকে (১৫।১১।৬৭) তেখেতৰ সান্নিধ্যত থকাৰ সৌভাগ্য ঘটিছিল। চৌধাৰীদেৱৰ পুণ্য সাহিত্য তীৰ্থতে সৰিতা সভাৰ বৈঠকত পোনপ্ৰথমে অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য, ডক্টৰ হেমন্তকুমাৰ শৰ্মা আদিক লগ পাওঁ। সৰিতা সভাই বিহগী কবি ৰঘুনাথ চৌধাৰীৰ জীৱন কালত অসম সাহিত্য সভাৰ শাখাসমূহৰ ভিতৰত শীৰ্ষস্থান লাভ কৰিছিল। এসময়ত অসম সাহিত্য সভা মৃতপ্ৰায় হোৱাত সৰিতা সভাই অসম সাহিত্য সভাৰ প্ৰাণটো ৰক্ষা কৰি আছিল বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। সৰিতা সভাৰ ৰচনাৱলী অসমীয়া পাঠকৰ মাজত, মহাবিদ্যালয়সমূহত আৰু বিশ্ববিদ্যালয়ত যথেষ্ট সমাদৃত হৈছিল। সৰিতা সভাৰ সৰিতামণ্ডলৰ সৱিতা অথবা সূৰ্য আছিল বিহগী কবি আৰু তাৰকামণ্ডলীৰ ভিতৰত প্ৰয়াত ড° সূৰ্যকুমাৰ ভূঞা, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, ড° মহেশ্বৰ নেওগ, ডিম্বেশ্বৰ নেওগ, ড° হৰি চন্দ্ৰ ভট্টাচাৰ্য, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, ড° প্ৰফুল্ল দত্ত গোস্বামী, জ্ঞাননাথ বৰা, অতুলচন্দ্ৰ বৰুৱা, নৱেন্দ্ৰ নাথ শৰ্মা, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী, ড° উপেন্দ্ৰ নাথ গোস্বামী, পণ্ডিত তীৰ্থনাথ

শৰ্মা, অধ্যাপক বাৰহান শ্বাহ, অধ্যাপিকা নীলিমা দত্ত, পণ্ডিত বিপিন চন্দ্ৰ গোস্বামী, নিৰ্মলেশ্বৰ শৰ্মা, হৰিনাথ শৰ্মা, তৰুণ চন্দ্ৰ ভড়ালী, ড° মুকুন্দমাধৱ শৰ্মা, ড° হেমন্ত কুমাৰ শৰ্মা, অধ্যাপক কমলেশ্বৰ শৰ্মা, অধ্যাপক উপেন্দ্ৰ নাথ শৰ্মা, যোগেন্দ্ৰ নাথ বৰকাকতী, কিৰণ চন্দ্ৰ শৰ্মা, দ্বীপেন্দ্ৰ নাথ শৰ্মা, মেঘৰাম পাঠক, নগেন্দ্ৰ নাথ শৰ্মা, বিমলী গোস্বামী, মনোৰমা ভট্টাচাৰ্য্য, জিতেন্দ্ৰ নাথ বুজৰবৰুৱা, গৌৰীকান্ত তাপুকদাৰ, হৰেন্দ্ৰ নাথ কলিতা, হলীৰাম ডেকা, হৰেন্দ্ৰ নাথ বৰুৱা প্ৰমুখ্যে বহুতো পণ্ডিত, গৱেষক, সাহিত্যিক, কবি, সাংবাদিক সৰিতা সভাৰ লগত ওতপ্ৰোতভাৱে জড়িত আছিল। এই লেখকো সৰিতা সভাৰ কেইবাবছৰো সহকাৰী সম্পাদক আৰু একাধিকবাৰ প্ৰধান সম্পাদক আছিল।

সৰিতা সভাৰ প্ৰতিখন বৈঠক, কাৰ্যনিৰ্বাহক সভা আৰু অধিৱেশনত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ উপস্থিত আছিল। আলোচনাত অংশগ্ৰহণ কৰাৰ উপৰিও বিশেষ অধিৱেশনত তেখেতে প্ৰায়েই মঙ্গলাচৰণ গাইছিল আৰু অনুপম হাস্যৰসৰ সৃষ্টি কৰি শলাগৰ শৰাই আগ বঢ়াইছিল। সৰিতা সভাৰদ্বাৰা অনুষ্ঠিত কালিদাস অধিৱেশন, বাসোৎসৱ অধিৱেশন, অসমীয়া ভাষাৰ বানান-জোঁটনি আদি অধিৱেশনত অধ্যাপক শৰ্মাদেৱে মুখ্য ভূমিকা লৈছিল। তিনিগৰাকী পণ্ডিত ব্যক্তিৰ স্মৃতি শক্তিয়ে আমাক তবধ লগাইছিল। প্ৰথম দুজন বিহগী কবি আৰু বাগ্মীবৰ নীলমণি ফুকন আৰু তৃতীয়গৰাকী অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা। বেদ, উপনিষদ, দৰ্শন, ৰামায়ণ, মহাভাৰত, শ্ৰীমদ্ভাগৱত, গীতা, পুৰাণৰ বাহিৰেও অসমীয়া বৈষ্ণৱ সাহিত্যৰ পদবোৰ তেখেতে উদ্ধৃতি সহ গাই যাব আৰু সৰল প্ৰাঞ্জল অসমীয়া ভাষাত শ্ৰোতাক বুজাব পাৰিছিল। কালিদাস, ভৱভূতি, মাঘ, ভাৰবি, বাণভট্ট আদি সংস্কৃত কবি নাট্যকাৰসকলৰ ৰচনাৰ ওপৰত তেখেতৰ বিশাল পাণ্ডিত্য আছিল। বিহগী কবিৰ কাব্যতীৰ্থলৈ আহিলে প্ৰায়েই কালিদাসৰ, তাকো বিশেষকৈ শকুন্তলা, মেঘদূত আৰু ঋতু-সংহাৰ কাব্যৰ বিষয়ে গভীৰ আলোচনা হৈছিল। তেনেবোৰ আলোচনাৰ সোৱাদ লোৱাৰ আমাৰো সৌভাগ্য হৈছিল। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ নৱমল্লিকা (কথা-কবিতা) আৰু কেতেকী কাব্য সংস্কৃতলৈ তৰ্জমা কৰাত অধ্যাপক শৰ্মাই বিশেষভাৱে সহায় কৰা কথা আমি ব্যক্তিগতভাৱে জানোঁ।

সংস্কৃত সাহিত্যত অধ্যাপক শৰ্মাৰ কিমান দুৰ্লভ প্ৰতিভা আছিল তাৰে এটি উদাহৰণ দিব খুজিছোঁ। ১৯৮২ চনত অসম সাহিত্য সভাই 'কুমাৰ ভাস্কৰ বৰ্মা'ৰ বিষয়ে পুথি এখনি লিখাৰ দায়িত্ব আমাক দিছিল। ইতিহাসৰ ছাত্ৰ কাৰণে



বিষয়টোৰ ওপৰত থকা সম্ভাব্য বহুতো সম্বলৰ কথা জানিছিলোঁ। যদিও বাণভট্টৰ 'হৰ্ষচৰিত'খন দুৰ্বোধ্য সংস্কৃত ভাষাত ৰচিত কাৰণে বুজি পোৱা নাছিলোঁ। অৱশ্যে মূল সংস্কৃত পুথিখনিও মোৰ হাতত নাছিল। দিনটোৰ ভিতৰত সদায় ওঠৰ ঘণ্টাই ব্যস্ত থকা শৰ্মাদেৱক আমনি কৰাৰ ইচ্ছা নাছিল। তথাপি এদিন তেখেতৰ ওচৰ চপাত পুৰণি উৱলি যোৱা 'হৰ্ষচৰিত' পুথিখন মোৰ হাতত তুলি দি ক'লে—"সংস্কৃত সাহিত্যৰ ভিতৰত দুৰ্বোধ্য কাব্যবোৰৰ ভিতৰত এইখন অন্যতম। মোৰ মৰিবলৈকো সময় নাই। তুমি আন কোনোবা এজনৰ ওচৰলৈ গৈ আয়ত্ত কৰাগৈ। অগত্যা নোৱাৰিলে শেষত আহিবা। অৱশ্যে ঘৰত সময় নহ'ব। সময় ঠিক কৰি অসম প্ৰকাশন পৰিষদলৈ যাব লাগিব।" সেই সময়ত পৰিষদত "অসমীয়া বিশ্বকোষ"ৰ তেখেতে সম্পাদনা কাৰ্য কৰি আছিল। ছাৰৰ উপদেশ মতে গুৱাহাটীৰ কেইবাখনো কলেজ আৰু বিশ্ববিদ্যালয়ৰো কেইবাজনো অধ্যাপকৰ ওচৰলৈ গ'লোঁ। আচৰিত কথা, অজুহাত দেখুৱাই কোনেও মোক 'হৰ্ষচৰিত' বুজাই দিবলৈ আগ বাঢ়ি নাহিল। শেষত মুনিকুলাশ্ৰমৰ অধ্যক্ষ পণ্ডিত বিপিনচন্দ্ৰ গোস্বামীদেৱৰ ওচৰলৈ গ'লোঁ। তেখেতেও হতাশ কৰি ক'লে—"ৰজনী শৰ্মাৰ বাহিৰে কোনেও তোমাক অৰ্থ ভাঙি ৰস উলিয়াই পঢ়াব নোৱাৰিব। তেখেতকে পুনৰ ধৰাগৈ।" পিছৰখিনি নক'লেও হ'ব। প্ৰকাশন পৰিষদত দহ-বাৰটা বৈঠকত ছাৰে মোক সহজ সৰল ভাষাত ৰস লগাকৈ বুজাই দিলে। এইজনেই আছিল অসমৰ শিৰোমণি বিদগ্ধ সংস্কৃত পণ্ডিত।

দ্বিতীয়তে, তেখেতৰ অপৰিসীম পাণ্ডিত্যৰ প্ৰমাণ পালোঁ দৰ্শন শাস্ত্ৰত। হৃষীকেশস্থিত 'দিব্য জীৱন সঙ্ঘ'ৰ অসম শাখাৰ চাৰিবছৰ কাল আমি সাধাৰণ সম্পাদক আছিলোঁ। সঙ্ঘৰ সভাপতি আছিল শ্ৰীভুৱনেশ্বৰ বৰঠাকুৰদেৱ। ভাৰতীয় দৰ্শনসমূহৰ প্ৰতি শ্ৰীবৰঠাকুৰৰো শ্ৰদ্ধা অসীম, অনুশীলনো কৰে। তেখেতৰ ইচ্ছাত ষড়-দৰ্শনৰ ব্যাখ্যা শুনাৰ ব্যৱস্থা কৰা হ'ল। গুৱাহাটীস্থ তিনিগৰাকী দৰ্শনৰ পণ্ডিতৰ ওচৰলৈ গ'লোঁ। নানাজনে অজুহাত দেখুৱালে। দুই-এজনে নিৰ্দিষ্ট সময়ত উপস্থিত হ'বহি বুলি কৈও উপস্থিত নহ'ল। শেষত অধ্যাপক শৰ্মাছাৰৰ ওচৰলৈ গ'লোঁ। তেখেতক অনুৰোধ কৰাত ক'লে, "তুমি আহি লম্ভিছা যেতিয়া মোৰ উপায় ক'ত? কিন্তু মই দৰ্শনৰ ছাত্ৰ নহওঁ। যি অলপ অলপ পঢ়িছোঁ বা জানোঁ পাল মৰাকৈ ক'ব পাৰিম।" আমি বৰ আনন্দ পালোঁ। দিব্য জীৱন সঙ্ঘৰ কেইবাটাও বৈঠকত ছাৰে দৰ্শনসমূহ

(গ্ৰন্থৰ কোনো সহায় নোলোৱাকৈ) শ্ৰোতামণ্ডলীক নানা উদ্ধৃতি দি বুজাই গৈছিল। তেখেতৰ পাণ্ডিত্যৰ প্ৰতি আমি সকলো নতশিৰ হৈছিলোঁ। ছাৰৰ কেইটামান ভাষণ টেপ ৰেকৰ্ড কৰিও ৰাখিছোঁ। পৰিতাপৰ বিষয় এনেতে কালে তেখেতক লৈ গ'ল। দৰ্শনৰ প্ৰতি থকা পিয়াহ আমাৰ নপলাল। আজি ভাবিছোঁ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা অসমৰ এই যুগৰ অদ্বিতীয় সংস্কৃত পণ্ডিত আছিল। তেখেতৰ অভাৱ পূৰাব কোনে?

প্ৰায় ডেৰকুৰি বছৰ ধৰি অধ্যাপক শৰ্মাদেৱে পাণবজাৰৰ হৰিসভাত আৰু বাৰোৱাৰী নামঘৰত সপ্তাহত এদিনকৈ মহাভাৰত, শ্ৰীমদ্ভাগৱত, গীতা আদি শাস্ত্ৰ ব্যাখ্যা কৰাৰ কথা প্ৰতিজন জ্ঞান-পিপাসু লোকে জানে। ছাৰৰ অমৃতময় ভাষণ শুনাৰ লোভত তেনে বহুতো বৈঠকত উপস্থিত আছিলোঁ। মাজে সময়ে পল্টন বজাৰৰ 'হেপি-লজ'তো তেখেতে ভাগৱত ব্যাখ্যা কৰা শুনিছিলোঁ।

সৰ্বধৰ্ম সমন্বয়ৰ প্ৰৱক্তা অধ্যাপক শৰ্মা ছাৰৰ কাৰো ধৰ্ম বিশ্বাসৰ প্ৰতি বিৰূপ ভাব নাছিল। কিন্তু পৰধৰ্ম বিদ্বেষী লোকে ধৰ্মৰ নামত কৰা অমানৱীয় আচৰণ, ধ্বংস কাৰ্য, ব্যভিচাৰবোৰ কঠোৰ ভাষাৰে, নিৰ্ভীক ভাষাৰে সমালোচনা কৰিছিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সঙ্ঘৰ তেখেত এজন কৰ্ণধাৰ কৰ্মী আছিল আৰু উক্ত সঙ্ঘত যে বহুতো নিষ্ঠাবান অহিন্দু কৰ্মী আছিল তাক প্ৰায়েই দোহাঁৰিছিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সঙ্ঘৰ কেইবাখনো বৈঠক তথা সভাত যোগদান কৰাৰ সুবিধা তেখেতৰ অনুগ্ৰহতেই লাভ কৰিছিলোঁ। তেখেতে সঙ্ঘৰ প্ৰতি আমাৰ কৰিবলগীয়া কামৰ পৰামৰ্শ দিছিল আৰু প্ৰায়েই প্ৰকাশ কৰিছিল—"তোমালোক ইমান চেকুলাৰ হ'লে, নিজৰ ঘৰতে, নিজৰ দেশতে হেৰাই যাবা। আমি আমাৰ ধৰ্ম বা ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধা দেখুৱালে আমি হওঁ পৰধৰ্মবিদ্বেষী, হিংসুক, আৰু আনে নিজৰ ধৰ্মৰ নামত অমানৱীয় কাম কৰিলে, আমাৰ ধৰ্মৰ-সংস্কৃতিৰ ওপৰত আঘাত হানিলেও তেওঁলোক হ'ল ধৰ্মসহিষ্ণু। এই লজিকত মোৰ অলপো বিশ্বাস নাই। আৰু দুটা বা তিনিটা দশকৰ ভিতৰত চাই থাকা, আমি সংখ্যালঘু হৈ পৰিম, আমাৰ ভাষা সাহিত্যৰ কি গতি হ'ব—সেইটো স্পষ্টকৈ মই দেখিবলৈ পাইছোঁ।" ছাৰৰ এনেবোৰ কথাই আমাক প্ৰায়েই উদ্বুদ্ধ কৰিছিল, চিন্তান্বিত কৰিছিল, মাজে সময়ে হতাশ কৰি তুলিছিল। তেতিয়া ছাৰৰ মাজত কমলাকান্ত ভট্টাচাৰ্য, অম্বিকাগিৰি আৰু থগেন্দ্ৰচন্দ্ৰ বৰুৱাৰ আত্মাই ঝঙ্কাৰ তোলা দেখিছিলোঁ। অসমীয়াৰ ভিতৰত আজি বহুতো ডাঙৰ ডাঙৰ পণ্ডিত কবি, সাহিত্যিক পেঞ্চনাৰ, সাহিত্যৰ ডাঙৰ ডাঙৰ সন্মান লাভ কৰা



ব্যক্তি, অসম সাহিত্য সভাৰ শিৰফুটা কৰ্ণধাৰ ব্যক্তিক দেখিবলৈ পাইছোঁ। সাহিত্যিক পেঞ্চন লৈ, বুঢ়া বয়সতো বেকাৰী নিযুক্তি লৈ দেশৰ জলন্ত সমস্যাৰ প্ৰতি পিঠি দি, বোবা বধিৰ হৈ বহি থকা বুলি অভিযোগ উঠিছে। কিন্তু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আছিল—কমলাকান্ত, অম্বিকাগিৰি আৰু থগেন্দ্ৰচন্দ্ৰ বৰুৱাৰ দৰে ঘোৰ স্বদেশ প্ৰেমী, পৰম সত্যবাদী, নিৰ্ভীক স্পষ্টবাদী। ৰাজহুৱা সভাত বা ৰাজনীতিৰ মজিয়াত তেখেতে বক্তৃতা দি নিজৰ স্বাধীন চিন্তা মেলি নিদি তেখেত সতীৰ্থ, অনুজ আৰু নিজৰ মণ্ডলৰ ভিতৰত ব্যক্ত কৰি এচাম সত্যবাদী, দেশপ্ৰেমী, নিষ্ঠাবান কৰ্মী ওলাই অহাটো বিচাৰিছিল।

ধৰ্মৰ বিচাৰত অধ্যাপক শৰ্মাদেৱৰ কোনো গোড়ামি নাছিল। সনাতন ভাগৱত ধৰ্মৰ তেখেত এজন প্ৰবক্তা আছিল। শাক্ত, শৈৱ, গাণপত্য, বৈষ্ণৱ, ইছলাম যি পন্থাৰে সভা সমিতিত তেখেতক ভাষণ দিবলৈ নিমন্ত্ৰণ নকৰক লাগে, কাৰো ধৰ্ম বিশ্বাসৰ প্ৰতি অকণো আঘাত নিদিয়াকৈ নানা শাস্ত্ৰৰ উক্তি দি সকলোকে ধৰ্মৰ মূলতত্ত্ববোৰ বুজাই দি আপ্লুত কৰিছিল। তেখেতৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা "শঙ্কৰদেৱ শিশু নিকেতন"বোৰেই তাৰ জলন্ত প্ৰমাণ। অধ্যাপক শৰ্মাদেৱক এবাৰ মধুপুৰ সত্ৰলৈ শ্ৰীমন্ত শঙ্কৰ জয়ন্তীত আৰু এবাৰ মাণিকপুৰৰ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ গীতা ভৱনলৈ গীতা জয়ন্তী উৎসৱত ভাষণ দিবলৈ আমন্ত্ৰণ জনোৱা হৈছিল। দুয়োখন সভাতে উপস্থিত থকা কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱে অধ্যাপক শৰ্মাদেৱৰ শাস্ত্ৰজ্ঞান আৰু পাণ্ডিত্য দেখি ভূৰি ভূৰি প্ৰশংসা কৰি কৈছিল, "শৰ্মা ডাঙৰীয়াৰ বক্তৃতাই মোৰ আচৰিত কৰিলে। আজিৰ অসমত তেখেতৰ দৰে পণ্ডিত, ভগৱতপ্ৰেমী লোক বিৰল; আনকি ভাৰতবৰ্ষতো এনে পণ্ডিতৰ সংখ্যা বেছি নহ'ব। অসমবাসীয়ে তেখেতক লৈ গৌৰৱ কৰিব পাৰে।"

১৯৫৮ চনৰপৰা মৃত্যুৰ সময়লৈকে প্ৰায় তিনিটা দশক ছাৰক সততে লগ পাই আহিছোঁ। এনে এজন ঋষিকল্প গুৰুৰ সান্নিধ্য লাভে আমাক বৰকৈ অনুপ্ৰেৰিত কৰিছিল। শৰ্মাছাৰ আৰু তেখেতৰ সহধৰ্মিণীৰ মৰম স্নেহ আৰু অকৃত্ৰিম আতিথ্য সেৱাৰ কথাকৈ ওৰ পেলাব নোৱাৰি। অতি ব্যস্ত শৰ্মাছাৰৰ ওচৰলৈ গ'লে—যদিহে ধৰ্ম নাইবা স্বদেশৰ সমস্যাৰ কথা ওলায়, আবেগত উদ্বুদ্ধ হৈ তেখেতে অনৰ্গল কৈ যায়। শ্ৰোতাই অকণো আমনি নাপায়, ভোক পিয়াহ পাহৰি নিমগ্ন হৈ শুনি থাকে।

অধ্যাপক শৰ্মাছাৰৰ জ্ঞান আৰু পাণ্ডিত্যৰ ক্ষেত্ৰখন বৰ বহল আছিল। অসমৰ ভিতৰতকৈ বাহিৰৰ ক্ষেত্ৰখন তেখেতৰ কাৰণে আৰু বিশাল আছিল।

সৰ্বভাৰতীয় সন্মিলনবোৰত যোগদান কৰি তেখেতে নিজৰ সাগৰগম্ভীৰ পাণ্ডিত্যৰ পৰিচয় দিয়াৰ লগতে অসমৰ গৌৰৱ বঢ়াইছিল। তেখেত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য, কোষাধ্যক্ষ আৰু উপসভাপতি হৈছিল। কামৰূপ সাহিত্য পৰিষদৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। মৃত্যুৰ সময়ত অতি আদৰৰ সৰিতা সভাৰ সভাপতি হৈ আছিল যদিও জনৈক ব্যক্তিৰ অৱহেলা আৰু অকৰ্মণ্যতাৰ ফলত সৰিতা সভাৰ কিৰণ অস্তমিত হৈ পৰে। তাৰ কাৰণে জীৱনৰ শেষ দিনটোলৈকে তেখেতে খেদ আৰু বিষাদৰ চকুলো টুকিছিল।

অধ্যাপক শৰ্মাদেৱক ৰসৰাজ বেজবৰুৱাৰ পিছতে হাস্যৰসিক ব্যক্তি বুলি ক'লে বোধহয় বৰ ভুল নহ'ব। বেজবৰুৱাই ব্যঙ্গ্য সাহিত্যৰ সৃষ্টি কৰি মুখ আৰু কলম সমানে চলাইছিল। অধ্যাপক শৰ্মাদেৱে কলম ধৰা হ'লে অসমীয়া সাহিত্যৰ হাস্যৰসৰ ভঁৰাল দুগুণে উপচি পৰিলহেঁতেন। সাম্প্ৰতিক কালৰ আৰু তেখেতৰ সমসাময়িক বহুলোকক তেখেতে অতি ওচৰৰপৰা আৰু কিছুসংখ্যকক প্ৰয়োজনীয় দূৰত্বত ৰাখি তেওঁলোকৰ গতিবিধি সূক্ষ্মভাৱে লক্ষ্য কৰি হাঁহিব ছলেৰে অন্তৰ ভেদি যোৱাকৈ ক'ব পাৰিছিল। কোনোবাই জানি বা ইচ্ছাকৃতভাৱে তেখেতৰ প্ৰতি, সমাজৰ প্ৰতি, অনুষ্ঠানৰ প্ৰতি কৰা অন্যায়ৰ কথা হাঁহি হাঁহি এনেকৈ ক'ব পাৰিছিল যে তাক শ্ৰোতামণ্ডলীৱেও বুজিছিল, কৰোঁতাজনেও বুজিছিল ; কিন্তু কৰোঁতাজনে প্ৰকাশ্যে অস্বীকাৰ কৰাৰ সাহস নকৰি সেমেনা সেমেনি কৰি হাঁহিছিল। আকৌ কোনোবাই অনুষ্ঠানৰ প্ৰতি অন্যায় কৰিলে সিংহৰ দৰে সঁচাসচিকৈ গৰ্জন কৰাৰ সৎ সাহসো তেখেতৰ আছিল। যি কোনো কথা এটিৰ পাতনি মেলিবলৈ হ'লে শাস্ত্ৰৰ উদ্ধৃতি দি তাক লঘু নাইবা গুৰু কৰাৰ কৌশল শৰ্মাদেৱে ভালকৈ জানিছিল।

ধৰ্মৰ বা জাতপাতৰ গোড়ামি তেখেতৰ নাছিল। সকলো জাতৰ বা ধৰ্মৰ লোকৰ লগত একেলগে উঠা বহা কৰাত বা খোৱা-লোৱা কৰাত আপত্তি নাছিল ; কিন্তু নিজৰ জাত বা ধৰ্মীয় অনুশাসন মানিহে খাদ্য খাইছিল। তেখেত লঘু আহাৰ প্ৰিয় আছিল। মুখৰপৰা তামোলখন শেষ হ'বলৈ নিদিছিল। ইখনৰ পিছত সিখন শেলুক চোবোৱাদি খাইছিল ; তামোল পাণ, চুণ আৰু খুন্দা-ধঁপাতৰ গোন্ধেৰে মলমলাই আছিল। সভা-সমিতিলৈ গৈ টেবিলখনলৈ চাই প্ৰথমে তামোলৰ খবৰ কৰিছিল।

শুভ্ৰ ধুতি, বাদামী বা বগা ৰঙৰ পাঞ্জাবী আৰু চাদৰ পৰিধান কৰা প্ৰায় পাঁচফুট দুই ইঞ্চি ওখ, লাহিদেহৰ আৰ্যগঢ়ী শৰ্মাদেৱে ৰিক্সা, চিটিবাছ আদিত



নুঠি পৰাপক্ষত পদব্ৰজে গুৱাহাটী চহৰত ঘূৰিছিল। হাতত মোনা লৈ কাছাৰী—বজাৰ, উজান বজাৰ, কেতিয়াবা পল্টন বজাৰত শাক-পাচলি, মাছ আদি বজাৰ কৰি আনিছিল। বজাৰ কৰাত তেখেতৰ চখ আছিল।

সভা-সমিতি, কলেজ-বিশ্ববিদ্যালয়ত তেখেত নিৰ্ধাৰিত সময়ত গৈ উপস্থিত হৈছিল। অধ্যাপনাত তেখেতৰ দৰে কৃতী অধ্যাপক কমেই পোৱা গৈছিল। শিষ্টাচাৰ, মধুৰবচন, নিয়মানুবৰ্তিতা, পৰোপকাৰ, দয়াশীলতা, কষ্ট সহিষ্ণুতা, ধৈৰ্যশীলতা, নম্ৰতা, সৰলতা, স্পষ্টবাদিতা, হাস্যৰসিকতা, সৌন্দৰ্যপ্ৰীতি আৰু মানৱীয়তা তেখেতৰ চৰিত্ৰৰ ভূষণ আছিল। □

## "ছাৰৰ চৰণ চোওঁ"

**লক্ষ্মীকান্ত দাস**

বলৰাম চকিদাৰে খবৰ দিলে : ছাৰে মাতিছে। বন কাটি কৰি ছাৰৰ সুসজ্জিত কাৰ্যালয়-কোঠাত সোমাই দেখোঁ, আমাৰ চিৰাচৰিত ছাৰ শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱৰ বাদেও আন দুগৰাকী ছাৰ—অধ্যাপকদ্বয় ৰজনীকান্ত দেৱশৰ্মা আৰু নৰকান্ত বৰুৱাদেৱৰ সমাৱেশ।

"আচলতে, বুজিছা" মুখৰ মৌ-বৰষা হাঁহিটিৰে পণ্ডিত দেৱশৰ্মা ছাৰে মোলৈ চালে, "মইহে তোমাক মতাইছিলোঁ। আৰু, মাতিছোঁ তোমাক এপ্ৰীচিয়েট কৰিবলৈকেহে—তুমি যে মোৰ কাটকুটবোৰ ভালদৰে বুজি উঠি শুদ্ধভাৱে কপি কৰিব পাৰিছা, তাৰ কাৰণে।"

মোৰ লাজ লাগি গৈছিল। সমুখত হাঁহি হাঁহি কৰা প্ৰশংসাত মই অধোবদন হৈছিলোঁ যদিও লগে লগে এক অনাবিল আনন্দৰ বিজুলীৰেখাই মোৰ অন্তৰাত্মাক পুলকিত কৰি তুলিছিল। ছাৰৰ এই প্ৰশংসা আছিল মোৰ বাবে আশীৰ্বাদস্বৰূপ; মোৰ ভৱিষ্যতৰ পৰম পাথেয়।

ছাৰে মোক কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ দৰে দুৰূহ গ্ৰন্থৰ অনুবাদৰ অধিকাংশ পাণ্ডুলিপিৰে প্ৰেছ কপি কৰাৰ কামত খটাইছিল।

দিন পাৰ হ'ল। ইতিমধ্যে শইকীয়া শ্ৰীচন্দ্ৰপ্ৰসাদৰ ঘাট এৰি শইকীয়া ড° ভবেন্দ্ৰনাথ ছাৰৰ ঘাটত মোৰ ডিঙৰা লাগিল। দীঘলীপুখুৰীপাৰত দেৱশৰ্মা ছাৰৰ লগত মুখামুখি হওঁতে ছাৰক বাতৰিটো জনালোঁ। ছাৰ উল্লসিত হ'ল, "ছিনচিয়াৰ মানুহৰ সকলোতে স্থান আছে, জানা। ভালদৰে কাম কৰা মাত্ৰ, উন্নতি হ'বই।" আস্, এয়া যে মোৰ পিতাৰো আশীৰ্বচন !:

নেওগ ছাৰে ('নেওগ ছাৰ' অসমত এগৰাকীয়েই—একমেৱাদ্বিতীয়ম্) মোক মতাই নি সাহিত্যৰথী বেজবৰুৱাৰ দিনলিপি নকল কৰাৰ কামত বন্ধু শ্ৰীকমলানন্দ বৰদলৈৰ লগতে মোকো নগালে। বন্ধু শ্ৰীগিৰীন্দ্ৰনাথ ডেকাৰ



মুখত পাছত শুনিলোঁ—সেই কামবো আঁত ধৰিছিল দেৱশৰ্মা ছাৰেহে, যদিওবা কম-বেছিকৈ ড° মহেশ্বৰ নেওগ ছাৰেও তেতিয়া মোক জানিছিল।

আত্মশ্লাঘা আত্মম্ভৰিতাৰ দৰেই, জানোঁ। কৰপুটে ক্ষমা প্ৰাৰ্থনা কৰোঁ—কথাখিনি মই তেনে অৰ্থত লিখা নাই; কিন্তু দেৱশৰ্মা ছাৰে শ্ৰীযুক্ত (নে শ্ৰীমান ?) নাৰায়ণৰ (লক্ষ্মীকান্ত) এই কুকুৰ-ধূলি সেৱককো (দাস) জাতত তুলি ল'বৰ যে প্ৰয়াস কৰিছিল, আন কাৰণৰ উপৰিও তাৰ বাবেহে মই কুকুৰ-শৃগাল-গৰ্দভে প্ৰয়াত পণ্ডিত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ বৈদেহী আত্মালৈ এই লেখাৰ জৰিয়তে মোৰ অন্তৰৰ পবিত্ৰ প্ৰণিপাত জনাওঁ। □

# হে আচাৰ্য, আপুনি হৈ ৰ'ল অবিস্মৰণীয়

উমাকান্ত শৰ্মা

আমি যিসকলে আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলোঁ, আটায়ে তেখেতৰ প্ৰতি আকৃষ্ট হৈছিলোঁ। কাৰণ, তেখেতৰ ব্যক্তিত্বৰ মাজত কিবা এটা আকৰ্ষক দিশ আছিল। এই দিশটো বিশ্লেষণ কৰি প্ৰতি অংশৰে সংজ্ঞা নিৰ্ধাৰণ কৰা যেনেকুৱা কঠিন, সমগ্ৰ দিশটোৰ স্বকীয়া সংজ্ঞা দিয়াটোও সমানে কঠিন। নিঃসন্দেহে তেখেতৰ পাণ্ডিত্যই পণ্ডিত সমাজক মুগ্ধ কৰিছিল। কিন্তু তেখেতৰ অনাপণ্ডিত বন্ধুসকলৰ তেখেতৰ প্ৰতি শ্ৰদ্ধা আছিল অন্তৰ্ভৰ। কাৰণটো এনেকুৱা হ'ব পাৰে যে তেখেত আছিল নিৰহংকাৰী, বাক্-কুশল, নিৰ্ভীক আৰু স্পষ্টবাদী। আচৰিতভাৱে তেখেতৰ আছিল এক শিশু-সুলভ সৰলতা আৰু উদ্বেগহীন সাৱলীলতা। জীৱন যাত্ৰাৰ ঘৰ্মাক্ত বেদনাই তেখেতক উদ্বেগিত কৰা নাছিল। যেন, তেখেতে বেদনাক নাশ কৰি কিবা উপায়ে বেদনা-যাতনাক অতিক্ৰম কৰিব পাৰিছিল। অথচ তেখেতৰো জীৱনত আছিল ক্লান্তিময় শ্ৰম, নিৰন্তৰ বিপৰ্যয় আৰু নানা প্ৰকাৰৰ সংঘাত। অধ্যাপক শৰ্মাদেৱৰ ব্যক্তিত্ব মনোৰম হৈ উঠিছিল এই কাৰণে যে তেখেতে কোনো দিনেই নৈৰাশ্যক প্ৰশ্ৰয় নিদিলে, বিপদক তুচ্ছ জ্ঞান কৰিলে, অহংকাৰ খৰ্ব কৰিলে, আৰু তেখেতৰ খীণ দেহটোৰ মাজত বিৰাজি থাকিল এক সদাহাস্যময় শিশু।

আনকালে, অধ্যাপক শৰ্মাদেৱৰ সহকৰ্মী, শুভাকাঙ্ক্ষী আৰু তেখেতৰ গুণমুগ্ধ বন্ধুসকলৰ এটা আক্ষেপ, অলপ বিস্তৰ খেদ আৰু এটা অনুচ্চ অনুযোগ আছিল যে, এগৰাকী চিন্তাশীল পণ্ডিত হোৱা সত্ত্বেও লিখিবলৈ তেখেতে অনিচ্ছুক। অৱশ্যে তেখেতে সমূলি নিলিখা হ'লে এই অভিযোগৰ ভিত্তি নাথাকিলহেঁতেন। কিয়নো যি মানুহে নিলিখে অথবা যিসকল লিখিবলৈ অপৰাগ, তেনে লোকক লিখাৰ বাবে অনুৰোধ কৰা অৰ্থহীন। তেনেহ'লে দৰাচলতে তেখেতে লিখি আছিল কাৰণেই অনুযোগটো যে তেখেতে কিয় নিলিখে বোলা কথাষাৰত অসংগতি আছে, তথাপি ই সঁচা।



সুদীৰ্ঘ দিন ধৰি এই পণ্ডিতগৰাকীয়ে নানা তত্ত্ব-গধুৰ আৰু অধ্যয়নপুষ্ট নিবন্ধ আদি ৰচনা কৰি আছিল। বস্তুতঃ, শাস্ত্ৰজ্ঞান বিশাল আছিল গুণে তেখেতৰ তাত্ত্বিক উপলব্ধি প্ৰত্যক্ষ জ্ঞানৰ তুল্য হৈ উঠিছিল আৰু সেয়ে তেখেতৰ ৰচনাত জড়তা নাছিল। এই পণ্ডিতগৰাকীৰ জ্ঞানৰ গভীৰতা আৰু বিস্তৃতিৰ কথা ভাবিলে আচৰিত হব লাগে। সাহিত্য সংস্কৃতিৰ প্ৰতি অনুৰাগ থকা ব্যক্তিসকলক তেখেতৰ প্ৰবন্ধবিলাকৰ সূক্ষ্ম অনুশীলন পদ্ধতি আৰু ভাষাৰ লালিত্যই মুগ্ধ কৰিছিল। সেয়ে তেখেতসকলে এইজনা পণ্ডিতৰপৰা আৰু বহুত তথ্যসমৃদ্ধ ৰচনা কামনা কৰিছিল। আন কিছুমানে তেখেতৰপৰা আশা কৰিছিল চিন্তাশীল গ্ৰন্থ। তেখেতৰ বিদ্যা, জ্ঞান বুদ্ধিৰ ওপৰত প্ৰগাঢ় আস্থা আছিল বাবে নানা সংগঠনে বিভিন্ন সময়ত তেখেতৰ ওচৰ চাপিছিল প্ৰবন্ধৰ বাবে আৰু পৰামৰ্শৰ বাবে। অৰ্থাৎ তেখেতৰ ওচৰত কৰা অভিযোগ, ঠিক অভিযোগ নহয় বৰং শ্ৰদ্ধা-নিবেদন, আক্ষেপ নহয়, সম্বৰ্ধনা। এজন কৃতী লেখকৰ বাবে, 'আপুনি আৰু লিখক' বুলি অনুৰোধ কৰাতকৈ আৰু কি উচ্চতৰ সন্মান থাকিব পাৰে!

অধ্যাপক শৰ্মাদেৱৰ ৰচনাৱলী বিভিন্ন আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। ইয়াৰ উপৰি, একাধিক সম্ভ্ৰান্ত অনুষ্ঠানৰ বিশেষ বিশেষ অধিৱেশনত দিয়া তেখেতৰ অভিভাষণ আৰু বক্তৃতামালাৰ সংগ্ৰহো বোধহয় সম্পূৰ্ণ হৈ উঠা নাই। তথাপি, এই কথা স্বীকাৰ্য যে শৰ্মাৰ ৰচনাৰাজি অসমৰ সাহিত্য-সংস্কৃতিৰ আধাৰ নিৱন্ধ হিচাপে পৰিগণিত হ'ব, কাৰণ, সংস্কৃতিৰ বিভিন্ন দিশত তেখেতে জ্ঞান-গৰ্ভ মৌলিক বিচাৰৰ অৱতাৰণা কৰিছিল।

প্ৰাক্-স্বাধীনতা কালত শৰ্মাদেৱৰ সাহিত্য-কৰ্ম বোধকৰোঁ গল্পতে সীমাবদ্ধ আছিল। ১৯৩৬ চনৰ পৰা ১৯৪০ চনলৈকে প্ৰতি দুবছৰৰ ব্যৱধানত শৰ্মাদেৱৰ তিনিটা গল্প প্ৰকাশ হয়। তেখেতৰ প্ৰথমটো প্ৰকাশিত গল্প বোধহয় 'দুৰদৰ্শিতা', দ্বিতীয়টো 'আবেগৰ ধুমুহা' আৰু তৃতীয়টো হ'ল 'কলংক'। তিনিওটা গল্প 'আৱাহন'ত প্ৰকাশ হৈছিল। বোধহয় আৰু দুই-চাৰিটা গল্প তেখেতে লিখিছিল। আচৰিত যে তেওঁৰ গল্পৰ জন্ম প্ৰাক্-স্বাধীনতাৰ কাল, আমাৰ চকুত পৰা নাই। স্বৰাজোত্তৰ কালত লিখা তেখেতৰ কোনো আৰু মৃত্যুও প্ৰাক্-স্বাধীন কাল। স্বৰাজোত্তৰ কালত লিখা তেখেতৰ কোনো গল্প আমাৰ চকুত পৰা নাই। প্ৰথমটো গল্প কিছু পৰিমাণে ব্যঙ্গাত্মক। বিদ্ৰূপাত্মক, ইয়াত আছে কপটতা আৰু ভণ্ডামিৰ প্ৰতি কটাক্ষপাত আৰু ভৰ্ৎসনা। স্বাধীনতাৰ প্ৰায় এক দশক পূৰ্বে, ৰাজনীতিৰ নেতাসকলৰ প্ৰতি জনসাধাৰণৰ অকুণ্ঠ শ্ৰদ্ধা আছিল। কাৰণ; সাধাৰণতে তেওঁলোক আছিল

নিষ্ঠাৱান, নিৰ্লোভ, সদাচাৰী আৰু দেশভক্ত। তথাপি, সেই সময়তো কোনো এজন ব্যক্তি, ক্ষমতা লাভৰ মোহত অৰ্থলিপ্সু হৈ, অত্যন্ত লোভী, প্ৰৱঞ্চক, দুৰ্নীতিপৰায়ণ আৰু নিতান্ত স্বাৰ্থান্বেষী হোৱাটো, আশ্চৰ্যৰ বিষয় নহয়। তথাপি, সংখ্যাত তেনেই বিৰল হোৱা সত্বেও শৰ্মাদেৱৰ সূক্ষ্ম দৃষ্টিৰপৰা এই ব্যক্তিগৰাকীও পলাই সাৰিব নোৱাৰিলে। সেই সুতীক্ষ্ণ দৃষ্টিৰ আগত তেওঁ নিৰাভৰণ হৈ গ'ল অনাদৃতৰূপে কলংকিতৰূপে।

আৰম্ভতে, দ্বিতীয়টো গল্প প্ৰেমৰ গল্প যেন লাগে। নায়কজন অতি প্ৰেমাতুৰ লোক। আনকি তেওঁৰ প্ৰেমৰ পাত্ৰীগৰাকীৰদ্বাৰা উপেক্ষিত, বঞ্চিত আৰু লাঞ্ছিত হোৱাৰ পাছত আত্মহত্যা কৰিবলৈকো প্ৰস্তুত হয়। অথচ তেওঁৰ প্ৰতি লেখকৰ কিছুমাত্ৰ সহানুভূতি নাই, বৰং আছে প্ৰচ্ছন্ন ভ্ৰূকুটি। তাৰ কাৰণ হ'ল যে, বাস্তৱতে প্ৰেমিকজনৰ প্ৰেম নিতান্তই এটা অপৈণত মনৰ উত্তেজনা। গতিকে অসংযত মনৰ মোহভঙ্গৰ দুৰ্দশা সহানুভূতিৰ যোগ্য নহয়। তৃতীয়টো গল্পত সমাজ-সংস্কাৰৰ সংকেত আছে। সদ্য বিবাহিত পত্নীক ঘৰত এৰি থৈ যুৱক এজনে জীৱিকা অৰ্জনৰ বাবে দূৰ স্থানলৈ গুচি যায়। সেই সুযোগতে সমাজপতিৰ আসনত থকা দুশ্চৰিত্ৰৰ লোক এজনে তেওঁৰ কু-অভিসন্ধি পূৰ্ণ কৰিব নোৱাৰি, তিৰোতাগৰাকীক মিথ্যা অপবাদ দি তেওঁক সমাজচ্যুত কৰিবলৈ বিচাৰে। সেই সময়তে ডেকাজন উভতি আহে, আৰু এই মিথ্যা অপবাদৰ বিৰুদ্ধে হুংকাৰ দি, সামাজিক অন্যায়ৰ বিৰুদ্ধে মূৰ দাঙি উঠে। সামাজিক অন্যায়ৰ বিৰুদ্ধে যুৱমানসৰ নিৰ্ভীক প্ৰত্যাহ্বান—এয়ে গল্পটোৰ নিহিত উদ্দেশ্য।

শৰ্মাদেৱৰ গল্পকৃতিৰ সম্যক আৰু পূৰ্ণাঙ্গ আলোচনাৰ প্ৰচেষ্টা আমি কৰা নাই। তেখেতৰ কেইটামান গল্পৰ বিষয়বস্তুৰ সামান্য আভাস দি তেখেতৰ কথা—আদৰ্শ আৰু প্ৰেক্ষাপথৰ যৎসামান্য ইঙ্গিত দিয়াই আমাৰ উদ্দেশ্য। নিঃসন্দেহে, তেখেতৰ গল্প সৃষ্টিত তেখেতৰ সংস্কাৰ ধৰ্মী মনটোৰ গভীৰ প্ৰভাৱ পৰিছিল। যেন সংস্কাৰ ধৰ্মী মনটো সংস্কাৰব্ৰতী হৈ উঠিছিল। এনেকুৱা সন্দেহ হয় যে তেখেতৰ গল্পৰ কাহিনীয়ে কলাৰূপ গ্ৰহণ কৰাৰ পূৰ্বে কোনো এক প্ৰকাৰ দায়বদ্ধতাই তেখেতক নিস্তেজ কৰি তুলিছিল।

সাহিত্য সমালোচনাৰ ক্ষেত্ৰত অধ্যাপক শৰ্মাদেৱৰ অৱদান "চৌধাৰীৰ সাহিত্য প্ৰতিভা" গ্ৰন্থৰ অন্তৰ্গত "ঐতিহ্য আৰু পুৰাবৃত্ত" শীৰ্ষক প্ৰবন্ধটো। ইয়াত বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কবিতা সম্পৰ্কে তেখেতে এক বিৰল পাণ্ডিত্য—পূৰ্ণ আলোচনা আগ বঢ়াইছে। তেখেতৰ নিজৰ ভাষাত—



"বিশাল সংস্কৃত সাহিত্যৰ উপনিষদ, ইতিহাস, পুৰাণ আৰু কাব্যভাগে কবি ৰঘুনাথৰ মন বিশেষভাৱে আলোড়িত কৰিছিল আৰু সেই আলোড়নৰে প্ৰতিধ্বনি কবিৰ সমগ্ৰ কাব্য-সাহিত্য জুৰি আছে।"

সংস্কৃতৰ স্নাতকোত্তৰ উপাধিধাৰী হোৱাৰ উপৰিও শৰ্মাদেৱ সাহিত্য-পুৰাণৰ শাস্ত্ৰীও আছিল। গতিকে সংস্কৃতৰ অনেক মৌলিক গ্ৰন্থ অধ্যয়ন কৰাৰ সুযোগ তেখেতে লাভ কৰিছিল। দৰাচলতে সংস্কৃত সাহিত্যৰ বিশাল গ্ৰন্থসমূহৰ অধ্যয়নে তেখেতক সৰ্বপ্ৰকাৰ ভাষা, সাহিত্য, ধৰ্ম বিষয়ৰ আলোচনা, সম্পাদনা আদি কাৰ্যত সক্ষম কৰি তুলিছিল। ৰঘুনাথ চৌধাৰীৰ কবিতাত এটা স্বকীয় মহিমাময় গুঞ্জন আছে—পাঠক আৰু শ্ৰোতা উভয়কে মুহূৰ্ততে উন্নমিত কৰি হৃদয়-মন জুৰি শিহৰণ জগাই দিয়ে। তাৰ পাছত আৰু কোনো বিশ্লেষণৰ প্ৰশ্ন নুঠে। কাৰণ মনটো যেন আবেগাপ্লুত হৈ আৰ্দ্ৰ হৈ পৰে। চিন্তাৰ গতি ব্যাহত হয়, গতিকে এনেকুৱা সমালোচকৰ প্ৰয়োজন হয় যাৰ সংযমিত আৰু অধ্যয়ন—পুষ্ট দৃষ্টিয়ে এই মোহান্ধাৰ ভেদ কৰি তুঙ্গস্থানৰপৰা কবি সৃষ্টিৰ বিশালতা পৰ্যবেক্ষণ কৰিব পাৰে। কবিজনাৰ নিজৰে আয়ত্ত হৈ আছিল এনে এক অন্তৰ্দৃষ্টি, যাৰ আগত হেজাৰ বছৰৰ কৃষ্টি সমৃদ্ধ এখন জগৎ ৰূপেৰসে প্ৰতিভাত হৈ উঠিছিল। অধ্যাপক শৰ্মাদেৱৰ দৃষ্টিতো আছিল সেই একেখন জগৎ—অধ্যয়নপুষ্ট, জ্ঞান-লব্ধ।

উল্লেখনীয় যে শৰ্মাদেৱে ভাৰতীয় সমালোচনা পদ্ধতি বিষয়ক প্ৰবন্ধও লিখিছিল। এই বিষয়ত তেখেতে অৱশ্যে তেখেতৰ কোনো নিজস্ব ভাষ্যৰ অৱতাৰণা কৰা নাছিল, তাৰ প্ৰয়োজনো নাছিল। ৰসতত্ত্ব সম্বন্ধে আমাৰ ঋষিমুনি আৰু পণ্ডিতসকলে যি শাস্ত্ৰ ৰচনা কৰিছিল তাৰ এটা থূলমূল আভাস দিয়াই বোধহয় এই আলোচনাৰ উদ্দেশ্য আছিল। অসমীয়া সাহিত্যৰ আলোচনাৰ ক্ষেত্ৰত, অকল ৰঘুনাথ চৌধাৰীৰ কবি প্ৰতিভাৰ মূল্যাঙ্কন কামতেই শৰ্মাদেৱ ক্ষান্ত হোৱা নাছিল। যিসকল ব্যক্তিয়ে অসমীয়া জাতি আৰু অসমীয়া ভাষা সাহিত্যক এক বিশেষ মৰ্যাদাপূৰ্ণ স্থানলৈ উন্নীত কৰিলে সেইসকলৰ মাজৰ-পৰা আধুনিক কেবাগৰাকী ব্যক্তিৰ একোটাইত দিশ তেখেতৰ লিখনিত সমুজ্জ্বল হৈ ৰৈ গৈছে। প্ৰশস্তিৰূপেই হওঁক, অথবা ব্যক্তিপৰিজ্ঞান ৰূপেই হওঁক, এই পণ্ডিত গৰাকীয়ে মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা, আনন্দ ৰাম বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, তৰুণ ৰাম ফুকন, শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতি বৰেণ্য লোকসকলৰ বিষয়ে কোনো একোটা দিশত নাতিদীৰ্ঘ অথচ তত্ত্ব-গধুৰ

ৰচনা লিপিবদ্ধ কৰি থৈ গৈছে, আৰু যিসকল পণ্ডিতে সংস্কৃত সাহিত্যত চৰম ব্যুৎপত্তি লাভ কৰি দাৰিদ্ৰৰ মাজত কাম কৰি সংস্কৃত শিক্ষাক জীয়াই ৰাখিছিল সেই সদা-স্মৰণীয় পণ্ডিত মণ্ডলীৰ সংক্ষিপ্ত পৰিচয় পঞ্জীও তেখেতে সম্পাদনা কৰি উলিয়াইছিল। আনকি যি কেইজনা লোকৰ সহায়, উৎসাহ আৰু পৰামৰ্শৰ বলত, "আৱাহনে" অসমীয়া জাতিৰ সেৱাত ব্ৰতী হৈ থকাৰ সামৰ্থ্য লাভ কৰিছিল সেই সকলকো সশ্ৰদ্ধে পৰিচয় কৰি দিবলৈ তেখেতে পাহৰা নাই। তেখেতৰ বিশ্লেষণ দৃষ্টি ইমান তীক্ষ্ণ অথচ ক্ষমতাসিক্ত যে এ্ৰকোটা বাক্য বা বাক্যাংশতে তেখেতে ব্যক্তি বিশেষৰ আজীৱন সাধনাক মুহূৰ্ত্ততে সঞ্জীৱিত কৰি এক ৰম্য জীৱনালেখ্য সৃষ্টি কৰি তোলে। কৃষ্ণকান্ত সন্দিকৈৰ পৰিচয় দি তেখেতে কয়—'ভাৰতীয় সংস্কৃতিৰ বেদীত উৎসৰ্গীকৃত জীৱন', 'ভাৰতীয় সংস্কৃতিৰ মিছনেৰী সন্দিকৈ'।

শৰৎচন্দ্ৰ গোস্বামী অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক উদ্যোক্তা সকলৰ অন্যতম। সেই বাবে গোস্বামীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে আয়োজন কৰা সাহিত্য সভাৰ উৎসৱক তেখেতে নাম দিয়ে "সাহিত্য সভাৰ জনক জয়ন্তী উৎসৱ।" গোস্বামীৰ ব্যক্তিত্ব বৰ্ণাবলৈ গৈ তেখেতে লিখিছে—"উপনিষদৰ ঋষিৰ কল্পনাৰ আদিষ্ট, বলিষ্ঠ, দ্ৰঢ়িষ্ঠ, অধ্যায়ক, সাধু, যুৱা পুৰুষ গোস্বামীদেৱ।" কিয়ৎ পৰিমাণে অতিৰঞ্জিত, কিন্তু তীব্ৰ অৰ্থবহ। যিখিনি ৰচনাৰ উল্লেখ কৰা হ'ল, এইখিনি আচাৰ্য গৰাকীৰ ৰচনাৱলীৰ মাত্ৰ একাংশ। তেখেতৰ অধিকাংশ ৰচনা ধৰ্ম, শিক্ষা আৰু জাতীয় জীৱনৰ সমস্যা কিছুমানৰ ওপৰত কৰা তাত্ত্বিক আলোচনা। সুদীৰ্ঘ নহ'লেও প্ৰতিটো আলোচনা সু-সংযত আৰু সু-মাৰ্জ্জিত। ইয়াৰ উপৰি তেখেতৰ সম্পাদিত গ্ৰন্থদ্বয় 'কৌটিল্য অৰ্থশাস্ত্ৰ' আৰু 'মুদ্ৰাৰাক্ষস' অসমীয়া সাহিত্যলৈ বিশিষ্ট অৱদান। তেখেতে যুটীয়াভাৱে সম্পাদন কৰা 'আধুনিক অসমীয়া অভিধান' আৰু নিজস্বভাৱে সম্পাদনা কৰা "অসমীয়া বিশ্বকোষ'—অকল এই দুখন গ্ৰন্থই তেখেতক সমাদৃত আৰু স্মৰণীয় কৰি ৰাখিব।

অধ্যাপক শৰ্মাদেৱ এক দুৰ্লভ সম্পদৰ অধিকাৰী আছিল। সেয়া হ'ল— সংস্কৃত সাহিত্যৰ কাব্য আৰু পুৰাণৰ সম্যক জ্ঞান। ধৰ্মালোচনা মূলক প্ৰবন্ধ বিলাকত তেখেতে এই অধিকাৰ সাব্যস্ত কৰিছে। □

হে আচাৰ্য, আপুনি হৈ ৰ'ল অবিস্মৰণীয়।

# শিক্ষাগুৰু আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ প্ৰতিভা

যোগেশ্বৰ শৰ্মা

কটন মহাবিদ্যালয়ৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ হিচাপে মই অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱক প্ৰথম দেখা পাওঁ। তেতিয়া কটন মহাবিদ্যালয়ৰ নতুন অধ্যাপক-সকলৰ ভিতৰত তেখেতো এজন। বয়সত নবীন হ'লেও শিক্ষাদানৰ ক্ষেত্ৰত তেতিয়াই তেখেত প্ৰবীণ আছিল। তেখেত আছিল নাতিস্থূল, নাতিক্ষীণ দেহ-বিশিষ্ট, বুদ্ধি-স্ফুৰিত স্মৰমান মুখগুলেৰে শোভিত, শ্যামকান্তি সুদৰ্শন পুৰুষ। প্ৰথম দৃষ্টিগোচৰ হোৱাৰ লগে লগে অনুমান হয় যেন এজন প্ৰকৃত শিক্ষক। পৰিধেয় বস্ত্ৰ আছিল শুভ্ৰ ধুতি, পাঞ্জাৱী আৰু এখন চাদৰ। আড়ম্বৰহীন স্বচ্ছ পৰিচ্ছদেই তেখেতৰ মানসিক স্বচ্ছতাৰ স্বাক্ষৰ বহন কৰে। জাকজমকতাৰ প্ৰতি অনাসক্ত আৰু বিলাসস্পৰ্শশূন্য তেখেতৰ জীৱন।

কটন মহাবিদ্যালয়ত নিযুক্তি পোৱাৰ আগেয়ে তেখেতে গুৱাহাটী সন্দিকৈ মহাবিদ্যালয়, কটন কলেজিয়েট স্কুল আৰু সোণাৰাম মাধ্যমিক বিদ্যালয়ত সংস্কৃত শিক্ষক হিচাপে কাম কৰিছিল। এগৰাকী কৃতী শিক্ষক হিচাপে কৰ্ম-জীৱনৰ পাতনি মেলা শৰ্মাদেৱে জীৱনৰ পশ্চিম বয়সত জ্ঞানবৃদ্ধ যশস্বী শিক্ষকৰূপেই গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অৱসৰ গ্ৰহণ কৰে। মাধ্যমিক বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় আদি শিক্ষাৰ বিভিন্ন প্ৰতিষ্ঠানত একাধাৰে আজীৱন শিক্ষা দান কৰি শৰ্মাদেৱে ছাত্ৰসমাজত যি বিমল যশস্যা অৰ্জন কৰিছিল, সেই যশস্যাৰ অধিকাৰী হোৱা বহু শিক্ষকৰে ভাগ্যত সহজে নঘটে।

অধিক গ্ৰন্থ ৰচনা নকৰাকৈ নাইবা গৱেষণালব্ধ উপাধিৰে বিভূষিত নোহোৱা-কৈও শিক্ষা জগতত শৰ্মাদেৱে যি সুখ্যাতি অৰ্জন কৰিছে তাক তেখেতৰ আশাশুধীয়া জ্ঞান সাধনাৰ কৃতিত্ব বুলিব লাগিব। শিক্ষাদানৰ কৌশলিক প্ৰণালী শিক্ষকৰ নিজস্ব কল্পনা-কল্পিত বস্তু। অভিজ্ঞতামূলক তেখেতৰ শিক্ষাদান পদ্ধতিয়ে ছাত্ৰ-ছাত্ৰীসকলৰ অন্তৰত স্থায়ীভাৱে ৰেখাপাত কৰিছিল, সেই কাৰণে তেখেত আমৰণ ছাত্ৰ সমাজত 'ছাৰ' বা প্ৰকৃত গুৰুৰূপে সন্মানৰ চিৰাদৃত

আসনত প্ৰতিষ্ঠিত হৈ থাকিব পাৰিছিল। এইদৰে তেখেত এজন কৃতবিদ্য শিক্ষক স্বৰূপে প্ৰতিষ্ঠিত হোৱাৰ মূলত আছিল তেখেতৰ জ্ঞানান্বেষণৰ প্ৰতি থকা অকৃত্ৰিম অনুৰাগ আৰু অধ্যয়নৰ প্ৰতি ঐকান্তিক আগ্ৰহ। অধ্যয়ন আৰু অধ্যাপনাক সাধনাৰূপে গ্ৰহণ নকৰিলে শিক্ষাব্ৰতী শিক্ষক স্বৰূপে কৃতিত্ব লাভ কৰা সম্ভৱপৰ হ'ব নোৱাৰে। অৰ্থ নাইবা সমাজত আন ধৰণৰ প্ৰতিপত্তিৰ অভিলাষী হৈ তেখেতে কোনো দিনে আন কোনো প্ৰশাসনীয় চাকৰিলৈ ঢাপলি মেলা নাছিল। আজীৱন ছাত্ৰসকলৰ মাজত থাকি শিক্ষাদান কৰাই আছিল তেখেতৰ জীৱনৰ ব্ৰত। শিক্ষাৰ কাৰণে গোটেই জীৱন উছৰ্গা কৰিছিল, বৃত্তি হিচাপে তেখেত শিক্ষকতা কৰা নাছিল। এয়া তেখেতৰ জীৱনৰ এটা উল্লেখযোগ্য বিশেষত্ব।

শৰ্মাদেৱ যে কেৱল এজন কৃতী শিক্ষকেই আছিল এনে নহয়, তেখেত এজন আদৰ্শ শিক্ষক হিচাপেও সুপৰিচিত আৰু সুপ্ৰতিষ্ঠিত আছিল। আদৰ্শ শিক্ষক হ'বলৈ যি নিষ্ঠা আৰু নৈতিকতাৰ প্ৰয়োজন তেখেতৰ চৰিত্ৰত সেই উভয় গুণৰে সমাৱেশ ঘটিছিল। পৰ্যায়ক্ৰমে নিৰ্দিষ্ট পাঠ্যক্ৰমৰ মাজেদি গৈ এজন শিক্ষক হ'ব পাৰি, কিন্তু এজন আদৰ্শ শিক্ষক হোৱা কঠিন, কিয়নো আদৰ্শ শিক্ষক হ'বলৈ কোনো নিৰ্দিষ্ট পাঠ্যক্ৰম নাই, ই শিক্ষকে নিজে আয়ত্ত কৰা গুণেৰে গঢ়ি তোলা চাৰিত্ৰিক বৈশিষ্ট্য। শিক্ষা প্ৰতিষ্ঠানখনেৰে সৈতে নিজক অভিন্ন কৰি গৌৰৱ অনুভৱ কৰা শিক্ষকেহে সেই প্ৰতিষ্ঠানৰ শৈক্ষিক পৰিৱেশ সৃষ্টি কৰাত অৰিহণা যোগাব পাৰে। শিক্ষকৰ ব্যক্তিত্ব, আচাৰ—ব্যৱহাৰ আৰু কাৰ্য-কলাপে ছাত্ৰৰ চৰিত্ৰ বিকাশত মহত্ত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। উপদেশতকৈ আহি শ্ৰেষ্ঠ এই কথাষাৰ এই ক্ষেত্ৰতে বিশেষভাৱে খাটে। নীতিপৰায়ণ শিক্ষকৰ ব্যৱহাৰে ছাত্ৰৰ ওপৰত প্ৰগাঢ় প্ৰভাৱ পেলায় আৰু ছাত্ৰসকলে তেনে শিক্ষকৰপৰা সেই নৈতিক মূল্য আহৰণ কৰিবলৈ আগ্ৰহান্বিত হয়। শৰ্মাদেৱ আছিল সেই আদৰ্শ-পৰায়ণ শিক্ষক যাৰ নৈতিক প্ৰভাৱৰ কথা আজিও তেখেতৰ গুণ-গ্ৰাহী ছাত্ৰসকলে শ্ৰদ্ধাৰে স্মৰণ কৰে। চিৰহাস্যময়ী সুমিষ্ট ব্যৱহাৰৰদ্বাৰা তেখেতে ছাত্ৰসকলৰ অন্তৰত তেখেতৰ স্মৃতিছাপ চিৰ সেউজীয়াকৈ ৰাখি থৈ গৈছে।

শৰ্মাদেৱৰ জীৱন আছিল ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ মিলন-মোহনা। তেখেতৰ লগত কথা-বাৰ্তা হ'লে আৰু কোনো বিষয়ৰ আলোচনা কৰিলেই তেখেতৰ জ্ঞানৰ গভীৰতা আৰু বিস্তৃত অধ্যয়নৰ উমান পোৱা যায়। তেখেত আছিল এজন সুমিষ্টভাষী সুদক্ষ বক্তা। বিভিন্ন সভা-সমিতিত তেখেতে দিয়া জ্ঞানোদ্দীপ্ত



আৰু সাৰগৰ্ভ ভাষণৰপৰা তেখেতৰ জ্ঞানৰ প্ৰখৰতা, অধ্যয়নৰ বিস্তৃতি আৰু ৰসবোধৰ মাধুৰ্যসমূহৰ আভাস পোৱা যায়। শৰ্মাদেৱৰ ভাষণৰ বৈশিষ্ট্য হ'ল সঙ্গতি অক্ষুণ্ণ ৰাখি প্ৰসঙ্গক্ৰমে ৰুচিসম্পন্ন ব্যঙ্গোক্তিৰ অৱতাৰণা কৰি শ্ৰোতাবৰ্গক আনন্দমুখৰিত কৰি তোলা। জ্ঞানগৰ্ভ ভাষণৰ মাজেদি প্ৰকাশিত পাণ্ডিত্য আৰু দক্ষতাৰে বাবে তেখেতে সকলোৰে ভূয়সী প্ৰশংসা লাভ কৰিছিল। বক্তাৰ বিশেষ প্ৰজ্ঞা নাথাকিলে শ্ৰোতাক এইদৰে মুগ্ধ কৰিব নোৱাৰে। শিক্ষা, সাহিত্য, ধৰ্ম আৰু সংস্কৃতিমূলক সভা-সমিতিলৈ তেখেতে প্ৰায়ে নিমন্ত্ৰিত হৈছিল আৰু যি সভাতেই যি দায়িত্ব লৈ ভাষণ দিছিল, নিঃসন্দেহে তেখেতে তাৰ মৰ্যাদা অটুট ৰাখিব পাৰিছিল। তেখেতৰ ভাষণত ব্যক্তিগত বা অবান্তৰ কথাৰ স্থান নাছিল। সভাৰ সময় সম্বন্ধে তেখেতে সদায় সচেতন আছিল।

শৰ্মাদেৱ সংস্কৃত সাহিত্যৰ এজন সুৰজ্ঞি আৰু সুদক্ষ পণ্ডিত আছিল। কলিকতা বিশ্ববিদ্যালয়ৰপৰা কাব্য-শাখাৰ এম. এ. উপাধি লাভ কৰাৰ উপৰিও তেখেতে অসম সংস্কৃত বোৰ্ডৰপৰা সাহিত্য আৰু পুৰাণশাস্ত্ৰী উপাধি লাভ কৰিছিল। কাব্য, ব্যাকৰণ, দৰ্শন আৰু পুৰাণ শাস্ত্ৰত শৰ্মাদেৱৰ অগাধ ব্যুৎপত্তি আছিল আৰু স্বকীয় দৃষ্টিভঙ্গীৰে সিবোৰৰ বিশ্লেষণ কৰাত সিদ্ধহস্ত আছিল। বেদান্ত, পুৰাণ আৰু ধৰ্মশাস্ত্ৰৰ গভীৰ অধ্যয়নে তেখেতৰ জ্ঞান গভীৰতৰ কৰি তুলিছিল আৰু তাৰ ফলস্বৰূপে ভাৰতৰ প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ প্ৰতিচ্ছবি তেখেতৰ লিখিত ভাষণ আৰু প্ৰবন্ধাদিত প্ৰতিবিম্বিত হৈ আছে। পুৰাণসমূহৰ ভিতৰত ভাগৱত পুৰাণেই আছিল তেখেতৰ অধিক প্ৰিয়। গুৱাহাটীৰ হৰিসভা প্ৰমুখ্যে চহৰৰ বিভিন্ন নামঘৰ আৰু পূজা মন্দিৰ আদিত সময়ে সময়ে ভাগৱতৰ তাৎপৰ্য ব্যাখ্যা কৰি ভক্তপ্ৰাণ সুধীবৃন্দক আপ্যায়িত কৰিছিল।

ভাগৱত কেৱল এখন উত্‌কৃষ্ট ধৰ্মগ্ৰন্থই নহয়, ই সকলো দিশৰপৰা এখন অতি উপাদেয় গ্ৰন্থ। ইয়াৰ কাব্যিক মূল্য আন কোনো কাব্য-গ্ৰন্থতকৈ কম নহয়। ভাগৱত গ্ৰন্থ পাণ্ডিত্য আৰু কবিত্বৰ মিলন-মন্দিৰ বুলি ক'ব পাৰি। ভাগৱত সম্বন্ধে এষাৰ কথা আছে 'বিদ্যাৱতাং ভাগৱতে পৰীক্ষা।' ইয়াৰপৰা ভাগৱতৰ দুৰূহতাৰ পৰিচয় পোৱা যায়। ভাগৱতক মহৰ্ষি বাদৰায়ণ-প্ৰণীত 'ব্ৰহ্মসূত্ৰ'ৰ অৰ্থ বা ব্যাখ্যাস্বৰূপ বুলি কোৱা হৈছে 'অৰ্থোঽয়ং ব্ৰহ্মসূত্ৰাণাম্'। ইয়াৰপৰা এইটো অনায়াসে অনুমান কৰিব পাৰি যে ভাগৱতৰ ব্যাখ্যা কৰিবলৈ গ'লে ব্ৰহ্মসূত্ৰ বা বেদান্তদৰ্শনৰ জ্ঞান অপৰিহাৰ্য। বেদান্তদৰ্শনৰ মূল উপজীব্য উপনিষদৰ সম্যক জ্ঞান নাথাকিলে বৈদান্তিক তত্ত্বসমূহৰ যথাৰ্থ জ্ঞান অনুধাৱন কৰিব পৰা নাযায়।

হিন্দুৰ আন এখন ধৰ্মীয় গ্ৰন্থ হ'ল ভগৱদ্-গীতা—উপনিষদৰ সাৰসংগ্ৰহ। ই ভাগৱতৰ ধৰ্ম আৰু দৰ্শনেৰে সৈতে ওতপ্ৰোতভাৱে জড়িত। গতিকে দেখা যায় ভাগৱতৰ তত্ত্ব নিয়াৰিকৈ ব্যাখ্যা কৰিবলৈ হ'লে উপনিষদ, বেদান্তদৰ্শন আৰু গীতাশাস্ত্ৰৰ মৌলিক তত্ত্বসমূহৰ সম্যক জ্ঞানৰ প্ৰয়োজন।

শৰ্মা মহোদয় আছিল এনে এজন পণ্ডিত যি উক্ত শাস্ত্ৰসমূহৰ মৌলিক তত্ত্বসমূহ খুঁটি-মাটি মাৰি আয়ত্ত কৰিছিল আৰু নিজস্ব দৃষ্টিভঙ্গীৰে সিবোৰৰ ব্যাখ্যা উপস্থাপিত কৰিছিল। ইয়াৰ মূলত আছিল তেখেতৰ স্বকীয় প্ৰজ্ঞা। সুভাষিতত পোৱা যায় ঃ

যস্য নাস্তি নিজা প্ৰজ্ঞা কেৱলং তু বহুশ্ৰুতম্।
ন স জানাতি শাস্ত্ৰাৰ্থং দৰ্ৱী সূপৰসানিৱ॥

বহুশাস্ত্ৰ অধ্যয়ন কৰিলেও নিজস্ব প্ৰজ্ঞা নথকাজনে শাস্ত্ৰৰ মৰ্মাৰ্থ উপলব্ধি কৰিব নোৱাৰে—যেনেকৈ মঙহৰ জোলৰ সোৱাদ হেতাই অনুভৱ কৰিব নোৱাৰে।

উপনিষদ, গীতা, ভাগৱত নাইবা বেদান্তদৰ্শনৰ বিষয়ে তেখেতে কোনো স্বতন্ত্ৰ গ্ৰন্থ প্ৰণয়ন কৰা নাই যদিও উক্ত বিষয়সমূহৰ আধাৰত বিভিন্ন আলোচনীত প্ৰকাশিত তেখেতৰ তথ্যভিত্তিক প্ৰবন্ধাৱলী পাঠ কৰিলে সন্দেহাতীতভাৱে ক'ব পাৰি যে তেখেতে শাস্ত্ৰসমূহ গভীৰভাৱে অধ্যয়ন কৰিছিল।

'উপনিষদ যুগৰ শিক্ষা' শীৰ্ষক প্ৰবন্ধত শৰ্মাদেৱৰ উপনিষদৰ শিক্ষাৰ আদৰ্শ, গুৰু-শিষ্যৰ সম্বন্ধ আৰু শিষ্যৰ কাৰণে গুৰুভক্তিৰ আলোচ্য বিষয়সমূহত কঠোপনিষদ, ছান্দোগ্যোপনিষদ, মুণ্ডকোপনিষদ, তৈত্তিৰীয়োপনিষদ আৰু বৃহদাৰণ্যকোপনিষদ আদিৰপৰা আহৃত যথোপযুক্ত উদ্ধৃতিৰে নিজস্ব অভিমত উপস্থাপিত কৰিছে। এই প্ৰসঙ্গত তেখেতৰ দুটা উক্তি বিশেষভাৱে প্ৰণিধান যোগ্য ঃ 'বিদ্যাৰ কোনো এটা শাখাৰ পাণ্ডিত্যই এজন মানুহক শিক্ষিত বুলি পৰিচয় নিদিয়ে। মানুহক মানুহ হিচাপে বিকশাই তোলাই শিক্ষাৰ উদ্দেশ্য।' পুনশ্চ 'পঢ়ি বা শুনি যি জ্ঞান লাভ কৰা হয় তাক নিজৰ চিন্তাৰে আপোন কৰি লৈ জীৱন প্ৰবাহৰ লগত মিলাই যোৱাই প্ৰকৃত শিক্ষাৰ উদ্দেশ্য। চিন্ত, বাক্য আৰু ক্ৰিয়াৰ একৰূপতা সম্পাদন নহ'লে শিক্ষা নিষ্ফল হয়।' তেখেতৰ এই দুটা মন্তব্য এজন আদৰ্শ শিক্ষাবিদৰ অভিজ্ঞতামূলক চিন্তাপ্ৰসূত শাশ্বত বাণী।

'গীতাৰ সাৰ' শীৰ্ষক প্ৰবন্ধত জীৱৰ মুক্তিৰ কাৰণে কৰ্ম, ভক্তি আৰু জ্ঞান এই তিনিওটাকে সাধনাৰ পথ বুলি প্ৰতিপাদন কৰাই গীতাৰ উদ্দেশ্য আৰু গীতাৰ এই গভীৰতম সাৰমৰ্ম একেটা মাথোন শ্লোকতে (১১/৬৫ গীতা) যে নিহিত হৈ



আছে, তাকেই তেখেতে এই প্ৰবন্ধত বিশ্লেষণ কৰি দেখুৱাইছে। কাৰণ ইতিপূৰ্বে নানাভাৱে উপদেশ দিয়া সত্ত্বেও অৰ্জুনৰ সংশয় আঁতৰি নোযোৱা যেন দেখি ভগৱান শ্ৰীকৃষ্ণই সমস্ত ৰহস্যৰ ভিতৰতে এইটো অতি গুহ্য আৰু শেষ কথা বুলি পুনঃ তেওঁক সোঁৱৰাই দিছে ঃ

'সৰ্বগুহ্যতমং ভূয়ঃ শৃণু মে পৰমং বচঃ।'

'ভাগৱত ধৰ্ম' শীৰ্ষক প্ৰবন্ধত শৰ্মাদেৱে ভাগৱতক পুৰাণ সূৰ্য বুলি অভিহিত কৰিছে আৰু প্ৰথমে বেদ, মহাভাৰত, পূৰ্বমীমাংসা মনু আৰু বৈশেষিক দৰ্শনাদিত নিৰ্দিষ্ট ধৰ্মৰ স্বৰূপ সম্পৰ্কে উল্লেখ কৰি ভক্তিকেই ভাগৱতৰ পৰম ধৰ্ম বুলি অভিহিত কৰিছে।

তেখেতে লিখিছে—"ভাগৱত ধৰ্মৰ অভীষ্ট দেৱতা হৈছে পৰম সত্যৰূপী ভগৱান। ভগৱান সচ্চিদানন্দময়, তেওঁ স্বৰূপত নিৰ্গুণ নিৰাকাৰ হৈও তেওঁৰ মায়া শক্তিৰে সগুণ আকাৰ যেন প্ৰতীয়মান হৈ ভক্তৰ ওচৰত প্ৰকাশিত হয়। ভাগৱত ধৰ্মৰ মুখ্য অভিপ্ৰায় মানুহক পৰমানন্দৰ আস্বাদ দিয়া। এই ধৰ্মত কোনো ফলাকাঙ্ক্ষা আনকি মোক্ষৰো আকাঙ্ক্ষা নাই। ভাগৱত নিৰূপিত ভক্তিৰদ্বাৰা খুব কম সময়ৰ ভিতৰতে ভগৱানক হৃদয়ত উপলব্ধি কৰিব পাৰি। গীতাৰ দৰে ভাগৱতোক্ত ধৰ্মও একশৰণ ধৰ্ম। শৰণ্য দেৱতা পূৰ্ণ ব্ৰহ্মৰূপ শ্ৰীকৃষ্ণ"

গীতা আৰু ভাগৱতৰপৰা আৱশ্যকীয় শ্লোকৰ উদ্ধৃতি দি তেখেতে ভাগৱত ধৰ্ম সম্পৰ্কে সুস্পষ্ট আলোচনা কৰিছে আৰু মন্তব্য দিছে যে "ভাগৱত নিৰূপিত ভক্তিৰদ্বাৰা খুব কম সময়ৰ ভিতৰতে ভগৱানক হৃদয়ত উপলব্ধি কৰিব পাৰি আৰু ভাগৱত-ধৰ্মৰ অনুশীলনৰ ফলত মানুহে পৰম সুখ লাভ কৰিব পাৰে।" Bezbaroa as an Exponent of Religion and Philosophy শীৰ্ষক প্ৰবন্ধ পাঠ কৰিলে শৰ্মা মহোদয়ৰ বেদান্ত দৰ্শন সম্বন্ধে সম্যক জ্ঞানৰ সন্তেদ পোৱা যায়। কিয়নো প্ৰবন্ধৰ মূল আলোচ্য বিষয়ত প্ৰৱেশ কৰাৰ আগেয়ে তেখেতে বেদান্তদৰ্শনৰ বিভিন্ন সম্প্ৰদায়ৰ মতবাদসমূহৰ পৰিচয় আৰু তেওঁলোকৰ মাজত থকা ভেদসমূহৰ সূক্ষ্ম বিশ্লেষণ স্পষ্টভাৱে দাঙি ধৰিছে। তদুপৰি বেদান্তদৰ্শন সম্বন্ধে স্পষ্ট জ্ঞান নাথাকিলে ৰসৰাজ বেজবৰুৱাৰ দাৰ্শনিক ভিত্তিৰে উপস্থাপিত ধৰ্মমতৰ আলোচনা দুৰূহ আৰু দুঃসাধ্য হৈ পৰে।

উপৰি উক্ত কথাৰপৰা নিঃসন্দেহে ধাৰণা কৰিব পাৰি যে শৰ্মা মহোদয় উপনিষদ, গীতা, ভাগৱত, বেদান্ত দৰ্শনৰ বিচক্ষণ পণ্ডিত আছিল।

ভাৰতৰ সনাতন ধৰ্ম সম্পৰ্কে তেখেতৰ জ্ঞান আৰু বিশ্বাস বৰ গভীৰ

আছিল। তেখেত আছিল এজন নৈষ্ঠিক ধৰ্মপ্ৰাণ লোক। তেখেত প্ৰাচীন ৰীতি-নীতিৰ প্ৰতি আস্থাশীল আৰু সেইকাৰণেই তেখেতৰ প্ৰতি মানুহৰ শ্ৰদ্ধা আছিল। মালিগাঁৱত অনুষ্ঠিত সদৌ অসম সনাতন ধৰ্ম সমিতিৰ দ্বিতীয় বাৰ্ষিক অধিৱেশনত দিয়া সভাপতিৰ অভিভাষণ আৰু সনাতন ধৰ্ম সভাৰ স্মৃতি গ্ৰন্থত প্ৰকাশিত "সনাতন ধৰ্ম আৰু ইয়াৰ বৈশিষ্ট্য" শীৰ্ষক প্ৰবন্ধত সনাতন ধৰ্ম সম্পৰ্কে স্পষ্ট অভিমত দাঙি ধৰি তেখেতে মন্তব্য প্ৰকাশ কৰিছে যে সনাতন ধৰ্মৰ মূল শাস্ত্ৰ বেদ আৰু লগতে বৈদিক সাহিত্যৰ এটি চমু আভাস দাঙি ধৰিছে। তেখেতে প্ৰতিপন্ন কৰিছে যে সনাতন ধৰ্মত এক ব্ৰহ্মই উপাস্য দেৱতা আৰু সেই ব্ৰহ্মৰ স্বৰূপ গীতা, উপনিষদ আদি গ্ৰন্থৰ পৰা উদ্ধৃতিৰে সাব্যস্ত কৰিছে।

প্ৰাচীন সনাতন ধৰ্মৰ দৰে অসমৰ নৱ বৈষ্ণৱধৰ্মৰ প্ৰতিও তেখেতৰ নিষ্ঠা কোনো গুণে কম নাছিল। অসমৰ বৈষ্ণৱ ধৰ্ম; দৰ্শন আৰু সাহিত্যৰ প্ৰতিষ্ঠাপক-সকলৰ প্ৰতিও যে তেখেতৰ অগাধ শ্ৰদ্ধা আছিল তাক তেখেতৰ প্ৰবন্ধাৱলীবপৰা বুজা যায়। 'সংহতিৰ প্ৰতীক শংকৰদেৱ' আৰু 'Humanism in Sankar-deva's Teaching' এই প্ৰবন্ধদ্বয়ত মহাপুৰুষ শংকৰদেৱৰ ধৰ্মীয় মত, সাহিত্যিক অৱদান আৰু সামাজ সংস্কাৰৰ বৈশিষ্ট্য বিশদভাৱে আলোচনা কৰিছে। শংকৰদেৱক তেখেতে অসমীয়া সাহিত্যৰ 'মধ্যাহ্ন সূৰ্য' বুলি আখ্যা দিছে আৰু শংকৰদেৱ সম্বন্ধে অভিমত দাঙি ধৰিছে এইদৰে—'গীতা আৰু ভাগৱতত প্ৰকাশিত একশৰণ নামধৰ্ম প্ৰচাৰেই হ'ল তেওঁৰ জীৱনৰ ব্ৰত। এই একশৰণ ধৰ্মৰে নামান্তৰ ভাগৱত ধৰ্ম বা ভক্তি ধৰ্ম।'

'বঙালী দৰ্পণ'ত প্ৰকাশিত 'ভট্টদেৱ' নামৰ প্ৰবন্ধত সেই আচাৰ্যজনৰ অবিস্মৰণীয় সাহিত্যিক অৱদান 'কথাভাগৱত' সম্বন্ধে তেখেতে অভিমত প্ৰকাশ কৰিছে, 'গ্ৰন্থৰ জটিলতা, আৰ্হিৰ অভাৱ আৰু গুৰুৰ বাধা-নিষেধ—এই তিনিটা প্ৰতিকূল অৱস্থাৰ মাজত তেওঁ কাম কৰিবলগীয়া হ'ল। এই দুষ্কৰ কাৰ্য কৰিবলৈ গৈ ভট্টদেৱে শ্ৰীধৰ স্বামীৰ পদাংক অনুসৰণ কৰিছে। মূলত নথকা, অথচ বৰ্ণনাৰ মাজত উদয় হ'ব পৰা সকলো প্ৰশ্ন আৰু আশাংকাৰ ভাৱ 'ভাৱাৰ্থদীপিকা'ৰ সহায়ত সমাধান কৰি গৈছে।'

শৰ্মা মহোদয় কেৱল এজন ধৰ্মনিষ্ঠ লোকেই নহয় তেখেত এজন গুণগ্ৰাহী লোকো আছিল। গুণীজনৰ চকুতহে আনৰ গুণ জিলিকি উঠে। গুণীলোকৰ গুণৰ যথাযোগ্য স্বীকৃতি দি তেখেতে বিশেষ আনন্দ পাইছিল আৰু ইয়াতেই



তেখেতৰ উদাৰ মনোবৃত্তিৰ পৰিচয় পোৱা যায়। বিশ্ববিশ্ৰুত পণ্ডিত প্ৰাতঃস্মৰণীয় আনন্দৰাম বৰুৱাৰ বিষয়ে তেখেতে লিখিছে, 'ভাৰতীয় সংস্কৃতিৰ সুষুম্না নাড়ীৰ দৰে সংস্কৃত ভাষাকে তেওঁ প্ৰাণ ভৰি ভাল পাইছিল। তেওঁৰ মানত সংস্কৃতৰ দৰে কোনো ভাষা ইমান প্ৰিয় নহয়।' আৰো, 'সুৰ ভাৰতীৰ একাগ্ৰসাধক আনন্দৰামে সাংসাৰিক জীৱনৰ আস্বাদ নাপালে। নিজক দুৰ্লভাগৰ্গনন্দন বুলি পৰিচয় দি পিতৃ-মাতৃৰ প্ৰতি শ্ৰদ্ধা প্ৰকাশ কৰিছিল। প্ৰাগজ্যোতিষপুৰসন্তাৱ আৰু লৌহিত্যত জন্ম বুলি উল্লেখ কৰি অসম মাতৃৰ তৰ্পণ কৰিছিল।'

অসমৰ আন এগৰাকী বিশ্ববিশ্ৰুত বিদগ্ধ পণ্ডিত পুণ্যশ্লোক কৃষ্ণকান্ত সন্দিকৈ সম্বন্ধে তেখেতে মন্তব্য প্ৰকাশ কৰি লিখিছে, 'ভাৰতৰ পূব-আকাশত প্ৰাচ্য বিদ্যাৰ প্ৰভাতী সুৰুয কৃষ্ণকান্তৰ উদয়ে অসম জননীৰ মুখ উজ্জ্বল কৰিলে। আনন্দৰামৰ অশৰীৰী আত্মাই যেন কলে, 'কৃষ্ণকান্ত, আগ বঢ়া, মই আছো, তোমাৰ মাজেদি মই জীয়াই থাকিম। জ্ঞানযোগী কৰ্মযোগী কৃষ্ণকান্তৰ জীৱনৰ বিৰাম নাই।' তেখেতে সন্দিকৈ সম্বন্ধে লিখা প্ৰবন্ধৰ নামকৰণ কৰিছে 'ভাৰতীয় সংস্কৃতিৰ বেদীত উৎসৰ্গীকৃত জীৱন কৃষ্ণকান্ত'। ইয়াতকৈ গুণীজনৰ গুণ-কীৰ্তনৰ আন কোনো শ্ৰেষ্ঠ নিদৰ্শন হ'ব নোৱাৰে।

"অসমীয়া জাতি আৰু শৰৎচন্দ্ৰ" নামৰ প্ৰবন্ধত অসমৰ শিক্ষা জগতৰ চিৰস্মৰণীয় ব্যক্তি শৰৎচন্দ্ৰ গোস্বামীদেৱক তেখেতে অসম সাহিত্য সভাৰ জনক বুলি অভিহিত কৰিছে আৰু কৈছে, 'শৰৎচন্দ্ৰৰ ব্যক্তিত্বত উৰ্বৰ কল্পনা আৰু তাৰ বাস্তৱৰ ৰূপায়ণ ক্ষমতা এই দুয়োটা গুণৰ যুগপৎ সমাৱেশ ঘটিছিল। ঋতম্ভৰা প্ৰজ্ঞাৰ অধিকাৰী মহযোগীৰ দৰে গোস্বামীদেৱে···অসম ৰাজ্যখনক স্বমহিমাত প্ৰতিষ্ঠাপিত কৰিব লাগিলে কি কৰিব লাগিব, সেই কথা দিব্য দৃষ্টিৰে দেখা পাইছিল।' ইয়াতকৈ বোধহয় শৰ্মাদেৱৰ গুণীজনৰ গুণ প্ৰশংসাৰ অধিক নিদৰ্শনৰ প্ৰয়োজন নহ'ব। তথাপি 'তৰুণ প্ৰশস্তি—অষ্টকম্' আৰু'—Some Distinguished Traditoinal Scholars" শীৰ্ষক প্ৰবন্ধত তেখেতে বিস্মৃতিৰ গৰ্ভত লীন যাবলৈ উপক্ৰম হোৱা অসমৰ কেই গৰাকীমান প্ৰাচীন পদ্ধতিৰে শিক্ষা লাভ কৰা বিশিষ্ট সংস্কৃত পণ্ডিতৰ চমু পৰিচয় প্ৰকাশ কৰি সেই সকলোৰে প্ৰতি তেখেতৰ শ্ৰদ্ধা নিবেদন কৰিছে। ইয়াতেই তেখেতৰ গুণ-গ্ৰাহিতাৰো পৰিচয় পোৱা যায়।

এইখিনিতে শৰ্মাদেৱৰ আৰু এটা উল্লেখনীয় গুণৰ কথা মনলৈ আহে,

গুণীৰ প্ৰশংসা কৰি আনন্দ পোৱাৰ দৰে, দেশৰ অতীত গৌৰৱ সৌৰৱণ কৰিও তেখেত গৌৰৱান্বিত হৈছিল। প্ৰসঙ্গক্ৰমে আনন্দৰাম বৰুৱা স্মাৰক বক্তৃতামালাৰ 'প্ৰাচীন আৰু মধ্যযুগত অসমৰ সংস্কৃত শিক্ষা' নামৰ গৱেষণামূলক দ্বিতীয় বক্তৃতাত তেখেতে দেখুৱাইছে যে উল্লিখিত সময়ছোৱাৰ ভিতৰত আমাৰ দেশত বহু বিদগ্ধ সংস্কৃত পণ্ডিতৰ আবিৰ্ভাৱ হৈছিল আৰু ব্যাকৰণ, জ্যোতিষ, মীমাংসা, স্মৃতি, তন্ত্ৰ, আয়ুৰ্বেদ আদি বিভিন্ন ক্ষেত্ৰত বিশিষ্ট বৰঙণি যোগাই তেওঁলোকে অসমৰ সংস্কৃতি আৰু সভ্যতাৰ ভেঁটি ওখ আৰু নিটোল কৰি তুলিছিল। এই বক্তৃতাত তেখেতৰ তথ্যভিত্তিক গৱেষণালব্ধ জ্ঞানৰ সুস্পষ্ট পৰিচয় পোৱা যায়। ইয়াতেই তেখেতৰ জ্ঞানানুসন্ধিৎসাৰ পৰিচয় প্ৰতিভাত হৈছে।

আচাৰ্য শৰ্মাদেৱৰ কাব্য আৰু সাহিত্য শাস্ত্ৰত অগাধ ব্যুৎপত্তি। 'ভাৰতীয় সাহিত্য সমালোচনাৰ মূলসূত্ৰ' নামৰ প্ৰবন্ধটোত তেখেতে প্ৰতিপন্ন কৰিছে যে সাহিত্য এটা স্থবিৰ বস্তু নহয়, ই গতিশীল। 'সভ্যতা আৰু মানৱ চিন্তাধাৰাৰ ক্ৰমবিকাশৰ লগে লগে সাহিত্যৰো ক্ৰমবিকাশ ঘটে আৰু সাহিত্যৰ ক্ৰমবিকাশৰ লগে লগে লগে অনুৰূপভাৱে সাহিত্য সমালোচনাৰো ক্ৰমাভিব্যক্তি নঘটাকৈ নাথাকে। ইউৰোপীয় সাহিত্যৰ সমালোচনাৰ ধাৰা যিদৰে গ্ৰীক মনীষী এৰিষ্ট'-টলৰ চিৰন্তন গ্ৰন্থ 'পয়েটিক্সেৰে' আৰম্ভ হোৱা বুলি ক'ব পাৰি ভাৰতীয় সাহিত্য সমালোচনাৰ ক্ষেত্ৰতো মুনিপ্ৰৱৰ ভৰতৰ চিৰন্তন গ্ৰন্থ 'নাট্যশাস্ত্ৰ'ৰ-পৰা সূত্ৰপাত হোৱা বুলি উল্লেখ কৰিব পাৰি।' খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰপৰা খ্ৰীষ্টীয় তৃতীয় শব্দাব্দীৰ ভিতৰত আবিৰ্ভূত মহামুনি ভৰতৰপৰা সপ্তদশ শতাব্দীৰ পণ্ডিতৰাজ জগন্নাথলৈকে সাহিত্যৰ সমীক্ষাৰ ধাৰাক তেখেতে আঠটা ধাৰাত বিভক্ত কৰি ব্যক্ত কৰিছে, মহামুনি ভৰতৰ প্ৰতিষ্ঠাপিত ৰস-পদ্ধতিয়ে ভাৰতীয় সাহিত্য সমালোচনাৰ আকাশত সূৰ্যৰ দৰে হৈছে আৰু বিভিন্ন পন্থাৰ নিৰ্দেশক-সকলৰ মতবোৰ গ্ৰহৰ দৰে এই পদ্ধতিৰ চাৰিও ফালে ঘূৰিছে।' তেখেতে ইয়াত ঘাইকৈ ৰসৰ বিচাৰ কৰিছে আৰু ভৰতনিৰ্মিত 'বিভাৱানুভাৱ-ব্যভিচাৰিসংযোগাদ্ ৰসনিস্পত্তিঃ" এই মূল সূত্ৰটোৰে ব্যাখ্যা কৰি ৰসবোৰৰ প্ৰক্ৰিয়া বিশ্লেষণ কৰি দেখুৱাইছে আৰু অভিমত প্ৰকাশ কৰিছে, 'যি কাব্যই দৰ্শক বা পাঠকৰ চিত্তত আনন্দময় ৰসবোধ জগাব নোৱাৰে ভাৰতীয় সমালোচকৰ দৃষ্টিত তাৰ মূল্য বৰ কম।'

মৌলিক আলোচনা কৰাৰ উপৰিও তেখেতে সংস্কৃত নাটকৰ নৱ—ৰস সম্বন্ধে মৌলিক আলোচনা কৰাৰ উপৰিও তেখেতে সংস্কৃত নাটকৰ নৱ—



ৰসৰ ভিতৰত হাস্যৰস সম্বন্ধে আলোচনা কৰিছে 'সংস্কৃত ৰূপকত হাস্যৰস' নামৰ প্ৰবন্ধটিত। ইয়াত তেখেতে সংস্কৃত সাহিত্যত এই ৰস সম্বন্ধে ভাৰতীয় বিভিন্ন আলংকাৰিকৰ মত থূলমূলভাৱে আলোচনা কৰিছে। সংস্কৃত ৰূপক (নাটক) আৰু উপৰূপকসমূহত হাস্যৰসৰ স্থান আৰু এই ৰস সৃষ্টিত বিদূষকৰ বিশেষ ভূমিকা সম্বন্ধে বিশদ আলোচনা কৰিছে আৰু সকলো শ্ৰেণীৰ লোককে আমোদ দিব পৰাকৈ নিৰ্মাণ কৰা বিদূষকৰ চৰিত্ৰ আৰু হাস্যৰস সংস্কৃত ৰূপকত ইমান ব্যাপক হৈ পৰাৰ কাৰণ "হাঁহিৰ প্ৰতি জনতাৰ সহজাত প্ৰবৃত্তি"কে প্ৰধান কাৰণ বুলি মন্তব্য প্ৰকাশ কৰিছে।

বৰপেটা ৰোডত অনুষ্ঠিত 'কামৰূপ সাহিত্য পৰিষদৰ' পঞ্চম অধিৱেশনৰ সভাপতিৰ অভিভাষণত তেখেতে অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতি কি ভাৱে গঢ় লৈ উঠিছে তাৰ এটা বিশ্লেষণাত্মক ব্যাখ্যা দাঙি ধৰিছে। সাহিত্যৰ ক্ষেত্ৰত শৰ্মাদেৱৰ মতে নতুনকৈ প্ৰকাশ পোৱা গ্ৰন্থবোৰৰ বিষয়ে পৰিষদৰ প্ৰতিখন শাখা সভাতে বিচাৰ বিবেচনা হোৱা ভাল বুলি মন্তব্য প্ৰকাশ কৰি মহাকবি কালিদাসৰ উক্তিৰে নিজস্ব মত সাব্যস্ত কৰিছে। এই বিষয়ে তেখেতৰ উক্তি বিশেষভাৱে প্ৰণিধানযোগ্য ঃ 'আমি মনত ৰখা উচিত যে আমাৰ সাহিত্য নাইবা কলাই এই দেশৰ ঐতিহ্যৰ আধাৰত থিয় হৈ দেশৰ আত্মাক আৱিষ্কাৰ কৰি খোজ আগ বঢ়ালেহে প্ৰগতিৰ লক্ষ্যত উপস্থিত হ'ব পাৰিব। তেতিয়াহে ভাৰতীয় তথা অসমীয়া সাহিত্য তাৰ স্বমহিমাত প্ৰতিষ্ঠিত হ'ব।'

"কালিদাস আৰু জ্যোতিৰ্বিদ্যা" শীৰ্ষক প্ৰবন্ধত মহাকবি কালিদাসৰ কাব্য নাট আদিত বৰ্ণিত আৰু ফলিত জ্যোতিষ সম্পৰ্কীয় যিবোৰ তথ্য পোৱা যায় সেই আটাইবোৰ উদ্ঘাটন কৰি তাক সুন্দৰভাৱে দেখুৱাইছে। ভাৰতৰ জ্যোতিষশাস্ত্ৰৰ প্ৰাচীনত্ব প্ৰতিপন্ন কৰি মহাকবিৰ কাব্যত যে তাৰ প্ৰভাৱ আৰু জনপ্ৰিয়তাৰ নিদৰ্শন প্ৰচুৰ পোৱা যায় তাকো সুন্দৰভাৱে উপস্থাপিত কৰিছে। ইয়াৰপৰা শৰ্মাদেৱৰ জ্যোতিষশাস্ত্ৰৰো যে সম্যক জ্ঞান আছিল তাক সহজে অনুমান কৰিব পাৰি।

নাট্যকাৰ ভৱভূতি প্ৰণীত 'মহাবীৰচৰিত' নাটকখন পুণ্যশ্লোক আনন্দৰাম বৰুৱাদেৱে নিজে ৰচনা কৰা "জানকীৰামভাষ্য" সন্নিবিষ্ট কৰি সম্পদনা কৰি উলিয়াইছিল। 'আনন্দৰামবিৰচিতজানকীৰামভাষ্যম্' শীৰ্ষক প্ৰবন্ধত শৰ্মাদেৱে স্পষ্টকৈ উল্লেখ কৰিছে যে প্ৰাচীন পুস্তক সম্পাদনাৰ বেলিকা আধুনিক পণ্ডিত-সকলৰ মাজত পাঠ-সমীক্ষাৰ যি পদ্ধতি প্ৰচলিত হৈ আছে বৰুৱাদেৱেই তাৰ

ভেঁটি স্থাপন কৰ্তা। উক্ত নাটকখনত ব্যাকৰণ সম্বন্ধীয় বিবোৰ আসোঁৱাহ পুণ্যাত্মা বৰুৱাদেৱে উল্লেখ কৰিছে শৰ্মাদেৱে সেইবোৰবো আলোচনা কৰিছে। ব্যাকৰণ সম্বন্ধে যে শৰ্মা মহোদয়ৰ গভীৰ জ্ঞান আৰু যথেষ্ট ব্যুৎপত্তি আছিল তাক ইয়াৰপৰা অনায়াসে অনুমান কৰিব পাৰি।

অসম প্ৰকাশন পৰিষদৰপৰা প্ৰকাশিত 'আধুনিক অসমীয়া অভিধান'ৰ সম্পাদকত্ৰয়ৰ ভিতৰত তেখেতো এজন। ব্যাকৰণৰ উপৰিও আন আন শাস্ত্ৰত বিশেষ ব্যুৎপত্তি থকাহেতু উক্ত পৰিষদে প্ৰকাশ কৰিবলৈ লোৱা 'অসমীয়া বিশ্বকোষ'ৰ সম্পাদনাৰ ভাৰো শৰ্মাদেৱৰ ওপৰত অৰ্পিত হৈছিল। ব্যাকৰণ নাইবা আন কোনো শাস্ত্ৰীয় সমস্যাৰ সন্মুখীন হ'লে পৰিচিত বা অপৰিচিত সকলো শ্ৰেণীৰ লোকে তেখেতৰ ওচৰ চাপিছিল আৰু সমস্যাৰ সমুচিত সমাধানো লাভ কৰিছিল।

আধুনিক অসমীয়া সাহিত্যত গল্পকাৰ আৰু সমালোচক হিচাপে তেখেতে যি অৱদান দি গৈছে সি অসমীয়া সাহিত্যসেৱী মাত্ৰাৰে সুবিদিত। সেই বিষয়ে উল্লেখ কৰাৰপৰা বিৰত থাকিলোঁ।

শৰ্মাদেৱৰ সাহিত্যিক অৱদানৰ আন এটি উজ্জ্বল দিশ হ'ল অনুবাদ সাহিত্য। যিকোনো ভাষাৰ সাহিত্যৰ পৰিপুষ্টি আৰু মান উন্নত কৰিবলৈ হ'লে অনুবাদ সাহিত্যৰ আৱশ্যকতা কোনোৱে নুই কৰিব নোৱাৰে। বিশেষকৈ আমাৰ আসমীয়া সাহিত্যৰ ক্ষেত্ৰত আন আন ভাষাতকৈও সংস্কৃত সাহিত্যৰ অফুৰন্ত ভাণ্ডাৰৰপৰা বাছকবনীয়া গ্ৰন্থ কিছুমানৰ অনুবাদৰ মূল্য অনস্বীকাৰ্য, কাৰণ এই অনুবাদৰ মাধ্যমেৰে আমাৰ ভাষাৰ সৌষ্ঠৱ আৰু শব্দ ভাণ্ডাৰ সহজে টনকিয়াল কৰিব পৰা যায়। তদুপৰি অনুবাদ সাহিত্যই আমাৰ পূৰ্বসুৰিসকলৰ মনন-ধাৰাৰে সৈতে সংযোগ ঘটোৱাৰ উপৰিও দেশৰ ঐতিহ্য আৰু সংস্কৃতিৰে সৈতে আমাৰ যোগসূত্ৰ স্থাপন কৰি দিয়ে। এই প্ৰসঙ্গত বিশ্ববিশ্ৰুত পণ্ডিত-প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱৰ উক্তি বিশেষভাৱে প্ৰণিধানযোগ্য—"শব্দ সম্পদ আৰু ৰচনাৰীতিৰ অসংখ্য কৌশল থকা সংস্কৃতৰ নিচিনা ভাষা এটাৰপৰা অসমীয়াৰ নিচিনা কম সম্পদ, কম কৌশল থকা ভাষা এটালৈ অনুবাদ কৰাটোও বৰ টান।"[১] এই টান কাম আমাৰ দেশৰ যিসকল পণ্ডিতে সাহসেৰে হাতত লৈছে তাৰ ভিতৰত আচাৰ্য ৰজনীকান্তদেৱ শৰ্মাদেৱ অন্যতম। সংস্কৃত নাট্য সাহিত্যৰপৰা তেখেতৰ প্ৰথম অনূদিত গ্ৰন্থ হ'ল বিশাখাদত্তৰ 'মুদ্ৰাৰাক্ষস' নাটক।

১। কৃষ্ণকান্ত সন্দিকৈ—ৰচনা-সম্ভাৰ—পৃঃ ৪৪



এই নাটকখন সম্পৰ্কে শৰ্মাদেৱে ভূমিকাত প্ৰকাশ কৰিছে এইদৰে—"সংস্কৃত নাটকৰ দুটা বৈশিষ্ট্য শৃঙ্গাৰ আৰু হাস্য বৰ্জিত হৈও মুদ্ৰাৰাক্ষস নাটক ইমান আকৰ্ষণীয় হোৱাৰ মূল কাৰণ নাট্যকাৰৰ মৌলিক প্ৰতিষ্ঠা। নাটকখন আদিৰপৰা অন্তলৈ গতিময়, নানা জটিল আৰু উত্তেজনাপূৰ্ণ ঘটনাৰ সমাৱেশে দৰ্শকৰ কৌতূহল শেষ পৰ্যন্ত অটুট ৰাখিব পাৰে।" বিভিন্ন ঘটনাৰ সমাৱেশ আৰু ৰাজনীতিৰ কুটকৌশলৰ প্ৰয়োগ কৌশলেৰে জটিলতৰ কৰি তোলা নাটকখনৰ সুখপাঠ্য অনুবাদ প্ৰস্তুত কৰি তেখেতে পাণ্ডিত্যৰ যি পৰিচয় দিছে সি সকলোৰে পক্ষে সম্ভৱ নহয়। সংস্কৃত নাটকৰ অনুবাদ সম্পৰ্কে পণ্ডিত সন্দিকৈদেৱৰ উক্তি মন কৰিবলগীয়া ঃ 'নাটক অনুবাদৰ বিষয়ে এটা কথা কৈ থোৱা ভাল যে আমাৰ ভিতৰত অভিনয় কৌশল একেবাৰেই নথকাত অনুবাদ সাহিত্যিক ভাবৰপৰাহে কৰিব লাগিব।'[২] বোধহয় সন্দিকৈদেৱৰ এই সতৰ্কবাণী স্মৰণ কৰিয়ে শৰ্মাদেৱে "মুদ্ৰাৰাক্ষস" নাটকৰ আক্ষৰিক অনুবাদ কৰিবলৈ নগৈ নাইবা একেবাৰে মুকলিমূৰীয়া অনুবাদ নকৰি, মূলৰ ভাব আৰু ভাষা অবিকৃত ৰাখি সহজ আৰু সৰলভাৱে ভাৱাৰ্থ প্ৰকাশ কৰি নাটকখনৰ অনুবাদ সুখবোধ্য আৰু উপযোগী কৰি তুলিছে। অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত তেখেতৰ পূৰ্ণ অধিকাৰেই এই সফলতাৰ অন্যতম কাৰণ। তদুপৰি অনূদিত নাটকৰ ভূমিকাত তেখেতে নাটকৰ ৰচনা কাল আৰু ঐতিহাসিকতা সম্পৰ্কে গৱেষণামূলক তথ্য দাঙি ধৰিছে। অৰ্থশাস্ত্ৰৰ সুপণ্ডিত নাট্যকাৰ বিশাখদত্ত 'অৰ্থশাস্ত্ৰ' প্ৰণেতা কৌটিল্যৰ ওচৰত কিমান ঋণী তাক দেখুৱাই শৰ্মাদেৱে মন্তব্য কৰিছে, 'আনপ্ৰকাৰে ক'বলৈ হ'লে অৰ্থশাস্ত্ৰকাৰ চাণক্যই তেওঁৰ ৰাজনীতিৰ প্ৰয়োগ কৌশলেৰে যেন 'মুদ্ৰাৰাক্ষস'ৰ মাজত সোমাই পৰিছে।' নাটকখনৰ বিষয়বস্তু অংগ অনুসৰি সন্নিবিষ্ট কৰাত অনুবাদৰ সৌষ্ঠৱ বাঢ়িছে। শৰ্মাদেৱৰ অনূদিত 'মুদ্ৰাৰাক্ষস' নাটকে অসমীয়া অনুবাদ সাহিত্যত এক বিশিষ্ট স্থান অধিকাৰ কৰি থাকিব।

কৌটিল্যৰ "অৰ্থশাস্ত্ৰ"ৰ দৰে এখন দুৰ্বোধ্য, তথ্যগধুৰ আৰু পাৰিভাষিক শব্দেৰে পৰিপূৰ্ণ ভাৰতীয় ৰাজনীতিৰ প্ৰাচীনতম বিশাল গ্ৰন্থৰ অনুবাদ আৰু সম্পাদনাৰ মহান দায়িত্ব শৰ্মাদেৱে বহন কৰিছে আৰু ইয়াতেই তেখেতৰ গভীৰ জ্ঞানৰ পৰিচয় সম্পূৰ্ণভাৱে প্ৰকাশ পাইছে। এই গ্ৰন্থখনৰ অনুবাদৰ আঁচনি হাতত লোৱা অসম প্ৰকাশন পৰিষদে নিৰ্ধাৰিত সময়ৰ ভিতৰত এই বিশাল গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াবলগীয়া হোৱাত ডঃ ডিম্বেশ্বৰ শৰ্মাদেৱেও

২। কৃষ্ণকান্ত সন্দিকৈ—ৰচনা—সম্ভাৰ—পৃঃ ৫৮

ইয়াৰ কিছু অংশ অনুবাদ কৰিছে। গ্ৰন্থৰ বিশালতা আৰু নিৰ্দিষ্ট সময়ত প্ৰকাশ কৰিবলগীয়া হেতু এই পণ্ডিত দুগৰাকীৰ হাতত এই কাৰ্য অৰ্পণ কৰিবলগীয়া হৈছে। সি যি কি নহ'ক এই অমূল্য গ্ৰন্থখনৰ অসমীয়া অনুবাদ যে আমাৰ ভাষা সাহিত্যৰ অবিস্মৰণীয় কীৰ্তি হিচাপে যাউতিযুগীয়া হৈ থাকিব তাক কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে। গ্ৰন্থখনৰ অনুবাদৰ লগত সন্নিবিষ্ট কৰা শৰ্মা মহোদয়ৰ পাণ্ডিত্যপূৰ্ণ উপক্ৰমাণিকাও যে আমাৰ সাহিত্যৰ অমূল্য সম্পদ হিচাপে জিলিকি থাকিব তাক কোনোৱে নুই কৰিব নোৱাৰে।

উপক্ৰমণিকাত আচাৰ্য শৰ্মাদেৱে বিস্মৃতিৰ গৰ্ভত লীন যাবলৈ উপক্ৰম হোৱা এই দুৰ্মূল্য গ্ৰন্থখন কেতিয়া কোনে প্ৰথম আবিষ্কাৰ কৰিলে, কোন ইয়াৰ প্ৰকৃত গ্ৰন্থকৰ্তা আৰু তেওঁৰ আবিৰ্ভাৱ কালেই বা কি ইত্যাদি বিতৰ্কমূলক সমস্যাসমূহৰ সম্যক আলোচনা কৰিছে। এই গ্ৰন্থ সম্বন্ধে গ্ৰন্থকাৰে নিজেই ব্যক্ত কৰিছে যে তেওঁ তেওঁৰ পূৰ্বাচাৰ্যসকলৰ মতসমূহ সংকলন কৰি এই গ্ৰন্থ প্ৰণয়ন কৰিছে। অধ্যাপক শৰ্মাদেৱে লিখিছে, "অৰ্থশাস্ত্ৰ মৌলিক গ্ৰন্থ নহয়। অৰণ্যে পূৰ্ববৰ্তী অৰ্থশাস্ত্ৰকাৰসকলৰ মতবোৰ সংগ্ৰহ কৰি লিখা হলেও কৌটিল্যৰ যে কোনো মৌলিকতা নাই তেনে নহয়। ভালেমান ক্ষেত্ৰত তেওঁ পূৰ্বসুৰী-সকলৰ মতৰ বিৰোধিতা কৰি নিজ মত স্থাপন কৰিছে। কৌটিল্যই পূৰ্বসুৰী-সকলৰ গ্ৰহণীয় তথ্যবোৰ সামৰি লৈ সৰ্বকালৰ সকলো ৰজাৰ উপযোগী কৰি নিজ প্ৰতিভাৰে এই উপাদেয় গ্ৰন্থ প্ৰণয়ন কৰা হেতু পূৰ্বাচাৰ্যসকলৰ গ্ৰন্থৰাজি পাহৰণিৰ বুকুত জাহ যাবলগীয়া হৈছে।"

তাৰ পিছত অধ্যাপক শৰ্মাদেৱে অৰ্থশাস্ত্ৰৰ স্বৰূপ আৰু বিষয়বস্তুৰ সুদীৰ্ঘ বিৰৰণি সুদক্ষতাৰে সুক্ষ্মভাৱে উপস্থাপিত কৰিছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰ সূত্ৰৰদ্বাৰা নিবদ্ধ আৰু পোন্ধৰটা অধ্যায়ত বিভক্ত; থূলমূলভাৱে ইয়াৰ বিষয় হ'ল দুটা— পৃথিৱীৰ লাভ আৰু পালন সম্পৰ্কীয় উপায়। গ্ৰন্থখনত ঘাইকৈ ৰাজ্য লাভ আৰু ৰাজ্যত শাসন ব্যৱস্থা কেনেকৈ কটকটীয়া কৰিব লাগে তাৰেই বিত্ত আলোচনা কৰা হৈছে। পোন্ধৰ অধ্যায়ত পৰিসমাপ্ত গ্ৰন্থখনৰ প্ৰত্যেক অধ্যায়ৰে নামানুসাৰে বিষয়বস্তুৰ আভাস দি আচাৰ্য শৰ্মাদেৱে গ্ৰন্থখন সকলো শ্ৰেণীৰ পাঠকৰ বাবে সুখপাঠ্য আৰু সমাদৰণীয় কৰি তুলিছে। ইয়াতেই প্ৰকাশ পায় অধ্যাপক শৰ্মাদেৱৰ অনন্য সাধাৰণ প্ৰতিভা, এয়া—'ভূতৰ্থাব্যাহৃতিঃ ন স্তুতিমাত্ৰম্।'□

## শিক্ষাগুৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ পাণ্ডিত্য

**নৰেন্দ্ৰনাথ শৰ্মা**

কোনো এজন মানুহে যি অধ্যয়ন কৰে, তেওঁৰ জীৱনত সেয়েই প্ৰতিফলিত হয়। যিজন লোকে গ্ৰীক্ সাহিত্য অধ্যয়ন কৰে, তেওঁ স্বভাৱতে গ্ৰীচদেশীয় ধাৰণাৰে প্ৰভৱান্বিত হ'ব, কাৰণ সমগ্ৰ গ্ৰীক্ সাহিত্যই এই দৰ্শনেৰে পৰিপুষ্ট। ঠিক সেইদৰে প্ৰাচীন হিব্ৰু সাহিত্যৰ অধ্যয়নে মানুহৰ মনত এক নৈতিক ভাৱনাৰ জোৱাৰ তোলে। হিব্ৰু সাহিত্যৰ প্ৰতিনিধিস্বৰূপে "ওল্ডটেষ্টমেণ্ট" স্বভাৱতে তেনে নৈতিক ধাৰণাৰেই পৰিপুষ্ট আৰু সেই গ্ৰন্থ অধ্যয়নে স্বভাৱতেই মানুহক নৈতিক ভাৱাদৰ্শেৰে অনুপ্ৰাণিত কৰা অতি স্বাভাৱিক। ঠিক সেইদৰে প্ৰাচীন চীনদেশীয় সাহিত্যৰ অধ্যয়নে বিশেষকৈ কনফুচিয়াছৰ দৰ্শনে সামাজিক ন্যায় প্ৰতিষ্ঠাৰ লগতে জীৱন আৰু জগৎ সম্পৰ্কে মানুহৰ মনত এক ৰহস্যবাদৰ অনুভূতি জাগ্ৰত নকৰি নাথাকে। আমাৰ ভাৰতবৰ্ষতো ধ্ৰুপদী সাহিত্য হিচাপে সংস্কৃত ভাষা-সাহিত্যই নতুন ভাৱাদৰ্শেৰে অনুপ্ৰাণিত কৰাৰ উপৰিও আমাৰ জীৱন পদ্ধতিকো নিয়ন্ত্ৰণ কৰি চলিবলৈ অনুপ্ৰাণিত কৰে। সাধাৰণতে আমাৰ সংস্কৃত পণ্ডিতসকল সাংসাৰিক জীৱনত সিমান সজাগ নহ'ব পাৰে, তেওঁলোকে এক বিশেষ ধৰ্মীয় ধাৰণাৰেই জীৱন অতিবাহিত কৰাৰ প্ৰৱণতা লাভ কৰে। এওঁলোক কৰ্মফলত গভীৰ আস্থাশীল আৰু ব্যক্তিগত জীৱনত ধৰ্মীয় প্ৰমূল্যবোধৰ বশীভূত। ভাগ্যবাদী হোৱাৰ কাৰণে এওঁলোক কিছু সহনশীল হ'লেও অন্তৰ্মুখী হোৱাও দেখা যায়।

মোৰ শিক্ষাগুৰু অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ সংস্কৃত শিক্ষাৰে শিক্ষিত হ'লেও ইয়াৰ কিছু ব্যতিক্ৰম আছিল। ওপৰত যি সংস্কৃত শিক্ষাৰ কথা কোৱা হৈছে, শৰ্মাদেৱক প্ৰকৃতাৰ্থত তেনে শিক্ষাত শিক্ষিত বুলিব নোৱাৰি। আমাৰ দেশত সংস্কৃত শিক্ষাৰ দুটি প্ৰস্থান আছে। ইয়াৰে এটি হৈছে পাৰম্পৰিক শিক্ষা আৰু আনটো হৈছে স্কুল-কলেজত প্ৰচলিত আধুনিক শিক্ষাৰ লগত দিয়া সংস্কৃত শিক্ষা। উল্লিখিত এই দুয়োটা পদ্ধতিৰেই স্বকীয় বৈশিষ্ট্য আছে। পাৰম্পৰিক

শিক্ষা পদ্ধতি আমাৰ দেশৰ এটি সুপ্ৰাচীন শিক্ষা-প্ৰণালী, পাৰম্পৰিক অনুষ্ঠান, যেনে, সংস্কৃত চতুষ্পাঠী বা টোলত এই শিক্ষা দিয়া হয়। ইয়াত গুৰুৱে বিভিন্ন শাস্ত্ৰৰ অন্তৰ্মুখী আৰু ব্যাখ্যামূলক শিক্ষা দান কৰে। প্ৰতিটো কথাতেই পংক্তি অনুসৰি ব্যাখ্যা দাঙি ধৰি ছাত্ৰক শাস্ত্ৰৰ মূল বিষয়বস্তুবোৰত গভীৰভাৱে অৱগাহন কৰিবলৈ উদগনি দিয়ে। আনপক্ষে আধুনিক পদ্ধতিৰ সংস্কৃত শিক্ষাদানত পুংখানুপুংখৰূপে সংস্কৃত শাস্ত্ৰৰ অধ্যয়ন সম্ভৱপৰ নহয়। ইয়াত কেৱল কোনো শাস্ত্ৰৰ অংশ বিশেষ তুলনাত্মক পদ্ধতিৰে ঐতিহাসিক দৃষ্টিকোণেৰে শিকোৱা হয়। গতিকে প্ৰাচীন পদ্ধতিত যিদৰে জ্ঞান সংৰক্ষণৰ কাৰণে গুৰুত্ব আৰোপ কৰা হয়, আধুনিক পদ্ধতিত ইয়াক অধিক সমৃদ্ধ কৰাৰ প্ৰয়াস কৰা হয়। গীতাশাস্ত্ৰৰ ভাষা অনুসৰি প্ৰথমটিক "ক্ষেম" বুলি ধৰি ল'লে 'দ্বিতীয়বিধ' হ'ব—'যোগ'।

অধ্যাপক শৰ্মাদেৱ পাশ্চাত্য শিক্ষা পদ্ধতিৰেই শিক্ষিত লোক আছিল। স্কুল-কলেজত সংস্কৃত অধ্যয়ন কৰি সংস্কৃত বিষয়তেই তেখেতে স্নাতকোত্তৰ উপাধি লাভ কৰিছিল। আনফালে পাৰম্পৰিক শিক্ষা পদ্ধতিৰ লগতো তেখেতৰ ছাত্ৰাৱস্থাতেই সম্পৰ্ক গঢ়ি উঠিছিল আৰু সেই কাৰণেই টোলীয় পদ্ধতিতো তেখেতে অধ্যয়ন কৰি একাধিক উপাধি লাভ কৰিছিল। তেখেতে কেৱল উপাধি লাভৰ কাৰণে পৰীক্ষাত অৱতীৰ্ণ নোহোৱা নাছিল, তেখেতৰ মুখ্য উদ্দেশ্য আছিল গভীৰভাৱে সকলো শাস্ত্ৰৰ মৰ্মাৰ্থ আয়ত্ত কৰি জ্ঞানৰ ভাণ্ডাৰ বিস্তৃত কৰা। মেধাৱী ছাত্ৰৰূপে কাব্য, দৰ্শন, পুৰাণ আদি শাস্ত্ৰত গভীৰ ব্যুৎপত্তি লাভ কৰা কাৰণেই তেখেতে প্ৰায় সকলো বিষয়তেই মাত মাতিব পাৰিছিল। সমসাময়িক বহুতো পণ্ডিত, লেখক আৰু সাহিত্যিকে স্বকীয় লিখনি এবাৰ শৰ্মাদেৱক দেখুৱাইহে আশ্বস্ত হ'ব পাৰিছিল। নিজৰ পাণ্ডিত্যৰ কাৰণেই তেখেতে সকলোৰেপৰা আস্থা লাভ কৰিব পাৰিছিল আৰু প্ৰায় সকলো শাস্ত্ৰ বিষয়তে পাণ্ডিত্য প্ৰকাশ কৰিব পাৰিছিল।

শৰ্মাদেৱ অতি বুদ্ধিমান ছাত্ৰ আছিল, কিন্তু তেখেতৰ ঘৰুৱা অৱস্থা মুঠেই স্বচ্ছল নাছিল। সেই সময়ত তেখেতৰ জন্ম স্থান ব্যাসকুছিৰ ওচৰত ইংৰাজী শিক্ষাৰ সুবিধা নোহোৱা কাৰণে পাটাচাৰকুছিৰ লোকেল ব'ৰ্ড পৰিচালিত মধ্য ইংৰাজী স্কুলত পঢ়িছিল আৰু মধ্য ইংৰাজী স্কুলৰ পৰীক্ষাত বৃত্তি লাভ কৰে। তাৰ পিছত পাঠশালাৰ বজালী হাইস্কুলত পঢ়ি প্ৰৱেশিকা পৰীক্ষাত প্ৰতিযোগিতা-মূলক বৃত্তি লাভ কৰিবলৈ সমৰ্থ হয়। পাঠশালাত স্বৰ্গত সন্তৰাম দেব চৌধুৰীৰ ঘৰত থাকি পঢ়িছিল। ইয়াৰ পিছত তেখেতে গুৱাহাটীলৈ আহে আৰু কঠোৰ



সংগ্ৰামৰ মাজেদিয়েই নিজৰ অধ্যয়ন চলাই নিয়ে। ইণ্টাৰমেডিয়েট পৰীক্ষাতো প্ৰতিযোগিতামূলক বৃত্তি পাইছিল আৰু সংস্কৃতৰ অনাৰ্ছত দ্বিতীয় বিভাগৰ প্ৰথম স্থান লাভ কৰিছিল। অৱশেষত কলিকতা বিশ্ববিদ্যালয়ৰপৰা সংস্কৃত বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি তেখেতে জীৱিকাৰ সন্ধানত লাগে আৰু শিক্ষকতাকে জীৱনৰ ব্ৰত হিচাপে লৈ গুৱাহাটীতেই সন্দিকৈ ছোৱালী মহাবিদ্যালয়, কটন কলেজিয়েট স্কুল আদি শিক্ষানুষ্ঠানত কাম কৰি ১৯৪৫ চনত কটন কলেজত প্ৰৱক্তাৰূপে যোগদান কৰে। তেখেতৰ কৰ্মময় জীৱনৰ বহুকাল কটন কলেজতে অতিবাহিত হয়। ইয়াত বহু বছৰ এজন বৰিষ্ঠ অধ্যাপকৰূপে কাম কৰি সেৱা নিবৃত্ত হোৱাৰ কেইমাহ মান পূৰ্বে আকৌ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত প্ৰাধ্যাপকৰূপে যোগদান কৰে আৰু পিছত সংস্কৃত বিভাগতো অতিথি অধ্যাপক ৰূপে কাম কৰে। শৰ্মাদেৱ যথাৰ্থতেই এজন কৃতী শিক্ষক আছিল, সাজ-পাৰ, আচাৰ-ব্যৱহাৰ আৰু কঠনভঙ্গীৰেই তেখেতে প্ৰাচীন ভাৰতীয় শিক্ষকৰ স্বৰূপটো দাঙি ধৰিছিল। পাশ্চাত্য শিক্ষাৰ প্ৰভাৱে আজিকালি ভাৰতীয়সকলক বহু পৰিমাণে অৰ্থপ্ৰৱণ আৰু ভোগবিলাসলিপ্সু কৰি তোলা বুলি সমালোচনা শুনা যায়। অধ্যাপক ৰজনীকান্তদেৱ শৰ্মাদেৱ ইয়াৰ ব্যতিক্ৰম আছিল। আজিও বহুতো লোকে ভোগবিলাসৰ-লালসাত শিক্ষকতা বৃত্তিত আবদ্ধ নাথাকি অইন অৰ্থকৰী বৃত্তিৰ অনুসন্ধানত ঘূৰি ফুৰা দেখা যায়। অধ্যাপক শৰ্মাদেৱ সদায়েই এই মানসিকতাৰপৰা মুক্ত আছিল। অসম চৰকাৰৰ শিক্ষাবিভাগতেই প্ৰশাসনীয় বিভাগত বহুতো চাকৰি আছিল, য'ত শৰ্মাদেৱে অনায়াসে সুবিধা পালেহেঁতেন। দুই-এবাৰ তেখেতলৈ ওপৰৰপৰা তেনে আহ্বানো আহিছিল, কিন্তু শৰ্মাদেৱ তালৈ কেতিয়াও আকৰ্ষিত হোৱা নাছিল। গভীৰ আত্ম-বিশ্বাসত তেখেতে সেই আহ্বান প্ৰত্যাখান কৰি অধ্যাপনাতেই লাগি থাকিল আৰু শিক্ষকতা কৰিয়েই যে মানুহে শুদ্ধ আৰু স্বচ্ছল জীৱিকা চলাই নিব পাৰে, তাৰেই দৃষ্টান্ত দাঙি ধৰিছিল। কৰ্মময় জীৱনত তেখেত অতি নিষ্ঠাৱান আছিল, জীৱিকাৰ সন্ধানত তেখেতক কেতিয়াও বিচলিত হোৱা দেখা নগৈছিল। কেৱল ঐকান্তিকতাৰে নিজৰ কৰ্তব্য পালন কৰি গৈছিল। কোনো এক প্ৰসঙ্গত তেখেতে আমাক কৈছিল—"মই জীৱনত গীতোক্ত বাণীৰ আদৰ্শত কাম কৰি আহিছোঁ আৰু জীয়াই থকা দিন কেইটাত কাম কৰি যাম। ফল কি হয়—তাকে চাবলৈ মই বৈ থকাৰ অৱকাশ পোৱা নাই।" সঁচাকৈয়ে তেখেত

এজন কৰ্মযোগী আছিল আৰু আমৰণ কাম কৰিয়েই মৃত্যুৰ কোলাত বিশ্ৰান্তি লাভ কৰিছিল।

যিসকল ছাত্ৰই জীৱনত শৰ্মাদেৱক শিক্ষক হিচাপে পাইছিল, ময়ো পাইছিলোঁ তেওঁলোকে কেতিয়াও তেখেতক পাহৰিব নোৱাৰিব। তেখেত এজন শাস্ত্ৰ-কোবিদ, ৰসবেত্তা শিক্ষাব্ৰতী লোক আছিল। তেখেতৰ শিক্ষা-প্ৰণালী আছিল অতিশয় বুদ্ধিদীপ্ত, ৰসাল আৰু স্বচ্ছন্দ। বিচিত্ৰ প্ৰকাশভঙ্গীৰে তেখেতে যেতিয়া পঢ়ুৱাই যায়—তেতিয়া অমনোযোগী ছাত্ৰয়ো তেখেতৰ সৰস পাঠ্যদানৰ-দ্বাৰা অকৰ্ষিত নহৈ নোৱাৰে। তেখেতে শ্ৰেণীকক্ষত দিয়া বক্তৃতাবোৰ অতি ৰসাল আৰু সংবেদনশীল আছিল আৰু সেয়েহে শিক্ষক হিচাপে তেখেতে ছাত্ৰৰ মনত বিষয়বস্তুৰ প্ৰতি অনুৰাগ সৃষ্টি কৰি অনুপ্ৰেৰণা জগাই তুলিবলৈ সমৰ্থ হৈছিল। সৃষ্টিশীল শিক্ষাৰ উদ্দেশ্য হৈছে ছাত্ৰক প্ৰকৃত মানুহ হিচাপে গঢ়ি তোলা আৰু সেই কামৰ দায়িত্ব শিক্ষকৰ। শিক্ষকসকল কেৱল প্ৰবক্তা নহয়, নাইবা ছাত্ৰৰ তত্ত্বাৱধায়ক বা নিৰ্দেশকো নহয়। তেখেতসকল সংস্কৃতিৰ বাহক আৰু সেই কাৰণে তেখেতসকলৰ কৰ্তব্য হৈছে ছাত্ৰসকলক উচ্চকোটিক, বৌদ্ধিক, নৈতিক আৰু কৃষ্টিগত কাৰ্যৰ প্ৰতি অনুপ্ৰাণিত কৰি জীৱন যাত্ৰাত যাতে তেওঁলোকৰ উৎসাহ অৱদমিত নহয়, তাৰে যত্ন লৈ ছাত্ৰক পূৰ্ণতাৰ পথত আগ বঢ়াই নিয়া। শিক্ষাব্ৰতী হিচাপে অধ্যাপক শৰ্মাদেৱ কৰ্তব্যৰ প্ৰতি সদায়েই সজাগ আছিল আৰু গাম্ভীৰ্য ৰক্ষা কৰিয়েই নিজৰ কাৰ্যসম্পাদন কৰি গৈছিল। কিন্তু শিক্ষকসকল অকল কৰ্তব্যপৰায়ণ হ'লেই নহয়, তেখেতসকলে গভীৰ পাণ্ডিত্য, বিস্তৃত অধ্যয়ন, সুসঙ্গত আৰু সুমধুৰ বাক্যেৰে ছাত্ৰৰ অনুসন্ধিৎসা জগাই তুলিব লাগে। গভীৰ পাণ্ডিত্যৰ অধিকাৰী হোৱাৰ উপৰিও শৰ্মাদেৱৰ স্মৃতিশক্তিও প্ৰৱল আছিল আৰু সেয়েহে বিভিন্ন প্ৰসঙ্গত তেখেতে নানা শ্লোকৰ উদ্ধৃতিৰে বক্তব্য অতি সৰসভাৱেই উপস্থাপন কৰিবলৈ সমৰ্থ হৈছিল। এক কথাত তেখেত আছিল ছাত্ৰসকলৰ সখা, পথনিৰ্দেশক আৰু মনোবেত্তা।

অকল শ্ৰেণীৰ চাৰিবেৰৰ মাজতে অধ্যাপক শৰ্মাদেৱৰ পাণ্ডিত্য সীমাবদ্ধ নাছিল, অসমৰ চুকে-কোণে তেখেতে এগৰাকী বিশিষ্ট পণ্ডিত আৰু বাগ্মীপুৰুষ ৰূপে স্বীকৃতি লাভ কৰিছিল। সমাজৰ সকলো শ্ৰেণীৰ লোকৰ মাজতে তেখেত অতিশয় প্ৰিয় আছিল আৰু তেখেতৰ বিচিত্ৰ কথনভঙ্গীয়ে ছাত্ৰ, শিক্ষক, সাধাৰণ শ্ৰেণীৰ লোক আৰু পণ্ডিত সকলো স্তৰৰ লোককেই মোহিত কৰিছিল। সেয়েহে তেখেতে বহুতো অনুষ্ঠানৰ লগত জড়িত হৈ বৌদ্ধিক দিশলৈ লেখত ল'বলগীয়া অৱিহণা যোগাইছিল আৰু সামাজিক জীৱনত নিজকে প্ৰতিষ্ঠাও কৰিছিল।



তেখেতে নিজৰ যশস্যা লাভৰ কাৰণে বহুতো কিতাপ-পত্ৰ লিখি থৈ যোৱা নাই সঁচা, কিন্তু কম সংখ্যক লেখাৰ মাজেৰে আৰু বিশাল পাণ্ডিত্যসুলভ হাস্য-ব্যঙ্গ্য মিশ্ৰিত বক্তৃতাৰে আৰু ভাগৱত, গীতা, উপনিষদ আদিৰ প্ৰাঞ্জল ব্যাখ্যাৰে অসমৰ সাৰস্বত সাধনাত তেখেতে যিখিনি অৱিহণা আগ বঢ়াই গ'ল—সেইখিনিয়েই তেখেতৰ জ্ঞাননিষ্ঠা চিৰ ভাস্বৰ কৰি ৰাখিব। মাধ্যমিক স্তৰৰ সংস্কৃতৰ তিনিখন নিৰুপম পাঠ্যপুথিৰ বাহিৰে তেখেতৰ যি দুখন অনুবাদ গ্ৰন্থ আমাৰ হাতত পৰিছে, তাত তেখেতৰ গভীৰ পাণ্ডিত্য আৰু মৌলিক চিন্তাধাৰাৰ পৰিচয় পোৱা যায়। এই অনুবাদ গ্ৰন্থ দুখন বিভিন্ন অনুষ্ঠানৰ সৌজন্যত প্ৰকাশ পাইছে, ইয়াৰে এখন হৈছে 'মুদ্ৰাৰাক্ষস' নাটকৰ অসমীয়া অনুবাদ। বিশাখদত্তৰ অমৰ কৃতি "মুদ্ৰাৰাক্ষস" সংস্কৃত সাহিত্যত এখন বিশেষ শ্ৰেণীৰ নাটক। ইতিহাস আৰু ৰাজনীতিৰ সুন্দৰ সমন্বয় এই নাটকৰ এটি মৌলিক বিশেষত্ব। ইয়াত সাহিত্য ৰাজনীতিৰ বিভিন্ন তত্ত্বৰ মণিকাঞ্চন সংযোগ ঘটিছে। সমকালীন সমস্যাৰ পটভূমিত কূট ৰাজনীতি প্ৰতিপাদনত এই নাটকৰ বিশেষত্ব অনস্বীকাৰ্য। ইয়াত ভাৱ আৰু শিল্পৰ দৃষ্টিত অভিব্যক্ত অভিৰুচি আৰু বিশেষত্ব প্ৰদৰ্শনত নাট্যকাৰৰ কৃতিত্ব মন কৰিবলগীয়া। এনে এখন প্ৰাচীন নাটকৰ অনুবাদ সহজ নহয়। শৰ্মাদেৱৰ অনুবাদ মূলানুগ হোৱাৰ উপৰিও অতি সাৱলীল আৰু স্বচ্ছন্দ হোৱাৰ বাবে পাঠকৰ কাৰণে ই সহজেই বোধগম্য হৈ পৰিছে। সেই কাৰণে ই ছাত্ৰ, শিক্ষক, পণ্ডিত আৰু সাধাৰণ পঢ়ুৱৈ সকলোৰে মাজত এই গ্ৰন্থ সমানে সমাদৃত।

অধ্যাপক শৰ্মাদেৱৰ আন এখন অনুবাদ গ্ৰন্থ হৈছে—কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'। আন এজন সহযোগীৰে সৈতে যুটীয়াভাৱে অনুবাদ কৰি অধ্যাপক শৰ্মাদেৱে ইয়াৰ সম্পাদনাও কৰিছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰ প্ৰাচীন ভাৰতৰ ৰাজনীতি আৰু অৰ্থনীতি বিষয়ক এখন অতি প্ৰামাণ্য গ্ৰন্থ। সূত্ৰৰীতিত ৰচিত এই গ্ৰন্থৰ ভাষা অতি দুৰ্বোধ্য। ইয়াত এনে কিছুমান পাৰিভাষিক শব্দ ব্যৱহাৰ কৰা হৈছে—যিবোৰৰ অৰ্থবোধ অতি কষ্টসাধ্য, তেনেকুৱা অৰ্থবাহুল্য আৰু দুৰ্বোধ্য শব্দৰ অসমীয়া অনুবাদ খুবেই দুৰূহ। কিন্তু শৰ্মাদেৱে এই অনুবাদ গ্ৰন্থত প্ৰায় সকলো পাৰিভাষিক শব্দৰ ওপৰতেই আলোকসম্পাত কৰি পাদটীকাৰে সৈতে পাঠকৰ বোধগম্য কৰিবলৈ চেষ্টা কৰিছে। সম্পাদকৰ সুদীৰ্ঘ উপক্ৰমণিকাই এই গ্ৰন্থখনিৰ গৌৰৱ বৰ্দ্ধন কৰিছে। এই পাণ্ডিত্যপূৰ্ণ উপক্ৰমণিকাত সম্পাদক শৰ্মাদেৱে

অৰ্থশাস্ত্ৰৰ সকলো দিশকেই সামৰি বিস্তৃতভাৱেই আলোচনা উপস্থাপন কৰিছে। ইয়াত অৰ্থশাস্ত্ৰৰ গ্ৰন্থকাৰ, তেওঁৰ পূৰ্বসূৰীসকল আৰু ৰচনাকালৰ উপৰিও বিষয়-বস্তুৰো এটি সুন্দৰ আভাস দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। সম্পূৰ্ণ ঐতিহাসিক দৃষ্টিৰে তুলনাত্মক ধৰণে কৰা এই বিস্তৃত আলোচনাই সম্পাদকৰ গভীৰ পাণ্ডিত্য, বিস্তৃত অধ্যয়ন আৰু মননশীলতাৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছে।

ভাৰতীয় সাৰস্বত সাধনাৰ ইতিহাসত আনন্দৰাম বৰুৱাদেৱৰ নাম চিৰস্মৰণীয় হৈ আছে। এইজনা অগাধবোধ পণ্ডিতে যিখিনি গ্ৰন্থ প্ৰণয়ন কৰি গৈছিল, সেই গ্ৰন্থৰাজি সংস্কৃত সাহিত্যৰ ভঁৰাললৈ অনুপম অৱিহণা বুলি দেশ-বিদেশৰ সকলো শ্ৰেণীৰ পণ্ডিতে ভুৰি ভুৰি প্ৰশংসা কৰি গৈছে। অসম প্ৰকাশন পৰিষদে এই গ্ৰন্থৰাজি পুনৰ্মুদ্ৰণ নকৰা হ'লে আমাৰ দেশৰ আজিৰ চামৰ পণ্ডিতসকলৰ কাৰণেই এইবোৰ দুষ্প্ৰাপ্য হৈয়েই থাকিলেহেঁতেন। প্ৰকাশন পৰিষদে এইখিনি গ্ৰন্থ ছপাই উলিয়াই দিয়াত অসমৰ বিদ্বদ্ মণ্ডলীয়ে বৰুৱাদেশৰ অনুপম প্ৰতিভা, অদ্ভুত শাস্ত্ৰ-দৰ্শিতা আৰু সমালোচনাত্মক বিচাৰবুদ্ধিৰ পৰিচয় পালে। পৰিষদৰ এই কাৰ্যত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ অৱদান কম নহয়। তেখেত এই আপুৰুগীয়া গ্ৰন্থৰাজি প্ৰকাশত ওতপ্ৰোতভাৱেই জড়িত আছিল। বিশেষকৈ 'ইংৰাজী-সংস্কৃত অভিধান', 'নামলিঙ্গানুশাসন', 'সৰস্বতীকণ্ঠাভৰণ', 'মহাবীৰ-চৰিতম্', 'নানাৰ্থসংগ্ৰহ', 'ধাতুবৃত্তিসাৰ' আৰু 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ স্থান' আদি গ্ৰন্থত তেখেতে বৰ্ণাশুদ্ধি আদি চাই নিৰ্ভুলভাৱে ছপোৱাত প্ৰভূত সহায় কৰিছিল, পৰিষদৰ সম্পাদকে গ্ৰন্থৰাজিৰ পাতনিসমূহত শৰ্মাদেৱৰ পাণ্ডিত্য আৰু অনলস পৰিশ্ৰমৰ কথা কৃতজ্ঞতাৰে স্বীকাৰ কৰি গৈছে। তেখেতৰ নিচিনা এজন পণ্ডিতৰ সাহায্য নহ'লে এইবোৰৰ পুনৰ্মুদ্ৰণ কেতিয়াও সম্ভৱ নহ'লহেঁতেন। তদুপৰি প্ৰকাশন পৰিষদৰেই সৌজন্যত "অসমীয়া বিশ্বকোষ"ৰ যিটো খণ্ডপ্ৰকাশ হ'ল তাকো অধ্যাপক ৰজনীকান্ত শৰ্মাদেৱেই সম্পাদনা কৰিছিল। তেখেত আধুনিক আৰু প্ৰাচীন চিন্তাধাৰাৰ লগত সমানেই পৰিচিত আছিল আৰু সেই কাৰণে তেখেত বিশ্বকোষ সম্পাদনাৰ দৰে এটি গুৰুভাৰ বহন কৰি জাতীয় জীৱনত অৱিহণা যোগাবলৈ সক্ষম হৈছিল।

বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ব্যক্তি বিশেষৰ অনুৰোধ ৰক্ষা কৰাতেই জীৱনৰ অধিকাংশ সময় অতিবাহিত কৰিবলগীয়াত পৰিছিল বাবেই অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে বহুতো গ্ৰন্থ ৰচনা কৰি থৈ যাব নোৱাৰিলে। কিন্তু এই ব্যস্ততাৰ মাজেৰে যিবোৰ প্ৰবন্ধ তেখেতে লিখিছিল সেইবোৰতেই তেখেতৰ



গভীৰ পাণ্ডিত্য আৰু মননশীলতাৰ পৰিচয় পোৱা যায়। ভিন ভিন সময়ত বিভিন্ন বিষয়ক আশ্ৰয় কৰি লিখা এই প্ৰবন্ধসমূহ একেলগে থ'পাই পৰীক্ষা কৰাৰ অৱকাশৰ অভাৱৰ কাৰণেই সেইবোৰ গভীৰভাৱে আলোচনা কৰা কঠিন। এইবোৰৰ বেছি ভাগতে শৰ্মাদেৱৰ ভাবোচ্ছ্বাসৰ পৰিৱৰ্তে চিন্তাশীল মনৰ পৰিচয় পোৱা যায়। উদাহৰণস্বৰূপে "সংস্কৃত সাহিত্যত হাস্যৰস" শীৰ্ষক প্ৰবন্ধটিলৈ আঙুলিয়াব পাৰি। ইয়াত তেখেতৰ ৰসশাস্ত্ৰৰ দাৰ্শনিক বিচাৰ আৰু সাহিত্যিক সৌন্দৰ্য বিশ্লেষণৰ দৃষ্টিভঙ্গীৰ পৰিচয় পোৱা যায়। প্ৰবন্ধটো শৰ্মাদেৱৰ দাৰ্শনিক প্ৰজ্ঞা সত্যসুন্দৰৰ ধাৰণাৰেই পুৰিপুষ্ট। তেখেতৰ বেছিভাগ প্ৰবন্ধতেই মৌলিক চিন্তাধাৰা আৰু গভীৰ পৰ্যবেক্ষণ শক্তি প্ৰকাশ পাইছে।

অধ্যাপক শৰ্মাদেৱৰ অসমীয়া ইংৰাজী আৰু সংস্কৃত তিনিওটা ভাষাতেই গভীৰ ব্যুৎপত্তি আছিল আৰু তেখেতে তিনিওটা ভাষাতেই অৰ্থাবহ প্ৰকাশভঙ্গীৰে লিখিব পাৰিছিল। অসমৰ বহুতো পণ্ডিতেই নিজৰ লিখনি এবাৰ শৰ্মাদেৱক দেখুৱাইহে ছপাবলৈ সাহস কৰিছিল। ড° যোগীৰাজ বসু, আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীৰ দৰে বিখ্যাত পণ্ডিতেও শৰ্মাদেৱক গভীৰ পাণ্ডিত্যৰ কথা স্বীকাৰ কৰিছিল আৰু শৰ্মাদেৱৰ নিৰ্ভুল আৰু সাৱলীল সংস্কৃত লিখিবলৈ পৰা নৈপুণ্যৰ কথা প্ৰশংসা কৰিছিল। এবাৰ অসম সংস্কৃত সমিতিৰ এটি বৈঠকত শাস্ত্ৰী শ্ৰেণীৰ প্ৰশ্ন পত্ৰত কোনো এজন বৰিষ্ঠ অধ্যাপকে এটি প্ৰশ্নত 'যুক্তিসহকাৰেণ লিখ' বুলি প্ৰয়োগ কৰা এটি বাক্যাংশৰ প্ৰসঙ্গত পণ্ডিতসকলৰ মাজত অলপ বাদানুবাদৰ সৃষ্টি হৈছিল। বিশেষকৈ 'সহকাৰ' শব্দৰ প্ৰয়োগ সম্পৰ্কে ঔচিত্যৰ প্ৰশ্ন উত্থাপন কৰি তেখেতসকলে বিভিন্নমত উত্থাপন কৰিছিল। অধ্যাপক শৰ্মাদেৱে শেষত স্বভাৱসুলভ ৰসিকতাৰে মন্তব্য দাঙি ধৰি কৈছিল যে 'যুক্তিসহকাৰেণ লিখ' এই বাক্যাংশতকৈ 'যুক্ত্যা প্ৰতিপাদয়' এই বাক্যাংশহে ব্যৱহাৰ কৰা উচিত আছিল। শৰ্মাদেৱৰ এই মন্তব্যত সকলোৱে হয়ভৰ দিছিল। সংস্কৃতভাষাৰ বিশুদ্ধতাৰ উপৰিও তাৰ এটি যে জঁতুৱা ঠাঁচ আছে—তাকো সকলোৱে স্বীকাৰ কৰিছিল। সংস্কৃতভাষাৰ ভাষাশৈলীৰ লগত শৰ্মাদেৱৰ বিশেষ পৰিচয় আছিল আৰু প্ৰত্যুৎপন্নমতি হোৱাৰ কাৰণেই তেখেতে প্ৰাচীন উদ্ধৃতিসমূহ দাঙি ধৰি পাণ্ডিত্যৰ গভীৰতা সাব্যস্ত কৰিব পাৰিছিল।

অধ্যাপক শৰ্মাদেৱৰ সংস্কৃত ৰচনাৰ নমুনা আমাৰ হাতত সিমান পৰা নাই তেখেতৰ অসমীয়া আৰু ইংৰাজীত ৰচিত প্ৰবন্ধতকৈয়ো সংস্কৃত ভাষাত ৰচিত প্ৰবন্ধৰ সংখ্যা তাকৰীয়া। তথাপি যি দুই-এটি সংস্কৃতভাষাতে লিখিত তেখেতৰ

প্ৰবন্ধ আমাৰ হাতত পৰিছে, তাত তেখেতৰ স্বকীয় পাণ্ডিত্য শব্দজ্ঞান আৰু বৰ্ণনাশক্তিৰ পৰিচয় পোৱা যায়। উদাহৰণস্বৰূপে, অসম সংস্কৃত সমিতিৰ মুখপত্ৰ 'প্ৰাচ্যভাৰতী' নামৰ ষান্মাসিক পত্ৰিকাৰ তৃতীয় সংখ্যাত প্ৰকাশ হোৱা তেখেতৰ প্ৰবন্ধ 'আনন্দৰামবিৰচিতং জানকীৰামভাষ্যম্' শীৰ্ষক প্ৰবন্ধটিলৈ আঙুলিয়াব পাৰি। এই প্ৰবন্ধত শৰ্মাদেৱৰ সংস্কৃত ভাষাত থকা গভীৰ পাণ্ডিত্য আৰু শব্দচয়নৰ অপূৰ্ব ক্ষমতা প্ৰকাশ পাইছে। তেখেতে বাণভট্ট আদিৰ দৰে যিদৰে দীৰ্ঘ সমাসবদ্ধ শব্দ আৰু বাক্যৰ ব্যৱহাৰ কৰিব পাৰিছিল সেইদৰে পঞ্চতন্ত্ৰ-হিতোপদেশৰ দৰে প্ৰাঞ্জল আৰু অতি সৰল সংস্কৃতো লিখিব পাৰিছিল। উদাহৰণস্বৰূপে উক্ত প্ৰবন্ধটিৰপৰাই কেইটিমান বাক্য তুলি দিয়া হ'ল—

'জানকীৰামভাষ্যস্য ভাষা প্ৰাঞ্জলা সংক্ষিপ্তা চ। নাটকমিদং পুৰাকথোল্লেখপূৰ্বকম্ বক্তৃৰামহাভাগেন প্ৰাসঙ্গিকগ্ৰন্থেভ্যঃ ৱাক্যোদ্ধাৰপূৰ্ৱকং সৰ্ৱেষাং পুৰাবৃত্তান্তং বৈশদ্যেন সম্পদ্যতে। ৰঘুৱংশমেঘদূতকিৰাতমাঘনৈষধপ্ৰভৃতিকাব্যগ্ৰন্থেভ্যঃ অভিজ্ঞানশাকুন্তল-মহানাটক-বালৰামায়ণানৰ্ঘৰাঘৱাদিৰূপকেভ্যঃ মৎস্যভাগৱতবিষ্ণুপুৰাণাদিগ্ৰন্থেভো, মন্বত্ৰিৱশিষ্টপ্ৰভৃতীনাং সংহিতাভ্যঃ, পতঞ্জলিৱাচস্পতিমিশ্ৰাদীনং দৰ্শনশাস্ত্ৰেভ্যো ৱাল্মীকিৰামায়ণমহাভাৰতোঽদ্ভূতৰামায়ণভাৱপ্ৰকাশকাদম্বৰী প্ৰভৃতিনানা গ্ৰন্থেভ্যশ্চ সদৃশভাৱৱাঞ্জকৱচনোদ্ধাৰেণ-ভাষ্যস্যাস্য গৌৰৱং ৱিতন্বতে।'

অধ্যাপক ৰজনীকান্ত শৰ্মাদেৱ প্ৰাচীন আৰু আধুনিকতাৰ সেতুস্বৰূপ আছিল। পিন্ধন-উৰণত তেখেতৰ প্ৰাচীনত্বৰ চাপ থাকিলেও মনৰ পৰিধি আছিল সুবিস্তৃত, সেয়েহে তেখেতে ভাৰতীয় প্ৰমূল্যবোধক নতুনকৈ চাবলৈ সমৰ্থ হৈছিল। সংস্কৃতৰ ছাত্ৰ হ'লেও তেখেত গোড়ামিৰ ঠেক গণ্ডীৰপৰা মুক্ত আছিল। আমাৰ দেশৰ প্ৰাচীন শিক্ষাত শিক্ষিত পণ্ডিতসকলক সাধাৰণতে ধৰ্ম, ঐতিহ্য আৰু পুথিগত বিদ্যাৰ অধিকাৰী বুলিহে ভবা হয়। আনহাতে যিসকলক আধুনিক শিক্ষাত শিক্ষিত বুলি স্বীকাৰ কৰা হয়, তেওঁলোকে ভাৰতীয় সংস্কৃতিক এটা মৃত ঐতিহ্য বুলি ধাৰণা কৰে আৰু এই সম্পৰ্কে এটি সমন্বয়মূলক ধাৰণা কৰিবলৈ অসমৰ্থ হয়। তেখেতসকলৰ ধাৰণা—পশ্চিমীয়া সংস্কৃতিৰ অনুকৰণতহে আমাৰ দেশতো নতুন সংস্কৃতিৰ জন্ম হ'ব পাৰে আৰু সেই কাৰণেই পশ্চিমীয়া সংস্কৃতিৰ অন্ধ অনুকৰণত তেখেতসকলে ভাৰতীয় সংস্কৃতিৰ অখণ্ডতা বা পূৰ্ণতাৰ কথা পাহৰি যায়। শৰ্মাদেৱ নিঃসন্দেহে এই দুয়োবিধ ঠেক মনোবৃত্তিৰপৰা বাহিৰত আছিল। মহাকবি কালিদাসেও এদিন ক'ৰলগীয়া হৈছিল



যে পুৰণি হ'লেই যে ভাল হ'ব তাৰ কোনো অৰ্থ নাই, নাইবা নতুন হ'লেই যে আদৰণীয় হ'ব, তাৰো কোনো যুক্তি নাই। আচলতে নতুন আৰু পুৰণিৰ সমন্বয়তহে পূৰ্ণতাপ্ৰাপ্তি হয়। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ এই আদৰ্শতেই বিশ্বাসী আছিল আৰু এই আদৰ্শক সাৰোগত কৰিয়েই কাম কৰি গৈছিল। বৰ্তমান সন্ধিক্ষণত আজিৰ চামৰ পুৰুষে শৰ্মাদেৱৰ এই আদৰ্শক শ্ৰদ্ধা জনোৱা উচিত। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ প্ৰবন্ধাৱলী ঃ এটি দৃষ্টিপাত

অশোককুমাৰ গোস্বামী

অসমৰ অন্যতম প্ৰথিতযশা সংস্কৃত পণ্ডিত স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাৰ অনেক প্ৰবন্ধপাতি, বিভিন্ন ভাষাৰ কিতাপ-পত্ৰ, আলোচনী আৰু বাতৰিকাকত-সমূহত সিঁচৰতি হৈ আছে। পণ্ডিত শৰ্মাদেৱৰ এই লিখনিসমূহে তেখেতৰ ভাষাত প্ৰাবীণ্য, বিষয়ত বৈদগ্ধ্য আৰু চিন্তাত গাম্ভীৰ্যৰ স্বাক্ষৰ বহন কৰিছে। শৰ্মাদেৱক জানিবৰ বাবে, তেখেতৰ জ্ঞান জগতলৈ অৱদানৰ মূল্য নিৰ্দ্ধাৰণৰ বাবে তেখেতৰ লিখনিসমূহ আমাৰ সকলোৰে বিচাৰ্য। বিখ্যাত সংস্কৃত ব্যাকৰণ গ্ৰন্থ 'মহাভাষ্য'ৰ প্ৰণেতা পতঞ্জলিৰ ভাষাত 'পৰ্যাপ্তো হি একঃপুলাকঃ স্থাল্যা নিদৰ্শনায়'। অসমীয়াত থোৰতে ক'বলৈ গ'লে "চৰুৰ এটা ভাত পিটিকিলেই বাকীবোৰ সিজিছে নে নাই গম পায়।" সেয়েহে এই 'স্থালীপুলাকন্যায়'কে আশ্ৰয় কৰি পণ্ডিতপ্ৰৱৰ শৰ্মাদেৱৰ কেইটামান আমাৰ চকুত পৰা প্ৰবন্ধৰ বিষয়ে যথাসাধ্য আলোকপাতৰ প্ৰয়াস কৰিব খুজিছোঁ। এই প্ৰবন্ধটিত থাওকতে আমাৰ চকুত পৰা শৰ্মাদেৱৰ অসমীয়া, ইংৰাজী আৰু সংস্কৃত ভাষাত ৰচিত সাহিত্য, দৰ্শন আদি বিভিন্ন বিষয়ক প্ৰবন্ধকেইটি যথাসম্ভৱ কালানুক্ৰমিকভাৱে উপস্থাপন কৰা হৈছে।

১। সংস্কৃত ৰূপকত হাস্যৰস (১৯৫৭ খ্ৰীষ্টাব্দ) ('প্ৰবন্ধাৱলী) গ্ৰন্থত সন্নিবিষ্ট।)

২। মুদ্ৰাৰাক্ষস নাটকৰ ভূমিকা (১৯৬৩ খ্ৰীঃ) স্ব-অনূদিত 'বিশাখদত্তৰ মুদ্ৰাৰাক্ষস' গ্ৰন্থত সন্নিবিষ্ট।)

৩। কাব্য-মহাকাব্য আৰু খণ্ডকাব্য (১৯৬৩ খ্ৰীঃ) (ড° মহেশ্বৰ নেওগ আৰু ড° হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'সাহিত্য-সমীক্ষা' শীৰ্ষক প্ৰবন্ধ সংগ্ৰহাত্মক গ্ৰন্থত অন্তৰ্ভুক্ত।)

৪। Some Distinguished Traditional Sanskrit Scholars (১৯৬৪ খ্ৰীঃ) (গুৱাহাটী বিশ্ববিদ্যালয়ৰ ১৯৬৪ খ্ৰীষ্টাব্দত প্ৰকাশিত Journal of the University of Gauhati, vol. XV, No. 1ত সন্নিবিষ্ট।)



৫। Bezbaroa as an Exponent of Religion and Philosophy (১৯৭২ খ্ৰীঃ) (গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৭২ খ্ৰীষ্টাব্দত সাহিত্যৰথী বেজবৰুৱা-দেৱৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ কৰা ড° মহেশ্বৰ নেওগ সম্পাদিত 'LAKSHMINATH BEZBAROA—THE SĀHITYARATHI OF ASSAM' শীৰ্ষক গ্ৰন্থত সন্নিবিষ্ট।)

৬। Humanism in Sankar Dev's Teaching (১৯৭২ খ্ৰীঃ) (১৯৭২ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী সংখ্যা 'বিবেকানন্দ পত্ৰিকা'ত প্ৰকাশিত।)

৭। ভাৰতীয় সাহিত্য-সমালোচনাৰ মূল সূত্ৰ (১৯৭৪ খ্ৰীঃ) (গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্য চ'ৰাৰদ্বাৰা প্ৰকাশিত আৰু ড° উপেন্দ্ৰনাথ গোস্বামীৰদ্বাৰা সম্পাদিত 'প্ৰবন্ধ-নিচয়'ত অন্তৰ্ভুক্ত।)

৮। উপক্ৰমণিকা (১৯৭৭ খ্ৰীঃ) (অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আৰু ড° ডিম্বেশ্বৰ শৰ্মাৰদ্বাৰা অনূদিত আৰু ৰজনীকান্ত দেৱশৰ্মাৰদ্বাৰা সম্পাদিত 'কৌটিলীয় অৰ্থশাস্ত্ৰ' শীৰ্ষক কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ পাতনি)।

৯। তৰুণপ্ৰশস্তি অষ্টকম্ (১০৭৭ খ্ৰীঃ) (অসম সাহিত্য সভাৰ তৰুণৰাম ফুকন জন্ম-শতবাৰ্ষিকী উছৱ সমিতিৰদ্বাৰা প্ৰকাশিত 'তৰুণ-স্মৃতি' শীৰ্ষক স্মৃতি গ্ৰন্থত সন্নিবিষ্ট।)

১০। শঙ্কৰদেৱৰ অনুবাদ-ৰীতি (১৯৭৮ খ্ৰীঃ) (অধ্যাপক ভৱপ্ৰসাদ চলিহাৰদ্বাৰা সম্পাদিত 'শঙ্কৰী সংস্কৃতিৰ অধ্যয়ন' শীৰ্ষক আলোচনামূলক প্ৰবন্ধ-সংকলনত সন্নিবিষ্ট।)

১১। প্ৰাচীন আৰু মধ্যযুগত অসমত সংস্কৃত শিক্ষা (১৯৮০ খ্ৰীঃ) ('প্ৰাচ্যজ্যোতি'ত প্ৰকাশ পোৱা 'আনন্দৰাম বৰুৱা স্মাৰক বক্তৃতামালা'ৰ দ্বিতীয় বক্তৃতা।)

১২। আৱাহন-স্মৃতি (১৯৮১ খ্ৰী) (ড° হেমন্ত কুমাৰ শৰ্মাৰ দ্বাৰা সম্পাদিত 'নগেন্দ্ৰ নাৰায়ণ চৌধুৰী' গ্ৰন্থত সন্নিবিষ্ট।)

১৩। ভাগৱত-ধৰ্ম (১৯৮১ খ্ৰীঃ) গুৱাহাটীৰ গীতা-সমাজৰ দ্বাৰা প্ৰকাশিত 'গীতাদৰ্শন' নামৰ প্ৰবন্ধ-সংগ্ৰহত অন্তৰ্ভুক্ত)।

১৪। উপনিষদৰ যুগৰ শিক্ষা (১৯৮১ খ্ৰীঃ) (বজালী মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ 'স্মৰণিকা'ত অন্তৰ্ভুক্ত।)

১৫। ভাৰতীয় সংস্কৃতিৰ বেদীত উৎসৰ্গীকৃত জীৱন কৃষ্ণকান্ত (১৯৮২ খ্ৰীঃ)

( অসম প্ৰকাশন পৰিষদৰদ্বাৰা প্ৰকাশিত 'প্ৰকাশ'ৰ সপ্তম বছৰ দশম সংখ্যাত সন্নিবিষ্ট। )

১৬। ৰাসলীলা ( ১৯৮৩ খ্ৰীঃ ) ( পলাশবাৰী ৰাস উৎসৱ সমিতিয়ে প্ৰকাশ কৰা 'মুখপত্ৰ'ত'ত সন্নিবিষ্ট। )

১৭। সংহতিৰ প্ৰতীক শঙ্কৰদেৱ ( ১৯৮৭ খ্ৰীঃ ) ( অধ্যাপক ভৱপ্ৰসাদ চলিহাৰদ্বাৰা সম্পাদিত আৰু গুৱাহাটীৰ পূৰ্বজ্যোতি প্ৰকাশনৰদ্বাৰা প্ৰকাশিত 'শঙ্কৰ অভিক্ষেপ' শীৰ্ষক প্ৰবন্ধ সংকলনত অন্তৰ্ভুক্ত। )

১৮। ভট্টদেৱ ( ১৯৮৭ খ্ৰীঃ ) ( ১৯৮৭ খ্ৰীষ্টাব্দৰ 'বঙ্গালীদৰ্পণ'ত সন্নিবিষ্ট প্ৰবন্ধ ।)

১৯। আনন্দৰামৱিৰচিতং জানকীৰামভাষ্যম্ ( অসম সংস্কৃত ব'ৰ্ডৰ মুখপত্ৰ 'প্ৰাচ্যভাৰতী'ত প্ৰকাশিত। )

২০। আনন্দৰাম বৰুৱা ( ১৯৮৯ খ্ৰীঃ ) ( কামৰূপ সাহিত্য পৰিষদৰ মুখপত্ৰ 'কামৰূপা'ত সন্নিবিষ্ট। )

২১। শক্তিতত্ত্ব-দেৱীতত্ত্ব ( ১৯৯১ খ্ৰীঃ ) ( ১৯৯১ খ্ৰীষ্টাব্দৰ ১১ অক্টোবৰত প্ৰকাশিত 'অসমবাণী' ( পূজা সংখ্যা )ত সন্নিবিষ্ট। )

ওপৰত উল্লেখ কৰা প্ৰবন্ধকেইটিৰ সমীক্ষণে এজন অগ্ৰণী প্ৰবন্ধকাৰ হিচাপে পণ্ডিতপ্ৰবৰ দেৱশৰ্মাদেৱৰ প্ৰতিভাৰ এক স্পষ্ট আভাস দিব পাৰিব বুলি আমাৰ বিশ্বাস।

(১) 'সংস্কৃত ৰূপকত হাস্যৰস' প্ৰবন্ধত শৰ্মাদেৱে প্ৰথমতে নাট্যশাস্ত্ৰকাৰ ভৰতকে ধৰি সংস্কৃত আলংকাৰিকসকলে নিৰ্দিষ্ট কৰি যোৱা অঙ্গী আৰু অঙ্গ ৰসসমূহৰ আলোচনা আগ বঢ়াইছে। প্ৰবন্ধটিত শৃঙ্গাৰৰসৰপৰাই হাস্যৰসৰ উদ্ভৱ হয় বুলি থকা মতৰ বিশেষভাৱে পৰ্যালোচনা কৰা হৈছে আৰু সংস্কৃত ৰূপকসমূহত হাস্যৰসৰ স্থান বিচাৰ কৰা হৈছে। অঙ্গ-হাস্য, কাব্য-হাস্য আৰু নেপথ্য-হাস্য এই তিনিও প্ৰকাৰ হাস্যৰ আলোচনাৰ অন্তত কাব্যত হাস্যৰস পৰিৱেশনৰ কাৰণে বিশেষভাৱে সৃষ্টি কৰা সংস্কৃত ৰূপকৰ 'বিদূষক' চৰিত্ৰৰ ওপৰত আলোকপাত কৰা হৈছে। বিদূষকৰ উপৰিও বিট, চেট, পীঠমৰ্দ, শকাৰ আদি নিম্নপৰ্যায়ৰ কিছুমান চৰিত্ৰৰ সহায়ত হাস্যৰস ফুটাই তুলিবলৈ নাট্যকাৰসকলে কৰা প্ৰচেষ্টাৰো উল্লেখ কৰা হৈছে। সংস্কৃত ৰূপক-উপৰূপকবিলাকৰ ভিতৰত হাস্যৰসক মুখ্যস্থান দিয়া 'প্ৰহসন'ৰ বিষয়ে আলোচনা প্ৰসঙ্গত শৰ্মাদেৱে উচিত মন্তব্য কৰিছে যে, 'ভগবদজ্জুকীয়' আৰু ইয়াৰ পৰৱৰ্তী কালৰ কিছুমান প্ৰহসনে



কুৰুচি আৰু অশ্লীলতাৰ আশ্ৰয়লৈ অতি স্থূলহাস্যৰ নমুনা দাঙি ধৰিছে ; হয়তো কবি-প্ৰতিভাৰ অভাৱেই প্ৰহসনত হাস্যৰসৰ এই অৱনতিৰ মূল কাৰণ। তথাপি ভাসৰপৰা ৰাজশেখৰলৈকে ডেৰহাজাৰ বছৰ ধৰি বিভিন্ন শ্ৰেণীৰ সংস্কৃত ৰূপক-বিলাকে ৰসপিপাসু সহৃদয় সমাজক বিভিন্নভাৱে হাস্যৰসৰ উপস্থাপনেৰে বিমল আনন্দ দিব পাৰিছিল—সেই সন্দৰ্ভত শৰ্মাদেৱৰ উল্লিখিত প্ৰবন্ধই সুন্দৰভাৱে আলোকপাত কৰিছে।

(২) পণ্ডিত শৰ্মাদেৱে বিশাখদত্তৰ সংস্কৃত নাটক 'মুদ্ৰাৰাক্ষস'ৰ অসমীয়া অনুবাদ কৰিছে। এই অনুবাদ গ্ৰন্থখনি প্ৰকাশ কৰিছে অসম সাহিত্য সভাই। স্ব-অনূদিত নাট্য গ্ৰন্থখনিৰ প্ৰাৰম্ভত শৰ্মাদেৱে আগবঢ়োৱা 'ভূমিকা'টি প্ৰণিধান-যোগ্য। ভূমিকাত শৰ্মাদেৱে 'মুদ্ৰাৰাক্ষস'ৰ প্ৰণেতা বিশাখদত্তৰ পৰিচয় আৰু তেওঁৰ গ্ৰন্থ ৰচনাৰ কালৰ বিষয়ে আলোচনা কৰিছে, 'মুদ্ৰাৰাক্ষস' নাটকৰ ঐতিহাসিকতাৰ সন্দৰ্ভত আলোকপাত কৰিছে আৰু বিশেষকৈ মুদ্ৰাৰাক্ষসৰ লগত কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ সম্বন্ধ বিচাৰ কৰিছে। লগতে 'ভূমিকা'ত স্বাভাৱিকভাৱেই নাটকৰ বিষয়বস্তুৰ অঙ্কানুক্ৰমে আভাস দিয়া হৈছে।

(৩) অসমীয়া পাঠক সাধাৰণতে বাল্মীকিৰ 'ৰামায়ণ', ব্যাসৰ 'মহাভাৰত' আৰু কালিদাসৰ 'ৰঘুবংশ' আৰু 'কুমাৰসম্ভৱ'ৰ লগত পৰিচিত যদিও সংস্কৃতৰ বিভিন্ন শ্ৰেণীৰ কাব্যবাজিৰ বিষয়ে বিদিত নহয়। 'কাব্য-মহাকাব্য আৰু খণ্ডকাব্য' শীৰ্ষক প্ৰবন্ধটিত শৰ্মাদেৱে অসমীয়া পাঠকক সংস্কৃত কাব্যৰ ভাগ-বিভাগ আৰু লক্ষণসমূহৰ লগত পৰিচয় কৰোৱাৰ উদ্দেশ্যে এটি সুন্দৰ আৰু সাৰ্থক প্ৰয়াস কৰিছে। সংস্কৃত কাব্য মূলতঃ তিনিশ্ৰেণীত বিভক্ত—পদ্য, গদ্য আৰু পদ্য-গদ্য উভয়াত্মক মিশ্ৰকাব্য। ছন্দোবদ্ধ কাব্যই হ'ল পদ্যকাব্য। এই পদ্যকাব্যৰ আকৌ মুক্তক, যুগ্মক, সংদানিতক, কলাপক, কুলক, কোষ আৰু সংঘাত নামেৰে সাতোটা ভাগ সম্ভৱ হ'ব পাৰে। এই সকলো ভাগকে সামৰি ল'ব পৰাকৈ পদ্যকাব্যৰ বিশেষ ৰূপ হ'ল—মহাকাব্য। আচাৰ্য দণ্ডী আৰু বিশ্বনাথ কবিৰাজ আদি আলংকাৰিকসকলে এই 'মহাকাব্য'ৰ লক্ষণ তথা স্বৰূপ নিৰ্দিষ্ট কৰি দিছে। 'ৰঘুবংশ', 'কুমাৰসম্ভৱ'ৰ উপৰিও ভাৰৱিৰ 'কিৰাতাৰ্জুনীয়', মাঘৰ 'শিশুপালবধ', শ্ৰীহৰ্ষৰ 'নৈষধচৰিত' আদি উল্লেখযোগ্য মহাকাব্য। মহাকাব্যৰ এটা অংশক লৈ যি কাব্য ৰচিত হয় তাৰ নাম 'খণ্ডকাব্য'। উদাহৰণ স্বৰূপে কালিদাসৰ অমৰ সৃষ্টি 'মেঘদূত'ৰেই নাম ল'ব পাৰি। মহাকাব্য-খণ্ডকাব্যৰ সন্দৰ্ভত সীমিত স্থানত যথাসম্ভৱ বিশদ আৰু বিশ্লেষাত্মক আলোচনা আগবঢ়োৱা হৈছে।

শৰ্মাদেৱৰ উক্ত প্ৰবন্ধটিত পশ্চিমীয়া সাহিত্যৰ লগত তুলনসাপেক্ষ হোৱা বাবে প্ৰবন্ধটি অধিক গুৰুত্বপূৰ্ণ হৈ পৰিছে।

(৪) অসম তথা ভাৰতত বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় আদিত আধুনিক পদ্ধতিত সংস্কৃত শিক্ষা প্ৰৱৰ্তনৰ বহুকালৰ পূৰ্বৰেপৰা প্ৰাচীন পদ্ধতিত সংস্কৃত বাঙ্ময়ৰ শিক্ষা-দীক্ষা চলি আহিছে। এই প্ৰাচীন পদ্ধতিত সংস্কৃত শিক্ষা লৈ অনেক কৃতী পণ্ডিতে সংস্কৃতৰ প্ৰচাৰ-প্ৰসাৰত বহুমূলীয়া অৱদান যোগাই আহিছে। আধুনিক অসমত এনে গুণীজ্ঞানী প্ৰাচীন সংস্কৃত পণ্ডিতসকলৰ ভিতৰত মহামহোপাধ্যায় পণ্ডিত ধীৰেশ্বৰাচাৰ্য আৰু আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী অসমীয়া ৰাইজৰ বিশেষভাৱে পৰিচিত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ১৯৬৪ খ্ৰীষ্টাব্দত প্ৰকাশিত উপৰোক্ত নিবন্ধ গ্ৰন্থত অন্তৰ্ভুক্ত পণ্ডিত ৰজনীকান্ত শৰ্মাদেৱৰ, 'Some Distinguished Traditional Sanskrit Scholars' শীৰ্ষক ইংৰাজী নিবন্ধটিত প্ৰাচীন 'কামৰূপ' তথা আধুনিক 'অসম'ত প্ৰাচীন পদ্ধতিত চলা সংস্কৃত শিক্ষাৰ ইতিহাস দাঙি ধৰা হৈছে। বিশেষকৈ প্ৰবন্ধটিত খ্ৰীষ্টীয় উনবিংশ আৰু বিংশশতিকাৰ অগ্ৰগণী প্ৰাচীন সংস্কৃত পণ্ডিতসকলৰ যথাসম্ভৱ পৰিচয় দাঙি ধৰা হৈছে। এই দৃষ্টিত এই প্ৰবন্ধটি অতি মূল্যবান আৰু ভৱিষ্যতৰ বাবে সংৰক্ষণীয় বুলি ক'লে অত্যুক্তি কৰা নহ'ব। শৰ্মাদেৱৰ মতে খ্ৰীষ্টীয় প্ৰথমকেইটা শতিকাতেই অসমত সংস্কৃতৰ শিক্ষা তথা চৰ্চা আৰম্ভ হৈ অব্যাহতভাৱে চলি আছিল। শৰ্মাদেৱে প্ৰবন্ধটিত প্ৰথিতযশা পণ্ডিত কবিভাৰতী, বেদাচাৰ্য নীলাম্বৰাচাৰ্য, দামোদৰ মিশ্ৰ, পীতাম্বৰ সিদ্ধান্তবাগীশ, পুৰুষোত্তম বিদ্যাবাগীশ আদি পণ্ডিতসকলৰ কৃতিৰাজি বৰ্ণনা কৰিছে। তেখেতৰ এই প্ৰবন্ধৰ যোগে আমি গোপালদেৱ বিদ্যাবাগীশ, সত্যনাথ গোস্বামী, সিদ্ধনাথ বিদ্যাবাগীশ, জন্মেজয় অধ্যাপক, মহামহোপাধ্যায় আত্মনাথ ন্যায়ভূষণ আৰু মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যকে ধৰি অনেক সংস্কৃতব্ৰতী কৃতবিদ্য পণ্ডিতৰ পৰিচয় লাভ কৰিব পাৰোহঁক।

(৫) ১৯৭২ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা 'LAKSHMINATH BEZBAROA—THE SAHITYARATHI OF ASSAM' শীৰ্ষক গ্ৰন্থত সন্নিৱিষ্ট পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ—'Bezbaroa as an Exponent of Religion and Philosophy' নামৰ প্ৰবন্ধটিয়ে ধৰ্ম আৰু দৰ্শনৰ ক্ষেত্ৰত বেজবৰুৱাৰ অৱদান আৰু দৃষ্টিভঙ্গী বিশেষভাৱে প্ৰকাশলৈ আনিছে। গল্প, নাটক, কবিতা, উপন্যাস, ৰস-ৰচনা, জীৱনী-ৰচনা—সাহিত্যৰ সকলো ভাগ আৰু স্তৰতে বেজবৰুৱাৰ কালজয়ী



লেখনীৰ পৰশ পৰিছিল। জীৱনৰ শেষছোৱাত বেজবৰুৱাই ধৰ্মীয় আৰু দাৰ্শনিক বিষয়ত, বিশেষকৈ মতবাদ সম্পৰ্কে বহুতো প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধবিলাক 'বাঁহী' কাকতত 'শ্ৰীকৃষ্ণ কথা' আৰু 'তত্ত্বকথা'—এই শিতান দুটাত প্ৰকাশিত হৈছিল। এই প্ৰবন্ধসমূহৰ ভিত্তিত বেজবৰুৱাদেৱক ধৰ্ম আৰু দৰ্শনৰ এজন প্ৰবক্তাৰূপে গণ্য কৰিব পাৰি। এই দৃষ্টিতে স্বৰ্গীয় শৰ্মাদেৱৰ ওপৰত উল্লেখ কৰা প্ৰবন্ধটি এক সফল প্ৰয়াস। বৈষ্ণৱ পৰিয়ালৰ ধৰ্মীয় পৰিৱেশত জন্ম আৰু ডাঙৰ-দীঘল হোৱা, বেদ-বেদান্ত, গীতা-ভাগৱত আদি শাস্ত্ৰৰ জ্ঞানেৰে পৰিপুষ্ট বেজবৰুৱাৰ ধৰ্ম সম্পৰ্কে নিজস্ব মত গঢ়ি উঠিছিল। শৰ্মাদেৱৰ ভাষাতে ক'বলৈ গ'লে, বেজবৰুৱাই ধৰ্মীয় দৰ্শনত এখন নিৰ্দিষ্ট গ্ৰন্থ প্ৰণয়ন নকৰিও এই প্ৰবন্ধসমূহৰ যোগেদিয়েই বৈষ্ণৱ ধৰ্মীয় দৰ্শনৰ এজন প্ৰবক্তাৰূপে আত্মপ্ৰকাশ কৰিছিল। শৰ্মাদেৱে প্ৰবন্ধটিত প্ৰণালীবদ্ধভাৱে বেজবৰুৱাৰ এই মতাদৰ্শ বিচাৰ কৰিছে আৰু 'সাহিত্যৰথী'ৰ ধৰ্মমূলক সাহিত্যিক অৱদানসমূহ একত্ৰ বৰ্ণনা কৰিছে। বৈষ্ণৱ দাৰ্শনিকসকলে বেদান্তৰ অদ্বৈতবাদ মানি লোৱা নাই। ভাৰতত বৈষ্ণৱ দৰ্শনৰ চাৰিটা মুখ্য সম্প্ৰদায় আছে—ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ; মধ্বাচাৰ্যৰ মতবাদ, নিম্বাৰ্কাচাৰ্যৰ মতবাদ আৰু বল্লভাচাৰ্যৰ মতবাদ। শৰ্মাদেৱৰ মতে এই চাৰিটা সম্প্ৰদায়ৰ কোনোটোকে সম্পূৰ্ণভাৱে বেজবৰুৱাই সমৰ্থন কৰা নাই যদিও ৰামানুজৰ মতৰ প্ৰতি বেজবৰুৱাৰ দৌৰ্বল্য প্ৰকাশ পাইছে। গীতা-ভাগৱতপ্ৰোক্ত আৰু মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে প্ৰচাৰিত একশৰণ ধৰ্ম আৰু ভক্তিমাৰ্গকে বেজবৰুৱাই মুখ্যভাৱে পোষকতা কৰিছে। শৰ্মাদেৱৰ প্ৰবন্ধত বহুতো সূক্ষ্ম বিষয়ত বেজবৰুৱাৰ স্বকীয় চিন্তা, মত তথা ধাৰণা পোহৰলৈ আহিছে।

(৬) ১৯৭২ খ্ৰীষ্টাব্দত 'বিবেকানন্দ পত্ৰিকা'ত প্ৰকাশিত স্বৰ্গীয় শৰ্মাদেৱৰ অন্যতম প্ৰবন্ধ 'Humanism in Sankar Dev's Teaching'ত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মানৱীয়বোধ আৰু আচৰণ সুন্দৰভাৱে ব্যক্ত কৰা হৈছে। প্ৰবন্ধটিৰ প্ৰাৰম্ভতে মহাপুৰুষগৰাকীৰ বংশ-পৰিচয়, ল'ৰালি-কাল, মহাপুৰুষৰ সময়ৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্মীয় পৰিস্থিতি আৰু পৰিৱেশ, আৰু মহাপুৰুষৰদ্বাৰা প্ৰচাৰিত একশৰণ তথা নামধৰ্মৰ ওপৰত আলোকপাত কৰা হৈছে। মহাপুৰুষীয়া ধৰ্মৰ প্ৰধান বৈশিষ্ট্যই যে প্ৰেম আৰু ত্যাগ, আসক্তিবিহীন জীৱন যাপনতহে মহাপুৰুষজনাৰ গুৰুত্ব—এই সন্দৰ্ভত শৰ্মাদেৱে বিশেষভাৱে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে। প্ৰতিকূল অৱস্থাৰ মাজত মহাপুৰুষগৰাকীয়ে

কেনেদৰে আধ্যাত্মিক উৎকৰ্ষসাধনৰ হকে এখন শৃঙ্খলাবদ্ধ অসমীয়া সমাজ স্থাপনৰ দিহা কৰি গ'ল তাৰ বিশ্লেষণাত্মক বৰ্ণনা দাঙি ধৰাৰ অন্তত শৰ্মাদেৱে মহাপুৰুষীয়া মতবাদত নিহিত মানৱতাবোধত আলোকপাত কৰিছে আৰু কেবাটাও উদাহৰণ দি মহাপুৰুষগৰাকীৰ মানৱীয়বোধ আৰু আচৰণৰ বৰ্ণনা দিছে। শৰ্মাদেৱৰ এই প্ৰবন্ধটি শঙ্কৰী অধ্যয়নৰ ক্ষেত্ৰত এটি মূল্যবান অৱদান।

(৭) 'ভাৰতীয়-সাহিত্য-সমালোচনাৰ মূল সূত্ৰ' এই প্ৰবন্ধটিত স্বৰ্গীয় শৰ্মাদেৱে বিশাল সংস্কৃত সাহিত্যৰ প্ৰায় সমান্তৰালভাৱে উদ্ভূত আৰু ক্ৰমবৰ্দ্ধমান 'সাহিত্যশাস্ত্ৰ'ৰ ইতিহাস আৰু বিশ্লেষণ দাঙি ধৰিছে। এই 'সাহিত্যশাস্ত্ৰ' হ'ল সংস্কৃত কাব্যৰ সমালোচনাত্মক সাহিত্য। বিভিন্ন শ্ৰেণীৰ সংস্কৃত কাব্যৰ বৃদ্ধি তথা কাব্যসমূহৰ সহৃদয় সমাজবদ্বাৰা যথাযথ ৰসোপলব্ধিত এই 'সাহিত্যশাস্ত্ৰ'ৰ প্ৰভাৱ অপৰিসীম। 'নাট্যশাস্ত্ৰ' প্ৰণেতা মুনি ভৰতৰপৰা সপ্তদশ শতাব্দীৰ 'ৰসগঙ্গাধৰ' প্ৰণেতা পণ্ডিতৰাজ জগন্নাথলৈকে সংস্কৃত কাব্যতত্ত্ববিদ্সকলে আগ বঢ়োৱা সাহিত্য-সমালোচনাৰ ধাৰাসমূহক আঠভাগত ভগাব পাৰি— ৰসপদ্ধতি, ঔচিত্যপদ্ধতি, অলংকাৰপদ্ধতি, গুণপদ্ধতি, ৰীতিপদ্ধতি, ধ্বনিপদ্ধতি, বক্ৰোক্তিপদ্ধতি আৰু অনুমানপদ্ধতি। শৰ্মাদেৱৰ উক্ত প্ৰবন্ধটিত এই পদ্ধতি-সমূহৰ সূক্ষ্ম পৰ্যালোচনা আগবঢ়োৱা হৈছে। ৰসপদ্ধতিৰ সন্দৰ্ভত ভৰতৰ বিখ্যাত 'ৱিভাৱানুভাৱব্যভিচাৰিসংযোগাদ্ৰসনিষ্পত্তিঃ' এই সূত্ৰটি বিশেষভাৱে প্ৰণিধানযোগ্য। ভট্টলোল্লট, শ্ৰীশঙ্কুক আৰু ভট্টনায়ক নামৰ দাৰ্শনিকসকলে আৰু আলঙ্কাৰিক অভিনৱগুপ্তই এই 'ৰসসূত্ৰ'ৰ নিজা নিজা ব্যাখ্যা দাঙি ধৰিছে। মম্মটৰ 'কাব্যপ্ৰকাশ', বিশ্বনাথৰ 'সাহিত্যদৰ্পণ' আদি গ্ৰন্থত এই বিষয়ে বিস্তৃত আলোচনা পোৱা যায়। স্বৰ্গীয় শৰ্মাডাঙৰীয়াই ৰসসম্পৰ্কীয় এই গোটেই কথাখিনি প্ৰাঞ্জলভাৱে বিবৰি আৰু ব্যাখ্যা কৰি অসমীয়া পাঠকৰ মহৎ উপকাৰ সাধন কৰিছে। প্ৰবন্ধৰ অন্তত শৰ্মাদেৱে সম্যকভাৱে মত পোষণ কৰিছে যে, 'কাশ্মিক ৰসতত্ত্বৰ মনোবিশ্লেষণমূলক এই সমীক্ষা পৃথিৱীৰ নন্দনতত্ত্বলৈ ভাৰতীয় আলংকাৰিকসকলৰ অপূৰ্ব দান।'

(৮) ভাৰতীয় ৰাজনীতি বিজ্ঞানৰ প্ৰাচীনতম আৰু প্ৰামাণিক গ্ৰন্থ কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ অসমীয়া অনুবাদ 'কৌটিলীয় অৰ্থশাস্ত্ৰ' অসম প্ৰকাশন পৰিষদৰদ্বাৰা নিযুক্ত হৈ পণ্ডিতপ্ৰৱৰ ৰজনীকান্ত দেৱশৰ্মাদেৱে নিজে সম্পাদনা কৰি উলিয়াইছিল। (গ্ৰন্থখনিৰ অনুবাদ ড° ডিম্বেশ্বৰ শৰ্মাদেৱৰ সৈতে পণ্ডিত স্বৰ্গীয় শৰ্মাই যুটীয়াকৈ কৰিছিল।) এই অনুবাদ গ্ৰন্থখনিৰ প্ৰাৰম্ভতে সন্নিবিষ্ট



স্বৰ্গীয় শৰ্মাৰ 'উপক্ৰমণিকা' শীৰ্ষক পাতনিখন অসমীয়া সাহিত্যলৈ এটি বহুমূলীয়া অৱদান। 'উপক্ৰমণিকা'ত শৰ্মাদেৱে 'অৰ্থশাস্ত্ৰৰ আৱিষ্কাৰ, গ্ৰন্থকাৰ আৰু তেওঁৰ কাল', 'কৌটিল্যৰ পূৰ্বসূৰিসকল', 'অৰ্থশাস্ত্ৰৰ স্বৰূপ আৰু বিষয়বস্তু'—এই তিনিটা শিতানতে এক বিস্তৃত আৰু তথ্যগধুৰ গ্ৰন্থ-ভূমিকা আগ বঢ়াইছে। 'সূত্ৰৰীতি'ত ৰচিত অৰ্থশাস্ত্ৰখন পোন্ধৰটা অধিকৰণত বিভক্ত, প্ৰতিটো অধিকৰণ আকৌ কেইটামান অধ্যায় আৰু প্ৰকৰণত বিভক্ত। গ্ৰন্থখনত অধ্যায়ৰ মুঠ সংখ্যা ১৫০। শৰ্মাদেৱে 'উপক্ৰণিকা'ৰ তৃতীয় শিতানত এই বৃহৎ গ্ৰন্থৰ যথাসম্ভৱ সংক্ষিপ্ত অথচ ফলপ্ৰসূ পৰিচয় আগবঢ়াবলৈ সমৰ্থ হৈছে। এই বহুমূলীয়া অৱদানৰ বাবে স্বৰ্গীয় শৰ্মাদেৱ চিৰকালৰ বাবে প্ৰশংসাৰ পাত্ৰ আৰু স্মৰণীয় হৈ ৰ'ল।

(৯) ভাৰতৰ স্বাধীনতা যুদ্ধৰ এগৰাকী অগ্ৰণী অসমীয়া যোদ্ধা দেশভক্ত তৰুণৰাম ফুকন কেৱল ৰাজনৈতিক নেতা, সমাজ সংস্কাৰক আৰু আইনজ্ঞই নাছিল—তেখেত আছিল অসমীয়া ভাষা-সাহিত্যৰো সেৱক। অসম সাহিত্য সভাই সভাৰ এই গৰাকী প্ৰাক্তন সভাপতিৰ জন্মশতবাৰ্ষিকী উপলক্ষে গুৱাহাটীৰ-পৰা প্ৰকাশ কৰা স্মৃতিগ্ৰন্থ 'তৰুণ-স্মৃতি'ত পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সংযোজন হ'ল—'তৰুণপ্ৰশস্তি-অষ্টকম্'। 'তৰুণপ্ৰশস্তি-অষ্টকম্' হ'ল দেশভক্ত ফুকনৰ প্ৰশংসা কৰি লিখা আঠোটা সংস্কৃত পদ্যৰ ৰচনা। প্ৰশস্তি হ'ল 'প্ৰশংসা'। 'অষ্টক' শব্দৰে ইয়াত পদ্যক বুজোৱা হৈছে। এই আঠোটা সংস্কৃত শ্লোক বা পদ্য শৰ্মাদেৱে 'স্ৰগ্ধৰা' ছন্দত ৰচনা কৰিছে। আঠোটি পদ্যই সুশ্ৰাব্য, সুখপাঠ্য আৰু আবৃত্তিকৰণৰ বাবে গ্ৰহণযোগ্য। অষ্টকটিৰ প্ৰথম তিনিটা শ্লোকত দেশভক্তৰ পূৰ্বপুৰুষৰ পৰিচয়, চতুৰ্থ শ্লোকত ফুকনদেৱৰ জন্ম আৰু বৃদ্ধি, পঞ্চমত ফুকনৰ দেশপ্ৰেম আৰু গান্ধীৰ লগত সম্পৰ্ক, ষষ্ঠত নবীনচন্দ্ৰ বৰদলৈৰ সৈতে লগলাগি অসমত কংগ্ৰেছ মহাসভাৰ অধিৱেশনৰ আয়োজন, সপ্তমত পণ্ডিত মতিলাল নেহেৰু আদিৰ সৈতে ফুকনৰ দেশৰ প্ৰান্তে প্ৰান্তে জনজাগৰণৰ বাবে পৰিভ্ৰমণ আৰু অষ্টম শ্লোকত ফুকনৰ পৰোপকাৰী দীনদয়াল স্বভাৱৰ বৰ্ণনা কৰা হৈছে। শ্লোকাষ্টকত স্বৰ্গীয় শৰ্মাদেৱৰ ছন্দোৱদ্ধ সংস্কৃত ৰচনাত দক্ষতা প্ৰকাশ পাইছে।

(১০) "শঙ্কৰদেৱৰ অনুবাদ-ৰীতি ঃ ভাগৱত মহাপুৰাণ"—শীৰ্ষক প্ৰবন্ধটিত পণ্ডিতপ্ৰৱৰ শৰ্মাদেৱৰ অসমীয়া ভাষা সংস্কৃতিৰ পিতৃস্বৰূপ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সংস্কৃত শাস্ত্ৰৰ অসমীয়া ভাষালৈ অনুবাদ সম্পৰ্কে সাধাৰণভাৱে আৰু সংস্কৃত ভাগৱত পুৰাণ'ৰ অসমীয়ালৈ অনুবাদ সম্পৰ্কে বিশেষভাৱে স্বকীয় বিশ্লেষণ দাঙি ধৰিছে। তেখেতে যথাৰ্থ মন্তব্য কৰিছে যে মহাপুৰুষগৰাকীৰ বিপুল সাহিত্য সম্ভাৰৰ

প্ৰাৱভাগেই প্ৰকৃতাৰ্থত অনুবাদ নহয়। সেইবোৰ হয় মূলৰ সাৰ-সংগ্ৰহ, নহয় সৰলীকৃত ৰূপ। কিছুমান গ্ৰন্থ আকৌ নানা শাস্ত্ৰৰ সংমিশ্ৰণ। তথাপি শৰ্মাদেৱৰ ভাষাতে ক'বলৈ গলে 'কেৱল শঙ্কৰদেৱ ৰচিত ভাগৱত, বিশেষকৈ আদিদশম অনুবাদৰ ওচৰচপা।' 'আদিদশম' বুলিলে আমি মূলৰ প্ৰথম অধ্যায়ৰ পৰা সপ্তচত্বাৰিংশ অধ্যায়লৈ বুজিব লাগিব। ভাগৱতৰ অনুবাদতো মহাপুৰুষগৰাকীৰ স্বকীয় পদ্ধতি তথা বৈশিষ্ট্য প্ৰকাশ পাইছে। প্ৰবন্ধকাৰ শৰ্মাদেৱে আমাৰ আলোচ্য প্ৰবন্ধটিত শ্ৰীশ্ৰীশঙ্কৰদেৱে ভাগৱত-পুৰাণৰ অনুবাদত প্ৰয়োগ কৰা স্বকীয় ৰীতি থকা বৈশিষ্ট্য বা ব্যতিক্ৰমসমূহ 'স্থালীপুলাকন্যায়ে'ৰে বিশ্লেষণ কৰি দেখুৱাইছে। নিজা ব্যতিক্ৰম, সংযোজন, বৰ্জন বা অতিৰঞ্জন অনুবাদক মহাপুৰুষ গৰাকীৰ স্বেচ্ছাকৃত আছিল। এই সন্দৰ্ভত শৰ্মাদেৱে মহাপুৰুষগৰাকীৰ উক্তিৰ উদ্ধৃতি দিছে—

যিবা কিছু বঢ়া দেখা ইটো অপৰাধ এৰা
ব্যাসো দেন্ত কথাত বৰ্জন।
আনো মহাকবিচয় কাব্যৰস নিবন্ধয়
তাক নৈন্দে কোন সাধুজন ॥

শৰ্মাদেৱে উদাহৰণসহ দেখুৱাইছে যে ভাগৱতানুবাদত মহাপুৰুষে কৰা সংযোজন আৰু অতিৰঞ্জনসমূহ ক্লান্তিকৰ নহৈ উপাদেয় হৈছে আৰু অনূদিত গ্ৰন্থৰ সৌষ্ঠৱ বাঢ়িছে। শৰ্মাদেৱৰ প্ৰবন্ধটি পঢ়াজনে অনুবাদক মহাপুৰুষগৰাকীৰ সংস্কৃত ভাষাত থকা ব্যুৎপত্তি, কঠিন সংস্কৃত শ্লোকৰ সৰল আৰু প্ৰাঞ্জলভাৱে অসমীয়া অনুবাদত দক্ষতা আৰু কবি-প্ৰতিভাৰ আভাস পাবলৈ সমৰ্থ হ'ব।

(১১) ১৯৮০ খ্ৰীষ্টাব্দত 'প্ৰাচ্যজ্যোতি'ত প্ৰকাশ পোৱা 'প্ৰাচীন আৰু মধ্যযুগত অসমত সংস্কৃত শিক্ষা' শীৰ্ষক প্ৰবন্ধটিত পণ্ডিতপ্ৰৱৰ শৰ্মাদেৱে অসমত সংস্কৃত শিক্ষাৰ ইতিহাস দাঙি ধৰিছে। আধুনিক অসমত সংস্কৃত শিক্ষাত অনুৰাগী আৰু ব্ৰতীসকলৰ বাবে এই প্ৰবন্ধটিৰ মূল্য তথা গুৰুত্ব বৰ্ণোৱা নিষ্প্ৰয়োজন। প্ৰাচীন আৰু মধ্যযুগত অসমৰ নাম আছিল প্ৰাগজ্যোতিষপুৰ বা কামৰূপ। কামৰূপৰ সীমা আছিল পশ্চিমে কোশী নদীলৈকে, দক্ষিণে (বৰ্তমানে বাংলাদেশৰপৰা) শ্ৰীহট্ট জিলালৈকে সামৰি বঙ্গোপসাগৰৰ উপকূললৈকে, মধ্যযুগত অৱশ্যে কোচবিহাৰ, জলপাইগুৰিয়েই কামৰূপৰ পশ্চিম সীমা হয়। এই ভৌগোলিক পৰিস্থিতি মনত ৰাখিয়েই শৰ্মাদেৱে প্ৰাচীন আৰু মধ্যযুগত অসমত সংস্কৃত শিক্ষাৰ ইতিহাস বিচাৰ কৰিছে। শৰ্মাদেৱৰ প্ৰবন্ধটিৰপৰা প্ৰাচীন তথা



মধ্যযুগীয় অসমত বেদাদিশাস্ত্ৰ, বেদাঙ্গ, ৰামায়ণ-মহাভাৰত আৰু পুৰাণসমূহ, মীমাংসাদি দৰ্শন, সাহিত্য, ব্যাকৰণ, ৰাজনীতি আদি বিভিন্ন বিষয়ক ৰচনা আৰু অধ্যয়নৰ এটি সুন্দৰ আভাস পোৱা যায়। অধ্যয়নৰ ক্ষেত্ৰত মীমাংসাই প্ৰথমে কেনেদৰে প্ৰাধান্য লাভ কৰিছে, পিছলৈ কেনেকৈ স্মৃতিচৰ্চাই গুৰুত্ব লাভ কৰিলে, কামৰূপীয় স্মৃতি-সম্প্ৰদায়ৰ কেনেকৈ উদ্ভৱ আৰু বিকাশ ঘটিল—এই বিষয়সমূহ শৰ্মাদেৱে তথ্যসহকাৰে বিচাৰ কৰিছে। তৰ্ক, জ্যোতিষ আৰু আয়ুৰ্বেদ চৰ্চাৰ ক্ষেত্ৰতো পাণ্ডিত্যপূৰ্ণ বিচাৰ কৰা হৈছে। প্ৰণীত গ্ৰন্থসমূহৰ লগত প্ৰণেতা পণ্ডিতসকলো প্ৰবন্ধটিত পোহৰলৈ আহিছে। প্ৰাক্‌শঙ্কৰী আৰু শঙ্কৰী যুগৰ সংস্কৃত চৰ্চাতো সম্যকভাৱে ৰেখাপাত কৰা হৈছে। সংস্কৃতৰ শিক্ষা আৰু চৰ্চাত উৎসাহ প্ৰদান কৰা ৰাজশক্তিৰো প্ৰবন্ধটিত যথাযথ উল্লেখ কৰা হৈছে। প্ৰবন্ধটিত পোৱা এটি উক্তি আধুনিক সংস্কৃতসেৱীসকলৰ প্ৰণিধানযোগ্য। কোচৰজা নৰনাৰায়ণৰ ৰাজসভাত—

সংস্কৃত বিনে কেহো কথা নকহয়।
সামান্য কথাক সৱে সংস্কৃতে কহয়। (দ্বিজভূষণ ৰচিত গুৰুচৰিত)

(১২) ১৯৮১ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা 'আৱাহন-স্মৃতি' প্ৰবন্ধত পণ্ডিতপ্ৰৱৰ শৰ্মা ডাঙৰীয়াই একালৰ অসমীয়া সাহিত্যসাধকসকলৰ মুখ্য অৱলম্বন, অসমীয়া আলোচনী-সাহিত্যৰ ইতিহাসত দীৰ্ঘজীৱনকাল আৰু অতুলনীয় অৱদানেৰে অভিলেখ সৃষ্টি কৰা 'আৱাহন' কাকতৰ লগত তেখেতৰ ঘনিষ্ঠ সম্বন্ধ ৰোমন্থন কৰিছে। কলিকতাত সংস্কৃত বিষয়ত স্নাতকোত্তৰ শিক্ষা ল'বলৈ যোৱা শৰ্মাই আশ্ৰয় লৈছিলগৈ 'আৱাহন'ৰ কাৰ্য্যালয়ত। আৱাহনৰ প্ৰথিতযশা সম্পাদক দীননাথ শৰ্মাই তেওঁ নিজে থকা ঘৰতে 'পাতালপুৰী'ৰ লেখক স্বৰ্গীয় হৰগোবিন্দ শৰ্মা আৰু (বৰ্তমান পাণবজাৰৰ অসম প্ৰকাশনীৰ স্বত্বাধিকাৰী প্ৰসিদ্ধ ব্যৱসায়ী) শ্ৰীপ্ৰমোদ শৰ্মাৰ লগতে (প্ৰবন্ধকাৰ) স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাৰো থকা-খোৱাৰ ব্যৱস্থা কৰিছিল। তিনিওগৰাকী শৰ্মাই 'আৱাহন'ৰ সম্পাদক শৰ্মাক 'আৱাহন' প্ৰকাশনৰ কাৰ্যত সা-সহায় কৰি দিছিল। সেয়েহে প্ৰবন্ধকাৰ শৰ্মাৰ 'আৱাহন-স্মৃতি'য়ে 'আৱাহন'ৰ সম্পাদক আৰু 'আৱাহন'ৰ বিষয়ে বহুতো সম্ভেদ পাঠকক দিব পাৰিছে। প্ৰবন্ধটিৰপৰা 'আৱাহন'লৈ নিয়মীয়াকৈ প্ৰবন্ধ-পাতি পঠিওৱা অসমীয়া লেখকসকলৰ নাম লোৱা হৈছে। 'আৱাহন'ৰ প্ৰকাশ কাৰ্যত সহায়ত অহা সেই সময়ৰ কলিকতানিবাসী প্ৰবাসী অসমীয়া-

সকলকো প্ৰবন্ধটোৰপৰা জানিব পাৰি। বিশেষকৈ 'আৱাহন'ৰ সম্পাদকে কেনেকৈ নানা আহুকাল আৰু সীমিত অৰ্জনেৰে কলিকতাত নিজা পৰিয়াল চলাই নিয়মীয়াকৈ 'আৱাহন' কাকতখন প্ৰকাশ কৰি আছিল সেই বিষয়ে জনাত শৰ্মাদেৱৰ প্ৰবন্ধটৱে আমাক সহায় কৰে। 'আৱাহন' কাকতে পৰৱৰ্তীকালত প্ৰকাশ পোৱা অসমীয়া ভাষাৰ সংবাদপত্ৰ আৰু আলোচনীৰ সৃষ্টিৰ ক্ষেত্ৰত কেনেদৰে প্ৰেৰণা দিছিল বা প্ৰভাৱ বিস্তাৰ কৰিছিল তাৰো যথাযথ ইঙ্গিত শৰ্মা ডাঙৰীয়াই দিছে। লেখকসকলৰ বাদেও 'আৱাহন'ৰ স্ৰষ্টা আৰু প্ৰতিষ্ঠাতা নগেন্দ্ৰনাথ চৌধুৰীৰ পৰিয়ালৰ লোক আৰু অন্যান্য সকলৰো যথাযথ স্মৰণ শৰ্মাদেৱে প্ৰবন্ধটিত কৰিছে।

(১৩) 'গীতাদৰ্শন' নামৰ প্ৰবন্ধসংগ্ৰহত অন্তৰ্ভুক্ত 'ভাগৱত ধৰ্ম' শীৰ্ষক প্ৰবন্ধত পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱে ভগৱান আৰু ধৰ্মৰ স্বৰূপ দক্ষতাৰে বিশ্লেষণ কৰিছে। বেদাদিশাস্ত্ৰ আৰু মীমাংসাদি দৰ্শনৰ সিদ্ধান্তসমূহৰ মাজত বিৰোধ নেদেখি কেনেকৈ ভগৱানৰ প্ৰকৃত স্বৰূপ বুজি ভক্তই ভগৱৎ সাধনাত প্ৰবৃত্ত হ'ব পাৰে সেই বিষয়ে সুন্দৰভাৱে প্ৰবন্ধলেখকে আলোকপাত কৰিছে। শৰ্মাদেৱে প্ৰবন্ধটিত সীমিত পৰিসৰৰ ভিতৰতে সংক্ষিপ্তভাৱে হ'লেও জীৱ আৰু পৰমাত্মা, ভাগৱত ধৰ্ম আৰু বৰ্ণাশ্ৰম ধৰ্ম, গীতা আৰু ভাগৱত, ভক্ত আৰু ভক্তি—এই বিষয়সমূহৰ তুলনামূলক আৰু সমালোচনাত্মক বিশ্লেষণ দাঙি ধৰিছে।

(১৪) 'উপনিষদৰ যুগৰ শিক্ষা' শীৰ্ষক প্ৰবন্ধটিও শৰ্মাদেৱৰ এক অমূল্য অৱদান, কিয়নো এই প্ৰবন্ধটো পণ্ডিত লেখকগৰাকীৰ স্বকীয় মৌলিক চিন্তা প্ৰতিভাত হৈছে। উপনিষদবোৰত মুখ্যভাৱে ব্ৰহ্মবিদ্যাৰ সাধনা আৰু ব্ৰহ্মতত্ত্ব নিৰূপিত হ'লেও উপনিষদসমূহৰপৰা সেই যুগৰ শিক্ষা আৰু শিক্ষণীয় বিষয় সম্পৰ্কে আমি জানিব পাৰোঁ। সেই সময়ত বিদ্যাক দুই ভাগত ভাগ কৰা হৈছিল—পৰাবিদ্যা আৰু অপৰাবিদ্যা। পৰাবিদ্যাৰ অৰ্থ আত্মজ্ঞান বা ব্ৰহ্মজ্ঞান আৰু অপৰাবিদ্যা হ'ল লৌকিক বিদ্যা। শৰ্মাদেৱে বিভিন্ন উপনিষদত পোৱা এই অপৰাবিদ্যা বা লৌকিক বিদ্যাৰ তালিকাসমূহ দাঙি ধৰি পৰাবিদ্যাৰ চৰ্চাৰ সমকালীনভাৱে অপৰাবিদ্যাৰ চৰ্চা কেনেকৈ হৈছিল বা হ'ব পাৰে সেই বিষয়ে আলোচনা কৰিছে। বিশ্লেষণ প্ৰসঙ্গত শৰ্মাদেৱে তেখেতৰ আধুনিক বিশ্বৰ জ্ঞানৰো প্ৰয়োজন অনুসৰি ব্যৱহাৰ কৰিছে। উদাহৰণস্বৰূপে উপনিষদ যুগৰ শিক্ষানীতিৰ ফলপ্ৰসূতা দেখুৱাবলৈ যাওঁতে শৰ্মা ডাঙৰীয়াই ইংলণ্ডৰ অক্সফৰ্ড বিশ্ববিদ্যালয়ৰ এবাৰডীন হলৰ প্ৰৱেশদ্বাৰত লিপিবদ্ধ তিনিটা গভীৰ অৰ্থব্যঞ্জক বাক্যৰ উদ্ধৃতি দিছে। প্ৰবন্ধটিত প্ৰসঙ্গক্ৰমে শিক্ষাৰ্থীৰ সামৰ্থ্য আৰু চৰিত্ৰ, গুৰু-শিষ্যৰ সম্পৰ্ক আৰু শিক্ষা-নীতিৰ উচ্চ আদৰ্শ তথা উদ্দেশ্যসমূহো বিবেচিত হৈছে।



(১৫) 'ভাৰতীয় সংস্কৃতিৰ বেদীত উৎসৰ্গীকৃত জীৱন কৃষ্ণকান্ত' শীৰ্ষক প্ৰবন্ধত স্বৰ্গীয় শৰ্মাদেৱে প্ৰতিপাদন কৰিছে যে পণ্ডিতপ্ৰবৰ কৃষ্ণকান্তক কেৱল এজন কৃতবিদ্য সংস্কৃত পণ্ডিত তথা সংস্কৃত বিষয়ক গ্ৰন্থৰ প্ৰণেতা বুলি মূল্যায়ন কৰিলে ভুল কৰা হ'ব; দৰাচলতে সন্দিকৈ ডাঙৰীয়া আছিল ভাৰতীয়-সংস্কৃতিৰ এগৰাকী মহান 'মিছনাৰি', শৰ্মাদেৱে উক্ত প্ৰবন্ধটিত সন্দিকৈৰ ব্যক্তিত্বৰ বিভিন্ন দিশত আলোকপাত কৰিছে, জীৱনৰ কেইবাটাও উল্লেখযোগ্য কাহিনীৰ উদ্ধৃতি দিছে আৰু সুন্দৰভাৱে দেখুৱাইছে যে সন্দিকৈৰ সকলো অধ্যয়ন, সকলো সাধনাৰ গুৰিতে আছিল 'আধুনিক জগতে বুজি পোৱাকৈ আমাৰ সাংস্কৃতিক ঐতিহ্যৰ ব্যাখ্যান দাঙি ধৰাৰ দায়বদ্ধতাৰ এক প্ৰেৰণা'। সঁচাকথা, সংস্কৃত ভাষা-সাহিত্য সন্দিকৈ ডাঙৰীয়াই সাধনা আৰু কৰ্মক্ষেত্ৰৰূপে গ্ৰহণ কৰিছিল, যিহেতু সংস্কৃতেই হ'ল মহান ভাৰতীয় সংস্কৃতিৰ মাধ্যম তথা ধাৰক।

(১৬) পণ্ডিতপ্ৰবৰ ৰজনীকান্ত শৰ্মাদেৱে ৰচনা কৰা 'ৰাসলীলা' প্ৰবন্ধটিত ভগৱান শ্ৰীকৃষ্ণৰ ব্ৰজধামৰ গোপীসকলৰ সৈতে সুবিখ্যাত ৰাসনৃত্যৰ পাৰমাৰ্থিক ব্যাখ্যা দাঙি ধৰা হৈছে। পৰবনিতাবৃন্দৰ সৈতে শ্ৰীকৃষ্ণৰ শৃঙ্গাৰাত্মক ৰাসকেলি সাধাৰণ দৃষ্টিত এক ব্যভিচাৰ। স্বাভাৱিকতেই শ্ৰীকৃষ্ণ আৰু গোপীসমূহৰ ৰাসলীলা পণ্ডিত সমাজত সদায়ে আলোচনাৰ বিষয় হৈ আহিছে। সৰ্বসাধাৰণ পাঠক তথা দৰ্শকে যাতে ভগৱানৰ এই কাৰ্য্যক ব্যভিচাৰ হিচাপে গ্ৰহণ নকৰে তদৰ্থে তৎপৰ পণ্ডিত সমাজে ৰাসলীলাৰ আধ্যাত্মিক তাৎপৰ্য দাঙি ধৰি আহিছে। স্বয়ং বঙ্কিমচন্দ্ৰই যেতিয়া 'ৰাস'ৰ বিৰূপ সমালোচনা কৰিছিল, সেই সমালোচনাৰ প্ৰতিকূলে প্ৰত্যুত্তৰ দিছিল ৰামকৃষ্ণ পৰমহংসদেৱে।

শৰ্মা ডাঙৰীয়াই ওপৰত উল্লেখ কৰা প্ৰবন্ধটিত শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ পাৰমাৰ্থিকস্বৰূপ ব্যাখ্যাপূৰ্বক ৰসৰ প্ৰাণস্বৰূপ ৰসৰ তাৎপৰ্য বিভিন্ন শাস্ত্ৰোক্তিৰে বিশ্লেষণ কৰি দেখুৱাইছে।

অষ্টাদশ মহাপুৰাণৰ অন্যতম পুৰাণসূৰ্য 'ভাগৱত পুৰাণৰ দশম-ঊনত্ৰিশ অধ্যায়ৰপৰা তেত্ৰিশ অধ্যায়লৈ শ্ৰীকৃষ্ণ-গোপীসকলৰ ৰাসকেলিৰ বৰ্ণনা দিয়া হৈছে। সেয়েহে ভাগৱতৰ এই পাঁচোটা অধ্যায়ক একেলগে 'ৰাসপঞ্চাধ্যায়ী'

বোলা হয়। ফুলি উঠা মল্লিকাৰে শাৰদীয় ৰাতিবিলাক আহি থকা দেখি যোগমায়াক আশ্ৰয় কৰি ভগৱানে ৰমণকাৰ্যৰ বাবে মানস কৰিলে বুলি গুৰুদেৱে ৰাসবৰ্ণনাৰ পাতনি মেলিছে। শৰ্মাদেৱে প্ৰয়োজন সাপেক্ষে ৰাসপঞ্চাধ্যায়ীৰ-পৰা শ্লোকৰ উদ্ধৃতি দি ৰাসকাৰ্যৰ বিভিন্ন পৰ্যায়ৰ সমালোচনাত্মক বিৱৰণ দাঙি ধৰিছে, লগতে ৰাসৰ অন্তৰ্নিহিত গূঢ় তাৎপৰ্যও উপস্থাপন কৰিছে।

শৰ্মাদেৱে প্ৰবন্ধটিত কোৱাৰ দৰেই ৰাসৰ প্ৰকৃত তাৎপৰ্য গ্ৰহণ কৰিবলৈ পাঠক বা দৰ্শকে ভগৱানৰ অৱতাৰবাদত বিশ্বাসী হ'ব লাগিব। ভগৱান কৃষ্ণ নৰতনুধাৰী হৈয়ো পূৰ্ণ-ব্ৰহ্ম—এই কথাত পতিয়ন যাব লাগিব। সেইদৰে শৰ্মাদেৱে কোৱাৰ দৰেই 'ৰস' আৰু 'ৰাস' সমাৰ্থক—এই কথাও প্ৰণিধানযোগ্য। ভগৱান পৰমাত্মা বা ব্ৰহ্মৰসময়, ৰসস্বৰূপ। জীৱই এই পৰমানন্দস্বৰূপ ৰসোপলব্ধিৰে জীৱনৰ চৰম সাৰ্থকতা লাভ কৰে। ৰাসক্ৰীড়াৰ দৰ্শকে বা ৰাসবৰ্ণনাৰ পাঠকে পাহৰিব নালাগিব যে ৰাসকেলিৰ বৰ্ণনা দিওঁতাজন ব্ৰহ্মচাৰী চিৰকুমাৰ গুৰুদেৱ আৰু শ্ৰোতাহল মৃত্যুন্মুখ পৰম ভাগৱত ৰজা পৰীক্ষিত। শৰ্মাদেৱৰ প্ৰবন্ধটি তত্ত্বগধুৰ হৈয়ো সুখপাঠ্য।

(১৭) 'সংহতিৰ প্ৰতীক শঙ্কৰদেৱ' প্ৰবন্ধটিত পণ্ডিত শৰ্মাদেৱে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে ৰাজনৈতিক অস্থিৰতা সংকীৰ্ণ ধৰ্মবিশ্বাস আৰু সামাজিক ভেদ-ভাৱৰ বাবে ছেদেলি-ভেদেলি হৈ থকা পঞ্চদশ শতিকাৰ অসমীয়া সমাজখনত কেনেকৈ এক সামগ্ৰিক ঐক্য স্থাপন কৰিলে তাৰ এক সুন্দৰ বিৱৰণ দাঙি ধৰিছে। বেদান্তৰ পৰম 'জীৱোব্ৰহ্মৈৱ নাপৰঃ'—জীৱ মাত্ৰেই ব্ৰহ্ম ভিন্ন আন নহয়—এই মহান দৰ্শন হৃদয়গ্ৰাহী ভাষাৰে অসমীয়া জনসাধাৰণক বুজাই দিলে মহাপুৰুষ শঙ্কৰদেৱে। ফলত উচ্চ-নীচ নিৰ্বিশেষে সকলো জাত-বৰ্ণৰ লোক একেখন সমাজত সমমৰ্যাদাৰে জীয়াই থাকিবলৈ শিকিলে। নামঘৰ আৰু সত্ৰীয়া অনুষ্ঠানৰদ্বাৰা মহাপুৰুষে এই অন্যত্ৰ বিৰল ঐক্য যুগমীয়া কৰাৰ ব্যৱস্থা কৰিলে। শৰ্মা ডাঙৰীয়াই তেখেতৰ প্ৰবন্ধটিত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ এনে অভূতপূৰ্ব সংহতি সাধনৰ বিভিন্ন প্ৰচেষ্টাৰ সূক্ষ্ম বিশ্লেষণ দাঙি ধৰিছে।

(১৮) আৰ্য্যগোষ্ঠীৰ আধুনিক ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰত অসমীয়া ভাষাতে প্ৰথম গদ্য ৰচনাৰ জন্ম বুলি ভাষাবিদ্ পণ্ডিতসকলৰদ্বাৰা স্বীকৃত হৈছে। অসমীয়া ভাষাৰ গদ্য-সাহিত্যৰ জন্মদাতাগৰাকী আছিল কবিৰত্ন বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য বা ভট্টদেৱ। অসমৰ অন্যতম বৈষ্ণৱ ধৰ্মগুৰু দামোদৰদেৱৰ প্ৰধান শিষ্য ভট্টদেৱ অসমৰ ধৰ্মজগত আৰু সাহিত্য জগতৰ এক প্ৰাতঃস্মৰণীয়



ব্যক্তি। কিন্তু এই গৰাকী মহাপুৰুষৰ সবিশেষ জীৱন বৃত্তান্ত অদ্যাৱধি জল্পনা-কল্পনাৰ বিষয়। 'ৰজালী-দৰ্পণ' (১৯৮৭)ত সন্নিবিষ্ট পণ্ডিত ৰজনীকান্ত দেৱ-শৰ্মাৰ 'ভট্টদেৱ' প্ৰবন্ধটিয়ে এই সন্দৰ্ভত যথেষ্টখিনি সন্দেহ আগ বঢ়াইছে। ভট্টদেৱৰ উপৰিপুৰুষ, তেওঁৰ জন্মৰ স্থান আৰু কাল, তেওঁৰ গুৰুগৃহ আৰু অধ্যয়নৰ বিষয় তেওঁ প্ৰণয়ন কৰি যোৱা শাস্ত্ৰ—এই সকলো বিষয়তে পাৰ পৰা সম্বলৰ ওপৰত ভিত্তি কৰি শৰ্মাদেৱে খৰচি মাৰি বিচাৰ কৰিছে। এই দৃষ্টিত প্ৰবন্ধটিৰ মূল্য সহজে অনুমেয়। শৰ্মাদেৱে ৰামৰায় আৰু নীলকণ্ঠ—এই দুগৰাকী চৰিতপুথিকাৰৰ প্ৰতি সমানে শ্ৰদ্ধা দেখুৱাই ভট্টদেৱৰ ৰজালী অঞ্চলৰ অন্তৰ্গত বিছানকুছি নামে ঠাইত জন্ম হৈছিল আৰু পিছত ভট্টদেৱৰ পৰিয়াল ভেড়া-গ্ৰামলৈ উঠি আহিছিল বুলি সিদ্ধান্ত কৰিছে। সংস্কৃত ভাষাৰ দুৰূহ গ্ৰন্থদ্বয় ভাগৱত আৰু গীতাৰ ভট্টদেৱৰদ্বাৰা সুবোধ্য সুললিত অসমীয়া গদ্যানুবাদ—'কথাভাগৱত' আৰু 'কথাগীতা'ৰ সম্পৰ্কে শৰ্মাদেৱে প্ৰবন্ধটিত স্বকীয় বিশ্লেষণ আগ বঢ়াইছে। কথা-ভাগৱতেই হ'ল প্ৰথম অসমীয়া তথা ভাৰতীয় সাহিত্যৰ গদ্যৰ চানেকি। ভট্টদেৱৰ তৃতীয় কৃতি বিষ্ণুপুৰীস্বামীৰ 'ভক্তিৰত্নাৱলী'ৰ অসমীয়া অনুবাদৰ বিষয়েও প্ৰবন্ধকাৰ শৰ্মাদেৱে আলোচনা কৰিছে। গুৰু দামোদৰৰ আজ্ঞাত শাস্ত্ৰৰচনাত প্ৰবৃত্ত হোৱা ভট্টদেৱৰ ওপৰত বিখ্যাত টীকাকাৰ পণ্ডিত শ্ৰীধৰস্বামীৰ প্ৰভাৱো শৰ্মাদেৱৰ প্ৰবন্ধটিত আলোচ্য বিষয়। বিষ্ণুপুৰীৰ 'ভক্তি ৰত্নাৱলী' অনুবাদৰ ক্ষেত্ৰত বিষ্ণুপুৰীৰ নিজা টীকা 'কান্তিমালা'ক অনাদৰ কৰি ভট্টদেৱে শ্ৰীধৰস্বামীকহে অনুসৰণ কৰা যেন লাগে বুলি শৰ্মাদেৱে মন্তব্য কৰিছে। ভট্টদেৱৰ গ্ৰন্থত্ৰয়ৰ গদ্য ৰচনাশৈলীৰো শৰ্মাদেৱ স্বকীয় প্ৰবন্ধটিত তুলনামূলক বিচাৰ কৰিছে।

(১৯) বিদগ্ধ সংস্কৃত পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সংস্কৃত ভাষাত ব্যুৎপত্তিৰ বিষয়ে নকলেও হয়। তেখেতে সংস্কৃত ভাষাৰ প্ৰবীন বক্তাও আছিল। সংস্কৃত ভাষাতো তেখেতৰ লিখাৰ অভ্যাস আৰু দক্ষতা আছিল। এই সন্দৰ্ভত 'স্থালীপুলাকন্যায়ে'ৰেই আমি আঙুলিয়াই দিব খুজিছোঁ গুৱাহাটীস্থ অসম সংস্কৃত বৰ্ডে প্ৰকাশ কৰা 'প্ৰাচ্যভাৰতী' নামৰ সংস্কৃত ভাষাৰ আলোচনীত সন্নিবিষ্ট প্ৰবন্ধ 'আনন্দৰামৱিৰচিতং জানকীৰামভাষ্যম্'। সংস্কৃত নাট্যকাৰ ভৱভূতিৰ প্ৰসিদ্ধ নাটক 'মহাবীৰচৰিত'ত নায়ক ৰাম আৰু নায়িকা সীতা। সীতা আছিল জনক জীয়ৰী; সেয়ে তেওঁৰ অন্য এক নাম জানকী। সেয়ে অসমৰ অগ্ৰগণী সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱাই 'মহাবীৰচৰিত'ৰ ওপৰত

লিখা নিজৰ সংস্কৃত টীকাৰ নাম দিছিল 'জানকীৰামভাষ্যম। এইখিনিতে বিশেষভাৱে মন কৰিবলগীয়া কথা হ'ল এই ভাষ্যৰদ্বাৰাই আনন্দৰামে নিজৰ প্ৰয়াত ভ্ৰাতৃ 'জানকীৰাম' বৰুৱাৰো স্মৃতি তৰ্পণ কৰিছে। প্ৰবন্ধকাৰ স্বৰ্গীয় শৰ্মাদেৱে আমাৰ আলোচ্য তেখেতৰ সংস্কৃত প্ৰবন্ধটিত আনন্দৰামৰ 'জানকীৰামভাষ্য'ৰ বৈশিষ্ট্যসমূহ ফঁহিয়াই দেখুৱাইছে। লগতে আনন্দৰাম বৰুৱাৰ ভৱভূতি-প্ৰীতি আৰু ভৱভূতিবিষয়ক জ্ঞানবত্তাৰো বিশ্লেষণ কৰিছে। প্ৰসঙ্গক্ৰমে আনন্দৰামৰ ভূগোল, ব্যাকৰণ প্ৰভৃতি বিভিন্ন বিষয়ক জ্ঞানৰো উল্লেখ কৰিছে। প্ৰবন্ধটি শৰ্মাদেৱৰ সৰল আৰু সহজবোধ্য সংস্কৃত ৰচনাৰ স্বাক্ষৰ।

(২০) কামৰূপ সাহিত্য পৰিষদৰ মুখপত্ৰ 'কামৰূপা'ত সন্নিবিষ্ট 'আনন্দৰাম বৰুৱা' প্ৰবন্ধটিত অসম গৌৰৱ মহামতি আনন্দৰাম বৰুৱাৰ জীৱন-ইতিহাস দাঙি ধৰা হৈছে। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা আনন্দৰাম বৰুৱাৰ গ্ৰন্থকেইখনৰ সন্নিবিষ্ট পাতনিৰ পৰা আনন্দৰামৰ বিষয়ে বিস্তৃতভাৱে জানিবলৈ পোৱা হয় যদিও ইংৰাজী ভাষাত লিপিবদ্ধ হোৱা বাবে সেই পাতনি সকলো পৰ্যায়ৰ অসমীয়া পাঠকৰ বাবে বোধগম্য নহয়। আনহাতে আনন্দৰাম বৰুৱাৰ জীৱন-বৃত্তান্ত উঠি অহা ছাত্ৰ-ছাত্ৰীসকলৰ বাবে অৱশ্যে পঠনীয় হোৱা উচিত। ঊনৈশ শতিকাৰ মাজভাগতে অসমত জন্মিও আনন্দৰামে বৌদ্ধিক জগতত যি অদ্যাৱধি অতুলনীয় বুদ্ধিমত্তা আৰু মেধা প্ৰদৰ্শন কৰিলে আৰু বিশেষকৈ সংস্কৃত ভাষাৰ ভঁৰাললৈ অতি সীমিত জীৱন কালতো যি অৱদান আগ বঢ়ালে সেয়া চিৰকালৰ বাবে অসম তথা ভাৰতত উত্তৰপুৰুষৰ প্ৰেৰণাৰ উৎস হৈ থাকিব। তেনেজন মহাপুৰুষৰ জীৱন-চৰ্চা সমাজৰ প্ৰতি মহৎ দায়িত্ব পালন বুলি ক'লে অত্যুক্তি কৰা নহয়।

শৰ্মাদেৱৰ প্ৰবন্ধটিত আনন্দৰামৰ উপৰিপুৰুষ, জন্মৰ স্থান আৰু কাল, বৰুৱাৰ বিভিন্ন পৰ্যায়ত শিক্ষালাভ, বিলাত যাত্ৰা, বিলাতত চমকপ্ৰদ ফললাভ, বিলাতৰ পৰা প্ৰত্যাৱৰ্তন, দেশৰ বিভিন্ন স্থানত বৰুৱাই আগবঢ়োৱা প্ৰশাসনিক সেৱা আৰু মুখ্যতঃ বৰুৱাৰ সংস্কৃত বিষয়ক গ্ৰন্থসমূহৰ বিস্তৃত বিৱৰণ দিয়া হৈছে। 'বিলাতফেৰং' হৈয়ো আনন্দৰামে মনে-কামে কেনেদৰে ভাৰতীয় আছিল সেইকথা শৰ্মাদেৱে উদাহৰণসহ ব্যাখ্যা কৰিছে। সংস্কৃতৰ প্ৰতি থকা আনন্দৰামৰ গভীৰ ভালপোৱাও প্ৰবন্ধটিত সুন্দৰভাৱে ব্যক্ত হৈছে। আনন্দৰামৰ ব্যক্তিত্বতো শৰ্মাদেৱে ছেগ বুজি প্ৰবন্ধটিত আলোকপাত কৰি গৈছে। এই প্ৰবন্ধৰ লেখকে



১৯৯০ চনৰ আগষ্ট মাহৰ ২৮ তাৰিখৰপৰা অষ্ট্ৰিয়া দেশৰ ভিয়েনাত অনুষ্ঠিত অষ্টম বিশ্বসংস্কৃত সন্মিলনত 'আনন্দৰাম বৰুৱাৰ সংস্কৃতলৈ অৱদান' শীৰ্ষক প্ৰবন্ধ পাঠ কৰিছিল। প্ৰবন্ধ-পাঠ কৰা হৈছিল 'আধুনিক সংস্কৃত' নামৰ শাখা সভাত। শাখা সভাসখনত উপস্থিত থকা জাৰ্মান আদি পশ্চিমীয়া দেশ কেইখনমানৰ পণ্ডিতসকলৰ আনন্দৰামৰ বিষয়ে জনাৰ আগ্ৰহ দেখি অভিভূত হৈছিলোঁ। প্ৰসঙ্গক্ৰমে কথাটো উনুকিয়াই থ'লোঁ।

(২১) স্বৰ্গীয় ৰজনীকান্ত শৰ্মাদেৱে ৰচনা কৰা 'শক্তিতত্ত্ব-দেৱীতত্ত্ব' এটি অনন্য প্ৰবন্ধ। প্ৰবন্ধটিৰ নামটোৰপৰা প্ৰথমে পাঠকে সাধাৰণতেই বা স্বাভাৱিকতেই দেৱীতত্ত্বৰ সপ্ৰশংস ইতিহাস বা একপক্ষীয় প্ৰশস্তিপূৰ্ণ বিশ্লেষণ পঢ়িবলৈ পাব বুলি ভাবিব ; কাৰণ সচৰাচৰ এনেধৰণৰ প্ৰবন্ধবিলাক একপক্ষীয় বিচাৰ-বিশ্লেষণ হয়। শৰ্মাদেৱৰ প্ৰবন্ধটিত প্ৰকৃততে ভাৰতীয় ধৰ্মীয় সাধনাৰ ধাৰা সম্যক্‌ভাৱে বিশ্লেষিত হৈছে—যথাৰ্থ পাৰমাৰ্থিক বিশ্লেষণৰদ্বাৰা বিভিন্ন ধৰ্মীয় পংক্তিসমূহৰ মাজত বিৰোধভাৱ প্ৰতিপাদিত হৈছে।

দেৱীতত্ত্বৰ সন্দৰ্ভত শৰ্মাদেৱে প্ৰাক্‌ঐতিহাসিক যুগৰ মহেঞ্জোদাৰোৰ ধ্বংসাৱশেষৰপৰা আৰম্ভ কৰি দেৱীসূক্তাদি বেদৰ স্ত্ৰীসূক্তসমূহ, পুৰাণসমূহত থকা দেৱীসম্পৰ্কীয় বৰ্ণনা আৰু দৰ্শন, তন্ত্ৰাদি শাস্ত্ৰসমূহৰ বিচাৰ কৰিছে। শৰ্মাদেৱে প্ৰবন্ধটিত দেৱীৰ শক্তিৰূপে কল্পনাৰ তাত্ত্বিক বিচাৰ আগ বঢ়াইছে। তেখেতে যুক্তিসহ প্ৰতিপাদন কৰিছে যে (১) বৈদিক সাহিত্যত উল্লিখিত দেৱতাসকল পৰম সত্তাৰে বিভিন্ন শক্তিজ্ঞাপক নাম। (২) সেই পৰম সত্তা পুৰুষৰূপত প্ৰকট নহৈ স্ত্ৰী-ৰূপত বা যি কোনো ৰূপতে প্ৰকট হ'ব পাৰে। সেয়েহে বৈষ্ণৱ দৰ্শনত যি পৰম সত্তাক ভগৱান বুলি কোৱা হয়, শক্তি-দৃষ্টিত তেৱেঁই ভগৱতী। শৰ্মাদেৱে বিশ্লেষণ প্ৰসঙ্গত আকৌ কৈছে যে ব্ৰহ্মৰ অনন্ত শক্তি। পুৰাণসন্মত মতত ব্ৰহ্মৰ ঘাইকৈ তিনি শক্তি—ব্ৰহ্মা, বিষ্ণু আৰু শিৱ। সাংখ্যদৰ্শনত এই তিনি দেৱতাৰ ঠাইত ৰজঃ, সত্ত্ব আৰু তমোগুণৰ কথা কোৱা হয়। এই গুণ তিনিটাৰ সাম্যাৱস্থাই প্ৰকৃতি। এই প্ৰকৃতি জড়। কিন্তু সৃষ্টিৰ আদিতে চেতনাময় পুৰুষৰ লগত লীন হৈ থাকি জড় প্ৰকৃতিত পুৰুষৰ চৈতন্যৰে চেতনাৱতী হয়। এই আদ্যা প্ৰকৃতিয়েই শক্তিসকলৰ মহাদেৱী-মহামায়া। শাস্ত্ৰৰ বচন—'শক্তিশক্তিমতোৰভেদঃ'—শক্তি আৰু শক্তিমানৰ মাজত ভেদ নাই। অগ্নি আৰু অগ্নিৰ দাহিকাশক্তিৰ মাজত ভেদ নোহোৱাৰ দৰে বা সূৰ্য আৰু কিৰণৰ মাজত ভেদ নোহোৱাৰ দৰে ব্ৰহ্ম আৰু তেওঁৰ শক্তি

ব্ৰহ্মাণী বা সৰস্বতীৰ মাজত ভেদ নাই। বিষ্ণু আৰু তেওঁৰ শক্তি লক্ষ্মীৰ মাজত ভেদ নাই আৰু তেনেদৰেই শিৱ আৰু তেওঁৰ শক্তি গৌৰী, পাৰ্বতী, দুৰ্গা বা কালীৰ মাজতো পাৰ্থক্য কৰিব নোৱাৰি। তেনেদৰেই শৰ্মাদেৱৰ বিচাৰত কালস্বৰূপ কৃষ্ণ বা বিষ্ণুৰ লগত কালাত্মিকা কালীৰো কোনো প্ৰভেদ নাই।

বিশিষ্ট প্ৰবন্ধকাৰ স্বনামধন্য ৰজনীকান্ত দেৱশৰ্মাৰ বিমলকান্তি উত্তৰপুৰুষৰ বাবে সাধনাৰ পথত পাথেয় হওক। □

# অধ্যাপক ৰজনীকান্তদেৱ শৰ্মাদেৱৰ সাহিত্যিক অৱদান

উপেন্দ্ৰ নাথ শৰ্মা

অধ্যাপক ৰজনীকান্তদেৱ শৰ্মাদেৱ অসমীয়া সাহিত্য জগতত এক সুপৰিচিত আৰু সৰ্বজনপ্ৰিয় ব্যক্তি। তেখেতে ছাত্ৰাৱস্থাৰেপৰা অসমীয়া সাহিত্যৰ সংগঠন প্ৰক্ৰিয়াৰ লগত জড়িত হৈ আহিছে। আৱাহন যুগৰ মাজভাগতে তেখেতে এই গুৰুত্বপূৰ্ণ আলোচনীখনৰ সহায়কৰূপে কেইবাটাও শিতান লিখাৰ গুৰুভাৰ গ্ৰহণ কৰে আৰু গল্প প্ৰবন্ধাদি লিখিবলৈ লয়। অধ্যাপনা কৰা কালছোৱাত তেখেতে চুটি গল্প লিখিবলৈ এৰাৰ নিচিনা হয়। এইছোৱা কালতে শৰ্মাদেৱে পাঠ্যপুথি প্ৰণয়নৰ গধুৰ দায়িত্বও ল'বলগীয়া হয়। তেখেতৰ "শিক্ষা প্ৰদীপ" (প্ৰথম আৰু দ্বিতীয় খণ্ড) আৰু "সংস্কৃত-ভাষা-প্ৰদীপ ব্যাকৰণ" মাধ্যমিক স্তৰত সংস্কৃত ভাষা সাহিত্য শিক্ষাৰ বাবে আগবঢ়োৱা বৈশিষ্ট্যপূৰ্ণ পাঠ্যপুথি। উল্লেখযোগ্য, যে তেখেতে তেখেতৰ পাঠ্যপুথিৰপৰা অশুদ্ধ সংশোধনৰ প্ৰকৰণ সম্পূৰ্ণৰূপে বাদ দিছিল। এই পদ্ধতি সেই সময়ত নতুন বুলি বিবেচিত হৈছিল যদিও পাশ্চাত্য ব্যাকৰণবিদসকলেও এই পদ্ধতিকে অৱলম্বন কৰিছিল। শৰ্মাদেৱে অধ্যাপনাক গভীৰভাৱে গ্ৰহণ কৰিছিল আৰু তেখেতৰ ভালেমান সাহিত্যকৃতি অধ্যাপনাৰে সম্প্ৰসাৰিত ৰূপ বুলিব পাৰি। তেখেত সংস্কৃত অলংকাৰ শাস্ত্ৰ আদিৰ ওপৰত যোগোৱা বৰঙণিক এই শ্ৰেণীত পেলাব পাৰি।

অধ্যাপক শৰ্মাদেৱৰ সংস্কৃত, ইংৰাজী আৰু অসমীয়া—এই তিনিওটা ভাষাতে অসামান্য দখল আছিল আৰু তিনিওটা ভাষাতে তেখেতে সৃজনী শক্তিৰ পৰিচয় দিছিল। সংস্কৃত ভাষাত তেখেতে চিত্তাকৰ্ষক বক্তৃতা দিছিল। তেখেতে তৰুণৰাম ফুকনৰ বিষয়ে লিখা 'তৰুণ-প্ৰশস্তি-অষ্টকম্' এটি মনোৰম কবিতা। কবিতাটো ১৯৭৭ চনত প্ৰকাশ পোৱা 'তৰুণ-স্মৃতিগ্ৰন্থ'ত সন্নিবিষ্ট হৈছে। দেশভক্ত ফুকনৰ শতবাৰ্ষিকী উপলক্ষে লিখা এই কবিতাটিত শৰ্মাদেৱৰ কবিত্বৰ পৰিচয় পোৱা যায়। কবিতাটোত দেশভক্তজনাৰ জীৱনৰ মহত্ব আৰু ঔদাৰ্য

সম্যকৰূপে প্ৰতিফলিত হৈছে। কবিতাটো সংস্কৃত কাব্যসুলভ ধ্বনিমাধুৰ্যেৰে ভৰা :

'তুচ্ছীকৃত্য স্বতুঃখং পৰবৃজিনকৃতে খিদ্যসে লোকবন্ধো'

কটন কলেজত পঢ়াকালত শৰ্মাদেৱে তেতিয়াৰ পণ্ডিত অধ্যাপক আব্ৰাহামৰ উপদেশমতে স্কটৰ সমস্ত উপন্যাস অধ্যয়ন কৰি ইংৰাজী ভাষাত ব্যুৎপত্তি লাভৰ বাবে চেষ্টা কৰে। স্কট অসমীয়া উপন্যাস সাহিত্যৰ মূলাধাৰস্বৰূপ। এনে ধৰণৰ গ্ৰন্থ অধ্যয়নে তেখেতৰ গল্প সাহিত্যৰ প্ৰতি আগ্ৰহ বঢ়োৱাৰ উপৰিও ইংৰাজী ভাষাৰ মাধ্যমত লিখা প্ৰবন্ধ-পাতিৰ বাবেও অৰিহণা যোগায়। ইংৰাজী ভাষাত পাণ্ডিত্যসুলভ ৰচনাৰ ক্ষেত্ৰত তেখেতৰ ইংৰাজী ভাষাৰ ৰীতি বৈশিষ্ট্যৰ প্ৰতি থকা মনোযোগ অনুকৰণীয় :

'The *Jiva* is a spark of the Absolute, radiating from the *Cit* quality of Brahman. The Passionate love of jivas for *Srikrishna* leads them to *Goloka* where they remain immersed in the bliss of *Krishna*.' তেখেতৰ ইংৰাজী গদ্যৰ ভাষা শক্তিশালী আৰু বিশ্লেষণাত্মক প্ৰবন্ধৰ উপযুক্ত মাধ্যম।

শৰ্মাদেৱে অসমীয়া সাহিত্যত চুটিগল্প লেখক, সংবাদসেৱী, প্ৰবন্ধলেখক আৰু সমালোচক হিচাপে বহুমূলীয়া অৰিহণা আগ বঢ়াই গৈছে। ১৯৩৬ চনত কলিকতালৈ এম. এ পঢ়িবলৈ যোৱা দিনবেপৰা তেখেতে সংঘালনিকৈ অসমীয়া সাহিত্য সাধনাত মনোনিৱেশ কৰে। শৰ্মাদেৱে 'আৱাহন-স্মৃতি' প্ৰবন্ধত উল্লেখ কৰিছে, যে তেখেতে 'আৱাহন'ৰ কামত আত্মনিয়োগ কৰাৰ প্ৰতিশ্ৰুতিৰে 'আৱাহন'ৰ কাৰ্যালয়ত থাকি পঢ়াশুনা কৰিছিল। 'আৱাহন'ৰ বাবে কৰা পৰিশ্ৰমৰ বাধে তেখেতৰ পঢ়াশুনাৰ ক্ষতি হ'লেও পৰিপূৰকভাৱে, অসমীয়া ভাষা সাহিত্য সাধনাৰ ক্ষেত্ৰত তেখেতৰ যথেষ্ট পৰিশীলন হৈছিল। তেখেতে ঘাইকৈ প্ৰবন্ধ শুধৰোৱা কামটো কৰিবলগীয়া হৈছিল। সম্পাদকৰ কঢ়া উপদেশ আছিল—প্ৰবন্ধাদিত দেখিবলৈ পোৱা যিকোনো বঙলুৱা ঠাচকে তাৰপৰা আঁতৰ কৰিব লাগিব। এই নিয়মিত শৃঙ্খলাৰ বাবে, পিছৰ কালত তেখেত এজন ভাষাবিদ সাহিত্যিকৰূপে পৰিগণিত হোৱাৰ সুচল বাঢ়িল।

'আৱাহন'ৰ 'মহিলা জগৎ', 'বৈজ্ঞানিক জগৎ' আৰু 'বিশ্ব প্ৰবাহ' নামৰ তিনিওটা নিয়মিত শিতান শৰ্মাদেৱে যুগুতাব লাগিছিল। তেখেতে নানান ধৰণৰ পুৰণি বাতৰি কাকত আলোচনী আদি চৌৰঙ্গীৰপৰা সংগ্ৰহ কৰি আনি



তাত থকা তথ্যপাতি ব্যৱহাৰ কৰিছিল। তদুপৰি মাহৰ শেষত উপযুক্ত প্ৰবন্ধাদি গোট নাথালে 'নিশিকান্ত শৰ্মা'—এই কাল্পনিক নামত নিজে অনুবাদ-মূলক আৰু অন্যান্য প্ৰবন্ধ যুগুত কৰি 'আৱাহন' যথা সময়ত প্ৰকাশ কৰাত অকুণ্ঠ-ভাৱে সহায় আগ বঢ়াইছিল। আৱাহনৰ লগত ছাত্ৰাৱস্থাৰপৰাই ওতপ্ৰোতভাৱে জড়িত হৈ পৰা কাৰণে শৰ্মাদেৱৰ অসমীয়া জতুৱা ঠাচৰ প্ৰতি যি মোহ জন্মিল তাৰ বাবে আৰু তেখেতৰ সংস্কৃত ভাষাত থকা অসাধাৰণ দখলৰ বাবেও তেখেতে অসমীয়া অভিধান ৰচনাৰ ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। অৱশ্যে এই পাৰদৰ্শিতা মাথোন প্ৰকাশন পৰিষদে ছপাই উলিওৱা অভিধান "আধুনিক অসমীয়া অভিধান"খনত আবদ্ধ থাকিল। পৰলোকৰ অলপদিন আগতে তেখেতক শব্দবিশেষৰ বানান পদ্ধতিৰ বিষয়ে সোধাত তেখেতৰ এই বিষয়ত বিশ্লেষণ শক্তি দেখি তবধ মানিছিলোঁ। এই সূক্ষ্ম আৰু নিৰংকুশ জ্ঞানৰ বাবে তেখেতে বিশ্বকোষৰ পাণ্ডুলিপিত ৰঙা চিয়াহীৰে বলিষ্ঠ আঁচোৰ পেলাব পাৰিছিল। ভাষা সম্পৰ্কে প্ৰভূত জ্ঞান বিশ্বকোষৰ দৰে গ্ৰন্থৰ সম্পাদনাৰ ক্ষেত্ৰত অতীব প্ৰয়োজনীয়। তেখেতৰ দক্ষ সম্পাদনাত প্ৰকাশন পৰিষদে উলিওৱা 'অসমীয়া বিশ্বকোষ'ৰ প্ৰথম খণ্ড প্ৰকাশিত হয়। দ্বিতীয় খণ্ড সোহৰলৈ আনিবলৈ তেখেতে আপ্ৰাণ চেষ্টা কৰিছিল আৰু সৰহভাগ কাম সম্পূৰ্ণ কৰিছিল। এনচাইক্লপিডিয়াৰ পাণ্ডুলিপিৰ পাতৰ মাজত তেখেতক শুধৰোৱা কলম গোজা অৱস্থাত পোৱা গৈছিল। এই গধুৰ কাম সমাপ্ত কৰিবলৈ তেখেতে সময় নাপালে। কঠোৰ পৰিশ্ৰম আৰু অধ্যৱসায়ৰ বাবে প্ৰতিকূল অৱস্থাতো 'চকাবন্ধ' আদিৰ নিচিনা দিনতো তেখেতে আমবাৰীৰ ঘৰৰপৰা প্ৰকাশন পৰিষদৰ অফিচলৈ খোজ কাঢ়ি যোৱা দেখিছিলোঁ। অসম সাহিত্য সভাই পাণ্ডিত্যমূলক কাৰ্যৰ বাবে কৰা বাজহুৱা আঁচনিৰ ক্ষেত্ৰতো তেখেতে শাৰীৰিক পৰিশ্ৰমক নেওচিছিল।

শৰ্মাদেৱৰ আৱাহনত প্ৰকাশ পোৱা গল্প-প্ৰবন্ধ পাবলৈ টান। সাহিত্য সভাৰ উদ্যোগত এই গল্প-প্ৰবন্ধও সোহৰলৈ আহিব বুলি আশা কৰা হৈছে। তেখেতৰ বিভিন্ন গধুৰ প্ৰবন্ধ আৰু স্মৃতিচাৰণত যি অনাবিল হাস্যৰসৰ উন্মেষ দেখিবলৈ পোৱা যায়, সি তেখেতৰ চুটিগল্পতো উদ্ভাসি উঠিছিল, সেই কথা বুজিবলৈ টান নহয়। সুসাহিত্যিক হৰেন্দ্ৰনাথ শৰ্মা সম্পাদিত 'পখিলা'ত ওলোৱা 'মিঠাৰাম পণ্ডিত' গল্পটো পঢ়িলে এই কথা প্ৰতীয়মান হ'ব। এই গল্পটোৰ পটভূমি দ্বিতীয় মহাযুদ্ধৰ অসময় পৰিস্থিতি। বাৰটকীয়া পণ্ডিত মিঠাৰামে বস্তৰ জুই ছাই দাম দেখি ত্ৰাহি মধুসূদন স্মৰিবলৈ আৰম্ভ কৰিছে।

লোণৰ দাম পাঁচ টকালৈ উঠাত মানুহে বাৰীৰ টেঙাগছ কাটিবলৈ আৰম্ভ কৰিছে। দুখীয়া মানুহে কঠাল আৰু কঠাল গুটি খাই পেট প্ৰবৰ্তাবলৈ আৰম্ভ কৰিছে। যুদ্ধই অনা বিশৃঙ্খলাৰ অজুহাতত চৰকাৰে পণ্ডিতৰ দৰ্মহাৰ ক্ষেত্ৰতো হেমাহি কৰিছে। পণ্ডিতে ভালেকেইমাহেও দৰ্মহা পোৱা নাই। ইতিমধ্যে খবৰ আহিল,—পৰিদৰ্শক স্কুল চাবলৈ আহিব। পণ্ডিতে পিন্ধা চুৰিয়াৰ অৱস্থা নাইকিয়া। সেইবাবে তেওঁ ঘৈণীয়েকৰ জপাপুৰণি পাটৰ চাদৰখনকে খুজি পিন্ধিলে। ইতিমধ্যে পণ্ডিতে পৰিৱৰ্তিত পৰিস্থিতিৰ লগত খাপ খোৱাকৈ তেওঁৰ পাঠদানৰ ক্ৰম সলনি কৰিছিল।

পৰিদৰ্শকে হাতৰ আখৰৰ পৰীক্ষা ল'বলৈ বিচৰাত পণ্ডিতে ল'ৰাহঁতক 'মিছা কথাৰ ঠেং চুটি' বাক্যটো ফলিত লিখিবলৈ হুকুম দিলে। ল'ৰাহঁতে লিখিলে, 'মিছা কথাৰ ঠেং ছুটি।' পৰিদৰ্শকৰ খঙে চুলিৰ আগ পালেগৈ। পণ্ডিতে বুজাই দিলে—দিন সলনি হ'ল। চোৰাং বজাৰী আৰু ভেটিখোৰেৰে দেশ ভৰি পৰিল। মিছলীয়াই মটৰ গাড়ী দৌৰালে। এতিয়া নিজৰ দুখন ঠেঙেৰে সৈতে মটৰ গাড়ীৰ চাৰিখন ঠেং লগ লগাত মিছা কথা কোৱা লোকেহে যুদ্ধৰ বজাৰত ছয়ঠেঙীয়া হ'বলৈ পাইছে। এইদৰে মিঠাৰাম পণ্ডিতৰ পাণ্ডিত্যৰ কষ্টিশিলত খুন্দা খাই পৰিদৰ্শকৰ শৈক্ষিক উদ্যম থকা-সৰকা হ'ল। নিৰুপায় হৈ পৰিদৰ্শকে পণ্ডিতক সুধিলে,—ল'ৰাহঁতক নিয়মমতে কছৰৎ শিকোৱা হৈছিল নে নাই। পণ্ডিতে ক'লে,—'ল'ৰাহঁত এতিয়া কছৰতৰ পাল।' এই কথা শুনি ল'ৰাহঁতে ঘৰলৈ বুলি ভিৰাই লৰ মাৰিলে। পণ্ডিতে বুজাই দিলে, অৰ্দ্ধাহাৰী ল'ৰা-ছোৱালীৰ বাবে এই কছৰৎহে উপযুক্ত। কিন্তু, আচলতে তেওঁ নিজে কছৰৎ নজনা নহয়। এই বুলি বহি কছৰৎ দেখুৱাব ধৰোঁতে ঘৈণীয়েকৰ আওপুৰণি চাদৰখন ফাটি গ'ল। পণ্ডিতে মূৰে কপালে হাত দিলে। এইবোৰ কাণ্ড দেখি খঙত একো নাইকিয়া হৈ পৰিদৰ্শক যাবলৈ ওলাল। পণ্ডিতে ঠেং-হাতে ধৰি চাহ-পানী এটোপা খাই যাবলৈ অনুৰোধ কৰিলে। পণ্ডিতৰ ঘৈণীয়েকে চাহৰ পানী বহাই ঘৰৰ পানীপচাঁত খুঁহি থোৱা চেনিৰ অকণমান কাগজৰ টোপোলাটো উলিয়াই দেখে যে ডকা দিয়া পৰুৱাই চেনিখিনি খালে। তেওঁ উপায়ান্তৰ হৈ পৰুৱাকেইটাকে টেকেলিত বহাই দিলে। এধোক খাই উকিয়াই পৰিদৰ্শক চাইকেলত উঠিল। যাবৰ সময়ত কৈ গ'ল—'পণ্ডিত, মই তোমাৰ চাকৰি খাম।' পণ্ডিতেও চিঞৰি ক'লে—'দৰ্মহা যদি নিদিয়েও চাকৰিটোকে ৰাখিব চাৰ।'



গল্পটোত যুদ্ধৰ মহাৰ্ঘৰ অবৰ্ণনীয় স্বৰূপ এটা থাকিলেও তাত লেখকে ভাব প্ৰৱণতাৰ আশ্ৰয় লোৱা নাই। গল্পটোক অনাবিল হাস্যৰস আৰু বক্ৰাঘাতে পোহৰাই ৰাখিছে। কিন্তু গল্পটোৱে সাম্ৰাজ্যবাদী যুদ্ধৰ পৰিণতিৰ এটা কৰুণ ৰূপ অবিস্মৰণীয় ভাষাত ধৰি ৰাখিছে। হাঁহি আৰু অশ্ৰুৰ মিশ্ৰণৰ ক্ষেত্ৰত গল্পটোৱে বহুতকে বেজবৰুৱাৰ গল্পপদ্ধতিলৈ মনত পেলাই দিব। আনহাতেদি, ই আৱাহনৰ অন্যতম শ্ৰেষ্ঠ অগ্ৰজ লেখক ত্ৰৈলোক্য গোস্বামীয়ে প্ৰতিনিধিত্ব কৰা গাল্পিক পৰম্পৰাবো ওচৰ চপা। গোস্বামীদেৱেও যুদ্ধৰ পৰিপ্ৰেক্ষিতত গল্পসম্ভাৰ আগ বঢ়াইছিল। কোনোৱে প্ৰেম নাৰায়ণ দত্তৰ 'কঠ-ৰোল'ৰ দৰে অবিস্মৰণীয় ব্যঙ্গাত্মক নাটকলৈও মনত পেলাব। বস্তুৰ দাম বাঢ়িবলৈ ধৰাত বিমূঢ় অবুজ মিঠাৰাম পণ্ডিতৰ মনস্তাত্ত্বিক অৱস্থাৰ ওপৰত লেখকৰ হাস্যৰসে এইদৰে পোহৰ পেলাইছে—'মিঠাৰামে টকাবোৰ সৰু হোৱা যেন পালে।' এইটো প্ৰথম অৱস্থা। পিছত অৱশ্যে মিঠাৰামে 'প্ৰমাদ গণিছে'।

বিহগী কবি ৰঘুনাথ চৌধাৰীৰ সম্পাদনত ওলোৱা 'সুৰভি' আলোচনীৰ ১৯৪৬ চনৰ দ্বিতীয় বছৰৰ প্ৰথম সংখ্যাত অধ্যাপক দেৱশৰ্মাদেৱে লিখা 'অভিনয়ৰ মূল্য' নামৰ গল্পটোত বিলাতলৈ শিক্ষা ল'বলৈ গৈ বিমুখ হৈ অহা আধুনিক সভ্যতাৰ মুখাপিন্ধা বিদেশী আদপকায়দাক আদৰি লোৱা অথচ একে ৰাতিতে স্বদেশপ্ৰেমৰ অনুৰাগেৰে আপ্লুত হৈ ৰাজনীতিত অৱতীৰ্ণ হোৱা-সকলৰ কৃত্ৰিম মানসিকতাক তীব্ৰ ব্যঙ্গবাণেৰে থকা-সৰকা কৰিছে।

সম্প্ৰতি লেখকৰ স্মৃতিচাৰণ ৰচনাৰ উজান উঠিছে। অতিমাত্ৰা ভাবালুতাৰ বাবে সেই সকলোবোৰ সুখপাঠ্য হ'ব পৰা নাই। শৰ্মাদেৱৰ 'আৱাহন—স্মৃতি' এই ক্ষেত্ৰত এক ব্যতিক্ৰম। আৱাহন কাৰ্য্যালয়ত থাকি পঢ়াৰ সম্ভাৱনাজনিত আনন্দ, থাকিবলৈ লোৱা কোঠালীৰ সংকুচিত অৱস্থাই সৃষ্টি কৰা দোধোৰ মোধোৰ মানসিক অৱস্থা, আনন্দমনে গ্ৰহণ কৰা অমানুষিক পৰিশ্ৰম, তেতিয়াৰ 'অনাহাৰী' লেখক আৰু আজিৰ মাননী পোৱা লেখকৰ দৃষ্টিভংগীৰ বৈপৰীত্য, আৱাহনৰ জনক নগেন্দ্ৰ নাৰায়ণ চৌধাৰীৰ ঔদাৰ্য আৰু সম্পাদক দীননাথ শৰ্মাৰ অক্লান্ত উদ্যম এই সকলোবোৰ ৰমণীয় ভাষাত প্ৰকাশ পাইছে। দুই-এটা পৰ্য্যবেক্ষণ হাস্যৰসৰ ফটিক ধাৰাত ধোৱা।

শৰ্মাদেৱে জীৱনীলেখক হিচাপেও অসমীয়া সাহিত্যত চাপ বহুৱাই থৈ গৈছে। অৱশ্যে তেখেতে পূৰ্ণাঙ্গ জীৱনীগ্ৰন্থ এৰি থৈ যোৱা নাই। পদ্মনাথ

গোহাঞি বৰুৱা সম্পাদিত "জীৱনী-সংগ্ৰহ"খন ৰজনীকান্তদেৱ শৰ্মাদেৱে পুনঃ সম্পাদনা কৰে। প্ৰকাশন পৰিষদে উলিওৱা এই গ্ৰন্থখনত তেখেতে অসমৰ উজ্জ্বল ৰত্ন সংস্কৃত কবি আৰু প্ৰথিতযশা পণ্ডিত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ জীৱনী এটা লিখি তাত সন্নিৱিষ্ট কৰে। শৰৎচন্দ্ৰ গোস্বামী জন্মশতবাৰ্ষিকী সংখ্যাত ওলোৱা তেখেতৰ 'অসমীয়া জাতি আৰু শৰৎচন্দ্ৰ' এটা আপুৰুগীয়া জীৱনীমূলক প্ৰবন্ধ। মহৎ লোকৰ জীৱনীক আশ্ৰয় কৰি লিখা জীৱনীমূলক প্ৰবন্ধ কেনে হ'ব লাগে ই তাৰে চানেকি। এজন মহান নিৰ্মাতাৰ মূল্যায়নৰ ক্ষেত্ৰত তেখেতৰ সমকক্ষ নাই বুলিলেও হয়। শৰৎচন্দ্ৰৰ কৰ্মবহুল জীৱন তেখেতে অপূৰ্ব সংকোচন পদ্ধতিৰে চাৰি পৃষ্ঠাত সামৰিছে। বিষয়বস্তুৰ সম্যক জ্ঞানৰ বাবেই এনে প্ৰশস্তিমূলক প্ৰবন্ধ ৰচনাৰ ক্ষেত্ৰত তেখেতে সিদ্ধি লাভ কৰিছে। তেখেতে প্ৰবন্ধটো এনেদৰে সমাপ্ত কৰিছে ঃ

'১৯১৭ চনত গোস্বামীদেৱৰ মানস শিশু অসম সাহিত্য সভা শিৱসাগৰত ভূমিষ্ঠ হ'ল। প্ৰতিষ্ঠাতা সম্পাদকৰূপে নিজে ইয়াৰ স্তন্যদাত্ৰী মাতৃৰ দৰে ভৰণ-পোষণৰ দায়িত্ব ল'লে। গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস সমিতিৰ সম্পাদকৰূপে দীৰ্ঘদিনলৈ কাৰ্যভাৰ বহন কৰিবলৈ কালে নিদিলে। শৰৎ চন্দ্ৰৰ স্মৃতিসৌধ আমি নিৰ্মাণ কৰিব নালাগে। চেতন-অচেতন অনেক স্মৃতিচিহ্ন অসমত সিঁচৰতি হৈ আছে।'

কামৰূপ সাহিত্য পৰিষদৰ মুখপত্ৰ 'কামৰূপা'ত প্ৰকাশ পোৱা 'আনন্দৰাম বৰুৱা' শৰ্মাদেৱৰ অন্যতম মুখ্য জীৱনীমূলক প্ৰবন্ধ। প্ৰবন্ধটোত আনন্দৰাম বৰুৱাৰ জীৱনৰ সকলো দিশতে পোহৰ পৰিছে। কিন্তু ক'তো বাহুল্যৰ স্থান নাই। তেখেতৰ 'ভাৰতীয় সংস্কৃতিৰ বেদীত উৎসৰ্গীকৃত জীৱন কৃষ্ণকান্ত সন্দিকৈৰ বিষয়ে লিখা এটা উচ্চমানৰ প্ৰবন্ধ। শৰ্মাদেৱৰ মানত সন্দিকৈ কিতাপৰ মাজত সোমাই থকা পণ্ডিত মাত্ৰ নহয়। তেওঁৰ অনন্য সাধাৰণ সাধনাৰ গুৰিতে আছিল 'ভাৰতীয় সাংস্কৃতিক ঐতিহ্যৰ ব্যাখ্যান দাঙি ধৰাৰ দায়বদ্ধতা'।

ৰজনীকান্তদেৱ শৰ্মাদেৱে ১৯৬৩ চনত বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস' নাটকখন অসমীয়ালৈ অনুবাদ কৰে। অনুবাদ গ্ৰন্থখনত সন্নিৱিষ্ট ভূমিকাটিয়ে শৰ্মাদেৱৰ অসাধাৰণ পাণ্ডিত্যৰ কথা সোঁৱৰায়। ভূমিকাত লেখকৰ পৰিচয় আৰু নাটকৰ ৰচনাকাৰ্য নিৰ্ণয় কৰিবৰ বাবে কৰা অনুসন্ধানৰ ক্ষেত্ৰত শৰ্মাদেৱে অসাধাৰণ পাণ্ডিত্যৰ পৰিচয় দিছে। 'মুদ্ৰাৰাক্ষস'ৰ কাহিনী ভাগৰ ঐতিহাসিকতা নিৰ্ণয়ৰ ক্ষেত্ৰতো তেখেতে অকাট্য যুক্তি প্ৰদৰ্শন কৰিছে। সৰল প্ৰাঞ্জল ভাষাত তেখেতে



নাটকৰ বিভিন্ন অংকত কেনেকৈ তাৰ বিষয়বস্তুৱে বিস্তাৰ লাভ কৰিছে তাৰ চমু আভাস দাঙি ধৰাত এই বিখ্যাত নাটকত উপস্থাপন কৰা কূট কৌশলসমূহৰ ধাৰা বুজিবলৈ পাঠকে সুবিধা পাইছে। শৰ্মাদেৱৰ মতে ঃ

'নাটখন আদিৰপৰা অন্তলৈ গতিময়; নানা জটিল আৰু উত্তেজনাপূৰ্ণ ঘটনাৰ সমাবেশে দৰ্শকৰ কৌতূহল শেষ পৰ্যন্ত অটুট ৰাখিব পাৰে।'

"মুদ্ৰাৰাক্ষস" আৰু "কৌটিলীয় অৰ্থশাস্ত্ৰ"ৰ মাজত ঘনিষ্ঠ সম্পৰ্কৰ কথা ভাবিয়েই হওক অথবা স্বতন্ত্ৰবীয়াভাৱেই হওক শৰ্মাদেৱ কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ অধ্যয়নত সোমাই পৰে। অধ্যাপক ডিম্বেশ্বৰ শৰ্মাৰ সহযোগত তেখেতে কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ' অনুবাদ কৰে। অনুবাদ গ্ৰন্থখনৰ ভাষা প্ৰাঞ্জল। পঢ়িবলৈ মূলগ্ৰন্থৰ নিচিনাই লাগে। অনুবাদখনত সন্নিৱিষ্ট ভূমিকাখনত ৰজনীকান্তদেৱ শৰ্মাদেৱৰ বিদগ্ধ পাণ্ডিত্যৰ পৰিচয় পোৱা যায়। ভূমিকাত কৌটিল্যৰ পৰিচয়, তেওঁৰ গ্ৰন্থৰ ৰচনা কাল আদি তথ্য নিৰ্ণয়ৰ ক্ষেত্ৰত প্ৰাচ্য আৰু পাশ্চাত্যৰ পাণ্ডিত্য-পূৰ্ণ গ্ৰন্থসমূহ পৰ্যালোচনা কৰি শৰ্মাদেৱে নিজৰ সিদ্ধান্তত উপনীত হৈছে। ভূমিকাত সন্নিৱিষ্ট কথাবস্তুৰ চমু পৰিচয়ে গ্ৰন্থখনৰ সৌষ্ঠৱ বঢ়াইছে। ভাৰতৰ বাহিৰত কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ যিমান সমাদৰ দেখা যায় তাৰ তুলনাত অসমত গ্ৰন্থখনৰ অধ্যয়ন তেনেই সীমাবদ্ধ। উল্লিখিত অনুবাদখনে ভাৰতীয় ঐতিহ্য অধ্যয়নৰ ক্ষেত্ৰত অসমীয়া পাঠকৰ বাবে নতুন বাট মুকলি কৰিছে।

অধ্যাপক শৰ্মাদেৱে দিয়া আনন্দৰাম বৰুৱা স্মাৰক বক্তৃতামালাৰ দ্বিতীয় বক্তৃতা—'প্ৰাচীন আৰু মধ্যযুগত অসমত সংস্কৃত শিক্ষা' ১৯৮০ চনত 'প্ৰাগ-জ্যোতি'ত প্ৰকাশ হয়। বক্তৃতাটো অত্যন্ত পাণ্ডিত্যপূৰ্ণ। তাত অসম বা কামৰূপৰ প্ৰাচীন সভ্যতা আৰু এই দেশৰ ইতিহাসৰ দোকমোকালিৰেপৰা হোৱা সংস্কৃত চৰ্চাৰ ব্যাপকতা সম্পৰ্কে ভালেমান নতুন তথ্য উপস্থাপিত কৰা হৈছে। এলাহাবাদ প্ৰশস্তি, ৰঘুবংশ, শতপথব্ৰাহ্মণ আৰু তাম্ৰশাসনসমূহৰ উদ্ধৃতি দি তেখেতে অসমৰ বৰ্তমান সভ্যতাৰ প্ৰাচীনত্ব নিৰ্ণয় কৰিছে আৰু— 'চতুৰ্থৰপৰা ত্ৰয়োদশ শতিকাৰ মাজৰ কালছোৱা কামৰূপৰ কাৰণে স্বৰ্ণযুগ আছিল'—এই কথা প্ৰতিপন্ন কৰিছে। তেখেতৰ মতে 'খৃষ্টজন্মৰ কেইশতিকা-মান পূৰ্বৰ পৰাই বৈদিক যজ্ঞীয় সংস্কৃতি আৰু সংস্কৃত ভাষা প্ৰাগজ্যোতিষপুৰলৈও প্ৰসাৰিত হয়। তেখেতে এই ক্ষেত্ৰত খাটাং সিদ্ধান্তত আহিবৰ বাবে পৰ্যাপ্ত পৰিমাণৰ প্ৰত্নতাত্ত্বিক খননকাৰ্য্যৰ ওপৰত গুৰুত্ব দিয়ে। তেখেতৰ মতে মুদ্ৰাৰাক্ষসৰ লেখক বিশাখদত্ত কামৰূপী নিবাসী আছিল—এই কথাৰ অকাট্য

যুক্তি আছে। শংকৰদেৱৰ সংস্কৃত সাহিত্যত থকা অগাধ পাণ্ডিত্যৰ সম্পৰ্কে নিঃসন্দেহ হ'ব পাৰি। 'নামঘোষা' গ্ৰন্থখন অধ্যয়ন কৰি শৰ্মাদেৱে এই সিদ্ধান্তলৈ আহে, যে, মাধৱদেৱো এজন বিদগ্ধ সংস্কৃত পণ্ডিত আছিল। তেখেতৰ মতে সংস্কৃতগ্ৰন্থসমূহ অসমীয়ালৈ ভঙাৰ ফলস্বৰূপে মধ্যযুগৰ শেষ ভাগৰপৰা অসমত সংস্কৃত চৰ্চাৰ পৰিসৰ ক্ৰমে। মুঠতে বক্তৃতাটো শৰ্মাদেৱৰ অসাধাৰণ পাণ্ডিত্যৰ শ্ৰেষ্ঠ নিদৰ্শনৰ ভিতৰুৱা।

১৯৬৪ চনত শৰ্মাদেৱে 'জাৰ্ণেল অব্ ডি ইউনিভাৰ্চিটি অব্ গৌহাটী'ত 'চাম ডিষ্টিংগুইষ্ট ট্ৰেডিচনেল সংস্কৃত স্কলাৰ্চ' নামৰ প্ৰবন্ধ এটি প্ৰকাশ কৰে। এই প্ৰবন্ধত ঊনবিংশ শতাব্দীৰ আৰু বিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ নামজলা সংস্কৃত পণ্ডিতসকলৰ বিষয়ে তথ্যমূলক পৰিচয় দাঙি ধৰা হয়। প্ৰবন্ধটোত প্ৰকাশ পোৱা ইংৰাজী সমীক্ষাত্মক ৰীতি প্ৰাঞ্জল আৰু ওজস্বী।

আজীৱন শিক্ষাব্ৰতী হিচাপে শৰ্মাদেৱৰ বিভিন্ন শিক্ষা পদ্ধতিৰ ওপৰত চিন্তাচৰ্চা কৰাৰ প্ৰৱণতা আছিল। প্ৰাচীন ভাৰতীয় শিক্ষা পদ্ধতি সম্পৰ্কেও তেখেতে চিন্তা চৰ্চা কৰিছিল। তেখেতৰ 'উপনিষদৰ যুগৰ শিক্ষা' নামৰ প্ৰবন্ধ এটি ১৯৮১ চনত 'বজালী দৰ্পণ'ৰ ৰূপালী জয়ন্তী স্মৰণিকাত প্ৰকাশিত হয়। তাত দেহ মন আৰু আত্মা—এই তিনিওটাৰে বিকাশৰ বাবে উৎসৰ্গিত এক অনবদ্য শিক্ষা পদ্ধতিৰ প্ৰাঞ্জল বিশ্লেষণ দাঙি ধৰা হৈছে।

শৰ্মাদেৱে অসমীয়া সাহিত্যলৈ গল্প, প্ৰবন্ধ আদিকে ধৰি ভালেমান পৰ্যায়ত অৱদান দি থৈ গৈছে। তথাপি তেখেতে অসমীয়া সমালোচনা সাহিত্যলৈ যি বৰঙণি আগবঢ়াই থৈ গ'ল সিয়ে তেখেতক চিৰস্মৰণীয় কৰি ৰাখিব। তেখেতে এই ক্ষেত্ৰত অৱদান যোগোৱাৰ বাবে সংস্কৃত অলংকাৰ বা সাহিত্য শাস্ত্ৰৰ ভেটিটোৰ প্ৰতি আগ্ৰহেৰে দৃষ্টিপাত কৰিছিল। তেখেতে ১৯৭৪ চনত 'প্ৰবন্ধ নিচয়' গ্ৰন্থত প্ৰকাশ কৰা 'ভাৰতীয় সাহিত্য আলোচনাৰ মূলসূত্ৰ' প্ৰবন্ধত ভাৰতীয় আলোচনৰ মূল আধাৰৰ ওপৰত গভীৰভাৱে আলোকপাত কৰিছে। প্ৰবন্ধটো এটা গুৰুত্বপূৰ্ণ মন্তব্যেৰে আৰম্ভ হৈছে। তাৰ সঁকীয়নি আজিও সময়োপযোগী।

'পৃথিৱীৰ সাহিত্যৰ বুৰঞ্জীৰ পাত লুটিয়ালে দেখা যায়, যে যি জাতিৰে এটা বিৰাট সাহিত্য আছে সেই জাতিৰে বিৰাট সমালোচনা-গ্ৰন্থাৱলীও আছে। প্ৰত্যেক মৌলিক কবি বা নাট্যকাৰৰে সমালোচনামূলক জ্ঞান থাকে সঁচা, কিন্তু সৃজনী প্ৰতিভাসম্পন্ন সমালোচকৰ বিনা ইংগিতে এটা বিশিষ্ট পাঠক-সমাজ আৰু ভাবী কবি সাহিত্যিক দল গঢ়ি নুঠে।'



শৰ্মাদেৱৰ মতে ভৰতৰ পূৰ্বেও আমাৰ দেশত সাহিত্য সমালোচনাৰ প্ৰচলন আছিল। বেদৰ স্তুতি গীত আৰু ৰামায়ণত সুৰ আৰু ছবিৰ যি অপূৰ্ব সমাৱেশ দেখা যায় তাৰ অন্তৰালত অলংকাৰ-শাস্ত্ৰৰ ইংগিত থকাটো নিশ্চিত বুলি শৰ্মাদেৱে অনুমান কৰে। তেখেতৰ মতে ভৰতৰদ্বাৰা প্ৰতিষ্ঠাপিত আৰু বাল্মীকিৰ অনুমোদিত ৰসপদ্ধতিয়েই ভামহ, দণ্ডী, বামন, আনন্দবৰ্দ্ধন, অভিনৱ গুপ্ত, কুন্তক আৰু মহিমভট্টৰ নন্দনতত্ত্বৰ আধাৰ। এই ৰস বা ৰসবোধৰ স্বৰূপ কি? বিভাৱ আৰু অনুভাৱৰ সৃষ্টি কৰি লিখকে কেনেকৈ পাঠকৰ মনত স্থায়ীভাব জাগ্ৰত কৰে আৰু তেওঁৰ মন ৰসাস্বাদত নিমজ্জিত কৰে তাৰ প্ৰাঞ্জল ব্যাখ্যা আৰু বিশ্লেষণ শৰ্মাদেৱে প্ৰবন্ধটোত দাঙি ধৰিছে।

ৰসবোধ শৰ্মাদেৱৰ মানত পাঠক বা দৰ্শকৰ বস্তুনিৰপেক্ষ মনোগত প্ৰক্ৰিয়া; "বাস্তৱজগতৰ দুখৰ বা ভয়ৰ ঘটনাই দুখ বা ভয় ওপজায়। আনফালে কাব্যত বৰ্ণিত শোকে করুণৰসৰ আনন্দ দিয়ে, ভয়ে ভয়ানক ৰসৰ আনন্দ দিয়ে। ......ৰসাস্বাদনত তন্ময় মনৰ বিশ্ৰাম ঘটে। মনৰ এই পূৰ্ণ বিশ্ৰান্তিৰ কাৰণেই আৰু নৈৰ্ব্যক্তিকভাৱে ৰসবোধ হোৱা গতিকে কাব্যজগতৰ শোক আৰু ভয় বিভাবাদিৰদ্বাৰা জাগৰিত স্থায়ীভাব শোক আৰু ভয়বিলুপ্ত আনন্দদায়ক করুণ আৰু ভয়ানক ৰসত ৰূপান্তৰিত হয়, কাৰণ দুখ বা ভয় মনৰ বিক্ষিপ্তি মাত্ৰ।" ভাৰতীয় নন্দনতাত্ত্বিকসকলৰ এই বিশ্লেষণে পশ্চিমীয়া ৰীতিত লিখা ট্ৰেজেডিৰ শেষত উপলব্ধ হোৱা কেথাৰ্চিচৰ ধাৰণাৰ ওপৰতো পোহৰ পেলাব।

শৰ্মাদেৱৰ মতে কাব্যিক ৰসতত্ত্বৰ মনোবিশ্লেষনমূলক সমীক্ষা পৃথিৱীৰ নন্দন-তত্ত্বলৈ ভাৰতীয় আলংকাৰিকসকলৰ অপূৰ্ব দান। এই কথা অতি সত্য। কলাক সৰ্বসাধাৰণৰ সেৱাত লগোৱাৰ বাবে টলষ্টয়ে কৰা পুৰুষাৰ্থৰ কথা সুঁৱৰি তেখেতে অভিমত প্ৰকাশ কৰিছে, যে, ভৰতৰ নাট্য সাহিত্যৰ প্ৰতি থকা পক্ষপাতৰ মূলতে হ'ল সৰ্বসাধাৰণকো ব্ৰহ্মানন্দৰ আস্বাদ দিয়া। টলষ্টয়ৰ দিনৰ ৰুচিয়াৰ সমাজ ব্যৱস্থা আৰু তেতিয়াৰ ভাৰতৰ সমাজ ব্যৱস্থাৰ মিল নাছিল যদিও সৰ্ব-সাধাৰণ লোকৰ প্ৰতি ৰসস্ৰষ্টাসকলৰ স্বীকৃত দায়িত্বই দুয়োটা পৰম্পৰাকে সংযুক্ত কৰিছে বুলি শৰ্মাদেৱে ঠাৱৰ কৰিছে। শৰ্মাদেৱৰ আলোচনাই প্ৰচাৰ ধৰ্মী-সাহিত্য আৰু পৰিশ্ৰুত সাহিত্যৰ মাজৰ অনাৱশ্যক দ্বন্দ্বৰ ওপৰতো পোহৰ পেলাই কলাৰ স্বয়ং সম্পূৰ্ণতাৰ মহিমা ঘোষণা কৰিছে।

শৰ্মাদেৱৰ 'কাব্য-মহাকাব্য আৰু খণ্ডকাব্য' এটা সুলিখিত প্ৰবন্ধ। ইয়াত সংস্কৃত সাহিত্যৰ প্ৰচলিত কাব্যিক ধাৰাৰ ওপৰত পোহৰ পেলোৱা হৈছে।

মহাকাব্যৰ সূত্ৰনিৰ্ণয়, ক্ৰমবিকাশধৰ্মী মহাকাব্য আৰু আলংকাৰিক মহাকাব্যৰ পাৰ্থক্য নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত শৰ্মাদেৱে দক্ষতাৰ পৰিচয় দিছে। প্ৰবন্ধটোত প্ৰাচ্য আৰু পাশ্চাত্য উভয় পৰম্পৰাৰে কাব্যধাৰাৰ ওপৰত দৃষ্টিপাত কৰা হৈছে।

১৯৫৭ চনৰ 'প্ৰবন্ধাৱলী'ত সন্নিবিষ্ট 'সংস্কৃত ৰূপকত হাস্যৰস' এটা অতি উচ্চমান বিশিষ্ট প্ৰবন্ধ। ভাসৰপৰা ৰাজশেখৰলৈকে এই সুদীৰ্ঘ ডেৰ হাজাৰ বছৰৰ নাট্য পৰম্পৰা অধ্যয়ন কৰি শৰ্মাদেৱে এই নাট্য পৰম্পৰাৰ লগত সংযুক্ত হাস্যৰসৰ প্ৰাণবন্ত ধাৰাটোৰ তেখেতে বিস্তৃত সমীক্ষা দাঙি ধৰিছে। সংস্কৃত সাহিত্যত পশ্চিমীয়া ধৰণৰ বিয়োগান্ত নাটক নাই বুলিলেই হয়। সংস্কৃত সাহিত্যত বিদূষকক ধৰি নানান হাস্য ৰসাত্মক চৰিত্ৰৰ সামগ্ৰিক নাট্যৰূপত থকা অবিচ্ছেদ্য সম্পৰ্কৰ কথা ভাবিলে এই কথা মনলৈ আহে যে 'ট্ৰেজেডিত এক মুহূৰ্তই অনন্ত আৰু কমেডিত অনন্তই এক মুহূৰ্ত'। শৰ্মাদেৱে দেখুৱাইছে, যে ভাৰতীয় ৰূপকত বিদূষকৰ ভূমিকা মাথোন হাস্যধৰ্মীসকাহ (Comic relief) উৎপাদনৰ ভিতৰতে সীমাবদ্ধ নহয়। এই চৰিত্ৰৰ আবেদন সামগ্ৰিক আৰু নাট্যৰসৰ লগত ওতপ্ৰোতভাৱে জড়িত। কাব্যৰসৰ বিশেষকৈ শৃঙ্গাৰ ৰসৰ পৰিৱেশনত হাস্যৰসৰ অপৰিহাৰ্যতাৰ বিষয়ে বিশদভাৱে আলোচনা কৰি তেখেতে মন্তব্য কৰিছে ঃ

'কালৰ কুঁৱলী আঁতৰাই এদিন সংস্কৃত ৰূপক আৰু বিদূষকে যেন একেলগে আমাৰ আগত দেখা দিয়ে। বিদূষকৰ হাতত ধৰি সংস্কৃত নাটক আগ বাঢ়িছিল, নে সংস্কৃত নাটকৰ আশ্ৰয় লৈ বিদূষক জীৱন্ত হৈছিল, কোৱা টান হৈ উঠে।'

সমগ্ৰ কৰ্মজীৱন সংস্কৃত নাটক অধ্যয়ন কৰা শৰ্মাদেৱৰ এইটো এটা গভীৰ, আৰু সুচিন্তিত মন্তব্য। এই মন্তব্যৰ পম খেদি গবেষণা কৰাৰ প্ৰয়োজনীয়তা আছে।

১৯৭২ চনত প্ৰকাশিত 'লক্ষ্মীনাথ বেজবৰুৱা দ্য সাহিত্যৰথী অব্ আসাম' গ্ৰন্থত শৰ্মাদেৱৰ 'বেজবৰুৱা এজ এন এক্সপ'নেণ্ট অব্ বিলিজন এণ্ড ফিল' চফি' নামক গধুৰ প্ৰবন্ধ এটি প্ৰকাশ পায়। যিসকলে বেজবৰুৱাক মাথোন হাস্যৰসিক হিচাপেহে জানে, সেইসকলে, এই প্ৰবন্ধৰপৰা বেজবৰুৱাৰ গধুৰ চিন্তাজগতৰ সন্ধেদ পাব বুলি আশা কৰিব পাৰি। শৰ্মাদেৱৰ মতে বেজবৰুৱাই শেষ জীৱনত লিখা 'শ্ৰীকৃষ্ণ কথা' আৰু 'তত্ত্ব কথা' তেওঁৰ শ্ৰেষ্ঠ কীৰ্তি। বৰোডাৰ গাইকোঁৱৰৰ আমন্ত্ৰণক্ৰমে বৈষ্ণৱদৰ্শনৰ ওপৰত দিয়া বক্তৃতাসমূহে বেজবৰুৱাৰ ধৰ্ম তথা দৰ্শন সম্পৰ্কে থকা অসাধাৰণ পাণ্ডিত্যৰ পৰিচয় দিয়ে।

যিসকলে নাজানে, তেখেতসকলে শৰ্মাদেৱৰ প্ৰবন্ধৰপৰা জানিব পাৰিব, যে



বেজবৰুৱাই উপনিষদ, ভগৱৎগীতা, বেদান্ত, ভাগৱত আদি পুৰাণ গ্ৰন্থ আৰু বেদ-সংহিতাৰ উপৰিও বিভিন্ন মাৰ্গৰ ভাৰতীয় দৰ্শন আৰু অনাভাৰতীয় ধৰ্মতত্ত্বৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰিছিল।

শৰ্মাদেৱৰ মতে লক্ষ্মীনাথ বেজবৰুৱাৰ দাৰ্শনিক ৰচনাসমূহত পৰস্পৰ বিৰোধী চিন্তাইও ঠাই নোপোৱা নহয়। তেখেতে প্ৰথমে বৈষ্ণৱ ধৰ্মৰ বিভিন্ন পন্থাৰ বিষয়ে সৰস আৰু প্ৰাঞ্জল বিশ্লেষণ আগ বঢ়াইছে। বৈষ্ণৱ দৰ্শন বেদান্তৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও বৈষ্ণৱ দাৰ্শনিকসকলে শংকৰাচাৰ্যৰ অদ্বৈতবাদক পূৰ্ণ সমৰ্থন দিয়া নাই। শৰ্মাদেৱে ভাৰতত পোৱা চাৰিওটা বৈষ্ণৱপন্থাৰ এটা থূলমূল বিৱৰণ দি সিসকলৰ মাজত থকা প্ৰভেদ নিৰ্ণয় কৰিছে। ৰামানুজাচাৰ্য, মধ্বাচাৰ্য নিম্বাৰ্ক (নিম্বাদিত্য) আৰু বল্লভাচাৰ্যৰ বৈদান্তিক ব্যাখ্যাৰ কোনোটোৰ লগত বেজবৰুৱাৰ দাৰ্শনিক চিন্তাক একাত্ম বুলি ক'ব নোৱাৰি। শ্ৰীশংকৰদেৱৰ ধৰ্মানুসাৰী হিচাপে অৱশ্যে বেজবৰুৱাৰ দাৰ্শনিক চিন্তা ৰামানুজৰ বিশিষ্টা-দ্বৈতবাদৰ ওচৰ চপা।

ভক্তিমাৰ্গৰ দাৰ্শনিকসকলৰ দৰে বেজবৰুৱাইও পৰমব্ৰহ্মৰ ইমানেন্চ (immanence) আৰু transcendentality উভয়তে বিশ্বাস ৰাখিছিল। বেজবৰুৱাই জ্ঞান আৰু কৰ্মতকৈ ভক্তিৰ ওপৰত অধিক গুৰুত্ব দিছিল। সকলো কথা চালি জাৰি শৰ্মাদেৱ এই সিদ্ধান্তত উপনীত হৈছে, যে শ্ৰীশংকৰদেৱে প্ৰচাৰ কৰা আৰু গীতা ভাগৱতত পোৱা প্ৰেম আৰু ভক্তিৰ ধৰ্মই বেজবৰুৱাৰো ধৰ্ম। শৰ্মাদেৱৰ মতে নিজৰ ধৰ্মৰ ওপৰত সম্পূৰ্ণ আস্থা ৰাখিও বেজবৰুৱাই সকলো ধৰ্মৰ প্ৰতি উদাৰতা প্ৰকাশৰ ক্ষেত্ৰত অসাধাৰণ সহৃদয়তাৰ পৰিচয় দিব পাৰিছিল।

প্ৰসিদ্ধ কবি আৰু সমালোচক এলিয়টৰ মতে পাণ্ডিত্যপূৰ্ণ চৰ্চাৰ পম খেদিহে সমালোচনা আগ বাঢ়িব পাৰে। ৰঘুনাথ চৌধাৰীদেৱৰ অমৰ কাব্যসৃষ্টিৰ অন্তৰালত ক্ৰিয়া কৰা জ্ঞান প্ৰবাহত পোহৰ পেলাই লিখা পশ্চাৎপটধৰ্মী আলোচনা 'ঐতিহ্য আৰু পুৰাবৃত্ত'ত (১৯৬৪ চনত সবিতা সভাই প্ৰকাশ কৰা 'চৌধাৰীৰ সাহিত্য প্ৰতিভাত' সন্নিবিষ্ট) শৰ্মাদেৱে তেখেতৰ অসাধাৰণ পাণ্ডিত্যৰ পৰিচয় দিয়াৰ উপৰিও সৰ্বসাধাৰণ পাঠকক সংস্কৃত সাহিত্য আৰু পুৰাণ আদিত বৰ্ণিত প্ৰয়োজনীয় কথাবস্তুৰ লগত পৰিচয় কৰায়। প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত নিবিড় সংযোগ স্থাপন কৰিব পৰা দিগন্ত প্ৰসাৰী কল্পনাৰ অধিকাৰী কবিজনাৰ প্ৰাচ্য মূল শিপাখোৰ এনেদৰে হৃদয়ংগম নকৰিলে পাঠকে তেখেতৰ কবিতাৰ প্ৰতি সুবিচাৰ কৰা টান।

'শঙ্কৰদেৱৰ অনুবাদ ৰীতি ঃ ভাগৱত মহাপুৰাণ' শৰ্মাদেৱৰ বৈষ্ণৱ সাহিত্য তথা শ্ৰীশংকৰদেৱৰ কাব্য আলোচনাৰ ক্ষেত্ৰত এক অভিনৱ সংযোজন। শংকৰদেৱৰ অনূদিত 'আদিদশম' বৈষ্ণৱ সাহিত্যৰ আপুৰুগীয়া সম্পদ। এনে ব্যাপক আবেদন সিক্ত ভক্তিগ্ৰন্থ অনুবাদ সৰ্বস্ব হ'ব নোৱাৰে। সেই কথা শৰ্মাদেৱে মূলৰ লগত তুলনা কৰি ফঁহিয়াই দেখুৱাইছে। 'আদিদশম' মূলৰ বৰ ওচৰ চপা হ'লেও ঠায়ে ঠায়ে সন্নিবিষ্ট কৰা অতিৰঞ্জনে তেওঁৰ মৌলিকত্ব প্ৰমাণ কৰিছে। শংকৰদেৱে জটিল দাৰ্শনিক তত্ত্বসমূহ সৰ্বসাধাৰণৰ বোধগম্য নহ'ব বুলি ভাবিয়েই সেইবোৰ বাদ দিছে বা সেইবোৰৰ ভাবাৰ্থখিনিহে সৰল ৰূপত প্ৰকাশ কৰিছে। কেতিয়াবা পিছৰ অধ্যায়ৰ শ্লোক আগৰ অধ্যায়লৈ আনিছে। শৰ্মাদেৱৰ মতে এৰা-ধৰাকৈ অনুবাদ কৰা কাৰণে মূলৰ সৌষ্ঠৱ কেতিয়াবা বৰ্দ্ধিত হৈছে, কেতিয়াবা লাঘৱো হৈছে।

শৰ্মাদেৱৰ মতে দ্বাদশ অধ্যায়ৰ কৃষ্ণ বৰ্ণনা দীঘলীয়া আৰু অধিক বিস্তৃত হ'লেও উপভোগ্য হৈছে। অষ্টম অধ্যায়ৰ কৃষ্ণস্তুতিৰ কাব্যিক মাধুৰ্য তেখেতৰ মতে মূলতকৈ হ্ৰাস হৈছে। প্ৰচাৰধৰ্মিতাৰ বাবে তেনে হোৱা বুলি শৰ্মাদেৱে অনুমান কৰিছে।

নানান পৰিবৰ্তন সত্বেও প্ৰথম স্কন্ধক মূলৰ অনুবাদ বুলি ক'ব পাৰি। দ্বিতীয় স্কন্ধত ভালেমান কথা চমু কৰা হৈছে বা বাদ দিয়া হৈছে। শৰ্মাদেৱৰ মতে শংকৰদেৱৰ অনুবাদৰ এটা বৈশিষ্ট্য হ'ল এয়ে, যে তেওঁ মূলৰ অপৰিচিত কথাৰ ঠাইত স্থানীয় পৰিচিত কথা সংযুক্ত কৰে। তেখেতৰ ভাষাত—"এনে কৰাৰপৰা মূলৰ সৌন্দৰ্য বা অভিপ্ৰায়তো ব্যাহত নহয়েই বৰং অনুবাদ অধিক উপভোগ্য হয়।" এনেদৰে ভাগৱতৰ বিভিন্ন ঠাইত শংকৰদেৱে স্থানীয় পৰিৱেশ সৃষ্টি কৰিছে।

শৰ্মাদেৱৰ মতে 'আদিদশম'ৰ মূলত থকা ৰাসলীলা আৰু গোপী-উদ্ধৱ সংবাদ অতুলনীয়। অসমীয়া অনুবাদৰ ক্ষেত্ৰত শংকৰদেৱে কৰা সংযোজনে 'সোণত সুৱগা চৰাইছে।' কবি শংকৰদেৱক এই অনুবাদ ভাগৰ মাজতে পাব পাৰি। বিসকলে শ্ৰীশংকৰদেৱৰ অনুবাদক মূল ভাগৱতৰ লগত তুলনা কৰে, তেওঁলোক কেতিয়াবা বিমোৰত পৰিব। কাৰণ তেওঁ শ্ৰীধৰৰ ভাবাৰ্থ দীপিকাৰ বিশ্লেষণাত্মক পাঠসমূহৰপৰাও অনেক পদ ৰচনা কৰিছে।

'গোপিকাৰ পূৰ্বৰাগ, মান, লজ্জা, কোপ, ঈৰ্ষা আদি শৃংগাৰ ভাববোৰ মূলত ব্যঞ্জিত মাত্ৰ হৈছে। শ্ৰীধৰ স্বামীয়ে সেইবোৰ স্পষ্ট কৰি গৈছে। ভাবাৰ্থ-



দীপিকাৰপৰা সেইবোৰ গ্ৰহণ কৰি শংকৰদেৱেও তাৰ পদ-ভাঙনি কৰিছে।' শৰ্মাদেৱে মন কৰিছে মূলৰ পাঠ অক্ষুণ্ণ ৰাখি শংকৰদেৱে কেতিয়াবা সমান পংক্তিত ঝুলড়ীছন্দত হুবহু অনুবাদ কৰিও তেওঁৰ কৃতিত্ব প্ৰদৰ্শন কৰিছে। কেতিয়াবা আকৌ বাহুল্য ভয়ত কোনো কথা চমুৱাইছে। তেখেতৰ তীক্ষ্ণ চকুৱে শৰ্মাদেৱে মন কৰিছে, শংকৰদেৱৰ—

'ভৈলন্ত উদিত চন্দ্ৰ পূৰ্বদিশহন্তে।
কামাতুৰা স্ত্ৰীৰ যেন সন্তাপ মাৰ্জন্তে॥

যিমানেই সুশ্ৰাব্য নহওক—'এই অনুবাদত মূলৰ কথাখিনি পৰিস্ফুট নহ'ল। সুদীৰ্ঘ দিৱসৰ বিৰহৰ পিছত প্ৰাচী দিগবধূৰ মুখথন সুখকৰ অৰুণ ৰশ্মিৰে বোলাই দিয়া উৎপ্ৰেক্ষাটো ম্লান পৰিল।' ঠায়ে ঠায়ে শংকৰদেৱে মূলৰ ব্যাখ্যা-মূলক অনুবাদো কৰিছে—বিশেষকৈ তেনে ক্ষেত্ৰত, য'ত মূলৰ শ্লোক দাৰ্শনিক তত্ত্বেৰে ভাবাক্ৰান্ত হয়।

শৰ্মাদেৱে মন কৰিছে, 'ভগৱান কৃষ্ণৰ বৰ্ণনাৰ কিবা সুযোগ পালে শঙ্কৰদেৱে নিজকে পাহৰি যায় আৰু বাহুল্যৰ আশ্ৰয় লয়।' ৰাসলীলা কৰি থকা কৃষ্ণৰ বৰ্ণনা সেইবাবে মূলতকৈ দীঘলীয়া হৈছে। শৰ্মাদেৱৰ মতে 'এই বৰ্ণনা শৃঙ্গাৰৰ মাদকতাত যেন ভক্তিৰ শান্তিজল স্বৰূপ হৈছে।' এই মন্তব্য শৰ্মাদেৱৰ গভীৰ অন্তৰ্দৃষ্টিৰ পৰিচায়ক। অধ্যায়টোৰ শেষৰ পয়াৰত নিবদ্ধ পদখিনি শংকৰদেৱৰ নিজৰ। সেই পদসমূহৰ মৌলিকতা বিচাৰত শৰ্মাদেৱে দক্ষতাৰ পৰিচয় দিছে। তেখেতৰ ভাষাত—'বিৰহিনী প্ৰেমিকাৰ মনৰ ভাব সুন্দৰভাৱে বিশ্লেষণ কৰি কবিয়ে মনস্তত্ত্ববোধৰ পৰিচয় দিছে। শৃঙ্গাৰ ৰসৰ বৰ্ণনাতো কবিৰ কল্পনাই পাখিলগা কাঁড়ত উৰাদি উৰিছে'।

শৰ্মাদেৱে এই সিদ্ধান্তত উপনীত হৈছে যে শংকৰদেৱৰ অভিনৱ অনুবাদো এক মৌলিক সৃষ্টি। এই সিদ্ধান্ত নিৰ্ভুল আৰু সাৰ্থক। মুঠতে প্ৰবন্ধটোৱে বৈষ্ণৱ কবিজনাৰ কাব্য সৃষ্টিৰ পদ্ধতিৰ ওপৰত স্বচ্ছ পোহৰ পেলাইছে।

জীৱনৰ শেষভাগত শৰ্মাদেৱে ধৰ্মতত্ত্ব ব্যাখ্যানত ভালেমান সময় অতিবাহিত কৰে। তেখেতৰ ভাগৱৎব্যাখ্যা সৰ্বজন সমাদৃত আছিল। বিভিন্ন ধৰ্মালোচনী সভাত যোগ দি তেখেতে বহুত আপুৰুগীয়া মন্তব্য সিঁচৰতি কৰি থৈ গৈছে। পলাশবাৰী ৰাস উৎসৱ সমিতিৰ দ্বাৰা প্ৰকাশিত মুখপত্ৰত ১৯৮৩ চনত ওলোৱা 'ৰাসলীলা' আৰু ১৯৮৫ত ওলোৱা 'ৰাসলীলাৰ তত্ত্বকথা' দুটা বিশেষভাৱে উল্লেখযোগ্য প্ৰবন্ধ। এই প্ৰবন্ধ দুটাত শৰ্মাদেৱে ৰাসলীলাৰ

অন্তৰ্নিহিত তাৎপৰ্য তথা গূঢ়ৰহস্যৰ ওপৰত গভীৰভাৱে আলোকপাত কৰিছে।

শৰ্মাদেৱৰ গদ্যৰীতি প্ৰাঞ্জল আৰু বলিষ্ঠ। চাৰ্লচ লেম্বে ক'বৰ দৰে গদ্যৰো ধ্বনি আছে। এই ধ্বনিৰ উপলব্ধিৰ ক্ষেত্ৰত গদ্যকাৰ শৰ্মাদেৱ সচেতনভাৱে কলাগত ৰূপৰ অন্বেষক। তেখেতে তেখেতৰ প্ৰিয়লেখকদ্বয় লক্ষ্মীনাথ বেজবৰুৱা আৰু ড° বাণীকান্ত কাকতিৰ গদ্যৰ আৰ্হিত নিজৰ গদ্য নিবন্ধ কৰা যেন লাগে। তেখেতৰ গদ্যত পাণ্ডিত্য সুলভ সংগম পৰিলক্ষিত হ'লেও সি অলপমানো পদ্য—গন্ধী নহয়। 'ঐতিহ্য আৰু পুৰাবৃত্ত' প্ৰবন্ধৰ প্ৰথম বাক্য দুটি মন কৰিলে এই কথা প্ৰতীয়মান হ'ব ;

'সাদৰী, কেতেকী, দহিকতৰা, কাৱবালা আৰু গদ্যকাব্য নৰমল্লিকাৰ ৰচয়িতা অসমৰ বৰেণ্য কবি ৰঘুনাথৰ কবিতা সম্ভাৰে ঐতিহ্য আৰু পৌৰাণিক আখ্যানৰ জীপ লৈ অতীত আৰু বৰ্তমানৰ ভেদ ভাঙি দি যুগ-যুগান্তৰৰ সৌৰৰণিৰে আমাৰ মন ৰসসিক্ত কৰি তোলে। বিশাল সংস্কৃত সাহিত্যৰ উপনিষদ, ইতিহাস, পুৰাণ আৰু কাব্য ভাগে কবি ৰঘুনাথৰ মন বিশেষভাৱে আলোড়িত কৰিছিল আৰু সেই আলোড়নৰে প্ৰতিধ্বনি কবিৰ সমগ্ৰ কাব্য-সাহিত্য জুৰি আছে।'

দীঘলীয়া অথচ সুশ্ৰাব্য বাক্য বিন্যাস (Period) প্ৰয়োগৰ ক্ষেত্ৰত শৰ্মাদেৱে অসাধাৰণ দক্ষতাৰ পৰিচয় দিছে। সহজ সৰল আৰু ঘৰুৱা ভাব প্ৰকাশক অসমীয়া শব্দৰ লগত গুৰুগম্ভীৰ তৎসম শব্দ সংযোজিত কৰি তেখেতে ধ্বনি মাধুৰ্য ভৰা গদ্যৰ সৃষ্টি কৰে।

এই প্ৰবন্ধত শৰ্মাদেৱৰ বহুধা বিভক্ত সাহিত্যিক কৰ্মৰাজিৰ বিষয়ে যৎকিঞ্চিৎ আলোচনা কৰা হ'ল। ব্যস্ততা ভৰা জীৱনৰ সমস্ত দায়িত্ব পালন কৰি তেখেতে অসমীয়া সাহিত্যলৈ যি বৰঙণি দি গ'ল তাৰ কথা অসমবাসীয়ে সদায় শ্ৰদ্ধাৰে স্মৰিব। তেখেতৰ সাহিত্যৰ কৰ্মৰ পৰিসৰ নিচেই তাকৰীয়া, হ'লেও যিখিনি আছে সি অতি সাৰগৰ্ভ। অসাধাৰণ সাহিত্যিক ব্যক্তিত্বই তেখেতৰ সাহিত্য কৰ্মক ঢাকি পেলাইছে যেন লাগে। □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ অনুবাদ—ৰীতি

মালিনী গোস্বামী

ৰসিক পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱ অসমীয়া বিদ্বৎ সমাজৰ এক উজ্জ্বল নক্ষত্ৰ। দেৱশৰ্মাদেৱৰ অধ্যয়নপুষ্ট মনীষা বহুকালৰ অধ্যাপনাৰ ফলত পৰিপক্ক হৈ পৰিছিল। শৰ্মাদেৱৰ তেনে মনীষা আৰু তেখেতৰ অসাধাৰণ প্ৰতিভাৰ এক অপূৰ্ব সমন্বয় ঘটিছে তেখেতৰ ৰচনাৰাজিত আৰু সি তেখেতৰ সাহিত্যকৃতিত এক অনন্য গাম্ভীৰ্য প্ৰদান কৰিছে। শৰ্মাদেৱ মূলতে সংস্কৃত আৰু অসমীয়া ভাষা-সাহিত্যৰ বিদগ্ধ পণ্ডিত। ধৰ্মশাস্ত্ৰ, পুৰাণ, দৰ্শন, কাব্য আদি সংস্কৃত সাহিত্যৰ বিভিন্ন শাখাত তেখেতৰ ব্যুৎপত্তি অশেষ। তেখেতৰ দ্বাৰা ৰচিত, সম্পাদিত আৰু অনূদিত বিভিন্ন প্ৰবন্ধ, নিবন্ধ আৰু গ্ৰন্থৰ ভিতৰত 'মুদ্ৰাৰাক্ষস' আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ অসমীয়া ৰূপান্তৰ শৰ্মাদেৱৰ পাণ্ডিত্যৰ অপূৰ্ব নিদৰ্শন।

বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস' নামৰ নাটকখন আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ অংশ-বিশেষ শৰ্মাদেৱে অসমীয়ালৈ অনুবাদ কৰিছে। অৰ্থশাস্ত্ৰৰ পোন্ধৰটা অধিকৰণৰ এশ পঞ্চাশটা অধ্যায়ৰ ভিতৰত চৌৰাশীটা অধ্যায় অধ্যাপক ৰজনীকান্ত দেৱ-শৰ্মাদেৱে আৰু বাকী ছয়ষষ্টিটা অধ্যায় আন এজন বিশিষ্ট পণ্ডিত ড° ডিম্বেশ্বৰ শৰ্মাদেৱে অনুবাদ কৰিছে। উক্ত গ্ৰন্থখন দেৱশৰ্মাদেৱে সম্পাদনাও কৰিছে।

কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ' ভাৰতীয় ৰাজনীতি, সমাজনীতি আৰু অৰ্থনীতি সম্পৰ্কীয় এখন গভীৰ তাৎপৰ্যপূৰ্ণ গ্ৰন্থ। এই গ্ৰন্থৰ লগত বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস' নামৰ নাটকখনৰ বৰ ওচৰ সম্বন্ধ। অৰ্থশাস্ত্ৰৰ প্ৰণেতা চাণক্য বিষ্ণুগুপ্ত নামেৰে 'মুদ্ৰাৰাক্ষস'ত নায়কৰ ভূমিকাত অৱতীৰ্ণ হৈছে। ফলত চাণক্যৰ নীতি কুশলতাই দুয়োখন গ্ৰন্থতে মুখ্য প্ৰতিপাদ্য বিষয়ৰূপে স্থান পাইছে।

দুখন সংস্কৃত গ্ৰন্থৰ অনুবাদ সম্পৰ্কে আলোচনা কৰিবলৈ লওঁতে প্ৰাতঃ-স্মৰণীয় পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱৰ এষাৰ মন্তব্য মনত পেলাবলগীয়া হয়। তেখেতৰ 'অনুবাদৰ কথা' নামৰ প্ৰবন্ধত তেখেতে লিখিছে, '......ভীমৰ হাতৰ পৰা গদা কাঢ়ি অনাতকৈ কালিদাস অনুবাদ কৰাটো বেছি টান কাম। ......শব্দ,

সম্পদ আৰু ৰচনা ৰীতিৰ অসংখ্য কৌশল থকা সংস্কৃতৰ নিচিনা ভাষা এটাৰ-পৰা অসমীয়াৰ নিচিনা কম সম্পদ, কম কৌশল থকা ভাষা এটালৈ অনুবাদ কৰাটোও বৰ টান কাম।' সন্দিকৈৰ এই মন্তব্য 'অৰ্থশাস্ত্ৰ' আৰু মুদ্ৰাৰাক্সস'ৰ ক্ষেত্ৰত একেবাৰে সত্য।

এইখিনিতেই আৰু এটা প্ৰশ্ন মনলৈ আহে, সংস্কৃত সাহিত্য ৰসযুক্ত ৰচনাৰে সুসমৃদ্ধ। তাত শৰ্মাদেৱ নিজেই বৰ ৰসিক লোক আছিল। সভা-সমিতিত এবাৰ মাথোঁ তেখেতৰ বক্তৃতা শুনাজনেই শৰ্মাদেৱৰ ৰসিকতাৰ কথা নাপাহৰে, সান্নিধ্যত থকাজনৰ কথা নক'লেও হ'ব। এনে এজন ৰসিক ব্যক্তিয়ে 'মুদ্ৰা-ৰাক্সস'ৰ দৰে এখন আবেগ-অনুভূতিবৰ্জিত নাটক আৰু অৰ্থশাস্ত্ৰৰ দৰে কঠোৰ নীতিশাস্ত্ৰ এখন অনুবাদ কৰিবলৈ কিয় আগ বাঢ়ি আহিল? ইয়াৰ সাধাৰণ উত্তৰ হ'ব যে গ্ৰন্থ দুখনৰ প্ৰকাশক অনুষ্ঠান দুটাই কাম দুটা কৰিবলৈ অনুৰোধ কৰা বাবে তেখেতে তাৰ দায়িত্ব ল'ব লগা হ'ল। কিন্তু অনুৰোধ ৰক্ষাৰ কাৰণে কাম দুটা হাতত লোৱা নাছিল। গ্ৰন্থ দুখনৰ অনুবাদৰ ৰীতি আৰু মানদণ্ডলৈ লক্ষ্য কৰিলে আৰু অনুবাদৰ বাহিৰে গ্ৰন্থ দুখনৰ ভূমিকা দুখনৰ তথ্যপূৰ্ণ কথাবোৰ চালি জাৰি চালে অনুবাদকজনৰ আন্তৰিকতা আৰু পাণ্ডিত্যৰ গভীৰতা ভালদৰে অনুভৱ কৰিব পাৰি। ইয়াত শৰ্মাদেৱৰ অভিৰুচিও স্পষ্টভাৱে ধৰা পৰিছে। তেখেতৰ বিষয়বস্তু অধিগ্ৰহণ ক্ষমতা, বাক্-চাতুৰ্য আৰু প্ৰকাশভঙ্গীৰ সৰলতাই গ্ৰন্থ দুখন উপভোগ্য কৰি তোলাত যথেষ্ট অৰিহণা যোগাইছে।

কৌটিল্যৰ অৰ্থশাস্ত্ৰখন এখন ৰাজনীতি, অৰ্থনীতি সমাজনীতি আদিৰ গভীৰ তত্ত্ব আৰু তথ্য সমৃদ্ধ গ্ৰন্থ। পাঠকে তেনে গ্ৰন্থৰপৰা তত্ত্ব আৰু তথ্যহে পাবলৈ বিচাৰে, কাব্যৰস আস্বাদন কৰিবলৈ যেন আশা নকৰেই এনে ধাৰণা জন্মে। সেইকাৰণে এনে এখন গ্ৰন্থৰ ভাষা আৰু প্ৰকাশভঙ্গী স্পষ্ট আৰু প্ৰাঞ্জল হোৱাটো বাঞ্ছনীয় বুলি ভবা হয়। কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ত আপস্তম্ব, বৌধায়ন আৰু অন্যান্য ধৰ্মশাস্ত্ৰৰ লেখনৰীতিত লিখা গ্ৰন্থ, গদ্য আৰু পদ্যৰ সংমিশ্ৰণত গ্ৰন্থখন লিখা আৰু গ্ৰন্থখন সূত্ৰাকাৰে তাৰ ভাষ্যসহ লিখা কাৰণে গ্ৰন্থখনৰ অনুবাদকাৰ্য সহজ নহয়। উপনিষদ আৰু ব্ৰাহ্মণ গ্ৰন্থৰ ভাষ্যৰ নিচিনা শৈলী অৰ্থশাস্ত্ৰত দেখা যায়। অধ্যাপক দেৱশৰ্মাদেৱে অসমীয়ালৈ অনুবাদ কৰোঁতে যথাসম্ভৱ সৰল, সহজ আৰু প্ৰাঞ্জল কৰিবলৈ যত্ন কৰিছে। এই অনুবাদ অৰ্থশাস্ত্ৰৰ হুবহু অনুবাদ যদিও ইয়াত পৰ্যাপ্ত পৰিমাণে ঘৰুৱা অসমীয়া শব্দই



স্থান পাইছে আৰু স্থান বিশেষে কেতবোৰ প্ৰচলিত বিদেশী শব্দকো অসমীয়া প্ৰতিশব্দৰূপে ব্যৱহাৰ কৰা হৈছে। বাক্য-বিন্যাসো ইয়াত বৰ সৰল হৈছে। কোনো শাস্ত্ৰীয় শব্দৰ উপযুক্ত সমাৰ্থক শব্দ নাথাকিলে তাক বন্ধনীৰ ভিতৰত সহজে বুজি পোৱাকৈ বহলাই কোৱা হৈছে। যেনে, 'উদাস্থিত' (সন্ন্যাস গ্ৰহণ কৰি পৰিত্যাগ কৰা লোক, ৫, ৬,), 'আত্মসম্পদ' (ব্যক্তিগত বিশিষ্ট গুণ, ৬, ১, ৬), 'অভিহিত সন্ধি' (কথাৰে সম্পন্ন হোৱা সন্ধি)। অসমীয়া প্ৰতিশব্দ নথকা সংস্কৃত শব্দৰ ক্ষেত্ৰত বহু প্ৰচলিত ইংৰাজী শব্দেৰে অৰ্থবোধ জন্মাবলৈ চেষ্টা কৰা হৈছে। যেনে, 'প্ৰদেষ্টা' (মেজিষ্ট্ৰেট, ৫,৩,১৩)। এই অনুবাদ গ্ৰন্থখনিৰ অন্য এক আকৰ্ষণীয় আৰু উপযোগী উপাদান হ'ল ইয়াত অনুবাদকে সংযোগ কৰা পাদটীকা—সমূহ। আৱশ্যকতা অনুযায়ী শৰ্মাদেৱে অৰ্থনীতিৰ পাৰিভাষিক শব্দবোৰত ব্যাখ্যা দিয়াৰ লগত প্ৰসঙ্গক্ৰমে আহি পৰা বিষয়বস্তুবো সম্যক পৰিচয় দাঙি ধৰিছে। উদাহৰণস্বৰূপে, দ্বিতীয় অধিকৰণৰ পঞ্চম অধ্যায়ৰ ষষ্ঠ শ্লোকত কৌটিল্যই কৈ গৈছে যে সংনিধাতাৰ (ভঁৰালৰ অধিকাৰী বিষয়া) অধীনত থকা বিভিন্ন কোষগৃহৰ নিজ নিজ ইষ্টদেৱতাৰ পূজাৰ ব্যৱস্থা থাকিব। শৰ্মাদেৱে যথাযথভাৱে অৰ্থশাস্ত্ৰৰ নিৰ্দেশাৱলীৰ অনুবাদ দিয়ে ক্ষান্ত থকা নাই, তেওঁ পুনৰ পাদটীকাত বাস্তুশাস্ত্ৰত উল্লেখ থকা মতে কোষগৃহ, পণ্যগৃহ, আয়ুধাগাৰ, কোষ্ঠাগাৰ, বন্ধনাগাৰ আদিৰ পৃথক পৃথক ইষ্টদেৱতাৰ তালিকা উল্লেখ কৰিছে। এনে ধৰণৰ তথ্য আৰু ব্যাখ্যাৰ সংযোগে এই অনূদিত গ্ৰন্থখনিৰ মৰ্যাদা বৃদ্ধি কৰিছে।

গ্ৰন্থখন পঢ়ি এনে লাগে যেন যি কোনো উপায়েৰে অসমীয়া পাঠকৰ বাবে কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'খন বোধগম্য কৰি তোলাটো তেখেতে গুৰু দায়িত্ব ৰূপে পালন কৰিছে।

অসমীয়া অৰ্থশাস্ত্ৰৰ উপক্ৰমণিকাটো ইয়াৰ আন এক বিশিষ্ট অংশ। আঠত্ৰিশ পৃষ্ঠা জোৰা সুদীৰ্ঘ এই উপক্ৰমণিকাটো প্ৰকৃততে অৰ্থশাস্ত্ৰৰ সাৰাংশ বুলি ক'ব পাৰি। কৌটিল্যৰ পৰিচয় আৰু তেখেতৰ গ্ৰন্থ-প্ৰণয়নৰ উৎস আৰু প্ৰেৰণাৰপৰা আৰম্ভ কৰি সমগ্ৰ গ্ৰন্থখনিৰ এনে এক বিশদ পৰিচয় দাঙি ধৰিছে যে ই গ্ৰন্থখনিৰ বিস্তৃত বিষয়সূচীৰূপেও কাম কৰিছে। মূল পাঠৰ অনুবাদৰ অন্তত শৰ্মাদেৱে ওপৰঞ্চি টোকা বোলা অংশটোত পাঠত উদ্ধৃত ব্যক্তি আৰু বস্তুবাচক নামবোৰৰ আৰু অৰ্থশাস্ত্ৰৰ পাৰিভাষিক শব্দবোৰৰ চমু ব্যাখ্যা দিছে। আনকি অনুবাদকে তেনে পৰিভাষাবোৰৰ বাবে কেতিয়াবা নিজে প্ৰস্তুত কৰি উলিওৱা সমাৰ্থক

অসমীয়া শব্দৰ বাবে যথাযথ ব্যাখ্যাও যুক্তিৰে দাঙি ধৰিব লগা হৈছে। তেনে কৰিবলৈ যাওঁতে আন আন বহুতো গ্ৰন্থৰ প্ৰসঙ্গৰ উল্লেখ কৰিব লগা হৈছে। গ্ৰন্থখনিৰ এই অংশটোৱে অনুবাদক-সম্পাদকজনৰ অধ্যয়নৰ বৃহৎ পৰিসৰ সম্পৰ্কে এক স্পষ্ট ধাৰণা দিয়ে।

'অৰ্থশাস্ত্ৰ'ৰ দৰে 'মুদ্ৰাৰাক্ষস'খনো এখন জটিল গ্ৰন্থ। ইয়াৰ ভাষান্তৰ প্ৰস্তুত কৰি উলিওৱা আৰু জটিল, কাৰণ 'মুদ্ৰাৰাক্ষস' সাতোটা অঙ্কবিশিষ্ট নাটক। ইয়াৰ নাটকীয় গুণ তথা কাব্যিক সুষমা অক্ষুণ্ণ ৰাখি নৈতিক বৃত্তান্ত আৰু তথ্য-পুষ্ট নাটকখনৰ যথাযথ অনুবাদ কৰাটো বৰ সহজ কথা নহয়। শাস্ত্ৰ আৰু কাব্যৰ বিষয়বস্তু উপস্থাপন পদ্ধতিয়েই হৈছে বিপৰীতধৰ্মী। অথচ 'মুদ্ৰাৰাক্ষস'ত দুইবিধৰে সমন্বয় সাধিত হৈছে। সংস্কৃত ভাষাৰ বিপুল শব্দ সম্ভাৰ আৰু বলবত্তাৰ বাবে হয়তো তেনে সমন্বয় সহজ হ'ব পাৰে। কিন্তু অসমীয়া ভাষাৰ সীমিত শব্দসম্ভাৰ, শ্লেষাত্মক শব্দৰ সমাৰ্থক শব্দৰ অভাৱ আদিৰ বাবে 'মুদ্ৰাৰাক্ষস'ৰ অসমীয়া অনুবাদ এক কষ্টসাধ্য প্ৰচেষ্টা হৈ পৰিছে বুলি সহজেই অনুমান কৰিব পাৰি। কিন্তু বাক্‌চতুৰ, ৰসজ্ঞ আৰু নীতিশাস্ত্ৰবিদ শৰ্মাদেৱৰ অনুবাদ ৰীতিৰ মাহাত্ম্য এইখিনিতেই যে 'মুদ্ৰাৰাক্ষস'ৰ অসমীয়া ৰূপান্তৰ পঢ়িও পাঠকসকল মূল নাটকৰ কাব্যধৰ্মী ৰসাস্বাদনৰপৰা বঞ্চিত হ'ব লগা হোৱা নাই।

'মুদ্ৰাৰাক্ষস' সামগ্ৰিকভাৱে ওজঃগুণ সমৃদ্ধ দৃশ্যকাব্য। শৰ্মাদেৱে পৰাপক্ষত নাটকখনৰ যথাযথ ভাষান্তৰৰ আশ্ৰয় লোৱা বাবে ইয়াৰ এই গুণগত বৈশিষ্ট্য ৰক্ষা পৰিছে। অনুবাদত তেখেতে অসমীয়া ভাষাৰ শিষ্ট আৰু লৌকিক দুয়োটা ৰূপেই ব্যৱহাৰ কৰিছে। সাধাৰণতে গদ্যাংশত একেবাৰে সৰল অসমীয়া ব্যৱহাৰ কৰিছে। শ্লোকাংশৰ অনুবাদত অৱশ্যে বাক্যবোৰ তুলনামূলকভাৱে জটিল। তথাপি ইয়াতো সাধাৰণভাৱে ঘৰুৱা শব্দৰে প্ৰাচুৰ্য লক্ষ্য কৰা যায়। যেনে, 'সোনামুৱা', 'বিটলীয়া', 'চিৰাচিৰ', 'চেনেহ', 'টিকটিকীয়া', 'কেৰাণী', 'চাবাইচ', ইত্যাদি। অৱশ্যে এটা কথা লক্ষ্যণীয় যে চন্দ্ৰগুপ্ত; চাণক্য, ৰাক্ষস, মলয়কেতু আদিৰ দৰে প্ৰধান চৰিত্ৰসমূহৰ মুখত যি ভাষা দিছে তাত সাধাৰণতে অসমীয়াত কম ব্যৱহাৰ হোৱা তৎসম শব্দৰ প্ৰয়োগ বেছি, যেনে,—'চাণক্য-নন্দকুলৰ কালভুজঙ্গীস্বৰূপ, মোৰ ক্ৰোধাগ্নিৰ চঞ্চল ক'লা ধুমৰেখাৰ দৰে মোৰ শিখাতাৰি বন্ধাটো ইচ্ছা নকৰে?' (১, ৯)। এই অনুবাদত মূলৰ শব্দবোৰকে ৰখা হৈছে। আকৌ,



"চন্দ্ৰগুপ্ত—মই অৱহিত হৈছোঁ" (৩য় অংক) এনে চৰিত্ৰবোৰৰ মুখত 'ধূৰ্তচূড়ামণি', 'ব্যসন', 'কৃতঘ্ন', 'ব্যূহ', 'অৱহিত', 'সঞ্চৰণ' আদিৰ দৰে সংস্কৃত শব্দৰ অধিক প্ৰয়োগ ঘটিছে। বোধকৰোঁ চৰিত্ৰসমূহৰ আভিজাত্য ৰক্ষা কৰিবৰ বাবে তেওঁলোকৰ বাবে অনুবাদকে এনেবোৰ শব্দ সঘনে প্ৰয়োগ কৰিছে। আনহাতেদি কৰভক, প্ৰিয়ংবদক আদিৰ মুখত 'সোণামুৱা', 'ফটকটীয়া', 'আদৰুৱা' আদি শব্দ ব্যৱহাৰ কৰিছে। সুবিধা বুজি অনুবাদকে অসমীয়া জতুৱা ঠাঁচো ব্যৱহাৰ কৰিছে। তেনে ক্ষেত্ৰত অৱশ্যে কেতিয়াবা মূলৰ ভাৱটোহে ৰক্ষা কৰিব লগা হৈছে। যেনে, ৰাক্ষস—'অয়মপৰো গণ্ডস্যোপৰি স্ফোটঃ (৫ম সংক) অৰ্থাৎ এটুকুৰা ঘাঁৰ ওপৰতে আৰু এটা ফোঁহা। শৰ্মাদেৱৰ অনুবাদ—'ই আকৌ কটা ঘাঁত চেঙা তেল'। মাজে মাজে এনে ধৰণৰ জতুৱা বাক্যৰ প্ৰয়োগে অনুবাদ আৰু বেছি সাৱলীল কৰি তুলিছে। অৱশ্যে কোনো কোনো ঠাইত অনুবাদকে একেবাৰে আক্ষৰিক অনুবাদৰ আশ্ৰয় লৈছে। তেনে অংশত নিশ্চয় কাব্যিক সৌন্দৰ্য হানি হৈছে যেনে 'অবিৰাম শোকৰ দ্বাৰা শত্ৰুৰ গাভৰু ৰমণী-সকলৰ মুখচন্দ্ৰবোৰ মলিন কৰি, নীতিকুশলতাৰ দ্বাৰা মন্ত্ৰীসকলৰ মতিভ্ৰম সৃষ্টি কৰি, ভীত নগৰবাসীসকলে পৰিত্যাগ কৰা নন্দবংশৰ বংশধৰসকলক দগ্ধ কৰি দাহ্যবস্তুৰ অভাৱত, ক্লান্ত হৈ নহয়, শান্ত হৈছে, (১, ১১)। অত্যন্ত মূলানুগ হোৱা বাবে এনে অনুবাদবোৰে প্ৰসাদ গুণ হেৰুৱাইছে।

'মুদ্ৰাৰাক্ষস'ৰ যিবোৰ শব্দ অসমীয়া অনুবাদ দিব পৰা নাযায় আৰু তাৎপৰ্য-পূৰ্ণ নামবাচক শব্দবোৰৰ শৰ্মাদেৱে ব্যাখ্যাত্মক পাদটীকা সংযোগ কৰিছে। তদুপৰি অৰ্থশাস্ত্ৰীয় পাৰিভাষিক শব্দবোৰৰ উদ্ধৃতিসহ অৰ্থ আৰু ব্যাখ্যা দিছে। পঞ্চম অংকৰ দশম শ্লোকত বিচক্ষণ ৰাজনীতিবিদ ৰাক্ষসে যুদ্ধৰ বাবে প্ৰস্তুত হোৱা ৰজাৰ সৈন্যবাহিনীক ন্যায়বাক্যৰ সাধনৰ লগত তুলনা কৰিছে। সেনাদলে যুদ্ধত জয়ী হোৱাৰ কৌশল আৰু তাৰ্কিকে তৰ্কযুঁজত জয়ী হোৱাৰ কৌশলৰ মাজত সাদৃশ্য টানি আনিবলৈ যত্ন কৰিছে। সাধাৰণ পাঠকৰ বাবে এনে সাদৃশ্য উপলব্ধি কৰাটো যথেষ্ট কষ্টসাধ্য। সেয়েহে ইয়াৰ অভিপ্ৰেতাৰ্থ বুজা সম্ভৱ নহয়। ইয়াত থকা ৰাজনৈতিক পাৰিভাষিক শব্দবোৰৰ অৰ্থবোধ নোহোৱালৈকে সামগ্ৰিকভাৱে শ্লোকটিৰ অৰ্থ বুজাও সম্ভৱ নহয়। শৰ্মাদেৱে শ্লোকটিৰ জটিলতা বুজি পাদটীকাত তাৰ বিশদ ব্যাখ্যা দাঙি ধৰিছে। শ্লোকত থকা 'সাধ্য', 'অন্বয়', 'সপক্ষ' আদি শব্দৰ অৰ্থশাস্ত্ৰীয় আৰু ন্যায়শাস্ত্ৰীয় অৰ্থ দি শ্লোকটি সাধাৰণ পাঠক আৰু ছাত্ৰ-ছাত্ৰীসকলৰ বাবেও সহজবোধ্য কৰি তুলিছে। আৱশ্যকবোধে

অৰ্থৰ মাজৰপৰা এটা বিশেষ অৰ্থ বাছি লোৱাৰ পক্ষে নিজস্ব যুক্তি দৰ্শাইছে।

শৰ্মাদেৱৰ এনে প্ৰচেষ্টাবোৰত অনুবাদৰ প্ৰতি থকা তেওঁৰ একাগ্ৰতা আৰু একনিষ্ঠতা স্পষ্টভাৱে ফুটি উঠিছে। কেৱল গ্ৰন্থ দুখনৰ ভাষান্তৰ কৰিয়েই অনুবাদক ক্ষান্ত থকা নাই। কষ্টবোধ্য গ্ৰন্থ দুখন অসমীয়া পাঠকৰ বাবে সুখবোধ্য কৰি তুলিবলৈ শৰ্মাদেৱে যৎপৰোনাস্তি চেষ্টা যে কৰিছে তাত সন্দেহ নাই। এই কথা স্বীকাৰ কৰিবই লাগিব যে—শৰ্মাদেৱৰ দৰে ৰসজ্ঞ পণ্ডিত এজনৰ বাক্‌-কুশলতা, বিষয়বস্তুৰ অধিগ্ৰহণ ক্ষমতা, অসমীয়া আৰু সংস্কৃত উভয় ভাষাৰ শব্দ-ভাণ্ডাৰৰ প্ৰাচুৰ্য, প্ৰকাশভঙ্গীৰ সাৱলীলতা আদিৰ প্ৰভাৱতহে 'অৰ্থশাস্ত্ৰ' আৰু 'মুদ্ৰাৰাক্ষস'ৰ অসমীয়া অনুবাদ সুখপাঠ্য হৈ পৰিছে। □

# অনুবাদ সাহিত্যত অধ্যাপক দেৱশৰ্মাদেৱৰ স্থান

**হৰিনাথ শৰ্মাদলৈ**

"অনুবাদ" সংস্কৃত-ভাষাৰ শব্দ। অসমীয়াকে আদি কৰি আধুনিক ভাৰতীয় ভাষাবোৰত ই ব্যৱহৃত হয় বিশেষকৈ ভাষান্তৰীকৰণ অৰ্থত। সংস্কৃত ভাষাত এই শব্দটোৰে প্ৰকাশ কৰা বহু অৰ্থৰ[1] ভিতৰত অৱশ্যে ভাষান্তৰীকৰণো অন্যতম। ইংৰাজী "translation" শব্দটোৰো অৰ্থ কেইবাটাও।[2] তাৰ ভিতৰত ভাষান্তৰীকৰণ (rendering into anotner language) আৰু পুৰণি বা পূৰ্ববৰ্তী বিষয়বস্তুৰ ওপৰত কৰা নতুন সৃষ্টি (Process of working up new things from old materials)—এই দুয়োটা অৰ্থৰ ইয়াত প্ৰয়োজন সাপেক্ষে উল্লেখ কৰা হ'ল। "অনুবাদ" আৰু "translation" এই দুয়োটা শব্দৰ অৰ্থৰ মিল যথেষ্ট। ভাৰতীয় ভাষাত বা আমাৰ ভাষাত "অনুবাদ" শব্দই কেইটামান বিশেষ অৰ্থ বাদ দি পোনে পোনে যি অৰ্থ (ভাষান্তৰীকৰণ) বুজায়, তাৰ স্বৰূপটো ইংৰাজী "translation" শব্দৰপৰা আহিছে বুলি কব পাৰি।

অনুবাদৰ ধৰণ অনুসৰি ইয়াক প্ৰধানভাৱে তিনিটা শ্ৰেণীত ভগাব পাৰি—অবিকল অনুবাদ বা আক্ষৰিক অনুবাদ, ভাৱানুবাদ বা ছায়ানুবাদ আৰু ব্যাখ্যাত্মক অনুবাদ। মূলৰ কোনোটো শব্দকে বাদ নিদিয়াকৈ যি অনুবাদ

১. মণিয়াৰ উইলিয়ামে তেওঁৰ Sanskrit English Dictionary."ত অনুবাদ" শব্দৰ অৰ্থ দিছে Saying after again repeating by way of explanation, explanatory or reiteration with corro-boratton or illustration explanatory reference to anything already said; translation; a passage of the Brahmanas which explains or illnstrates a rule (vidhi) previously pro-pounded; confirmation; slander etc.

শব্দ-কল্পদ্ৰুম মতে: কুৎসিতাৰ্থবাক্যম, পুনৰুক্তিঃ বাচাৰুত্তণমাত্ৰম্

ন্যায়সূত্ৰমতে: বিধিবিহিতস্যানুবচনমনুবাদঃ

২. Chamber's Dictionary: The Act of translating; removal to another place; rendering into another language; a version; the process of working up new things from old materials.

কৰা হয়, তাকেই বোলা হয় অবিকল বা আক্ষৰিক-অনুৱাদ। মূলৰ প্ৰতিটো শব্দৰ অনুৱাদত গুৰুত্ব নাৰাখি তাৰ ভাবটো ঠিকমতে প্ৰকাশ কৰাত গুৰুত্ব আৰোপ কৰি যি অনুৱাদ কৰা হয় সিয়েই ভাবানুৱাদ। অনুৱাদ সুন্দৰ কৰি তোলাৰ কাৰণে এইবিধ অনুৱাদত অনুৱাদকে মূলৰ কথনভঙ্গীৰ কিছু পৰিৱৰ্তন কৰিব পাৰে, আৰু ইয়াৰ মাজত তেওঁৰ অনুভূতি অধিক পৰিমাণে সোমাই যায়। তৃতীয়বিধ অনুৱাদৰ সৃষ্টিকাৰ্যত অনুৱাদকে মূলৰ প্ৰাসঙ্গিক টীকা—ভাষ্যৰ আদৰ্শ আৰু অৱলম্বনত নাইবা নিজৰ জ্ঞান অভিজ্ঞতাৰ আধাৰত অৰ্থ সুস্পষ্ট কৰাৰ উদ্দেশ্যে মূল পাঠতকৈ অনুৱাদ বহল কৰি তোলে। সেয়েহে, অনুৱাদৰ এনেকুৱা সৃষ্টিক বোলা হয় ব্যাখ্যাত্মক অনুৱাদ।

অনুৱাদ যি শ্ৰেণীৰেই নহওক, ইয়াৰ মাজেদি মূলৰ ভাবাৰ্থ অবিকৃতভাৱে প্ৰকাশ হ'ব লাগে—এয়ে অনুৱাদ-কৃতিৰ বিশেষ কথা। মূলৰ ভাষাটো, অৰ্থাৎ যি ভাষাৰপৰা অনুৱাদ কৰা হয়, সেই ভাষা নুবুজা পাঠকক সেই ভাষাত ৰচিত গ্ৰন্থবিশেষৰ বিষয়বোধ দিয়াটোৱেই অনুৱাদৰ প্ৰধান উদ্দেশ্য। সেয়েহে, অনুৱাদৰ মাজত মূলৰ অৰ্থ ঠিকমতে প্ৰকাশ নহ'লে বা সি বিকৃত হ'লে অনুৱাদ সাৰ্থক নহয়। কিছুমান বিষয়ৰ, বিশেষকৈ বিজ্ঞান, জ্যোতিষ আৰু আন কাৰিকৰীবিষয়ৰ গ্ৰন্থানুৱাদ আক্ষৰিক হোৱা স্বাভাৱিক, কিয়নো বিষয়বস্তু বা কথাৰ মৰ্মাৰ্থ আৰু যথাৰ্থ প্ৰকাশেই তেনে গ্ৰন্থৰ মূল উদ্দেশ্য। অনুৱাদকে নিজৰ অনুভূতিৰ বোল সানিব নলগা কাৰণে এইবিধ অনুৱাদৰ সৃষ্টি কিছু সহজ। বিশেষকৈ যি গ্ৰন্থ আধ্যাত্মিক বা তাত্ত্বিক, তাৰ অনুৱাদ কম-বেছি পৰিমাণে ব্যাখ্যাত্মক হোৱা স্বাভাৱিক। ৰচনাৰ অন্তৰ্নিহিত গূঢ়াৰ্থ পাঠকৰ আগত সুস্পষ্ট কৰাৰ উদ্দেশ্যে অনুৱাদকে ইয়াত ব্যাখ্যাত্মক ৰীতি গ্ৰহণ কৰিবলগীয়া হয়। সৃষ্টিমূলক-সাহিত্যৰ, বিশেষকৈ কাব্য-নাটকাদিৰ অনুৱাদকাৰ্য কঠিন। কাৰণ, তেনে কাৰ্যত মূল-লিখক বা কবিৰ ভাৱানুভূতিৰ লগত অনুৱাদকৰ ভাৱানুভূতি এক পৰ্যায়ত উঠিব লাগে।

অধ্যাপক ৰজনীকান্ত দেশৰ্মাই আমাৰ সাহিত্যলৈ যি অনুৱাদ-কৃতি আগবঢ়াইছে, সাহিত্যৰ পৰিপুষ্টিৰ বিকাশত সি স্মৰণীয়। দেৱশৰ্মা আছিল সংস্কৃত ভাষা-সাহিত্যৰ সুপণ্ডিত আৰু আজীৱন শিক্ষাব্ৰতী। কাব্য-পুৰাণাদিৰ উপৰিও বৈদিক শাস্ত্ৰসমুদ্ৰত তেখেতে অৱগাহন কৰিছিল আৰু জীৱনব্যাপক অধ্যয়ন-অধ্যাপনাৰ মাজেদি সংস্কৃত-সাহিত্যৰ ভাষিক-সৌন্দৰ্য উপভোগ কৰাৰ লগতে সেইবোৰৰ মৰ্মাৰ্থও উপলব্ধি কৰিছিল। আমাৰ মাতৃভাষা প্ৰধানভাৱে



সংস্কৃতমূলীয় কাৰণে অসমীয়া ভাষাৰ শব্দৰ অৰ্থপ্ৰকাশিকা শক্তি আন বহুতো লেখকতকৈ তেখেতে অধিক সূক্ষ্মভাৱে বুজিছিল। সংস্কৃত গ্ৰন্থৰাজিৰ ভাষিকৰূপ আৰু তাৰ মৰ্মাৰ্থৰ উপলব্ধি আৰু আনফালে মাতৃভাষাত ব্যুৎপত্তি—অনুৱাদকৰ থাকিবগীয়া এই দুই বিশেষ-বিশেষত্বৰ অধিকাৰী আছিল ৰজনীকান্ত দেৱশৰ্মাদেৱ। সেয়েহে, সংস্কৃত-সাহিত্যৰ সাৰ্থক-অনুৱাদকৰূপে তেখেতে প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে। বিভিন্ন ঠাইত সংস্কৃত গ্ৰন্থবিশেষৰ অংশবোৰৰ অনুৱাদ থাকিলেও দুখন প্ৰসিদ্ধ গ্ৰন্থৰ অনুৱাদে তেখেতক অনুৱাদক হিচাপে আমাৰ সাহিত্যত প্ৰতিষ্ঠিত কৰিব পাৰিছে। সেই দুখনৰ এখন কৌটিল্যৰ "অৰ্থশাস্ত্ৰ" আৰু আনখন বিশাখদত্তৰ "মুদ্ৰা-ৰাক্ষস"।

অনুৱাদ-কাৰ্যও সৃষ্টিধৰ্মী—যান্ত্ৰিক নহয়, ই এক প্ৰকাৰ আৰ্ট—নিৰূপিত সত্য বা তথ্য (Science) নহয়। সেয়েহে, সাৰ্থক—অনুৱাদে মূলৰ ভাবাৰ্থ ঠিকভাৱে প্ৰকাশ কৰাৰ লগতে তাৰ ৰীতি-কৌশল, ভাষা-সৌষ্ঠৱ আদিৰ যোগেদি পাঠকৰ মন সৰস আৰু আনন্দিত কৰি তোলে। এই ধৰণৰ আৰ্ট বা সৃষ্টিধৰ্মিতা গুণে ৰূপ লৈ উঠে কৃতী লেখকৰ যোগেদি বিশেষকৈ কাব্য-নাটক আদি সৃষ্টিধৰ্মী—ৰচনাৰ অনুৱাদ কাৰ্যতহে। সেয়েহে, অধ্যাপক দেৱশৰ্মাকৃত "মুদ্ৰাৰাক্ষস" নাটকৰ অনুৱাদ কৃতিৰ ঠাইবিশেষে এই বিশেষত্ব পৰিলক্ষিত হৈছে। যেনে—

"চন্দনদাস—মহাশয়, কওক এই অধমৰপৰা কি কিমানখিনি লাগে।

চাণক্য—হেৰা সদাগৰ, এতিয়া চন্দ্ৰগুপ্তৰ ৰাজত্ব চলিছে, নন্দৰ নহয়। অৰ্থলোভী নন্দৰ অৱশ্যে অৰ্থলাভ হ'লে আনন্দ হৈছিল। চন্দ্ৰগুপ্তৰ কিন্তু তোমাৰ দৰে লোকৰ দুৰ্গতি নোহোৱা দেখিলেই মনত আনন্দ হয়।

চন্দনদাস—(ৰংমনে) মহাশয়, মই অনুগৃহীত হলোঁ।

চাণক্য—হেৰা সদাগৰ, তুমি মোক সোধা উচিত সেই দুৰ্গতি মোচন কেনেকৈ হয়।" ইত্যাদি (১ম অংক)

ইয়াৰ প্ৰকাশৰীতিত সংস্কৃত বাক্যৰ গঠনৰীতিৰ পৰিৱৰ্তে অসমীয়া ঘৰুৱা কথনভঙ্গী সুস্পষ্ট হৈ উঠিছে, লগতে অনুভূতিয়ে ইয়াক সৰস কৰি তুলিছে।

নাটকথনৰ অধিকাংশ কথাকেই দেৱশৰ্মাদেৱে অৱশ্যে আক্ষৰিক-অনুৱাদৰীতিত প্ৰকাশ কৰিছে। তেখেতৰ ভাষাজ্ঞান যথোচিত শব্দাৰ্থৰ পৰিমিতিবোধে এই অনুৱাদক শৃংখলিত আৰু যথোচিত অৰ্থ প্ৰকাশক কৰি তুলিছে। উদাহৰণ স্বৰূপে ঃ

"সূত্ৰাধাৰ—বেছি কথা কৈ লাভ নাই। আজি মোক পৰিষদে আদেশ কৰিছে—

'তুমি সামন্ত বটেশ্বৰদত্তৰ নীতি মহাৰাজ ভাস্কৰদত্তৰ পুত্ৰ কবি বিশাখদত্তৰ নতুন ৰচনা মুদ্ৰা-ৰাক্ষস নামে নাটক মঞ্চস্থ কৰিবা। সঁচা কথা ক'বলৈ গ'লে কাব্য-সৌন্দৰ্য উপলব্ধি কৰিব পৰা এই পৰিষদত মই নাটকৰ প্ৰযোজনা কৰিবলৈ পাই বৰ সন্তোষ লাভ কৰিছোঁ।" ইত্যাদি (১ম অংক)

যি ভাষালৈ অনুবাদ কৰা হয় সেই ভাষাৰ মাৰ্জিত ঠাঁচ ৰক্ষাৰ খাতিৰত আৰু মূলৰ অৰ্থ পাঠকৰ মনত সুস্পষ্ট কৰি তোলাৰ উদ্দেশ্যে প্ৰয়োজন সাপেক্ষে অনুবাদকে মূলৰ বাক্যগাঁথনিৰ পৰিৱৰ্তন কৰিব পাৰে, মূলৰ দীঘলীয়া বাক্যৰ কথাখিনি চুটি চুটি একাধিক বাক্যত প্ৰকাশ কৰিব পাৰে, আৰু চুটি চুটি একাধিক বাক্যও কেতিয়াবা এটা বাক্যত লিখিব পাৰে। কাব্য-নাটকাদিৰ ভাষান্তৰীকৰণত এই ৰীতি বিশেষভাৱে প্ৰয়োজনীয়। "মুদ্ৰা-ৰাক্ষস'ৰ অনুবাদ-প্ৰৱাহ বিশেষভাৱে আক্ষৰিক-ৰীতিত আগবঢ়াই নিয়া কাৰণে ভালেমান ঠাইত দেৱশৰ্মাদেৱে এই ৰীতি-কৌশল অৱলম্বন কৰিবলৈ যত্ন নকৰা যেন লাগে। সেয়েহে, দুই-এঠাইত প্ৰকাশৰীতিৰ জটিলতাই পাঠকক অৰ্থবোধত চিন্তা কৰিবলগীয়া কৰি তুলিছে। যেনে—

"ৰাক্ষস—মই যে সম্পূৰ্ণ পৰৰ দাস্য স্বীকাৰ কৰি লৈ একান্তভাৱে ৰাজনীতি চিন্তা কৰিছোঁ, ৰাজভক্তি পাহৰি নহয়, বিষয়ভোগৰ প্ৰতি আসক্তিত বিমূঢ় হৈ নহয়, জীৱন যোৱাৰ ভয়ত নহয়, ক্ষমতাত প্ৰতিষ্ঠিত হোৱাৰ লাভতো নহয়, কিন্তু স্বৰ্গগত মহাৰাজে কিজানি শত্ৰুৰ বধৰ দ্বাৰা তৃপ্তি অনুভৱ কৰে, সেই ধাৰণাৰ বশৱৰ্ত্তী হৈ এই কাম কৰিছোঁ।" ইত্যাদি (২য় অংক)

অৱশ্যে এই প্ৰসঙ্গত এটা কথা মনত ৰাখিব লাগিব যে অন্য নাটকৰ নিচিনা 'মুদ্ৰাৰাক্ষস', শৃঙ্গাৰ বা করুণৰসপূৰ্ণ নাটক নহয়, ই বীৰৰসাশ্ৰিত নাটক; ৰাজনৈতিক ষড়যন্ত্ৰৰ ঘটনা প্ৰবাহেৰে পৰিপূৰ্ণ, সেই কাৰণে অনুবাদৰ ক্ষেত্ৰতো ৰাজনৈতিক আৰু প্ৰশাসনিক মূল কথাবোৰ অনুবাদকে একেবাৰে মূলানুগ কৰিবলৈ বাধ্য হৈছে।

আনখন অনুবাদ গ্ৰন্থ 'অৰ্থশাস্ত্ৰ'। অৰ্থশাস্ত্ৰ পাৰিভাষিক শব্দেৰে পৰিপূৰ্ণ একপ্ৰকাৰ টেক্‌নিকেল গ্ৰন্থ। ই ভাৰতীয় মনীষাৰ এক চিৰোজ্জ্বল অদ্বিতীয় নিদৰ্শন। ৰাজনীতিৰ সূক্ষ্মদপিসূক্ষ্ম বৰ্ণনা থকাৰ উপৰিও বিচাৰ নীতি আৰু আৰ্থ-সামাজিক আদি বহু বিষয় ইয়াৰ অন্তৰ্ভুক্ত। পোন্ধৰটা প্ৰধান ভাগত এই গ্ৰন্থখন বিভক্ত। এই ভাগবোৰক বোলা হয় অধিকৰণ। প্ৰতিটো



অধিকৰণেই কিছুমান খণ্ডত বিভক্ত। অসমীয়া অনুবাদত এই খণ্ডবোৰক অধ্যায় বোলা হৈছে। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে এই গ্ৰন্থৰ অধিকাংশকেই (দ্বিতীয় অধিকৰণৰ পঞ্চম অধ্যায়ৰপৰা সপ্তম অধিকৰণৰ একাদশ অধ্যায়লৈ) অনুবাদ কৰিছে। (বাকী অংশ অনুবাদ কৰিছে ড' ডিম্বেশ্বৰ শৰ্মাই।) গ্ৰন্থখনৰ গোটেইখিনি অনুবাদ নকৰিলেও ইয়াক সম্পাদনা কৰাৰপৰা আহি-কাকত চোৱালৈকে সকলো কাম সম্পাদনাৰ মূলতে আছিল দেৱশৰ্মা। সেয়েহে 'অৰ্থশাস্ত্ৰ'ৰ অসমীয়া ৰূপান্তৰত ৰজনীকান্ত দেৱশৰ্মাদেৱৰ অৱদান বিশেষ আৰু প্ৰধান।

'অৰ্থশাস্ত্ৰ' একপ্ৰকাৰ শিল্প-বিজ্ঞান। ওপৰত উল্লেখ কৰাৰ নিচিনা ৰাজনীতি, ধৰ্ম-নীতি, আৰ্থ-সামাজিক আদি বিষয়ৰ বোধ জন্মাই দিয়াটোৱেই এই গ্ৰন্থৰ উদ্দেশ্য। বস্তুজ্ঞান জগাই তোলাৰ কাৰণে ইয়াত বিভিন্ন পাৰিভাষিক শব্দ আৰু আন প্ৰয়োজনীয় শব্দৰ প্ৰয়োগ হৈছে। সেয়েহে, এই গ্ৰন্থৰ অনুবাদ আক্ষৰিক হোৱা স্বাভাৱিক, অনুবাদকৰ স্বকীয় ভাবানুভূতি উজলি উঠাৰ সুবিধা ইয়াত নাই। সেই কাৰণে অধ্যাপক দেৱশৰ্মাৰ 'অৰ্থশাস্ত্ৰ'ৰ অনুবাদ হৈছে বস্তুধৰ্মী (objective), ই আক্ষৰিক আৰু মূলানুগ। উদাহৰণস্বৰূপে :

(১) প্ৰচাৰসমৃদ্ধিশ্চৰিত্ৰানুগ্ৰহশ্চোৰনিগ্ৰহো যুক্তপ্ৰতিষেধঃ সম্পৎপণ্যবাহুল্য-মুপসৰ্গপ্ৰমোক্ষঃ পৰিহাৰক্ষয়ো হিৰণ্যোপায়নমিতি কোষবৃদ্ধিঃ। (২।৮।৩)

অনুবাদ : বিভাগীয় কাৰ্যৰ উন্নতি, দেশাচাৰ ৰক্ষা কৰি চলা, চোৰ-ডকাইতক দমন কৰি ৰখা, কৰ্মচাৰীৰ ওপৰত নিয়ন্ত্ৰণ, শস্যৰ সমৃদ্ধি, পণ্যদ্ৰব্যৰ প্ৰাচুৰ্য, (নৈসৰ্গিক) উপসৰ্গৰপৰা মুক্তি, কৰমুক্তিৰ হ্ৰাস, (আৰু) নগদ টকাৰ উপহাৰ—এইবোৰ কোষবৃদ্ধিৰ (উপায়)। (২।৮।৩)

(২) প্ৰতিবন্ধঃ প্ৰয়োগো ব্যৱহাৰোঽৱস্তাৰঃ পৰিহাপণমুপভোগঃ পৰিৱৰ্তনমপহাৰশ্চেতি কোষক্ষয়ঃ। (২।৮।৪)

অনুবাদ : প্ৰতিবন্ধ, প্ৰয়োগ, ব্যৱহাৰ, অৱস্তাৰ, পৰিহাপণ, উপভোগ, পৰিৱৰ্তন আৰু অপহাৰ—এইকেইটা কোষ-ক্ষয়ৰ বাট। (২।৮।৪)

অনুবাদ আক্ষৰিক আৰু মূলানুগ হোৱা সত্ত্বেও স্থানবিশেষে মূলৰ কঠিন শব্দৰ অৰ্থবোধ হোৱাৰ কাৰণে দেৱশৰ্মাদেৱে দুই-এটা শব্দৰ অনুবাদ বহলাই লিখিছে। উদাহৰণস্বৰূপে :

(৩) অনীশ্বৰাঃ পিতৃমন্তঃ স্থিতপিতৃমাতৃকাঃ পুত্ৰাঃ। তেষাম্ ঊৰ্দ্ধংপিতৃতো দায়াদ্বিভাগঃ পিতৃদ্ৰব্যাণাম্। (৩।৫।১,২)

অনুবাদ ঃ পিতৃ-মাতৃ জীৱিত থকা, পিতৃমান পুত্ৰৰ (পিতৃৰ) সম্পত্তিৰ ওপৰত অধিকাৰ নাই। পিতৃৰ মৃত্যুৰ পিছত পিতৃৰ সম্পত্তি পুতেকবিলাকৰ মাজত ভাগ হ'ব পাৰে। (৩৷৫৷১,২)

(৪) প্ৰতিমুক্তস্বধাপাশো হি ভৱতি। (৩৷৬৷৪)

অনুবাদ ঃ কাৰণ, ডাঙৰ পুতেকে পিতৃক পিণ্ডদান দিয়া কৰ্তব্যৰূপ জৰীৰে বান্ধ খাই থাকে। (৩৷৬৷৪)

এই দৃষ্টান্ত দুটাৰ অন্তৰ্গত "অনীশ্বৰা" আৰু "প্ৰতিমুক্তস্বধাপাশো"ৰ যি বোধগম্য অনুবাদ দাঙি ধৰা হৈছে, সি অনুবাদকৰ যথোচিত প্ৰতিভাৰ নিদৰ্শন। অনুবাদ আক্ষৰিক হ'লেও "অৰ্থশাস্ত্ৰ"ৰ অনুবাদৰ মাজত এই ধৰণৰ বিশেষত্ব আছে।

মুঠতে এই কথা ক'ব পৰা যায়—বিশেষকৈ "মুদ্ৰাৰাক্ষস" আৰু "অৰ্থশাস্ত্ৰ", দুয়োখনেই অনুবাদ-সাহিত্যৰ বিশেষ সম্পদ। এই দুই গ্ৰন্থৰ মাজেদি অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে আমাৰ সাহিত্যত চিৰস্মৰণীয় স্থান দখল কৰি থাকিব। □

## সৰিতা সভাৰ অন্যতম কৰ্ণধাৰ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ

**নৰেন্দ্ৰনাথ শৰ্মা**

১৯৫৩ খ্ৰীষ্টাব্দৰ জহকালিৰ এটা আবেলি তেতিয়াৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ ওপৰ মহলাৰ এটা কোঠাত আমি কেইজনমান গোট খাইছিলোঁ—সাহিত্যানুৰাগী আৰু সাহিত্যিক। প্ৰয়াত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱো আছিল তাতে এজন, আৰু আছিল প্ৰয়াত কবি কমলেশ্বৰ চলিহা—যিজনৰ অনাড়ম্বৰ কাব্য—প্ৰতিভাক আমি স্বীকৃতি দিব পৰা নাই। প্ৰকৃততে চলিহাদেৱৰ আহ্বানত আমি তেনেদৰে গোট খাইছিলোঁহঁক আৰু আছিল আমাৰ সকলোৰে আতা বিহগী কবি ৰঘুনাথ চৌধাৰী। পিতামহ ভীষ্মক সেনাপতি পদত অধিষ্ঠিত কৰি ৰণ পৰিচালনা কৰিবলৈ অনাৰ দৰে, চলিহাদেৱে আতাক মাতি আনিছিল তেখেতৰ পৰিকল্পিত অনুষ্ঠানৰ গুৰি ধৰিবলৈ। কবি-নাট্যকাৰ শিশু-সাহিত্যিক প্ৰয়াত অধ্যাপক (পিছলৈ সাহিত্যাচাৰ্য) অতুলচন্দ্ৰ হাজৰিকাদেৱো তাত আছিল আৰু লগতে আছিল কথা-সাহিত্যিক জিতেন্দ্ৰনাথ বুজৰবৰুৱা আৰু সঙ্গীত বিশাৰদ শ্ৰীসুন্দৰ বৰদলৈ। ঠিক কৰা হ'ল—আন ঠাই নোপোৱালৈকে সেই ঠাইতে বহি কবিতা, প্ৰবন্ধ, গল্প যেয়ে যি পাৰে লিখি আনি পাঠ আৰু আলোচনা কৰি দেওবৰীয়া জিৰণিৰ দিনকেইটা কটামহঁক। অৱশ্যে কিছুদিনৰ পিছত আতাৰ অসুবিধালৈ চাই, আৰু তেখেতৰ সাদৰ আহ্বানত আমি তেখেতৰ বাস-ভৱনতে বৈঠক বহুৱাইছিলোঁ। তাৰ পিছৰ স্থানান্তৰ আছিল মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুল। দ্বিতীয় সিদ্ধান্ত হ'ল—আতা ৰঘুনাথ চৌধাৰী হ'ব সভাপতি, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা কাৰ্য্যকৰী সভাপতি, ৰজনীকান্ত দেৱশৰ্মা উপ-সভাপতি আৰু শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা (এই প্ৰবন্ধৰ লেখক) সম্পাদক। কাৰ্যসূচীৰ তৃতীয় দফা আছিল অনুষ্ঠানটিৰ নামকৰণ। কিন্তু সেইদিনা বিষয়টোৰ পাতনিহে মেলা হ'ল—সিদ্ধান্ত পিছৰ সভালৈ থাকিল।

এয়াই আছিল সৰিতা সভাৰ জন্ম-লগ্নত হোৱা গ্ৰহ-নক্ষত্ৰৰ সমাৱেশ।

তেতিয়াৰপৰাই পৰলোক-গমনৰ সময়লৈকে দেৱশৰ্মাদেৱ আছিল সৱিতা সভাৰ লগত ওতপ্ৰোতভাৱে জড়িত।

পিছৰ বৈঠকত আতা আৰু দেৱশৰ্মাদেৱে লগ লাগি অনুষ্ঠানটিৰ নামকৰণ কৰিলে "সৱিতা সভা।" এটা ভাবোদ্দীপক গধুৰ ভাষণেৰে শৰ্মাদেৱে কৈছিল— সৱিতাৰ অৰ্থ হ'ল সূৰ্য; সৱিতাৰ অৰ্থ হ'ল জন্মদাতা। সেই কাৰণেই অনুষ্ঠানটিক এই নাম দিয়া হৈছে, যাতে সি সূৰ্যৰ দৰে দীপ্ত আলোকৰাশিৰে সাহিত্য জগত পোহৰাব পাৰে, সাহিত্যিক মূল্য-সম্পন্ন প্ৰচুৰ অৱদানৰ জন্ম দিব পাৰে। এই কথাটিকে পণ্ডিতজনাই নানা প্ৰাসঙ্গিক উদ্ধৃতি আৰু ব্যাখ্যাৰে এক গুৰুত্বপূৰ্ণ পৰ্যায়লৈ লৈ গৈছিলগৈ আৰু তাৰ মাজেদি ফুটি উঠিছিল তেখেতৰ অধ্যয়নশীল মনৰ পৰিচয়। গোটেইথিনি কথা এতিয়া মনত নাই যদিও সেই ভাষণটোৰ কথা মনত পৰিলে ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থে ডেফ'ডিল দেখি কোৱাৰ দৰে শৰ্মাদেৱৰ ভাষণৰ কথা ক'বৰ মন যায়—

We heard and heard but little thought
What wealth the words to us had brought.

বিষয়-বাবৰ ফালৰপৰা অধ্যাপক শৰ্মাদেৱ যদিও উপ-সভাপতি আছিল, অধ্যাপক হাজৰিকাৰ লগত যুটীয়া কাৰ্যকৰী সভাপতি হিচাপেই তেখেতে পৰিকল্পনা আৰু পৰিচালনাৰে সৱিতা সভাৰ গুৰি ধৰিছিল। অনুষ্ঠানটিৰ দুই-তিনি বছৰৰ পিছৰপৰাই নানা পণ্ডিত-সজ্জনে আহি সভাত যোগ দি ইয়াৰ মৰ্যাদা বঢ়াইছিল। তাৰ ভিতৰত উল্লেখযোগ্য আছিল আমাৰ শিক্ষাগুৰু ড° সূৰ্যকুমাৰ ভূঞা, দিবাকৰ গোস্বামী, আৰু আছিল অধ্যক্ষ তীৰ্থনাথ শৰ্মা, বৰপেটা সত্ৰৰ পণ্ডিত নাৰায়ণ দেৱমিশ্ৰ, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী, পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী, মহিলা কবি নলিনীবালা দেৱী, অধ্যক্ষ গিৰিধৰ শৰ্মা। তাৰ উপৰি ড° মুকুন্দমাধৱ শৰ্মা আৰু অসম সাহিত্য সভাৰ বিভিন্ন সময়ৰ সভাপতিসকল ড° মহেশ্বৰ নেওগ (পিছলৈ 'সদস্য মহীয়ান্' ), ড° সত্যেন্দ্ৰনাথ শৰ্মা (পিছলৈ সাহিত্যাচাৰ্য), শ্ৰীঅতুলচন্দ্ৰ বৰুৱা (সৱিতা সভাৰে একালৰ সম্পাদক) আদি আৰু এনেকৈ আহি যোগ দিয়াৰ গুৰিতে আছিল ঘাইকৈ চৌধাৰী-হাজৰিকা-দেৱশৰ্মা—এই ত্ৰিমূৰ্তিৰ আকৰ্ষণ।

সভাৰ অধিৱেশনবোৰত শৰ্মাদেৱে নিজে সিমান লিখি আনি প্ৰবন্ধাদি পাঠ কৰা নাছিল যদিও সভাত পঠিত গল্প, প্ৰবন্ধ, কবিতা আদিৰ বিষয়ে সদায় তেখেতে অধ্যয়নপুষ্ট সমালোচনা আৰু গভীৰ মন্তব্য আগ বঢ়াইছিল। তেনেকৈ



সৱিতা সভাই যুগুত কৰি প্ৰকাশ কৰা 'জীৱনীমালা', 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভা', 'গোহাঁঞি-বৰুৱাৰ সাহিত্য প্ৰতিভা', 'ৰঘুনাথ চৌধাৰীৰ সাহিত্য প্ৰতিভা', 'হাজৰিকাৰ সাহিত্য প্ৰতিভা' আদি গ্ৰন্থসমূহৰ সম্পাদনাত তেখেতৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ।

অধ্যাপক শৰ্মাদেৱক কোনোবাই আনুষ্ঠানিকভাৱে 'পণ্ডিত' উপাধি প্ৰদান কৰিছিল নে নাই নাজানো, কিন্তু তেখেতৰ লগত যেয়ে সান্নিধ্য লাভ কৰিছিল, আলোচনা-সমালোচনাত মিলিত হৈছিল সেয়ে তেখেতৰ পাণ্ডিত্যৰ স্বীকৃতি নিদি নোৱাৰিছিল।

'সংস্কৃত নাট্য সাহিত্য'ৰ বিষয়বস্তু লৈ অধ্যাপক শৰ্মাদেৱে সৱিতা সভাত এলানি বক্তৃতা প্ৰদান কৰিছিল। তাকে কৰোঁতে তেখেতে কেৱল ৰচয়িতা আৰু ঘটনাৱলীতে নিবিষ্ট নাথাকি ৰচনা-শৈলী, শব্দালঙ্কাৰ, অৰ্থালঙ্কাৰ, অভিব্যঞ্জনা আদি অলঙ্কাৰ শাস্ত্ৰৰ তত্ত্বসমূহ আৰু প্ৰয়োজনবোধে ব্যাকৰণৰ সূত্ৰবো সুন্দৰ ব্যাখ্যা কৰি গৈছিল। সৱিতা সভাৰ সম্পাদকে সেই বক্তৃতামালা লিপিবদ্ধ কৰি থৈছে নে নাই নাজানো। থ'লে নিশ্চয় এখন উচ্চ মানৰ গ্ৰন্থই হ'লহেঁতেন।

ৰজনীকান্ত দেৱশৰ্মাদেৱ নানা ধৰণৰ কথা কৈ ভালপোৱা মানুহ, কিন্তু সেই কথাবোৰ শ্ৰোতাক আমনি দিয়া বিধৰ নাছিল। কেতিয়াবা কোনো বিষয়ে ক'বলৈ গৈ তেখেতে বেদৰপৰা আৰম্ভ কৰি শঙ্কৰদেৱলৈকে সামৰি নানা প্ৰাসঙ্গিক উদ্ধৃতিৰে একোটা দীঘলীয়া বক্তৃতা দি পেলাইছিল; কিন্তু তত্ত্ব আৰু তথ্যৰ দীঘ-বাণিৰে বোৱা সেই পট্টবস্ত্ৰত সদায় হাস্যৰসাত্মক বাক্যাৱলীৰে বুটা বাছি এনে এক সম্মোহনৰ সৃষ্টি কৰিছিল যে ভাষণৰ দীৰ্ঘত্বই বিৰক্তিৰ ভাব জন্মোৱা দূৰৰ কথা অবিৰতভাৱে শুনি থাকিবলৈহে শ্ৰোতাক প্ৰেৰণা যোগাইছিল।

ৰসিকতাই আছিল শৰ্মাদেৱৰ কথনভঙ্গীৰ বৈশিষ্ট্য। আন নালাগে সভাৰ অন্তত, সৱিতা সভাৰে হওক বা আন কোনো ৰাজহুৱা সভাৰে হওক, অধ্যাপক শৰ্মাদেৱে যেতিয়া তেখেতৰ স্বভাৱসুলভ হাস্যৰসাত্মক ভাষণেৰে শলাগৰ শৰাই আগ বঢ়াইছিল, তেতিয়া 'মধুৰেণ সমাপয়েৎ'—এই উপদেশ বাণীৰ যথাৰ্থ প্ৰতিফলন ঘটিছিল।

কিন্তু অধ্যাপক শৰ্মাদেৱৰ হাস্যৰস ইংৰাজী কথাছবিৰ চাৰ্লি চাপ্‌লিন, লৰেল হাৰ্ডি বা হিন্দী কথাছবিৰ জনী ৱাকাৰ, মেহমুদৰ দৰে নাছিল যে তেওঁলোকৰ

আওতি-ভাওতি দেখি বা অসংগত বলকনি শুনি দৰ্শক-শ্ৰোতাই খিল খিলাই হাঁহি দিব। তেখেতৰ হাস্যৰস সদায় আছিল বুদ্ধি-দীপ্ত, যাক এটা বৌদ্ধিক স্তৰৰ ৰসবোধ নাথাকিলে উপলব্ধি কৰা সহজ নহয়, যি হাস্যৰসক ইংৰাজীত wit বোলা হয়। অৱশ্যে, এই হাস্যৰস কেতিয়াবা ব্যঙ্গ (satire)ত পৰিণত হৈছিলগৈ যে সিও সঁচা, কিন্তু তাৰ মাজেদিও ৰসগ্ৰাহী শ্ৰোতাই বিচাৰি পাইছিল এক ৰচনাত্মক ইঙ্গিত।

আগতে কৈ অহা বিহগী কবি চৌধাৰী, সাহিত্যাচাৰ্য হাজৰিকা আৰু অধ্যাপক দেৱশৰ্মা—এই ত্ৰিবেণী সঙ্গমৰ দুই বেণী চৌধাৰী আৰু হাজৰিকাৰ দৈহিক চিন-মোকাম নৱগ্ৰহৰ অগ্নিশিখাই গ্ৰাস কৰাৰ পিছত সভাপতিৰূপে সৱিতা সভাৰ গুৰি ধৰিছিল অধ্যাপক দেৱশৰ্মাদেৱে। বৈঠকসমূহত উপস্থিত থাকি, সভাপতিত্ব কৰি সভাৰ পৰিকল্পনা আৰু কৰ্মপন্থা নিৰ্ধাৰণত তেখেতে সুচিন্তিত পৰামৰ্শ আগ বঢ়াইছিল। কিন্তু শেহলৈ বিশ্ব-হিন্দু-পৰিষদ, অসম সাহিত্য সভা আদি সামাজিক আৰু বিদ্যায়তনিক কাম-কাজত ব্যস্ত থাকিব লগা হোৱাত তেখেতে সৱিতা সভাৰ ফালে বিশেষ মনোনিৱেশ কৰিব পৰা নাছিল যদিও মৰণ-কাললৈকে দিহা-পৰামৰ্শ আদিৰে সভাৰ লগত সক্ৰিয় সংযোগ ৰক্ষা কৰি আহিছিল।

অধ্যাপক শৰ্মাদেৱৰ অকাল বিয়োগত সৱিতা সভাৰ যি ক্ষতি হ'ল তাক পূৰোৱা টান। সৱিতা সভা এতিয়া মৃতপ্ৰায়। একালৰ উদ্দীপ্ত ভাস্কৰ এতিয়া ঘোৰ মেঘাচ্ছন্ন। কোনোবা উদ্যমশীল সাহিত্যানুৰাগী লোকে এই বিপৰ্যয়ৰপৰা সবিতা সভাক উদ্ধাৰ কৰি মুমূৰ্ষু দেহত নতুন প্ৰাণৰ সঞ্চাৰ কৰিবলৈ আগ বাঢ়ি আহিব নোৱাৰেনে? □

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আৰু ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ

ভূমিদেৱ গোস্বামী

স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাৰ বিষয়ে দুআষাৰ লিখিবলৈ আৰম্ভ কৰোঁতে মোৰ প্ৰথমতে ১৯৩২ খ্ৰীষ্টাব্দৰ জুলাই মাহৰ এটা শুভ দিনলৈ মনত পৰিছে। তাৰিখটো মোৰ স্মৃতিৰপৰা আঁতৰি গ'ল। কথাটো অপ্ৰাসঙ্গিক যদিও, তাক উল্লেখ নকৰি নোৱাৰিলোঁ। সেইদিনা আমাৰ কটন কলেজৰ প্ৰথম বাৰ্ষিক ছাত্ৰসকলৰ সংস্কৃত শ্ৰেণী আৰম্ভ হৈছিল। অধ্যাপক আছিল লক্ষ্মীনাৰায়ণ শাস্ত্ৰী (চট্টোপাধ্যায়) মহাশয়। তেখেত মোৰ পিতৃবন্ধু হোৱাৰ উপৰিও, এগৰাকী সুপ্ৰসিদ্ধ লেখক আৰু পণ্ডিত। তেখেতৰ ব্যক্তিত্ব, কণ্ঠ, বাকভঙ্গিমা আৰু ভাষাৰ লালিত্য আছিল অনন্য-সাধাৰণ। "অভিজ্ঞান্-শকুন্তলম্" পঢ়োৱাৰ সময়ত তেখেতৰ শ্ৰেণীত ছাত্ৰসকলৰ বাহিৰেও, অন্যান্য সাহিত্যপ্ৰেমী লোক গেলেৰীৰ ওপৰত প্ৰায়ে বহি থকা দেখা পোৱা গৈছিল। আমি প্ৰায়ে বিশ-পঁচিশজন ছাত্ৰ আগত বহিছিলোঁ। নিৰ্দিষ্ট সময়ত শাস্ত্ৰীদেৱ ক্লাছত সোমাল আৰু উপস্থিতি পৰীক্ষা কৰি ছাত্ৰসকলৰ পৰিচয় বিচাৰিলে। এজন এজনকৈ প্ৰত্যেকেই পৰিচয় দি গ'ল। মোৰ ঠিক পিছফালে বহা ছাত্ৰজনে ৰজনীকান্ত দেৱশৰ্মা বুলি নিজৰ পৰিচয় দিলে। মই চক খাই ঘূৰি চালোঁ। ষ্টাৰ মাৰ্ক পোৱাৰ উপৰিও সেই বছৰৰ প্ৰৱেশিকা পৰীক্ষাত সংস্কৃত বিষয়ত অসমৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পোৱা বুলি এইজন ল'ৰাৰে নাম কাগজে-পত্ৰে প্ৰকাশ পাইছিল। ল'ৰা-জনৰ বেশ-ভূষাত চৰম দৰিদ্ৰতাৰ স্বতঃপ্ৰকাশ হৈছিল যদিও, চকুযুৰিত ফুটি উঠিছিল তীক্ষ্ণ বুদ্ধিমত্তা আৰু বিদ্যোপাৰ্জনৰ কাৰণে ততোধিক মনোবল। আমাৰ দুয়োৰে চকুৰ মিলন ঘটিল, মই আকৃষ্ট হ'লোঁ আৰু শ্ৰেণী শেষ হোৱাৰ লগে লগে মই তেখেতৰ ওচৰ চাপিলোঁ। পৰিচয়ৰ মাজেদি আমাৰ আন্তৰিক বন্ধুত্ব সেইদিনাই অংকুৰিত হ'ল আৰু সেই বন্ধুত্ব তেখেতৰ মৃত্যুৰ আগমুহূৰ্তলৈকে ম্লান নপৰিল। জীৱনৰ ঘাত-প্ৰতিঘাত আৰু সংসাৰৰ মেৰপাকত যদিও দুয়ো সময়ে সময়ে আঁতৰি পৰিছিলোঁ, তথাপি মনৰ মাজত দুয়ো দুয়োৰে কাষলৈ

ক্ৰমে ওচৰ চাপিগৈ গৈছিলোঁ। তাৰ পৰিণামতে চাকৰি জীৱনৰ অন্ত পৰাত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ কাৰ্যক্ষেত্ৰত দুয়ো দুয়োৰে পৰিপূৰক হৈ পৰিলোঁ।

১৯৫০ খ্ৰীষ্টাব্দতে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ লগত মোৰ পৰিচয় ঘটিছিল। চাকৰি কৰাৰ সময়তে মই ক্ৰমে সংঘত প্ৰৱেশ কৰোঁ যদিও, কোনো দায়িত্ব মোৰ ওপৰত নাছিল। অৱসৰ লোৱাৰ অনতিবিলম্বে তদানীন্তন সৰসংঘচালক পৰম পূজনীয় মাধৱ সদাশিৱ গলওৱেলকৰদেৱে (যি সৰ্বত্ৰ গুৰুজী বুলি প্ৰসিদ্ধ) নগাঁও জিলাৰ সংঘচালকৰ দায়িত্ব মোৰ ওপৰত অৰ্পণ কৰে। তেতিয়াৰেপৰা ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ লগত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ যোগাযোগ আৰম্ভ হয়। সেই বছৰত হোৱা সংঘ-শিক্ষাবৰ্গৰ সমাৰোহ উৎসৱত অধ্যক্ষ হিচাপে তেখেতক আমন্ত্ৰণ জনাবলৈ আমি স্থিৰ কৰিছিলোঁ। আমাৰ আমন্ত্ৰণ তেখেতে প্ৰত্যাখ্যান নকৰিলে। সমাৰোহ উৎসৱত শিক্ষাৰ্থী স্বয়ংসেৱকসকলৰ আগত দীক্ষান্ত-ভাষণ দিছিল পৰম পূজনীয় গলওৱেলকৰদেৱে নিজে। তেখেতৰ ভাষণ শুনি শৰ্মাদেৱ প্ৰভাৱিত হ'ল আৰু দুটি অতি তীক্ষ্ণবুদ্ধিসম্পন্ন মনৰ ততালিকে মিলন ঘটিল। এজন আনজনৰ মনৰ মণিকোঠাত সোমাই পৰিল। পাৰিবাৰিক জীৱনৰ কেইবাটাও অসম্পূৰ্ণ দায়িত্ব পালনত ব্যস্ত থাকিবলগীয়া হোৱা সত্ত্বেও শৰ্মাদেৱৰ সংঘৰ লগত যোগাযোগ চলি আছিল। এনেতে দেশত কুখ্যাত জৰুৰীকালীন অৱস্থা ঘোষিত হয় আৰু ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ ওপৰত প্ৰতিবন্ধ তথা দমননীতি আহি পৰে। সৰসংঘচালক প্ৰমুখ্যে বহুত কাৰ্যকৰ্তা কাৰাগাৰলৈ যাবলগীয়া হ'ল যদিও, সৰহ সংখ্যক কাৰ্যকৰ্তা আৰু স্বয়ংসেৱক ভূমিগত আন্দোলনত নামি পৰিল, সংঘকাৰ্য ব্যাহত হ'ল। ১৯৭৭ খ্ৰীষ্টাব্দৰ প্ৰাৰম্ভতে যেতিয়া জৰুৰীকালীন অৱস্থাৰ অন্ত পৰিল, দেশলৈ শান্তি ঘূৰি আহিল, সংঘৰ-পৰা প্ৰতিবন্ধ উঠি গ'ল, নতুন চৰকাৰ ক্ষমতালৈ আহিল, ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ স্বৰূপ আৰু প্ৰকৃত পৰিচয় জয়প্ৰকাশ নাৰায়ণ প্ৰমুখ্যে ভাৰতৰ মনীষী-সকলৰ চকুত ধৰা পৰে। সেই সময়তে শৰ্মাদেৱে প্ৰত্যক্ষে সংঘত প্ৰৱেশ কৰি সমগ্ৰ কামৰূপ বিভাগৰ (গুৱাহাটী মহানগৰ, কামৰূপ, গোৱালপাৰা আৰু ধুবুৰী) সংঘচালকৰ দায়িত্ব গ্ৰহণ কৰে। কিন্তু অলপ দিনৰ পিছতেই অসমৰ সংঘকাৰ্যত আন এটা বিপৰ্যয় আহি পৰিল। অসাধাৰণ কৰ্মযোগী প্ৰান্তীয় সংঘচালক গিৰিধৰ শৰ্মাদেৱৰ আকস্মিক মৃত্যু ঘটে আৰু মহানগৰ সংঘচালক সুৰেন্দ্ৰনাথ শৰ্মাদেৱে প্ৰান্তীয় সংঘচালকৰ দায়িত্ব ল'বলগীয়া হয়। কিন্তু তেখেতৰ ভগ্ন-স্বাস্থ্য সকলো কাৰ্যকৰ্তাৰ চিন্তাৰ কাৰণ হৈ পৰিল। নাগপুৰত অখিল ভাৰতীয়



প্ৰতিনিধি সভাতে তেখেত যেতিয়া অজ্ঞান হৈ পৰিল আৰু তাৎকালিক চিকিৎসাৰ-দ্বাৰা সুস্থ কৰি ঘৰলৈ ঘূৰাই অনাৰ পিছত তেখেতৰ দীঘলীয়া বিশ্ৰামৰ একান্ত প্ৰয়োজন হ'ল, সেই উদ্দেশ্যে প্ৰান্তীয় সংঘচালকক সকলো কামতে সহায় কৰিবলৈ একমাত্ৰ উপযুক্ত কাৰ্যকৰ্তা বুলি বিবেচনা কৰি অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱক সহ-প্ৰান্তীয় সংঘচালক পদত সৰ্বসন্মতিক্ৰমে নিযুক্তি দিয়া হ'ল। এই পদ গ্ৰহণ কৰাৰ পৰিণামত, "হেডগেৱাৰ স্মাৰক সমিতি", "অসম শিশু শিক্ষা সমিতি", "পূৰ্বাঞ্চলীয় জন-কল্যাণ নিধি", "আলোক প্ৰকাশন ট্ৰাষ্ট" ইত্যাদি সংঘপৰিয়ালৰ বিভিন্ন সংগঠনৰ সভাপতি পদৰ দায়িত্ব শৰ্মাদেৱৰ ওপৰত পৰে। তদুপৰি "বিশ্ব-হিন্দু পৰিষদ", "ভাৰতীয় কল্যাণ আশ্ৰম", "অখিল ভাৰতীয় বিদ্যাৰ্থী পৰিষদ" ইত্যাদি সংগঠনতো তেখেতে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিবলগীয়া হয়। এবছৰৰ ভিতৰতে সুৰেন্দ্ৰনাথ শৰ্মাদেৱৰ অকাল মৃত্যুত ৰাষ্ট্ৰীয়-স্বয়ংসেৱক সংঘৰ অসম প্ৰান্তীয় প্ৰতিনিধি সভাই ৰজনীকান্ত শৰ্মাদেৱক সৰ্বসন্মতিক্ৰমে প্ৰান্তীয় সংঘচালকৰূপে নিৰ্বাচিত কৰে আৰু আমৰণ এই সকলোবোৰ দায়িত্ব অতি নিষ্ঠা আৰু কাৰ্যকুশলতাৰে তেখেতে বহন কৰি গ'ল। স্বয়ংসেৱকসকলৰ মাজত শৰ্মাদেৱৰ জনপ্ৰিয়তা আছিল অপৰিসীম। তেখেতৰ মুখৰ কৌতুকপূৰ্ণ দুআষাৰ কথা শুনিবলৈ স্বয়ংসেৱকসকলে সততে জুম পাতিছিল। তেখেতৰ প্ৰগলভতাই সকলোকে মোহিত কৰিছিল।

শৰ্মাদেৱ আছিল প্ৰচাৰবিমুখ নীৰৱ কৰ্মী। যিটো সমুচিত বুলি ভাবিছিল তাক তেখেতে নিষ্ঠাৰে কৰিছিল—কোনো প্ৰশংসা, যশস্যা বা স্বীকৃতি নিবিচাৰিছিল। কেৱল গুৱাহাটীয়েই তেখেতৰ কাৰ্যক্ষেত্ৰ হোৱাত চাকৰি জীৱনত তেখেত স্থিতিশীল হৈ পৰিছিল। ভ্ৰমণৰ অভ্যাস একেবাৰে নাছিল, বৰং ভ্ৰমণলৈ তেখেতে ভয়হে কৰিছিল। তথাপি সংঘৰ নানা দায়িত্ব বহন কৰোঁতে তেখেতে বিস্তৰ ভ্ৰমণ কৰিবলগীয়া হৈছিল। কেতিয়াবা ভ্ৰমণত কষ্ট পালেও তেখেতে খং বা বিৰক্তি প্ৰকাশ নকৰিছিল। আঢ্যৱন্ত স্বয়ংসেৱকৰ ঘৰৰ লাহ-বিলাহ আৰু দৰিদ্ৰ স্বয়ংসেৱকৰ ঘৰৰ তৃণশয্যাৰ মাজত তেখেতে কোনোদিনেই ভেদবুদ্ধি প্ৰকাশ নকৰিলে। ভ্ৰমণকালত পোৱা শাৰীৰিক কষ্টৰ সাক্ষী আছিলোঁ আমি—লগৰ কাৰ্যকৰ্তা আৰু স্বয়ংসেৱকসকল। তাৰে মাথো এটা উদাহৰণ দিওঁ। নাগপুৰত হৈ যোৱা অখিল ভাৰতীয় প্ৰতিনিধি সভাৰপৰা আমি দুয়ো ঘৰলৈ উভতি আহিছিলোঁ। আমাৰ লগত ড° পৰেশ শৰ্মা, ডাঃ উমেশ চক্ৰৱৰ্তী আৰু বিনায়ক কানেটকৰ। ৰেলৰ বিজুতিত কলিকতা পাওঁতে আমাৰ ৰাতি হ'ল।

কলিকতাৰ কাৰ্যালয়লৈ তেতিয়া যোৱা সম্ভৱ নহ'ল। আমি হাওৰা ষ্টেচনৰ প্লেটফৰ্মতে পৰি থাকিলোঁ। পিছদিনা ৰেল ধৰি গুৱাহাটী অভিমুখে যাত্ৰা কৰিলোঁ। কিন্তু বড়োলেণ্ডৰ দাবীত দিয়া বন্ধৰ কাৰণে ৰেল গুৱাহাটী নাপালেহি, নিউকোচবিহাৰ ষ্টেছনতে ৰেলখন ৰাখি দিলে। যাত্ৰীসকলক ভাড়া ঘূৰাই দি পিছত যোৱাৰ ব্যৱস্থা কৰিবলৈ ৰেল প্ৰশাসনে নিৰ্দেশ জনালে। তেতিয়া বিয়লি চাৰি বাজিছিল। যাত্ৰীৰ অতিশয়তাৰ কাৰণে ৰিক্সা ভাড়া চাৰি টকাৰ ঠাইত এশ টকালৈ চৰিল। শেষত সন্ধ্যা সময়ত কোনোৰকমে বিশ টকাকৈ ভাড়াত কানেটকৰে তিনিখন ৰিক্সা আনিব পাৰিলে। ৰাতি আঠ বজাত আমি কোচবিহাৰ পালোঁগৈ। ভাগ্যক্ৰমে তেতিয়াই এখন বাছ পাই ৰাতি এঘাৰ বজাৰ পিছত আমি ধুবুৰীত উপস্থিত হ'ব পাৰিলোঁ। সকলো হোটেল আৰু ৰেষ্টোৰাঁ বন্ধ হৈ যোৱাত খোৱা-বোৱাৰ একো সুবিধা নহ'ল। কলিকতাৰ-পৰা আমাৰ লগত অহা এজন স্বয়ংসেৱকৰ লগত দুসেৰমান চিৰা আছিল। সকলোৱে মাজত চিৰাৰ টোপোলাটো মেলি লোৱা হ'ল। শুকান চিৰাবে সৈতে পানী খাই পেটৰ পোৰণি মৰা গ'ল। কিন্তু শোৱাও নহ'ল। চাৰি বজাতে এখন মিনি বাছ ধৰি গুৱাহাটী অভিমুখে আকৌ ৰাওনা হ'লোঁহক। বাটত আহোঁতে মই শৰ্মাদেৱক সহানুভূতিৰ সুৰত কৈছিলোঁ, "যোৱা তিনি দিন আপুনি বৰ কষ্ট পালে।" তেখেতে লাহে লাহে আনে নুশুনাকৈ মোক কৈছিল, "কষ্ট অকল মোৰে হোৱা নাই, আপোনালোকৰো কষ্ট সমানে হৈছে। নিজৰ স্বাৰ্থত এই কষ্ট কৰিবলগীয়া হোৱা নাই গোস্বামী! দেশৰ কাৰণে জানো মৰণেই আমাৰ পণ নহয়? গতিকে এনে নৈসৰ্গিক পথশ্ৰমক কষ্ট বুলি ধৰিলে আমাৰ ভুল হ'ব। এনে কষ্ট সহ কৰাত অন্ততঃ শান্তি আছে।" এইজনেই আছিল অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা।

শৰ্মাদেৱ গ'ল। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ অপূৰণীয় ক্ষতি হ'ল। স্বয়ংসেৱক-সকলে এজন বন্ধু, উপদেষ্টা আৰু আদৰ্শ পুৰুষ হেৰুৱালে। এনে এটা আকস্মিক ৰিক্ততাৰ পৰিপূৰণ সহজে সম্ভৱ নহ'ব। যোল্ল বছৰ বয়সৰপৰা আঠসত্তৰ বছৰ বয়সলৈকে সুদীৰ্ঘ কালছোৱাত গঢ়ি উঠা আমাৰ বন্ধুত্বৰো পৰিসমাপ্তি ঘটিল। তেখেতৰ মৃত্যুত বহুতো শোক সভা হৈ গ'ল। তাত নানাজনে নানাভাৱে তেখেতৰ বহুমুখী প্ৰতিভা আৰু গুণাৱলী বৰ্ণনা কৰিছে। এখন শোক সভাত অসমীয়া সাহিত্যিক এগৰাকী মহাৰথীয়ে নানা গুণ বখানি শেষত কৈছিল— "শৰ্মা ছাৰৰ দৰে এজন বুদ্ধিমান ব্যক্তিয়ে যে শেষ জীৱনত ৰাষ্ট্ৰীয় স্বয়ংসেৱক



সংঘৰ মাজত কিয় সোমাল, সেই কথাটোহে মই বুজি নাপালোঁ।" সঁচা কথা। তাৰ মৰ্মকথা সহজে বুজা নাযায়। যৌ ৰসৰ মধুৰাস্বাদ জিভাত নালাগিলে মানুহে বুজি পাব নোৱাৰে। ৰাষ্ট্ৰৰপৰা সদায় সুখ্যাতি, স্বীকৃতি আৰু সম্পদ বিচাৰি ফুৰাজনে তন-মন-ধন উৎসৰ্গি ৰাষ্ট্ৰসমৰ্পিত জীৱনৰ সাধনা কৰা জনৰ আনন্দ তথা অধিক দিব নোৱৰাৰ বেদনা কেনেকৈ বুজিব? নিজৰ ৰক্তসন্তাৰ স্তনযুগলত শোধন কৰি সন্তানৰ মুখত স্তন্য নিগৰাই দিয়াৰ বিমল আনন্দ মাতৃ নহ'লে বুজি পাব নোৱাৰে। সমৰ্পণৰ আনন্দ দিওঁতাৰ অমূল্য সম্পদ, কিন্তু আনৰ কাৰণে সি এটা অবুজ সাঁথৰ। □

# সংঘ-চালক অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱক মই যিদৰে জানিছিলোঁ

পৰেশ শৰ্মা

:৯৮১ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ নাগপুৰত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ প্ৰতিনিধি সভাত যোগ দিবলৈ সপৰিয়ালে গৈছিলোঁ। আমি ৰেছিমবাগৰ শিবিৰ পোৱাৰ কিছু সময়ৰ আগতে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা গোৱালিয়ৰত বহা বিদ্যাভাৰতীৰ অধিৱেশন সমাপ্ত কৰি শিবিৰ পাইছিলহি। আমাৰ লগত যোৱা সংঘ-চালক প্ৰয়াত সুৰেন্দ্ৰনাথ শৰ্মা আৰু কাৰ্যবাহক শ্ৰীভূমিদেৱ গোস্বামী শিবিৰৰ আন এটা অংশত থকাত অধ্যাপক শৰ্মা দাদা আৰু মই একেলগে বিচনা পাৰি ওচৰা-উচৰিকৈ আঁঠুৱা তৰি শুইছিলোঁ। তাত আমাৰ বাহিৰে আন কোনোৱে আঁঠুৱা তৰা নাছিল। সেয়ে আমাৰ আঁঠুৱা দেখি ঘৰৰ ভিতৰতে ঘৰ সাজি লোৱা বুলি আন প্ৰতিনিধিয়ে আনন্দ উপভোগ কৰিছিল। আঁঠুৱা বহুতে চিনিয়েই নাপাইছিল। তেতিয়া শৰ্মা দাদাই ৰগৰ কৰি কৈছিল—"এওঁলোকক আঁঠুৱা তৰা বিচনাত শুবলৈ দিলে কালিদাসৰ দৰে হ'ব।" সেইবাৰ শৰ্মা দাদাই লগত আঁঠুৱা নিয়া নাছিল। গোৱালিয়ৰ ৰাজমাতাৰ হাউলিত আঁঠুৱাৰ প্ৰয়োজন নাছিল যদিও তেখেতৰ সহযাত্ৰী সেই সময়ৰ পূৰ্বাঞ্চলৰ বিদ্যাভাৰতীৰ সাংগঠনিক সম্পাদক শ্ৰীবিৰাগ বাচয়াৰৰ ইচ্ছানুসৰি তেওঁৰ ঘৰত এৰাতি থাকিবলগীয়া হোৱাত আঁঠুৱা নোহোৱাৰ কাৰণে ৰাতিটো উজাগৰে থকাৰ দৰে হৈছিল। পিছদিনা বাচয়াৰক লগত লৈ বজাৰত বিচাৰি বিচাৰি এখন সৰু আঁঠুৱা কিনি লৈছিল। মোক কাহিনীটো কওঁতে এনে ভুল দ্বিতীয়বাৰ নকৰাৰ কথাও কৈছিল।

অধ্যাপক শৰ্মা দাদা প্ৰথমে প্ৰান্তৰ সহ-সংঘ-চালক, পিছত সংঘ-চালক আৰু ময়ো প্ৰথমে সহ-প্ৰান্ত কাৰ্যবাহক, পিছত কাৰ্যবাহক হিচাপে বছৰত অন্ততঃ দুবাৰকৈ ভাৰতবৰ্ষৰ বেলেগ বেলেগ ঠাইত বহা সংঘৰ বৈঠকত যোগ দিব লাগিছিল। সেয়ে বাৰটা বছৰত তেখেতৰ লগত ৰেল-বাছ আৰু



উৰাজাহাজেৰে একেৰাহে দহ-বাৰ দিন ভ্ৰমণ কৰা, থকা, খোৱা, ফুৰাৰ সৌভাগ্য ঘটিছিল। কলিকতা, পাটনা, প্ৰয়াগ, দিল্লী, হৰিদ্বাৰ, ৰাজকোট, আহমদাবাদ, কন্যাকুমাৰী, মাদ্ৰাজ, ত্ৰিবান্দ্ৰম্, বাঙ্গালোৰ, মহীশূৰ, হায়দৰাবাদ, গোৱালিয়ৰ, ভূপাল আদি স্থানত বৈঠকত একেলগে যোগ দিয়াৰ উপৰিও সোমনাথ, দ্বাৰকা, বদ্ৰীনাথ, শ্ৰীশৈলম্ পৰ্বতৰ ওপৰৰ মল্লিকাৰ্জুন, মহাকাল, বিশ্বনাথ আদি মন্দিৰ দৰ্শনৰ সুবিধা হৈছিল। তেখেতৰপৰা সেইবিলাকৰ ঐতিহাসিক আৰু শাস্ত্ৰোক্ত বিৱৰণ জানিব পাৰিছিলোঁ।

অসমৰ বাহিৰতেই হওক বা ভিতৰতেই হওক য'তেই শৰ্মা দাদাৰ উপস্থিতি ত'তেই তেখেতৰ ৰসিকতাপূৰ্ণ তত্ত্বগধুৰ শাস্ত্ৰোক্ত বচন শুনাৰ কাৰণে মানুহ গোট খাইছিল। ব্যঙ্গ (হাস্যৰস) তেখেতৰ আছিল অন্যতম কথন-ভঙ্গী। পোন্ধৰ-কুৰি দিনচলিৰ পৰাকৈ ঘৰতে কাটি সৰু সৰুকৈ যতনাই লোৱা পাণ-তামোলৰ টোপোলাৰপৰা দিনটোৰ কাৰণে জেপৰ টেমাটোত তেখেতে তামোল ভৰাই লৈছিল আৰু অনবৰত মুখত তামোল থাকিছিলেই। ব্ৰাহ্মমুহূৰ্ততে শয্যা ত্যাগ কৰি নিত্য কৰ্ম কৰাৰ পিছত গা-পা ধুই এখন সৰু কেঁচীৰে পাণ কেইখনমান ধুনীয়াকৈ কাটি লৈছিল। ঘৰতো বা বাহিৰতো তেখেতে নিজৰ কাপোৰ নিজে ধুই লৈছিল। তেখেতৰ মতে প্ৰবাসত চুৰিয়া ইস্ত্ৰি কৰাৰ প্ৰয়োজন নাছিল, জাপি লৈ গাৰুৰ তলত থ'লেই ইস্ত্ৰি কৰাৰ দৰে হয়, কেৱল পাঞ্জাবী ইস্ত্ৰি কৰাইছিল। এবাৰ বেলেৰে আহি থাকোঁতে কপাহী পাঞ্জাবীৰ সলনি টেৰীকট বা পলিষ্টাৰৰ পাঞ্জাবী লোৱাৰ কথা কৈছিলোঁ। পিছৰ বাৰত পলিষ্টাৰৰ পাঞ্জাবী এটা পিন্ধিছিল। মোৰ পৰামৰ্শ মতে হেনো গোৱেংকা প্ৰতিষ্ঠানৰ শ্ৰীনিৰঞ্জন গোৱেংকাক কোৱাত দুটা পাঞ্জাবী কম খৰচতে কৰাই দিছিল। হাঁহি হাঁহি তেখেতে কৈছিল—"বালাদপি গ্ৰহণীয়ম্ সুভাষিতং।" চুৰিয়া আৰু গামোচা তেখেতে হেনো কিনিব নালাগিছিল; সভা-সমিতিত, গীতা-ভাগৱত পাঠ আৰু ব্যাখ্যাকাৰ হিচাপে তেখেতক চুৰিয়া, চাদৰ আৰু গামোচাৰে সন্মান যাচিছিল। এবাৰ মহেশ যোগীৰ আশ্ৰমলৈ তেখেত আৰু অধ্যাপক শ্ৰীপ্ৰিয়াংশুপ্ৰৱল উপাধ্যায় সংস্কৃতৰ অধিৱেশনলৈ নিমন্ত্ৰণক্ৰমে গৈছিল। তাত তেখেতে সংস্কৃতত এটা সাৰগৰ্ভ ভাষণ দিছিল। আশ্ৰমৰ নাম লিখা এটা সুন্দৰ চুটকেচ্, নগদ ৫০০ টকা আৰু ধুতি-চাদৰেৰে আশ্ৰমে তেখেতক সন্মান যাচিছিল। সেই চুটকেচটো তেখেতে সদায় লগত নিছিল।

শৰ্মা দাদাই মোক নিজৰ ভ্ৰাতৃৰ দৰে জ্ঞান কৰিছিল আৰু ময়ো দাদা

সম্বোধনেৰে তেখেতক জ্যেষ্ঠ ভ্ৰাতৃৰ আসনত ৰাখিছিলোঁ। তেখেতৰ মুখৰপৰা গীতা, ভাগৱত, ৰামায়ণ, মহাভাৰত, পুৰাণ, উপনিষদ, কীৰ্তন, দশমৰ সুন্দৰকৈ সজাই তোলা কথাবিলাকে সকলোৰে মন আকৰ্ষণ কৰিছিল। কেৱল এই শাস্ত্ৰসমূহৰে যে অফুৰন্ত জ্ঞান আহৰণ কৰিছিল এনে নহয়, তেখেতে অসমীয়া, বঙলা, ইংৰাজী, সংস্কৃত আৰু হিন্দী ভাষাৰো ভিন্ন ৰুচিৰ পুথি-পত্ৰ মনোযোগেৰে পঢ়িছিল। হিন্দী ঔপন্যাসিক গুৰুদত্তৰ উপন্যাস তেখেতে বৰ ভাল পাইছিল আৰু ষ্টেচনৰ কিতাপৰ দোকানত তেনে কিতাপ পালেই কিনি পঢ়িছিল।

১৯৮৪ খ্ৰীষ্টাব্দৰ জুলাই মাহত হায়দৰাবাদত সংঘৰ বৈঠকত যোগ দিবলৈ যাওঁতে বিশাখাপট্টনমত এসময়ত অসম কাৰিকৰী মহাবিদ্যালয়ৰ অধ্যাপক এন. ভি. ৰমাৰাওৰ ঘৰত আমি দুয়ো দুদিন আছিলোঁ। তাত থাকোঁতে সিংহাচলমৰ নৃসিংহ মন্দিৰ দৰ্শনৰ পিছত "গুৰুলভা" নামৰ আবাসিক বিদ্যালয়খনলৈ আমাক লৈ গৈছিল। তিনি শ কুৰি একৰ মাটিত কাজু গছৰ মাজত ধুনীয়া পৰিৱেশত বিদ্যালয়খন। দুপৰীয়া ভোজনৰ ব্যৱস্থা তাতেই আছিল। ভোজনৰ আগতে ভোজন গৃহত সমৱেত ছাত্ৰ-শিক্ষক আৰু কেইবাগৰাকী গণ্য-মান্য ব্যক্তিৰ অনুৰোধক্ৰমে অসম সমস্যা সম্পৰ্কে অধ্যাপক শৰ্মা দাদাই ভাষণ দিছিল। সহজ অথচ নিখুঁত ইংৰাজী ভাষাত দিয়া ভাষণ শুনি মই তবধ মানিছিলোঁ আৰু তেখেতৰ পাণ্ডিত্যৰ প্ৰতি শ্ৰদ্ধাত মোৰ মূৰ দোঁ খাইছিল।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ আছিল স্বাৱলম্বী। কোনো কথাতেই তেখেতে আনৰ ওপৰত নিৰ্ভৰ নকৰিছিল। ভ্ৰমণ কালত নিজে কঢ়িয়াই নিব পৰাখিনি বস্তুহে লগত লৈছিল। কোনো কথাত অসুবিধা পালেও আনৰ অসুবিধা হ'ব ভাবি প্ৰকাশ নকৰিছিল। ১৯৯০ খ্ৰীষ্টাব্দত নাগপুৰৰপৰা ঘূৰি আহোঁতে কোচবিহাৰৰপৰা অসম বন্ধৰ বাবে ৰেলগাড়ী আগ নবঢ়াত কিছুদূৰ ৰিক্সা আৰু বাকী অংশ বাছত আহি ৰাতি প্ৰায় ১-৩০ বজাত ধুবুৰী পাই কাৰ্যালয়ৰ সৰু কোঠালি এটাত বহি কটাইছিলোঁ। ভোকত একো নাপাই সহযাত্ৰী এজনে ভাগলপুৰৰ ঘৰৰপৰা অনা শুকান চিৰা চোবাই ভোক নিবাৰণ কৰিছিলোঁহঁক। মাননীয় শ্ৰীভূমিদেৱ গোস্বামী প্ৰমুখ্যে অন্যান্য সহযাত্ৰীকেইজন কিছু অতিষ্ঠ হৈছিল যদিও শৰ্মা দাদাই হাঁহি মুখেৰে সকলো দুখ-কষ্টৰ অৱসান ঘটাইছিল। বিৰক্ত তেখেত নহৈছিল, কাৰণ তেখেত আমাৰ দলপতি।

পৰিবাৰ আৰু পৰিয়ালৰ সুখ-শান্তিৰ বাবে তেখেত আছিল সদা সচেতন। ঘৰৰপৰা আঁতৰি থকাৰ কেইদিনত পৰিয়ালৰ যাতে কোনো অসুবিধা নহয়



তাৰ ব্যৱস্থা আগতেই লৈছিল। সুবিধা পালেই আঙুৰ, কিচমিচ, কমলা আদি মুখৰুচিকৰ দ্ৰব্য ঘৰলৈ টোপোলা বান্ধিছিল। নাগপুৰ, বম্বে, দিল্লী—য'তেই সুবিধা পাইছিল ষ্টেইনলেচ ষ্টীলৰ সৰু সৰু বাটি, গিলাচ, থাল আদি অলপ বেছিকৈ কিনিছিল—গুৱাহাটীত অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আদিৰ নিমন্ত্ৰণ ৰক্ষা কৰাৰ সুবিধা হয় বুলি। তিনি বছৰমানৰ আগতে তেখেতৰ ধুনীয়া জীয়েকৰ অকাল মৃত্যুত অলপ মনোকষ্ট পাইছিল। ছোৱালীজনীয়ে হেনো সকলো কাম নিখুঁতভাৱে কৰিব জানিছিল। ৰন্ধা-বঢ়াখিনিও জুতি লগাকৈ কৰিব পাৰিছিল।

মৃত্যুৰ তিনি বছৰমানৰ আগৰেপৰাই তেখেতৰ আয়ুস মাত্ৰ ৭৯ বছৰ বুলি সততে কৈছিল। আমি বৰ গুৰুত্ব দিয়া নাছিলোঁ। কোনোবা এজন ভতিজাকে তেখেতৰ হাত নে কোষ্ঠী চাই কৈছিল। তেওঁৰ কথা হেনো প্ৰায়খিনিয়েই মিলিছিল, গতিকে শৰ্মা দাদাৰ ক্ষেত্ৰতো মিলিব বুলি কৈছিল। সঁচাকৈয়ে ৭৯ বছৰ পূৰ্ণ হোৱাৰ দুমাহ আগতে জ্যোতিষীয়ে কোৱামতেই অসমৰ এগৰাকী অতুলনীয় পণ্ডিত, সাহিত্যিক, গীতা-ভাগৱত-উপনিষদৰ ৰসাল ব্যাখ্যাকাৰে ইহ সংসাৰৰপৰা মেলানি মাগিলে। বিপুল জ্ঞান-বিদ্যা আৰু বুদ্ধিৰে সুশোভিত সহজ-সৰল জীৱনাদৰ্শৰ এগৰাকী বিনম্ৰ পুৰুষৰ অন্তৰ্দ্ধান হ'ল, যিগৰাকীৰ চিন্তা আছিল সদায় উচ্চ। ঘৰতেই হওক বা বাহিৰতেই হওক, থোৱা-পিন্ধা থকা-ফুৰা সকলোতে পৰিপাটি, শৃঙ্খলাবদ্ধ আৰু অনাড়ম্বৰ। শৰ্মা দাদা আছিল যি কোনো সমস্যা আৰু পৰিস্থিতিৰ সন্মুখীন হ'ব পৰা সাহসী ব্যক্তি। প্ৰত্যুৎপন্নমতিসম্পন্ন প্ৰখ্যাত সংস্কৃত পণ্ডিত, সু-বক্তা, ব্যাখ্যাকাৰ, মীমাংসাকাৰ, সাহিত্য-সংস্কৃতিৰ পূজাৰী অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আমাৰ মাজত সশৰীৰে নাই যদিও তেখেতে এৰি যোৱা আদৰ্শ আৰু কৰ্মৰ প্ৰেৰণা আমাৰ মাজত চিৰকাল জীয়াই থাকিব। অধ্যাপক পৰম আচাৰ্য শৰ্মা দাদাৰ পুণ্য স্মৃতিত শ্ৰদ্ধাৰ অৰ্ঘ্য নিবেদন কৰিলোঁ। □

# মাননীয় সংঘ-চালক ৰজনীকান্ত দেৱশৰ্মাদেৱ

**উমেশ চক্ৰৱৰ্তী**

চাওঁতে চাওঁতে সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ ৰজনীকান্ত দেৱশৰ্মাদেৱৰ সংঘ-পৰিয়ালৰ অতি আপোন 'শৰ্মাজী' আৰু অসমৰ অগণন ছাত্ৰ-ছাত্ৰীৰ সন্মানৰ 'ছাৰ' ঢুকোৱাৰ এবছৰ পূৰ হ'ল। অথচ তেখেতৰ কথা মনত পৰিলেই এনেহেন লাগে যেন তেখেত আমাৰ মাজতেই ঘূৰি-পকি আছে। তেখেত এটা স্মৃতিত পৰিণত হোৱাৰ সময় এতিয়াও হোৱা নাই। শৰ্মাজীৰ পাণ্ডিত্য, সাহিত্যিক জীৱন আদিৰ বিষয়ে যোগ্যজনে বিচাৰ কৰিব। আমি মাত্ৰ এজন স্বয়ংসেৱক হিচাপে প্ৰয়াত সংঘ-চালক গৰাকীক কেনে পাইছিলোঁ তাৰ এটা থূলমূল আভাস দিয়াৰ প্ৰয়াস কৰিম।

চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছৰেপৰা শৰ্মাজী সংঘ-কাৰ্যৰ লগত ওতপ্ৰোত-ভাৱে জড়িত হৈ পৰে। মৃত্যুৰ সময়ত তেখেতে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ অসম প্ৰান্তৰ (ৰাজনৈতিক পূৰ্বাঞ্চল) প্ৰান্তীয় সংঘ-চালক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও শিশু শিক্ষা সমিতি—অসম, উত্তৰ পূৰ্বাঞ্চল লোক কল্যাণ সমিতি, ডাঃ হেড্‌গেৱাৰ স্মাৰক সমিতি, আলোক প্ৰকাশন ট্ৰাষ্ট আদি বিভিন্ন অনুষ্ঠানৰ সভাপতি পদ অলংকৃত কৰি সেইবোৰ অতি সুযোগ্যভাৱে পৰিচালনা কৰিছিল।

বিশাল পাণ্ডিত্য আৰু নম্ৰতাৰ মণিকাঞ্চন সংযোগ ঘটিছিল শৰ্মাজীৰ জীৱনত। তেখেত আছিল বিশাল ব্যক্তিত্বশালী সেই কাৰণেই দহৰ লগত সহজেই মিলি যাব পাৰিছিল। প্ৰথম দৰ্শনত কোনোৱেই ধৰিব নোৱাৰিছিল শুধ বগা ধুতি-পাঞ্জাবী পৰিহিত সেই চুটি-চাপৰ ক্ষীণ কৰ্মঠ মানুহজনেই পণ্ডিতপ্ৰৱৰ ৰজনীকান্ত দেৱশৰ্মা। সংঘৰ অখিল ভাৰতীয় বৈঠকৰ নিমিত্তে বছৰত দুবাৰকৈ অসমৰ বাহিৰলৈ যাব লগা হয়। বিচৰা হ'লে তেখেতে প্ৰথম শ্ৰেণীৰ আৰামদায়ক ৰেল যাত্ৰাৰ সুবিধা ল'ব পাৰিলেহেঁতেন। কোনো কোনো সময়ত কৰ্তব্য, অত্যাৱশ্যকীয় হ'লেহে উৰাজাহাজেৰে গৈছিল। কিন্তু প্ৰায়েই তাকে নকৰি তেখেতে সদায় আমাৰ লগত কষ্ট কৰি দ্বিতীয় শ্ৰেণীতহে অহা-যোৱা কৰিছিল। সম্ভৱতঃ মহাত্মা



গান্ধীয়ে তেতিয়াৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰা কথাটোৱে ছাৰৰ মনতো প্ৰভাৱ পেলাইছিল। আৱশ্যকীয় বস্তুৰ পৰিমাণো আছিল তেনেই সামান্য। সকলো বয়বস্তু প্ৰবাসৰ সময়ত তেখেতে নিজে কঢ়িয়াই নিব পৰা আকাৰৰ দুটা সৰু চুটকেচত ভৰাই নিছিল। প্ৰায়ে সেই দুটা তেখেতৰ হাতৰপৰা জোৰ কৰিহে আমি কঢ়িয়াই নিছিলোঁ। আনৰ বোজা হ'বলৈ তেখেত সদায় অনিচ্ছুক আছিল। তেখেতৰ সান্নিধ্য আমাৰ কাৰণে আছিল বহু আকাঙ্ক্ষিত। তেখেতৰ কাৰণেই আমনিদায়ক ৰেল যাত্ৰাও আমাৰ কাৰণে হৈ পৰিছিল পৰম আনন্দ-জনক। সৰু সৰু কথাৰপৰা আৰম্ভ কৰি গভীৰ দাৰ্শনিক বিষয়বোৰলৈ নিজৰ স্বভাৱসুলভ ৰসিকতাৰে তেখেতে কৈ গৈছিল আৰু আমি মন্ত্ৰমুগ্ধৰ দৰে শুনি গৈছিলোঁ। তেখেতৰ এনে অনৌপচাৰিক কথা-বাৰ্তাবোৰৰপৰা আমি বহুতো কথা শিকিব পাৰিছিলোঁ।

জ্ঞান-অৰ্জন যে এটা আজীৱন সাধনা তাক তেখেতে নিজ আচৰণেৰে দেখুৱাই থৈ গৈছে। এবাৰ তেখেতৰ ঘৰত শব্দ এটা লৈ আমাৰ অলপ খোকোজা লাগিছিল। তেতিয়া তেখেতক সুধি সন্দেহ দূৰ কৰি লৈছিলোঁ। কিন্তু তেখেত নিজেই যেন সন্তুষ্ট নহ'ল। তৎক্ষণাৎ ভিতৰলৈ গৈ ইংৰাজী অভিধানখন উলিয়াই আনি উক্ত শব্দটো সম্পৰ্কে লিখা থকা কথাখিনি আমি শুনাকৈ ডাঙৰ ডাঙৰকৈ পঢ়ি উঠি ক'লে,—"মোৰো ভুল হ'ব পাৰে। সেই কাৰণেই এবাৰ চাই ল'লোঁ।" এইজনেই আছিল অসমীয়া বিশ্বকোষৰ প্ৰধান সম্পাদক।

শৰ্মাজীৰ সহজ-সৰল জীৱন-যাপন পদ্ধতি আৰু তেখেতৰ আড়ম্বৰহীন বেশভূষাই আমাক সদায় মোহিত কৰিছিল। এই সম্পৰ্কে তেখেতে নিজে বাৰু কি ভাবিছিল? নলবাৰীত শঙ্কৰদেৱ শিশু নিকেতন প্ৰতিষ্ঠাৰ দিনাখন (৩।৬।৮৩ ইং) ভাষণ প্ৰসঙ্গত তেখেতে কোৱা কথা এযাৰ আজিও কাণত বাজি আছে। তেখেতে কৈছিল—"যিজন শিক্ষকে নিজৰ জ্ঞানৰদ্বাৰা ছাত্ৰক আকৃষ্ট কৰিব নোৱাৰে সেইজনেহে পোছাক-পৰিচ্ছদ আদি বাহ্যিক আড়ম্বৰেৰে ছাত্ৰক আকৰ্ষণ কৰিবলৈ যত্ন কৰে।"

শৰ্মাজীৰ ব্যক্তিত্বৰ যিটো দিশে আমাক আটাইতকৈ বেছি প্ৰভাৱিত কৰিছিল সেইটো আছিল তেখেতৰ স্পষ্টবাদিতা। সঁচা কথা ক'বলৈ তেখেতে কোনোদিনে দ্বিধাবোধ কৰা নাছিল। অন্যায়-অবিচাৰৰ প্ৰতিবাদো তেখেতে সদায় নিৰ্ভীক-ভাৱে কৰিছিল। বিদেশী বহিষ্কৰণ আন্দোলন, বড়ো আন্দোলন, অতি-সাম্প্ৰতিক

হিংসাত্মক কাৰ্যকলাপ ইত্যাদি নানা সমস্যা সম্পৰ্কে সংঘৰ দৃষ্টিভঙ্গী কি তাক সময়ে সময়ে গোহাৰি, প্ৰচাৰ পত্ৰিকা আদিৰ মাধ্যমেৰে প্ৰান্তীয় সংঘ-চালক হিচাপে তেখেতে প্ৰকাশ কৰিব লাগিছিল। এই প্ৰকাশনবোৰেই আছিল সেই বিষয়-পৰিস্থিতিত সৰ্বসাধাৰণ ৰাইজ তথা স্বয়ংসেৱকৰ পথ প্ৰদৰ্শক। নিজৰ ব্যক্তিগত আশা-আকাঙ্ক্ষা সকলো জলাঞ্জলি দি সমাজৰ কাম কৰিব বুলি সুদূৰ কেৰেলাৰপৰা অহা কামৰূপ জিলাৰ সংঘ প্ৰচাৰক মুৰলী মনোহৰৰ অপহৰণৰ প্ৰতিবাদত কেইবা শ স্বয়ংসেৱকে শোভাযাত্ৰা কৰি গৈ ১৯৯০ খ্ৰীষ্টাব্দৰ ১৩ নবেম্বৰত দিছপুৰত মুখ্যমন্ত্ৰীৰ হাতত স্মাৰক পত্ৰ দিছিল। সিদিনা দুপৰীয়া সেই শোভা-যাত্ৰাকাৰীসকলক অভয় বাণী প্ৰদান কৰা নিৰ্ভীক শৰ্মাজীৰ চেহেৰা আজিও চকুৰ আগত জিলিকি উঠে।

আজি দেশত বিদ্বান আৰু পণ্ডিত লোকৰ অভাৱ নাই। অভাৱ মাত্ৰ সঁচাক সঁচা বুলি ক'বলৈ কুণ্ঠাবোধ নকৰা সাহসী ব্যক্তিৰ হে। অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাজী আছিল এনে এক বিৰল ব্যক্তিত্বৰ অধিকাৰী পুৰুষ। তেখেতৰ জীৱন সকলোৰে কাৰণে প্ৰেৰণাৰ উৎস হৈ থাকিব। □

## সংঘচালক ৰজনীকান্ত দেৱশৰ্মা

**দয়ালকৃষ্ণ বৰা**

১৯৯১ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰীৰ দিনা পণ্ডিতপ্ৰবৰ আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ মৃত্যুৰ খবৰ শুনি কেইজনমান সাংবাদিক আহিছিল ফটো ল'বলৈ আৰু তেখেতৰ বিষয়ে জানিবলৈ। এজনে সাংবাদিক কেইজনৰ আগত তেখেতৰ জীৱনপঞ্জী কৈ যাওঁতেই আন এজনে মাজতে ক'লে—"শ্ৰদ্ধেয় শৰ্মাদেৱ আৰ. এছ. এছৰ প্ৰান্ত সংঘচালকো আছিল।" তাত বহি থকা শ্ৰদ্ধেয় পণ্ডিত এজনে এই কথা শুনি কৈ উঠিল—"সেইবোৰ লিখিব নালাগে।" পণ্ডিতজনৰ ভাব—এইবোৰ বাবত থকা বুলি লিখিলে ৰজনীকান্ত দেৱশৰ্মাদেৱ সমাজৰ চকুত হেয় হ'ব।

ড° হীৰেণ গোহাঁই ডাঙৰীয়াই শ্ৰদ্ধেয় শৰ্মাদেৱৰ মৃত্যুত গভীৰ দুখ প্ৰকাশ কৰি এখন অসমীয়া দৈনিক বাতৰি কাকতত লিখিছিল, "শ্ৰদ্ধেয় শৰ্মা ছাৰক আমি উদাৰ মনৰ লোক বুলিয়েই ভাবোঁ। কিন্তু তেখেতে আৰ এছ. এছৰ দৰে লেখীয়া সংগঠনৰ সৈতে জড়িত হোৱা বুলি জনাত ভাব হয় যেন শেষৰ ফালে তেখেতৰ চিন্তাধাৰাত সীমা আহি পৰিছিল।"

এইসকল নগৈ গড়গাঁৱৰ বাতৰি কোৱা লোক। পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাদেৱে যিটো আদৰ্শ লৈ জীৱনৰ শেষ মুহূৰ্তলৈকে দেশ-সেৱা কাৰ্যত নিজকে বিলাই দিছিল আৰু আন দহজনক সেৱাত ব্ৰতী হ'বলৈ উদগনি দিছিল, সেই অনুষ্ঠানৰ নাম শুনিলেই এইসকলে নাক কোঁচায়। তেখেতসকলে ৰজনী-কান্ত দেৱশৰ্মাদেৱক ভাল পায়, শ্ৰদ্ধা কৰে কিন্তু তেখেতৰ আদৰ্শ গ্ৰহণ নকৰে বা তেখেতৰ আদৰ্শৰ প্ৰতি সন্মান নজনায়।

তথাপি ৰজনীকান্ত দেৱশৰ্মাদেৱে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘত প্ৰৱেশ কৰিলে; ইমানেই নহয়, এজন সাধাৰণ স্বয়ংসেৱক হৈ থকাৰ পৰিবৰ্তে তেখেতে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ মুৰব্বীৰূপে নেতৃত্বও বহন কৰি গ'ল। তেখেত অসম প্ৰান্তৰ সংঘচালক হ'ল; সংঘ আৰু সংঘ-পৰিয়ালৰ এই মুলুকৰ অভিভাৱকৰ আসনতো বহি গ'ল।

সংঘৰ সৈতে তেখেতৰ সম্পৰ্ক কেতিয়াৰপৰা আছিল সেই বিষয়ে মই নাজানোঁ। কিন্তু সংঘৰ কাৰ্যক্ৰমত প্ৰথম দেখা পাওঁ ১৯৭১ খ্ৰীষ্টাব্দত। সেই বছৰত গুৱাহাটী ভোলানাথ বৰুৱা মহাবিদ্যালয়ত সংঘ শিক্ষাবৰ্গ অনুষ্ঠিত হৈছিল। শিক্ষাবৰ্গৰ সামৰণি উৎসৱলৈ তেতিয়াৰ সংঘচালক পৰম পূজনীয় শ্ৰীগুৰুজী আহিছিল মুখ্য অতিথি হৈ। সভাপতি আছিল পণ্ডিতপ্ৰৱৰ ৰজনীকান্ত দেৱশৰ্মাদেৱ। জুন মাহৰ কথা। সিদিনা ধাৰাসাৰ বৰষুণ। অনুষ্ঠান বাহিৰত কৰিব নোৱাৰি ঘৰৰ ভিতৰতে কৰিব লগা হৈছিল। মই শ্ৰদ্ধা-মিহলি চকুৰে ভয়ে ভয়ে দূৰৰপৰাই পূজনীয় গুৰুজীৰ লগতে শ্ৰদ্ধেয় পণ্ডিত গৰাকীকো চাইছিলোঁ। মনত গৌৰৱ হৈছিল—এজন সৰ্বজন শ্ৰদ্ধেয় পণ্ডিত লোক আমাৰ লগলৈ অহাৰ বাবে। সভাত কোনজনে কি ভাষণ দিছিল সেয়া আজি মনত নাই।

১৯৮০ খ্ৰীষ্টাব্দত মই সংঘৰ প্ৰচাৰক হিচাপে কামৰূপ জিলালৈ আহোঁ। তাৰ দুমাহৰ পিছতে নলবাৰীত জিলা বৈঠক হৈছিল। বৈঠকলৈ আহি দেখোঁ—শ্ৰদ্ধেয় শৰ্মাদেৱো আহিছে। তেখেত তেতিয়া বিভাগ সংঘচালক। সংঘৰ দৃষ্টিত সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যকেই অসম বুলি ধৰা হয়। সংগঠনৰ সুবিধাৰ কাৰণে এই অসম প্ৰান্তক আঠোটা ভাগত ভাগ কৰি লৈছে। ইয়াৰ একোটা ভাগক বিভাগ বুলি কোৱা হয়। শ্ৰদ্ধেয় শৰ্মাদেৱ ইয়াৰে এটা বিভাগ গুৱাহাটী বিভাগৰ সংঘচালক আছিল। গুৱাহাটী বিভাগত পুৰণি কামৰূপ জিলা আৰু পুৰণি খাছি জয়ন্তীয়া পাহাৰ জিলা পৰে।

মই কোঠালৈ সোমাই যোৱাৰ লগে লগে তেখেতে স্বভাৱজাত হাঁহিটো মাৰি সুধিলে—"কিহে বৰা, আমাৰ কামৰূপীয়া ভাষা বুজাত অসুবিধা হোৱা নাইতো?" মই কামৰূপ জিলাৰ নুবুজা শব্দ কিছুমান দিনলিপিত লিখি থৈছিলোঁ। সেইবোৰ এটা এটাকৈ সুধি গ'লোঁ, তেখেতে তেখেতৰ স্বাভাৱিক খুহুটীয়া ভাষাৰে হাঁহি হাঁহি বুজাই দিলে। বৈঠকত দেখিলোঁ—সংগঠনৰ বিষয়ত তেখেত আমাতকৈ আগ বঢ়া। শুদ্ধ বিচাৰসম্মত সিদ্ধান্ত আৰু নীতিত গভীৰ আস্থা দেখি মই চমকিত হ'লোঁ।

ইয়াৰ পিছত প্ৰতি মাহতে হোৱা জিলা বৈঠকসমূহত মাননীয় শৰ্মাদেৱ নিৰ্দিষ্ট সময়ত উপস্থিত থাকি আমাক নিৰ্দিষ্ট পথত আগ বঢ়াৰ পৰামৰ্শ দিছিল। তেখেতৰ উপস্থিতিত বৈঠকসমূহো সৰস আৰু অৰ্থপূৰ্ণ হৈ পৰিছিল।

১৯৭১ খ্ৰীষ্টাব্দৰপৰা সংঘৰ সৈতে জড়িত হৈ ইটো-সিটো অনুষ্ঠানৰ জৰিয়তে সংঘ কাৰ্যত তেখেত ব্ৰতী হৈছিল যদিও ১৯৭৯ খ্ৰীষ্টাব্দতহে তেখেতে বিভাগ



সংঘচালকৰ দায়িত্বভাৰ গ্ৰহণ কৰে। ১৯৮৩ খ্ৰীষ্টাব্দত তেখেত সহপ্ৰান্তসংঘচালক হয় আৰু প্ৰান্তসংঘচালক মাননীয় সুৰেন্দ্ৰনাথ শৰ্মাদেৱৰ পৰলোক হোৱাত ১৯৮৬ খ্ৰীষ্টাব্দত শ্ৰদ্ধেয় শৰ্মাদেৱে প্ৰান্তসংঘচালকৰ দায়িত্বভাৰ গ্ৰহণ কৰে।

ইতিমধ্যে তেখেতে বিদ্যাভাৰতীৰ অন্তৰ্গত অসম শিশু শিক্ষা সমিতিৰ সভাপতি আছিলেই। প্ৰান্তসংঘচালক হোৱাৰ পিছত বনবাসী কল্যাণ আশ্ৰম, পূৰ্বাঞ্চল লোককল্যাণ সমিতি, ভাৰতীয় ইতিহাস সংকলন সমিতি, ভাৰতীয় শিক্ষণ মণ্ডল, আলোক প্ৰকাশন ট্ৰাষ্ট আদি অনুষ্ঠানসমূহৰ সভাপতিৰূপে কাৰ্যভাৰ গ্ৰহণ কৰে। এইবোৰ অনুষ্ঠানৰ বাদেও সংঘ পৰিয়ালৰ অন্তৰ্ভুক্ত অন্যান্য অনুষ্ঠান বিশ্বহিন্দু পৰিষদ, ভাৰতীয় মজদুৰ সংঘ, ৰাষ্ট্ৰ সেৱিকা সমিতি, ৰাষ্ট্ৰীয় শিখ সঙ্গত, ডা° হেডগেৱাৰ ৰক্ত নিধি, ভাৰত বিকাশ পৰিষদ, অখিল ভাৰতীয় বিদ্যাৰ্থী পৰিষদ, নেচনেল মেডিকেল কাউন্সিল ইত্যাদি ইত্যাদি অনুষ্ঠানৰ প্ৰান্তসংঘচালক হিচাপে অভিভাৱক স্বৰূপ আছিল।

যিকোনো প্ৰাদেশিক বৈঠক বা শিবিৰত শ্ৰদ্ধেয় শৰ্মাদেৱৰ উপস্থিতি আমাৰ বাবে প্ৰেৰণাদায়ক। তেখেতৰ খুহুটীয়া আৰু জ্ঞানগৰ্ভ কথাৰে আমাক মোহিত কৰি ৰাখিছিল। কেতিয়াবা কেতিয়াবা উপস্থিতি কম দেখিলে তেখেতে সততে কৈছিল, "হেৰা, তোমালোকেও এৰিব নোৱৰাৰ বাবেহে সংঘত আছা নেকি?" তেখেতৰ হাঁহিৰ মাজেৰে কোৱা এই কথাষাৰে কাৰ্যকৰ্তাসকলক আনন্দ দিলেও প্ৰত্যেকেই নিজৰ কৰ্তব্যৰ প্ৰতি সচেতনো হৈ পৰিছিল।

সংঘ পৰিয়ালৰ বাহিৰৰ লোকৰ আগত তেখেতে সততে গৌৰৱ কৰি কোৱা বিষয়টো হ'ল—বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডিগ্ৰী লৈ সৰ্বস্ব ত্যাগ কৰি দেশ সেৱাত ওলাই অহা প্ৰচাৰকসকল সঁচাকৈ গৌৰৱৰ পাত্ৰ।

শ্ৰদ্ধেয় শৰ্মাদেৱে বিশ্বাস কৰিছিল যে সংঘৰ কামৰদ্বাৰা যিমান সোনকালে দেশৰ প্ৰত্যেকজন লোকৰ ওচৰলৈ যাব পৰা যাব সিমান সোনকালে আমাৰ দেশখনৰ সৰ্বাঙ্গীণ উন্নতিৰ পথ প্ৰশস্ত হ'ব। ইয়াৰ বাবে সমগ্ৰ পূৰ্বাঞ্চলৰ ইটো মূৰৰপৰা সিটো মূৰলৈ তেখেতে সংঘৰ কামৰ বাবে ঘূৰি ফুৰি কাৰ্যকৰ্তাসকলক অনুপ্ৰাণিত কৰিছিল।

চহৰীয়া মানুহৰ দৃষ্টিত তথা বুদ্ধিৰ কছৰত কৰা লোকসকলে অসমৰ সমস্যাৰ কথা কওঁতে নিজতকৈ আৰ্থিক দিশত উন্নত, আধুনিক সভ্যতাৰ সকলো ধৰণৰ সুবিধা ভোগ কৰাসকলক তুলনা কৰি কথা কয়। নিজকো সেই পৰ্যায়লৈ নিবলৈ অহোপুৰুষাৰ্থ কৰে। সমাজৰ খাটিখোৱা মানুহখিনিৰ কল্যাণৰ চিন্তা

কৰি দৰিদ্ৰ জনসাধাৰণৰ কথা কৈ এইসকলে বিলাপ কৰে নতুবা নিজকে তেনেদৰে চিন্তা কৰা এজন লোক বুলি কৈ বাতৰি-কাকতত দীঘল দীঘল প্ৰবন্ধ লিখে আৰু সভাই-সমিতিয়ে বক্তৃতাৰ ফুলজাৰি মাৰি জহাই ফুৰে। কিন্তু শৰ্মাদেৱ ? তেখেতে তেনেদৰে কোনোদিন কৈ ফুৰা নাছিল আৰু ইয়াৰ বিষয়ে দীঘলদীঘল প্ৰবন্ধও লিখা নাছিল। সংঘচালক হিচাপে তেখেতে সততে সনাতন ধৰ্মৰ কথা কৈছিল আৰু আৰ্যসকলৰ সংস্কৃতি সমাজত বিয়পাবলৈ আলোচনাত ভাগ লৈছিল। ইয়াৰ বাবে তেখেতে আঢ্যৱন্ত শ্ৰেণীবো নেতৃত্ব কৰা নাছিল আৰু কোনোবাই কোৱাৰ দৰে বুৰ্জোৱাও হোৱা নাছিল।

হিন্দু সমাজৰ তথা দেশৰ সৰ্বাঙ্গীণ উন্নতিৰ কথা কোৱা শৰ্মাদেৱে ভালদৰে অনুভৱ কৰিছিল যে হিন্দু সমাজ মানে নগৰত বাস কৰা মসৃণ মুখৰ মানুহখিনি যিদৰে নহয় সেই একেদৰে তথাকথিত উচ্চ বৰ্ণজাত মানুহখিনিকো নুবুজায়। হিন্দু মানে নগা পাহাৰৰ ভিতৰ গাঁৱত থকা কঁকালত গাঁথি মাৰি এটুকুৰা সামান্য কাপোৰেৰে নিজৰ লাজ ঢকা মানুহখিনি আৰু ঘৰৰ চালেৰে আকাশৰ তৰা দেখা বাসগৃহত থাকি কেইগৰাহমান ভাতৰ বাবে হাড়ভঙা পৰিশ্ৰম কৰা হৰিজন, গিৰিজনসকলকো বুজায়। এইসকলৰ কল্যাণ তথা উন্নতিৰ হকে বক্তৃতা দিলে বা বাতৰি-কাকতত লিখিলেই নহয় সেইসকলৰ মাজত সোমাই তাতে থাকি তেওঁলোকৰ জীৱনৰ সকলো প্ৰয়োজনীয় দিশত উন্নতি কৰিবলৈ সেৱা কৰিব লাগিব।

ইয়াৰ বাবেই প্ৰতিষ্ঠা হৈছিল বিশ্বহিন্দু পৰিষদৰ সেৱা বিভাগ, ৰাষ্ট্ৰীয় স্বয়ং-সেৱক সংঘৰ সেৱা প্ৰকল্পসমূহ, বনবাসী কল্যাণ আশ্ৰম, বিদ্যাভাৰতীৰ অন্তৰ্গত অসম শিশু শিক্ষা সমিতি, পূৰ্বাঞ্চল লোক-কল্যাণ সমিতি, ডা° হেড্‌গেৱাৰ স্মাৰক সমিতি, ডা° হেড্‌গেৱাৰ ৰক্ত নিধি ইত্যাদি অনুষ্ঠানবোৰ। এইবোৰ অনুষ্ঠানৰ জৰিয়তে সমস্ত পূৰ্বাঞ্চলত সেৱামূলক প্ৰকল্পসমূহ গঢ়ি উঠিছিল।

ভিতৰুৱা গাঁওবোৰত উচ্চ শিক্ষাৰ ব্যৱস্থা নাই। নগৰ বা চহৰত থাকি দৰিদ্ৰ জনজাতীয় ছাত্ৰসকলে পঢ়িবও নোৱাৰে। গতিকে উক্ত অনুষ্ঠানসমূহৰ জৰিয়তে অসমত ১৪টা, ত্ৰিপুৰাত ৪টা, মণিপুৰ, নগাৰাজ্য আৰু মেঘালয়ত একোটাকৈ দুখীয়া আৰু পিছপৰা ছাত্ৰসকল বিনামূলীয়াকৈ থাকিবলৈ ছাত্ৰাবাস প্ৰতিষ্ঠা কৰা হৈছে। এই ছাত্ৰাবাসবোৰত বৰ্তমানে প্ৰায় ৩৫০ জন ছাত্ৰ থাকি প্ৰাথমিক বিদ্যালয়ৰপৰা মহাবিদ্যালয় পৰ্যন্ত পঢ়া-শুনা কৰে। ছাত্ৰাবাসসমূহত থকা-খোৱাৰ উপৰিও প্ৰয়োজনীয় কাপোৰ-কানিও বিনামূলীয়াকৈ দিয়া হয়।



স্বাধীনতাৰ প্ৰায় অৰ্ধ শতিকাৰ পিছতো আমাৰ দেশত বিশেষকৈ পূৰ্বাঞ্চলত এনেকুৱা বহুতো অঞ্চল আছে—য'ত এখনো বিদ্যালয় নাই। বিদ্যালয়বিহীন অঞ্চলত আধুনিক যুগৰ পোহৰ কোনে বিলাব ? সেই কাৰণে তেনেবোৰ অঞ্চলত অসমত ২৯ খন, মণিপুৰত ৮ খন, ত্ৰিপুৰাত ৬ খন আৰু নগাৰাজ্যত এখন বিদ্যালয় প্ৰতিষ্ঠা কৰা হৈছে। এই বিদ্যালয়সমূহত প্ৰায় ১২,৫০০ ছাত্ৰই পঢ়া-শুনা কৰে। ইয়াৰে প্ৰায় আধা বিদ্যালয়ত বিশেষকৈ জনজাতি আৰু পিছপৰা লোকৰ বসতি অঞ্চলৰ ছাত্ৰসকলক সকলো ধৰণৰ সুবিধা বিনামূলীয়াকৈ দি পঢ়োৱা হয়।

আজিৰ শিশু কাইলৈ দেশৰ নাগৰিক—এই আপ্ত বাক্য আমাৰ সকলোৰে মুখে মুখে। কিন্তু শিশুসকলক দেশৰ উপযুক্ত নাগৰিকৰূপে গঢ়ি তুলিব নোৱাৰিলে কেনেধৰণে ভবিষ্যত নাগৰিক তৈয়াৰ হ'ব ? ইয়াৰ বাবে অসমত ১৬টা আৰু ত্ৰিপুৰাত ৩টা শিশু সংস্কাৰ কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হৈছে।

অৰ্থনৈতিক দিশত জনজাতি ৰাইজক সকাহ দিবলৈ পূৰ্বাঞ্চলৰ ঠায়ে ঠায়ে পৰম্পৰাগত কুটিৰ শিল্পসমূহৰ উন্নতি সাধন কৰি তাৰ বিক্ৰী ব্যৱস্থাও গ্ৰহণ কৰা হৈছে। এনেধৰণৰ বিক্ৰী কেন্দ্ৰ অসম আৰু মণিপুৰত একোটাকৈ আছে।

পাহাৰৰ ভিতৰুৱা গাঁওবোৰত চিকিৎসাৰ কোনো ব্যৱস্থা নাই। দুখীয়া জনসাধাৰণে চিকিৎসাৰ অভাৱত কিমানজনে প্ৰাণ ত্যাগ কৰিছে তাৰ হিচাপ কোনে ৰাখে ? নিজৰ ভাই-ভনীৰ আৰোগ্যৰ বাবে চিকিৎসা মহাবিদ্যালয়ৰপৰা ডিগ্ৰী লৈ বহুকেইজন ডেকা ল'ৰাই ওপৰৰ অনুষ্ঠানসমূহৰ জৰিয়তে বিনামূলীয়াকৈ চিকিৎসা সেৱা আগ বঢ়াই আহিছে। তেনেধৰণৰ চিকিৎসা কেন্দ্ৰ অসমতে আছে ১১টা, মণিপুৰ আৰু ত্ৰিপুৰাত ৪ টাকৈ, নগাৰাজ্য আৰু মেঘালয়ত ১টা আছে। এই কেন্দ্ৰসমূহৰ ডাক্তৰসকলে ৩০ৰপৰা ৪০ কিলোমিটাৰ পৰ্যন্ত খোজ কাঢ়ি চিকিৎসা সেৱা আগবঢ়ায়। কেতিয়াবা কেতিয়াবা একোটা চিকিৎসা কেন্দ্ৰত দিনে ২৫০ৰপৰা ৩০০ পৰ্যন্ত ৰোগীক চাবলগীয়া হয়।

বিজ্ঞানৰ চৰম উন্নতি হোৱা সত্বেও বিজ্ঞানাগাৰত তেজ আজিও তৈয়াৰ কৰিব পৰা নাই। অসমত স্বেচ্ছাই ৰক্তদান কেন্দ্ৰ প্ৰতিষ্ঠা কৰি ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘই পোন প্ৰথমতে দুখীয়া ৰোগীসকলক তেজদানৰ প্ৰক্ৰিয়া আৰম্ভ কৰে। এনেধৰণৰ ৰক্তদান কেন্দ্ৰ অসমত ৫টা আছে।

আজিৰ বিদ্যালয়সমূহত শিক্ষাৰ মানদণ্ড দিনক দিনে কমি আহিছে। এইটো সকলোৰে জনা কথা। ফলত টিউচনৰ ধুম উঠিছে। দুখীয়া ছাত্ৰসকলে কি কৰিব ? তেওঁলোক ইয়াৰপৰা বঞ্চিত। গতিকে অসমত ২২টা, মণিপুৰত ৪টা

আৰু অৰুণাচলত ১টা, বিনামূলীয়াকৈ পাঠদান কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হৈছে। সেইদৰে গ্ৰন্থাগাৰো ঠায়ে ঠায়ে প্ৰতিষ্ঠা কৰা হৈছে।

শ্ৰদ্ধেয় শৰ্মাদেৱ এই সকলোবোৰ সেৱামূলক প্ৰকল্পৰ প্ৰান্ত সংঘচালক হিচাপে আছিল অভিভাৱক। ইমানবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ তেখেত নামতহে মাত্ৰ অভিভাৱক আছিল তেনে নহয়; দূৰদূৰণিত থকা প্ৰকল্পসমূহ নিজে গৈ পৰিদৰ্শন কৰি পৰামৰ্শ আদি আগ বঢ়াইছিল আৰু সেইবোৰ যাতে ঠিকমতে চলে তাৰ প্ৰতি সততে চকু ৰাখিছিল।

অনুষ্ঠানমূহৰ স্বাৰ্থত মাজে মাজে দিল্লী, বোম্বাই আদি ঠাইলৈও যাবলগীয়া হৈছিল। প্ৰান্ত সংঘচালক হিচাপে আৰু প্ৰকল্পবোৰ পৰিদৰ্শন কৰিবলৈ পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইলৈ তেখেতে সঘনে অহা-যোৱা কৰিব লগা হৈছিল। এজন সৰ্বজনমান্য শ্ৰদ্ধেয় ব্যক্তি হিচাপে দূৰ-দূৰণিলৈ যাবলগীয়া হ'লে টেক্সী বা কাৰৰ ব্যৱস্থা কৰিলে অথবা ৰেলৰ প্ৰথম শ্ৰেণীৰ টিকেট কৰিলে তেখেতে বেয়া পাইছিল আৰু তেনেদৰে যাবলৈ নিবিচাৰিছিল। উৰাজাহাজৰ কথা তেখেতৰ আগত উলিয়ালেই হাঁহি হাঁহি উৰুৱাই দিছিল। সৰ্বসাধাৰণে যিদৰে এইবোৰ ঠাইলৈ অহা-যোৱা কৰে তেখেতেও তেনেদৰেই সদায় অহা-যোৱা কৰিছিল। কেতিয়াবা কেতিয়াবা বাছত বহিবলৈ ঠাই নাপালে ঘণ্টাৰ পিছত ঘণ্টা থিয় হৈ গৈছিল। কোনোবা চিনাকি মানুহে নিজৰ চিটত বহিবলৈ দিলে প্ৰথম অৱস্থাত হাঁহি মাৰি নাকচ কৰিছিল, জোৰ কৰি ধৰিলেহে বহিছিল।

সাহিত্য সভাৰ সভাপতি পদৰ বাবে তেখেতৰ নামটো কেইবাবাৰো আহিছিল। কিন্তু শাখা সাহিত্য সভাবোৰে তেখেতক নাকচ কৰিলে। দ্বিতীয়-বাৰত মই তেখেতক কৈছিলোঁ—"এইবাৰ আপুনি কিজানি সভাপতি হৈ যায়।" উত্তৰত তেখেতৰ স্বভাৱ সুলভ হাঁহি মাৰি ক'লে—"হেৰা বৰা, মই সভাপতি হ'ব নোৱাৰোঁ কাৰণ মোক এজনে কৈছে—"ছাৰ আপুনি আৰ. এছ. এছ নেৰালৈকে অসম সাহিত্য সভাৰ সভাপতি হ'ব নোৱাৰিব। কাৰণ আমাৰ শাখা সাহিত্য সভা কিছুমানত এই বিষয়ে ওলাইছে।" মই তেওঁক ক'লোঁ, "সাহিত্য সভাৰ সভাপতি পদৰ বাবেই মই মোৰ আদৰ্শ এৰিব নোৱাৰোঁ। এতিয়া মই যিমান সেৱা কাৰ্যৰ সৈতে জড়িত সাহিত্য সভাৰ সভাপতি হৈ ইয়াতকৈ কিমান বেছি সেৱা কৰিব পাৰিম? অসমীয়া ভাষা-সাহিত্যৰ সেৱা মই মোৰ সাধ্যানুসৰি কৰিয়ে আছোঁ নহয়? সাহিত্য সভাৰ সভাপতি নহ'লেও কৰি থাকিম।



এয়ে পণ্ডিত আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱ। আমাৰ সকলোৰে শ্ৰদ্ধেয় দেৱশৰ্মাদেৱ। পদ, সন্মান আৰু অৰ্থৰ লালসাত আজিৰ শিক্ষিত বুদ্ধিজীৱিসকল দৌৰি ফুৰিছে। কিন্তু তাৰ বিপৰীতে ৰজনীকান্ত দেৱশৰ্মাদেৱে নিজৰ জীৱনৰ সকলো স্বাৰ্থ পিছপেলাই থৈ দেশৰ দৰিদ্ৰ, অশিক্ষিত, অৰ্দ্ধাহাৰী, অনাহাৰী আৰু পিছপৰা সমাজক আগুৱাই আনিবলৈ, পৰম গৌৰৱৰ আসনত দেশমাতৃক প্ৰতিষ্ঠা কৰিবলৈ একান্ত নিষ্ঠাৰে সেৱা আগ বঢ়াইছিল আৰু সংগঠনৰ কাৰ্যত নিজকে ব্যস্ত ৰাখিছিল।

শ্ৰদ্ধেয় শৰ্মাদেৱৰ ঐকান্তিক নিষ্ঠা আৰু স্বদেশ প্ৰেমে আমাৰ সকলোৰে অন্তৰত চিৰদিন প্ৰেৰণা জগাই থাকিব আৰু আমাক নিস্বাৰ্থভাৱে দেশসেৱা কৰিবলৈ অনুপ্ৰেৰিত কৰিব। □

# "কমকৈ খাবাতো বেছিকৈ খাবা"— আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ অমৃতবাণী

**মহেশ মেধি**

পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাৰ কথা মনলৈ আহিলেই মোৰ এটা কথা মনলৈ আহে "কমকৈ খাবাতো বেছিকৈ খাবা, বেছিকৈ খাবাতো কমকৈ খাবা।"—এই মূল্যবান অমৃতময় কথাষাৰ। তেখেতৰপৰা বহু কথাকে শুনাৰ সৌভাগ্য হৈছিল, তাৰ ভিতৰত এই কথাষাৰ মই কেতিয়াও পাহৰিব পৰা নাই।

প্ৰয়াত শৰ্মাদেৱৰ লগত মোৰ সম্পৰ্ক হয় ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ স্বয়ংসেৱক হিচাপেহে। ১৯৭১ খ্ৰীষ্টাব্দত ১২ জুলাই মঙ্গলবাৰে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ কাম কৰিবলৈ শ্ৰীযুত বিনায়ক কানেটকাৰজীৰ লগত মই প্ৰথম ঘৰৰপৰা ওলাওঁ আৰু মোক বিনায়কজীয়ে ৰঙিয়াত বিস্তাৰক হিচাপে ৰাখে। তেতিয়াৰেপৰাই মোৰ মাননীয় শৰ্মাদেৱৰ লগত অলপ-অচৰপ সম্পৰ্ক হয়। শ্ৰীবিনায়কজীয়ে মোক আৰু মোৰ বন্ধু শ্ৰীবিপিনচন্দ্ৰ কলিতাক একেলগে বিস্তাৰক হিচাপে কামত ব্ৰতী কৰায়। সৰুৰেপৰা শ্ৰীবিপিন কলিতা আৰু মই নলে-গলে লগা বন্ধু। আমি বিস্তাৰকৰূপে কাম কৰি থকাৰ সময়ত বিনায়কজীয়ে দেৱশৰ্মাদেৱক আমাৰ বিভিন্ন কাৰ্যক্ষেত্ৰত ভাষণ দিবলৈ অনুৰোধ কৰে আৰু তেখেতে স্বয়ং-সেৱক-সকলৰ আগত সাৰুৱা ভাষণ দি সমাজৰ উন্নয়নৰ কামত আগ বাঢ়িবলৈ প্ৰেৰণা যোগাইছিল।

মই যেতিয়া ৰঙিয়াত থাকোঁ তেতিয়া আমাৰ প্ৰান্তীয় সংঘচালক আছিল প্ৰয়াত কৰ্মযোগী গিৰিধৰ শৰ্মাদেৱ। তেখেতেও আচাৰ্য ৰজনীকান্ত দেৱশৰ্মা-দেৱক সংঘৰ কাৰ্যক্ৰমত প্ৰায়ে মাতিবলৈ আমাক কৈছিল আৰু তেখেতক কিবা এটা দায়িত্ব দিব পাৰিলে ভাল হয় বুলি কৈছিল। শ্ৰীবিনায়কজী তেতিয়া আমাৰ কামৰূপ জিলাৰ জিলা প্ৰচাৰক আছিল। কামৰূপ জিলা মানে গুৱাহাটী আৰু দক্ষিণ কামৰূপ বাদ দি গোটেই উত্তৰ কামৰূপ জিলা। সংঘৰ দৃষ্টিত কামৰূপ জিলাক তিনি ভাগত ভগোৱা হৈছিল,—বৰপেটা, নলবাৰী আৰু



ৰঙিয়া। ৰঙিয়া অংশত মই কাম কৰিছিলোঁ আৰু নলবাৰী অংশত শ্ৰীবিপিন কলিতাই কাম কৰিছিল। শ্ৰীবিনায়কজীয়ে দিয়া কৰ্ম নিৰ্দেশনা অনুসৰি আমি কাম কৰোঁ। সেই সময়তে প্ৰয়াত দেৱশৰ্মাদেৱক কামৰূপ জিলাৰ সংঘচালকৰ দায়িত্ব দিয়া হয়।

যেতিয়া কৰ্মযোগী গিৰিধৰ শৰ্মাদেৱৰ পৰলোক প্ৰাপ্তি ঘটে তেতিয়া মই কামৰূপ জিলাৰ প্ৰচাৰক হিচাপে বৰপেটাত আছিলোঁ। তেখেতৰ মৃত্যু হোৱাৰ পিছত প্ৰয়াত সুৰেন্দ্ৰনাথ শৰ্মাদেৱক অসম প্ৰান্তৰ সংঘচালক হিচাপে সংঘৰ বৰিষ্ঠ কাৰ্যকৰ্তাসকলে দায়িত্ব দিয়ে আৰু তেখেতৰ বিয়োগৰ পিছত ৰজনীকান্ত দেৱশৰ্মাদেৱে এই দায়িত্ব গ্ৰহণ কৰে। যেতিয়া তেখেতে সংঘচালকৰ দায়িত্ব গ্ৰহণ কৰে তেতিয়া তেখেতৰ আৰু বেছি ওচৰ চাপিব পাৰিছিলোঁ।

অসম প্ৰান্তৰ প্ৰান্তীয় প্ৰচাৰক শ্ৰীশ্ৰীকান্ত যোশীদেৱৰ নিৰ্দেশ অনুসৰি ১৯৭৮ খ্ৰীষ্টাব্দত **আলোক** সাপ্তাহিক কাকতৰ কাৰ্যালয়ত যোগদান কৰোঁ। **আলোক** সাপ্তাহিকৰ ট্ৰাষ্টিসকলৰ ভিতৰত তেখেত আছিল অন্যতম আৰু ট্ৰাষ্টৰ সভাপতি। আলোকৰ বিভিন্ন কামত তেখেতৰ ওচৰলৈ প্ৰায় যাবলগীয়া হৈছিল। তেখেতে উৎসাহমূলক কথা কৈ আমাক কামত আগ বাঢ়িবলৈ প্ৰেৰণা যোগাইছিল।

আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱ আছিল এক অক্ষয় জ্ঞানসমুদ্ৰ। যিকোনো সমস্যালৈ তেখেতৰ ওচৰ চাপিলেই একোটা সুন্দৰ গল্প কৈ আমাৰ মনৰ দুখ-দুৰ্দশা, হতাশা আঁতৰ কৰি দিছিল। কাম কৰাৰ বাবে আমি উৎসাহ পাইছিলোঁ। তেখেত এনে এজন ৰসিক ব্যক্তি আছিল যে প্ৰতিটো কথাতে হাঁহিব বোল তুলিছিল আৰু সেই কাৰণেই ভ্ৰমণ কালত ওৰে বাটে হাঁহি আৰু আনন্দেৰে সময় পাৰ হৈ গৈছিল। তেখেতৰ লগত থাকিলে সময়বোৰ কেনেকৈ যায় আমি গমকে ধৰিব নোৱাৰিছিলোঁ। আমাৰ মাহেকীয়া বৈঠক বা বিভিন্ন সভা-সমিতিত তেখেত থাকিলে বিশেষভাৱে সভাখন সজীৱ আৰু দীপ্ত হৈ উঠিছিল।

এদিনাখন আমাৰ বৈঠক শেষ হোৱাৰ পিছত কিবা খোৱা-লোৱাৰ কথা ওলাল—কোনে কিমান খাব পাৰে তাৰ বিষয়ে। এটা সময়ত সংঘৰ কাৰ্যক্ৰমত হাজোৰ শ্ৰীঅৰুণ ভৰালী, নগাঁৱৰ শ্ৰীভবেন্দ্ৰনাথ মেধিয়ে অতি কঠিন কামবোৰ কৰিছিল আৰু খোৱা-লোৱাতো তেওঁলোক কম নাছিল। এনেতে মোৰ কাষতে বহি থকা বন্ধু শ্ৰীবিপিন কলিতাই ক'লে,—"দেউতা, ভবেনদা আৰু মই এক বাল্টি খিছাৰি খাই শেষ কৰিছোঁ।" কলিতাই বীৰদৰ্পে কথাষাৰ কৈ শেষ

কৰিছেহে মাথোন, শৰ্মাদেৱে কৈ উঠিল—“হৈছে, হৈছে, বৰ বেয়া কাম কৰিলা ; বৰ বেয়া কাম কৰিলা।” আনন্দত বুৰ গৈ থকা আটাইবোৰ কাৰ্যকৰ্তা নিমাত হৈ পৰিল। কি হ'ল ? কিয় দেৱশৰ্মাদেৱে তেনেকৈ ক'লে। চিন্তা লাগিল। সংঘৰ জ্যেষ্ঠ কাৰ্যকৰ্তা আমাৰ পিতৃতুল্য ব্যক্তিজনে এইদৰে কোৱাত আটাইৰে তালুৱে-জিভাই লাগিল। কলিতাৰ মুখৰ মাত নোহোৱা হ'ল। পৰিস্থিতি বুজি প্ৰত্যুৎপন্নমতি দেৱশৰ্মাদেৱে আটাইৰে মুখৰ পিনে চাই মিচিকিয়াই ক'লে, “হেৰা কমকৈ খাবাতো বেছিকৈ খাবা, বেছিকৈ খাবাতো কমকৈ খাবা।” কথাষাৰ কি ক'লে মই তাৰ অৰ্থ বুজিব নোৱাৰিলোঁ। অন্যবিলাকে কি বুজিছিল মই ক'ব নোৱাৰোঁ। তেতিয়া মই ক'লোঁ—“দেউতা, কথাষাৰ ধৰিব পৰা নাই। ‘কি কমকৈ খাবাতো বেছিকৈ খাবা, বেছিকৈ খাবাতো কমকৈ খাবা।’ অলপ বুজাই কওক।”

তেতিয়া তেখেতে ক'লে, “চোৱা, আমি জন্ম লওঁতেই প্ৰত্যেকেই খাদ্যবস্তুৰ একোটা নিজা নিজা “কোটা” (quota) লৈ আহিছোঁ। সেই “কোটা” মতেহে খাব লাগে। অৰ্থাৎ তোমাৰ ভঁৰালত কুৰি মোন ধান আছে। আচলতে কুৰি মোন ধানৰ চাউলে তোমাক চাৰি মাহ খাবলৈ আঁটে। আমি প্ৰতিদিনে দুবেলা দুসাজ খালে হয়। তাৰে সাজে প্ৰতি ধৰা এপোৱা চাউল লাগে। যদি তাকে নকৰি আমি দিনে তিনি সাজ খাওঁ আৰু খাওঁতে প্ৰতি সাজতে এমুঠি এমুঠি বঢ়াই খাওঁ তেতিয়াহ'লে জানো চাৰি মাহ খাব পৰা যাব ? যদি তুমি সদায় প্ৰয়োজনতকৈ বেছি খোৱা তোমাৰ গা-মন বেয়া লাগিব ; গুৰলৈ মন যাব ; কাম কৰাৰ হেঁপাহ কমি যাব, লাহে লাহে এলেহুৱা হ'বা। এলেহুৱা হ'লে উপাৰ্জন হ'ব ক'ৰপৰা আৰু উপাৰ্জন নহ'লে ক'ৰপৰা খাবা। গতিকে গোটেই প্ৰক্ৰিয়াটোতে আউল লাগিব। সেই কাৰণে যদি তুমি নিয়মিত পৰিমাণে খোৱা আৰু অলপ কমাই খোৱা তুমি সেই কুৰি মোন ধানেৰে চাৰি মাহ নহয় আৰু বেছিদিন খাব পাৰিবা। সেয়ে কয়—কমকৈ খালে বেছিকৈ খাবা আৰু বেছিকৈ খালে কমকৈ খাবা, বুজিলা।” কথাষাৰ মোৰ বেছ গাত লাগিল। সেই দিনাৰেপৰা দেৱশৰ্মা দেউতাৰ এই অতি মূল্যবান কথাষাৰৰ তাৎপৰ্য উপলব্ধি কৰি কথাষাৰ পাহৰিব পৰা নাই।

দেৱশৰ্মাদেৱে হাঁহি উঠা কথাৰ মাজেৰেই এনেকুৱা তত্ত্ব-গধুৰ কথা কিছুমান দাঙি ধৰিছিল। তেখেতৰ এই অমূল্য কথাষাৰ মই কেতিয়াও পাহৰিব নোৱাৰিম।



তেখেত অকল সংঘৰ কাৰ্যৰ প্ৰেৰণাৰ উৎসই নাছিল, তেখেত এগৰাকী বিদগ্ধ সংস্কৃত পণ্ডিত, ভাষাবিদ্, জ্ঞানী, গুণী লোক আছিল আৰু বিভিন্ন অনুষ্ঠানৰ লগত জড়িত আছিল। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ প্ৰান্তীয় সংঘচালক হৈ থকাৰ উপৰিও বিশ্ব-হিন্দু পৰিষদ, শংকৰদেৱ শিশু নিকেতন, বিদ্যাৰ্থী পৰিষদ, সাপ্তাহিক আলোক আদি বহু অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল।

তেখেতৰ সান্নিধ্য মোৰ বাবে আছিল এক প্ৰেৰণাৰ উৎস, তেখেতৰ উপদেশ আৰু অমৃতময় বাণী আছিল মোৰ বাবে গায়ত্ৰী মন্ত্ৰস্বৰূপ। □

# বিদ্যাভাৰতীৰ গুৰিধৰোঁতা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ

নন্দেশ্বৰ শইকীয়া

অসমৰ খ্যাতনামা শিক্ষাবিদ, সাহিত্যিক, আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱে এই সংসাৰত ৭৮ বছৰীয়া কাৰ্যক্ৰমৰ সমাধান কৰি ১৯৯১ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰীত আমাৰ মাজৰপৰা পাৰ্থিৱ দৃষ্টিত আঁতৰ হ'ল ; কিন্তু তেখেতৰ বিভিন্ন দিশলৈ আগবঢ়োৱা অৱদান, তেখেতৰ শিষ্টাচাৰ, অমায়িক ব্যৱহাৰ, মাত-কথা আদিয়ে মচিব নোৱাৰা সাঁচ বহুৱাই থৈ গ'ল। তেখেত অকল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগ আৰু কটন কলেজৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপকেই নাছিল, ভাষা, ধৰ্ম, সাহিত্য, দৰ্শন আদি বিভিন্ন বিষয়ৰ পণ্ডিতো আছিল। বিভিন্ন বিষয়ৰ জটিল প্ৰশ্নৰ সমাধান বিচাৰি তেখেতৰ ওচৰ চাপি তাৰ এটি সমিধান পোৱা হৈছিল।

এইক্ষেত্ৰত আমি তেখেতক বিদ্যাভাৰতীৰ সম্পৰ্কত পোৱাৰ আগতে বিদ্যাভাৰতীৰ মূল লক্ষ্যটোৰ সামান্য ইঙ্গিত দি লৈছোঁ।

'বিদ্যাভাৰতী' এটি সৰ্বভাৰতীয় শিক্ষা সংস্থা ; ই ভাৰতীয় সংস্কৃতিৰ ভিত্তিত প্ৰতিষ্ঠিত। ভাৰতবৰ্ষত বিভিন্ন ধৰণৰ হিন্দী, ইংৰাজী বা ৰাজ্যিক ভাষাৰ মাধ্যমত, মাচুল দিয়া বা নিদিয়া, ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰ বা ৰাইজৰদ্বাৰা পৰিচালিত কিমানবোৰ যে শিক্ষানুষ্ঠান আছে তাৰ অন্ত নাই। ভাৰতত প্ৰাক্ আৰ্য বা আৰ্যোত্তৰ যুগৰ ইতিহাসৰ পাত লুটিয়ালে আমি দেখিবলৈ পাওঁ যে, যুগে যুগে এই শিক্ষানুষ্ঠানবোৰৰ শিক্ষাৰ লক্ষ্য, শিক্ষণীয় বিষয়, পাঠ্যক্ৰম, পাঠ্যতালিকা আদি পৰিৱৰ্তন হৈ আহিছে ; আৰু যুগ সাপেক্ষে এইটো হোৱা স্বাভাৱিক আৰু বাঞ্ছনীয়ও।

শিক্ষাৰ লক্ষ্য কি এইকথা সকলোৱেই জানে। আগতে শিক্ষাৰ লক্ষ্য আছিল—শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধন কৰি জগতত 'মানুহ' গঢ়া। কিন্তু এতিয়াৰ দৰে সকলোৰে অৱগত 'চাৰ্টিফিকেট' বা 'ধনবৃত্তি' নাছিল।

ভাৰতীয় সংস্কৃতিৰ ভেটিটো ত্যাগ, সত্য, ন্যায়, সততা নম্ৰতা আৰু মহাজাতীয়ত্বৰ উপাদানেৰে গঠিত। পৃথিৱীত কিমানবোৰ সংস্কৃতি আছে বা আছিল আৰু তাৰে ভালেকেইটাৰ প্ৰভাৱ ভাৰতীয় সংস্কৃতিত পৰিলেও এই ভাৰতীয় সংস্কৃতিৰ প্ৰবল স্ৰোতস্বিনীত সেইবোৰ উপনৈ হিচাপে জাহ গৈ



যুগ-যুগান্তৰ ইয়াৰ অস্তিত্ব অক্ষুণ্ণ ৰাখি আহিছে। গতিকে বিদ্যাভাৰতীৰ শিক্ষা পদ্ধতিত অতীত আৰু বৰ্তমানৰ সমন্বয়ত ভাৰতীয় সংস্কৃতিৰ বুজ ল'বলৈ হ'লে, ভাৰতীয় জ্ঞান ভাণ্ডাৰৰ দুৱাৰ মুখলৈ যাবলৈ হ'লেও ভাৰতীয় ভাষাৰ মাতৃস্বৰূপা সংস্কৃত ভাষাটোৰ কিছু জ্ঞান অপৰিহাৰ্য আৰু সেই মৰ্মেই বিদ্যাভাৰতীৰ বিদ্যালয়সমূহত প্ৰাথমিক স্তৰৰপৰা সংস্কৃত ভাষাৰ শিক্ষা লোৱাটো ধৰাবন্ধা।

এই ভাৱধাৰাৰ বিদ্যালয় আৰম্ভ হয় ১৯৫২ খ্ৰীষ্টাব্দত আৰু 'বিদ্যাভাৰতী' গঠন কৰি পঞ্জীভুক্ত কৰা হয় ১৯৭৮ খ্ৰীষ্টাব্দত। অসমৰ এই বিদ্যাভাৰতীৰ অন্তৰ্ভুক্ত 'শিশু শিক্ষা সমিতি'ৰ জন্ম হয় ১৯৭৯ খ্ৰীষ্টাব্দত। যেতিয়া এই আদৰ্শত অসমতো বিদ্যালয় খোলাৰ কথা ওলাল তেতিয়া পোনপ্ৰথমে ১৯৭৯ খ্ৰীষ্টাব্দৰ ২১ এপ্ৰিলত মাননীয় সৰ্বশ্ৰী শ্ৰীকান্ত যোশী, কিৰণ শৰ্মা, এম. ভি. এচ. ৰামাৰাও আৰু প্ৰকাশ শৰ্মাৰদ্বাৰা এটি বৈঠকৰ দিহা কৰি ২৪ মে' তাৰিখত মাননীয় ৰজনীকান্ত দেৱশৰ্মা মহাশয়ক সভাপতি আৰু মাননীয় শ্ৰীদীপক বৰঠাকুৰদেৱক সম্পাদক হিচাপে লৈ এখন ৭ জনীয়া সমিতি ( আনকেইজন শ্ৰীশ্ৰীকান্ত যোশী, শ্ৰীকিৰণ শৰ্মা, এম. ভি. এচ. ৰামাৰাও, শ্ৰীনন্দেশ্বৰ শইকীয়া আৰু শ্ৰীপ্ৰকাশ শৰ্মা ) গঠন কৰে। শৰ্মা মহাশয়েই প্ৰথমে অসমৰ বিদ্যালয়সমূহৰ নাম 'শঙ্কৰদেৱ শিশু নিকেতন' ৰাখে। এই সমিতিৰ জন্মৰেপৰা সমিতিৰ সভাপতিৰূপে মৃত্যুৰ দিনালৈকে শৰ্মাদেৱে কাৰ্য-নিৰ্বাহ কৰি গ'ল। তেখেত অকল এই সমিতিখনৰ সভাপতি হৈয়ে থহি থকা নাছিল,—বিদ্যাভাৰতীৰ অন্তৰ্ভুক্ত বা সম্পৰ্কত সকলো বিষয়তে তেখেতৰ সহযোগ উল্লেখযোগ্য। তেখেত আৰম্ভণিৰেপৰা সমিতিৰ পত্ৰিকা 'ভাৰতী'ৰ সম্পাদক অথবা উপদেষ্টা হিচাপে আছিল। সমিতিৰ অন্তৰ্ভুক্ত বিদ্বৎ পৰিষদৰো তেখেত সভাপতি আছিল। ইয়াৰ উপৰিও শিক্ষা-সম্বন্ধীয় আলোচনাচক্ৰ, প্ৰশিক্ষণবৰ্গ, কৰ্মশালা, শিশুসংগম, অখিল ভাৰতীয় সংস্কৃত জ্ঞান পৰীক্ষা, বিদ্যালয় শিক্ষক নিৰ্বাচনী সমিতি, বিভিন্ন স্থানৰ শিক্ষাবিষয়ৰ সভা-সমিতি বা শিবিৰ আদিত যোগ দি আমাক উৎসাহ উদ্গনি যোগাই আহিছিল। এইবোৰৰ কোনো ক্ষেত্ৰতেই তেখেতৰ বাৰ্দ্ধক্যৰ ছাঁ দেখিবলৈ নাপাইছিলোঁ। প্ৰসঙ্গতে উল্লেখ কৰিছোঁ যে হাড়কঁপা জাৰতো মাননীয় বৰঠাকুৰদেৱৰ লগতে আমি একেলগে হাফলঙৰ শিবিৰত থাকোঁতে নিত্যকৰ্ম সমাধা কৰি শৰ্মাদেৱে আমাতকৈও আগতেই বৈঠকলৈ ওলাইছিল।

তেখেতৰ কথাবাৰ্তা ব্যৱহাৰত বাৰ্দ্ধক্যৰ ছাঁ আঁতৰাই শিশুমনটোৱে বেছিকৈ স্বপ্ৰকাশ কৰিছিল। ল'ৰা, ডেকা, বুঢ়া সকলোৰে লগত ব্যৱহাৰত অমায়িকতা

ফুটি উঠিছিল। সংস্কৃতৰ বিশিষ্ট পণ্ডিত হোৱাৰ বাবে ভাৰতীয় সংস্কৃতিৰ প্ৰাচীন ঐতিহ্যক লৈ গৌৰৱ কৰিবলৈ বহুখিনি সমল আমি তেখেতৰপৰা লাভ কৰিব পাৰিছিলোঁ। বৰ্তমান শিক্ষা পদ্ধতিত আধুনিক শিক্ষিতব্য বিষয়সমূহৰ অৱতাৰণাৰে শিক্ষাৰ মানদণ্ড বহুত উন্নত হ'লেও মূলতঃ নৈতিকতা, মানসিক উৎকৰ্ষতাসাধনৰ ব্যৱস্থা পৰিত্যক্ত হোৱা বাবে মাৰাত্মক ৰূপ ধাৰণ কৰিছে, এই কথা আমাক সঁকীয়াই দি বিদ্যাভাৰতীৰ লক্ষ্যত উপনীত হ'বলৈ তেখেতে অনবৰত আমাক সোঁৱৰাই আছিল। মানসিক সংস্কাৰৰ বাবে যে অষ্টাঙ্গ যোগ আৰু অন্যান্য সংস্কাৰসমূহ অতীৱ প্ৰয়োজনীয় এই কথা তেখেতে কৈছিল। তেখেতে এটা কথা প্ৰায়ে কৈছিল যে বৰ্তমান প্ৰচলিত ভাৰতীয় শিক্ষানীতি পাশ্চাত্যৰ অনুকৰণহে, ভাৰতৰ প্ৰাচীন শিক্ষানীতি বা দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত নহয়—বালিৰ ভেটিত পকাঘৰ বন্ধাৰ দৰে। সাংস্কৃতিক আৰু আধ্যাত্মিক পৰম্পৰা ৰক্ষা কৰি ছাত্ৰই তাৰপৰা অনুপ্ৰেৰণা পাবলৈ ভাৰতীয় শিক্ষানীতিত তাৰ ব্যৱস্থা থাকিবলগীয়া কথাটোত ড° সৰ্বপল্লী ৰাধাকৃষ্ণনেহে অধিক গুৰুত্ব দিছিল। এই কথা বিদ্যাভাৰতীৰ কাৰ্যক্ৰমত অন্তৰ্ভুক্ত কৰা হৈছে।

তেখেতৰ প্ৰবন্ধপাতি বা 'ভাৰতী'ৰ সম্পাদকীয়তো বিদ্যাভাৰতীৰ বীজমন্ত্ৰৰ মূল তথ্যটো প্ৰকাশ পাইছে। ভাৰতীয়-দৰ্শন, চতুৰ্বৰ্গ, ধৰ্মৰ তত্ত্ব আদি কথা-বোৰৰ সাৰ ভাগটো তেখেতৰ লেখাৰ মাজেদি অভিব্যক্ত হৈছে। পৰিত্ৰ শিশুক কিদৰে পৰিচালিত কৰিব লাগে, জ্যেষ্ঠজনক বা গুৰুজনক কেনেকৈ সন্মান কৰিব লাগে, গুৰু-শিষ্যৰ সম্বন্ধ কেনে হ'ব লাগে সংস্কাৰৰ মাধ্যমেৰে শৰীৰ-মন কেনেকৈ পবিত্ৰ কৰি ৰাখিব লাগে, সত্ত্ব, ৰজ, তম, গুণৰ ভিতৰত সত্ত্ব গুণক কেনেকৈ বিকশিত কৰি শ্ৰেষ্ঠতা লভিব ইত্যাদি প্ৰাচীন দৰ্শনৰ তথ্যবোৰ তেখেতৰ প্ৰবন্ধত বা কথাত বা প্ৰাচীন উপাদেয় আখ্যানৰ সহায়ত ইঙ্গিত দি গৈছে।

তেখেতৰ এটা গুণে আমাক সকলোকে আনন্দিত কৰিছিল,—সেইটো হ'ল বুদ্ধিজনিত খুহুটীয়া কথা। এনে ধৰণৰ কথাৰে কেতিয়াও কাকো আমনিতো নিদিছিলেই বৰং আনন্দহে দিছিল। তেখেতে বিশ্বভাৰতীৰ উপৰিও প্ৰকাশন পৰিষদ, অসম সাহিত্য সভা, ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ আদি ভালেখিনি অনুষ্ঠান, প্ৰতিষ্ঠানৰ দায়িত্ব বহন কৰি গৈছে। স্থূল শৰীৰেৰে তেখেত আমাৰ মাজত নাথাকিলেও তেখেতৰ উক্ত কথাখিনিৰে তেখেতৰ স্মৃতি আমাৰ মানস-মন্দিৰত জাজ্বল্যমান হৈ থাকিব। তেখেতৰ সূক্ষ্ম শৰীৰেৰেই আমাক মাৰ্গ দৰ্শন কৰাওক—এয়ে কামনা। □

## স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মা মহোদয়লৈ শ্ৰদ্ধাঞ্জলি

**শ্ৰীকান্ত যোশী**

পণ্ডিত ৰজনীকান্ত দেৱশৰ্মা মহোদয়ৰ দেহাৱসান হোৱাৰ দেড় বছৰতকৈও অধিক হ'ল, কিন্তু এতিয়াও মোৰ মনত এনে ভাব হয় যেন তেখেত এতিয়াও আমাৰ মাজতেই আছে। তেখেতৰ পাণ্ডিত্য, বাগ্মিতা, নিস্পৃহ সেৱাৰ মনোভাব, তেখেতৰ অধ্যয়নৰ কৌশল আৰু পাৰিবাৰিক জীৱন সোঁৱৰণ কৰি তেখেতৰ প্ৰতি থকা মোৰ অপাৰ কৃতজ্ঞতা সাধাৰণভাৱে প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰিছোঁ। তেখেতৰ পবিত্ৰ প্ৰেৰণাদায়ক স্মৃতিৰ প্ৰতি আন্তৰিক শ্ৰদ্ধাঞ্জলিহে মাথোন।

১৯৬৬ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহৰ কথা। গুৱাহাটীত বিশ্ব হিন্দু পৰিষদৰ কাৰ্য-কৰ্তাসকলৰ এখন বিশেষ সন্মেলন আয়োজন কৰা হৈছিল। সন্মেলনৰ দুদিনৰ পিছতে সংঘৰ প্ৰচাৰকসকলৰ এখন দুদিনীয়া সভা অনুষ্ঠিত হৈছিল। তেতিয়া মই তেজপুৰত সংঘৰ জিলা প্ৰচাৰক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছিলোঁ। ময়ো সেই সভা উপলক্ষে গুৱাহাটীলৈ আহিছিলোঁ। তেতিয়া সংঘৰ কাৰ্যালয় স্বৰ্গীয় বসন্ত বুজৰবৰুৱাদেৱৰ 'ধীৰেশ্বৰ কুটীৰ' নামৰ ঘৰত আছিল। কাৰ্যালয়ৰ সন্মুখত বিখ্যাত সাহিত্যিক স্বৰ্গীয় অতুলচন্দ্ৰ হাজৰিকাদেৱৰ বাসভৱন আছিল। বিশ্ব হিন্দু পৰিষদৰ কাৰ্যসূচীৰ সম্পৰ্কত শ্ৰীশৰ্মা মহোদয়ৰ লগত কিছু কথা আলোচনা কৰিবৰ কাৰণে মধুজীক দায়িত্ব দিয়া হৈছিল। সেই কামৰ কাৰণে উজানবজাৰৰ সংঘ কাৰ্যালয়ৰ নিচেই ওচৰতে থকা অধ্যাপক দেৱশৰ্মা মহাশয়ৰ ঘৰলৈ মধুজীৰ লগত ময়ো গৈছিলোঁ। সেয়াই মোৰ তেখেতৰ লগত প্ৰথম পৰিচয়। সেই প্ৰথম দেখা সাক্ষাততে মই তেখেতৰ অগাধ পাণ্ডিত্য আৰু অপূৰ্ব বাকশৈলীৰ পৰিচয় পাইছিলোঁ।

তাৰ পিছত ১৯৬৮ খ্ৰীষ্টাব্দত বিবেকানন্দ শিলা স্মাৰক সমিতিৰ সংগঠন মন্ত্ৰী হিচাপে মই অসমৰ সাংগঠনিক দায়িত্ব বহন কৰিবলগীয়া হৈছিল। তেতিয়া স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মা মহাশৰ লগত মোৰ সম্পৰ্ক ক্ৰমে অধিক গাঢ় হ'বলৈ

ধৰে। সেই সময়ত তেখেতৰ ঘৰলৈ বহুবাৰ অহা-যোৱা কৰোঁতে তেখেতৰ তীক্ষ্ণ বুদ্ধিমত্তা তথা অসংখ্য গ্ৰন্থৰ শৃঙ্খলাবদ্ধ অধ্যয়নৰ কথাই মোক স্তম্ভিত কৰিছিল। তেখেতৰ লগত বিভিন্ন সময়ত হোৱা কথাবাৰ্তাৰ মাজেদি তেখেতৰ হিন্দুধৰ্ম, সমাজ সংস্কৃতি বিষয়ক গভীৰ চিন্তামূলক কথা শুনিবলৈ পাইছিলোঁ। সংস্কৃত সাহিত্যৰ তেখেতৰ গভীৰ অধ্যয়নো তাৰ মাজেদি প্ৰকট হৈছিল। তেখেতৰ জীৱনৰ অনেক ঘটনাৰ প্ৰসঙ্গ তেখেতে নিজে কৰা ৰসপূৰ্ণ বিস্তৃত বৰ্ণনাও শুনিবলৈ পাইছিলোঁ। কথাবাৰ্তাৰ মাজেৰেই মই বুজি পাইছিলোঁ যে তেখেত যদিও ব্যক্তিগতভাৱে সংঘৰ দৈনন্দিন শাখাৰ কাৰ্য প্ৰণালীৰ লগত বিশেষভাৱে জড়িত নাছিল তথাপিও তেখেতৰ চিন্তাধাৰা মূলতঃ আৰ্য সংস্কৃতিৰ ভেটিত অধিষ্ঠিত আছিল তথা আৰ্য সংস্কৃতিৰ উদাত্ত ও মহান তত্ত্বেৰে সুসংস্কৃত আছিল। সাধাৰণভাৱে হোৱা কথাবাৰ্তাৰ মাজতে অসমৰ হৈ থকা বাংলাদেশী মুছলমানৰ অনুপ্ৰৱেশৰ সম্পৰ্কে তেখেতে কোৱা নিজৰ জীৱনৰ এটা ঘটনাৰ সংস্মৰণ এই-থিনিতে উল্লেখ কৰা সমীচীন হ'ব।

অবিভক্ত কামৰূপ জিলাৰ বৰপেটাৰ ওচৰৰ ব্যাসকুছিত বানপানীৰ উৎপাতত ৰ'ব নোৱাৰি তেখেতৰ পৈতৃক মাটিবাৰী বিক্ৰী কৰাৰ কথা যেতিয়া পৰিয়ালৰ লোকসকলে ঠিক কৰিছিল, তেতিয়া তেখেতে নিজৰ মাটি বাংলাদেশী মুছলমানে দিয়া অধিক দাম অস্বীকাৰ কৰি কম দামতে এজন হিন্দুৰ ওচৰত বিক্ৰী কৰিছিল। ইমানেই নহয় তেখেতে গাঁৱৰ আন লোকসকলকো এই বিষয়ে সাৱধান কৰি দিছিল আৰু তেখেতসকলৰ মাটিও কোনো হিন্দুৰ ওচৰতহে বিক্ৰী কৰিবৰ কাৰণে অতি আগ্ৰহেৰে বুজনি দিছিল। সেই সময়ত অসমত অনুপ্ৰৱেশ কৰা মুছলমানবিলাকে হিন্দু মানুহৰ মাটিবাৰী কিনি লৈ নিগাজীকৈ অসমত বসতি কৰাৰ আপ্ৰাণ চেষ্টা চলাইছিল আৰু সেই চেষ্টা আজিও অব্যাহত আছে। চৰকাৰ এই বিষয়ত উদাসীন। উল্লেখযোগ্য যে সেই সময়ত তেখেতৰ ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সৈতে কোনো সম্পৰ্ক হোৱা নাছিল। কিন্তু মূলতঃ ৰাষ্ট্ৰীয়তাবাদী মনোভাৱ থকাৰ কাৰণেই তেখেতে এনে ধৰণৰ চিন্তা কৰিছিল; কিন্তু তেনে দুৰদৰ্শিতাৰ অভাৱৰ কাৰণেই বৰ্তমান দেখা গৈছে যে তেখেতৰ গাঁৱৰ ওচৰচুবুৰীয়া গাঁও-বোৰৰ সমগ্ৰ খেতিমাটি বাংলাদেশী অনুপ্ৰৱেশকাৰী মুছলমানসকলে অবৈধভাৱে জোৰ-জুলুম কৰি অথবা অলপ মূল্যতে কিনি লৈ মাটিৰ মালিকীস্বত্ব নিজৰ হাতলৈ নিছে।

বিবেকানন্দ শিলা স্মাৰক সমিতি আৰু বিশ্ব হিন্দু পৰিষদৰ কামৰ নিমিত্তে



লাহে লাহে তেখেতৰ ঘৰলৈ মোৰ অহা-যোৱা বাঢ়িবলৈ ধৰিলে আৰু তেখেতৰ লগত মোৰ সম্পৰ্কও আৰু অধিক বৃদ্ধি পাইছিল। তেখেত বিবেকানন্দ শিলা স্মাৰক সমিতিৰ কামৰূপ জিলাৰ অধ্যক্ষ আছিল। পিছত তেখেতে বিশ্ব হিন্দু পৰিষদৰ কামৰূপ জিলাৰ সভাপতিৰ দায়িত্বও বহন কৰিছিল। তেখেতৰ সহজ সৰল জীৱন পদ্ধতি তেখেতৰ ঘৰলৈ অহা যোৱা কৰোঁতে সহজেই মোৰ চকুত পৰিছিল। নিয়মানুৱৰ্তী, পৰিশ্ৰমশীল তথা অতি সংযমশীল স্বৰ্গীয় শৰ্মাদেৱ কিবা নহয় কিবা কামত সদায় ব্যস্ত থকা দেখা পাইছিলোঁ। ইমান ব্যস্ততাৰ মাজতো তেখেতে নিজৰ ঘৰলৈ অহা প্ৰত্যেকৰে লগতে অতি আত্মীয়ভাৱে অনৰ্গল কথা পাতি থাকোঁতে এটা বিষয়ৰপৰা আন এটা বিষয় কেতিয়া যে আৰম্ভ হৈ যায় কোনেও গমকে নাপাইছিল।

গুৱাহাটীৰ সুপ্ৰসিদ্ধ কটন মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ বিভাগীয় প্ৰধান অধ্যাপক হৈ থকা অৱস্থাতে তেখেতে অৱসৰ গ্ৰহণ কৰে। কটন মহাবিদ্যালয়ৰ ছাত্ৰাবাসৰ অধীক্ষকৰ দায়িত্ব তেখেতে কিছুবছৰৰ কাৰণে নিৰ্বাহ কৰিছিল। অৱসৰ গ্ৰহণৰ কাৰণে অলপ কেইদিন থাকোঁতেই তেখেতে পুনৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত সংস্কৃত অধ্যাপক হিচাপে যোগদান কৰে। তেখেত যেনেদৰে এজন সুবিদ্বান বুলি সৰ্বত্ৰ খ্যাতি অৰ্জন কৰিছিল, ঠিক তেনে-দৰে এজন সুশিক্ষক হিচাপেও সুখ্যাতি লাভ কৰিছিল। তেখেত সুবক্তা হিচাপেও জনাজাত আছিল। ভাষণত অৱস্থাত বিভিন্ন বিষয়ৰ যুক্তিসংগত ব্যাখ্যাৰ মাজেদি তেখেতৰ সুগভীৰ অধ্যয়ন, চিন্তন তথা তীক্ষ্ণ বুদ্ধিমত্তা পৰিস্ফুট হৈ পৰিছিল। তাৰ লগতে নিজৰ সাৰগৰ্ভ ব্যংগোক্তিৰে পৰিপূৰ্ণ অথচ নম্ৰ অপূৰ্ব শৈলীৰ বাগ্মিতাৰে প্ৰতিপক্ষক পৰাভূত কৰাত সিদ্ধহস্ত আছিল যদিও কাকো কটু বচনেৰে মনত আঘাত দিয়া নাছিল। বিশ্ববিদ্যালয়ৰপৰা অৱসৰ লোৱাৰ পিছত অসমীয়া ভাষাত 'বিশ্বকোষ' সম্পাদনা কৰা অতি কঠিন আৰু মহত্বপূৰ্ণ দায়িত্ব তেখেতে অতি নিষ্ঠাসহকাৰে কৰি আছিল। তাৰ উপৰিও অসম প্ৰকাশন পৰিষদৰ অন্যান্য কামতো তেখেতৰ সহযোগ উল্লেখযোগ্য।

অসমৰ সাহিত্য, সংস্কৃতি, সামাজিক তথা ৰাজনৈতিক জীৱনত অসম সাহিত্য সভাৰ প্ৰভাৱ অনস্বীকাৰ্য। তেনে এটা অনুষ্ঠানৰ উপ-সভাপতি পদৰ গুৰু দায়িত্বও তেখেতে অতি নিষ্ঠা-সহকাৰে পালন কৰিছিল। ১৯৭৯ খ্ৰীষ্টাব্দৰপৰা অসমত আছুৰ নেতৃত্বত আৰম্ভ হোৱা ঐতিহাসিক বিদেশী বহিষ্কাৰ আন্দোলনৰ আৰম্ভণিতে বাংলাদেশৰপৰা অহা লোকসকলক অবৈধ অনুপ্ৰৱেশকাৰী আৰু

শৰণাৰ্থীৰ মাজত ভাগ কৰিব লাগে বুলি অতি স্পষ্টভাৱে আৰু যুক্তি সহকাৰে প্ৰতিপাদন কৰিবলৈ চেষ্টা কৰা অসমীয়া বুদ্ধিজীৱীসকলৰ ভিতৰত তেখেত প্ৰমুখ্য ব্যক্তি আছিল। তেখেতৰ এনে সৎ প্ৰচেষ্টাৰ ফলতে 'আছু'ৰ আন্দোলনটো পথভ্ৰষ্ট হোৱাৰপৰা ৰক্ষা পৰিছিল। তেখেতৰ এই কাৰ্যই অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনক এটা মহত্ত্বপূৰ্ণ তথা ঐতিহাসিক দিশ দিব পাৰিছে বুলি ক'ব পাৰি। লগতে এই আন্দোলনটো বাংলাদেশৰপৰা ভাৰতলৈ অহা অসংখ্য বঙলাভাষী হিন্দু বিৰোধী হোৱাৰপৰা ৰক্ষা পৰিল। অন্যথা অসংখ্য নিৰপৰাধী হিন্দু অকাৰণে হাৰাশাস্তিৰ সন্মুখীন হ'ব লগা হ'লহেঁতেন। স্মৰণ-যোগ্য যে ৰাষ্ট্ৰবিৰোধী শক্তিৰ কুমন্ত্ৰণা আৰু কুটিল ষড়যন্ত্ৰৰ ফলতে ১৯৬০ আৰু ১৯৭০-৭১ খ্ৰীষ্টাব্দত ভাষাৰ নামত অসমীয়া হিন্দু আৰু বঙালী হিন্দুৰ মাজত ভ্ৰাতৃঘাতী সংঘৰ্ষ সংঘটিত হৈছিল।

আন্দোলনৰ সময়ত সুপ্ৰসিদ্ধ ইংৰাজী সাপ্তাহিক 'ইলাষ্ট্ৰেটেড উইক্‌লি'ৰ সম্পাদক শ্ৰীএম. ভি. কামাথ অসমৰ বিদেশী নাগৰিকৰ সমস্যাৰ নিজে বুজ ল'বৰ কাৰণে অসমলৈ আহিছিল। তেতিয়া অসমৰ প্ৰকৃত সমস্যাৰ সুস্পষ্টভাৱে বিৱৰণ দিয়াৰ দায়িত্ব অসম সাহিত্য সভাৰ উপ-সভাপতি হিচাপে স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাৰ ওপৰত ন্যস্ত আছিল আৰু তেখেতে সেই দায়িত্ব পালনত মহত্ত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। আনকি আন্দোলনৰ প্ৰত্যক্ষ নেতৃত্ব বহন কৰা শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত আৰু শ্ৰীভৃগু কুমাৰ ফুকন আদি ছাত্ৰনেতাসকলকো তেখেতৰ বিচাৰ সুস্পষ্টভাৱে জনাইছিল। পিছত বিশ্ব হিন্দু পৰিষদৰ পূৰ্বাঞ্চল সন্মিলনৰ সময়ত গুৱাহাটীলৈ অহা স্বামী বিশ্বেশ্বৰ তীৰ্থ আদি সন্তমণ্ডলীৰ সৈতে ছাত্ৰনেতাসকলে কথা-বাৰ্তা হওঁতেও তেখেতৰ ভূমিকা উল্লেখযোগ্য।

অসমত থকা আৰ্য সমাজ, গীতা মণ্ডল, হৰিসভা, শ্ৰীমন্ত শংকৰদেৱ সংঘ, বাৰোৱাৰী নামঘৰ (উজান বজাৰ) কস্তুৰবা আশ্ৰম, সৰ্বোদয় সংঘ আদি বিভিন্ন সামাজিক আৰু ধাৰ্মিক সংস্থাৰ লগত তেখেতৰ ওতপ্ৰোত সম্পৰ্ক আছিল। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ প্ৰান্তীয় সংঘচালক হোৱাৰ উপৰিও তেখেত বিশ্ব হিন্দু পৰিষদ, বনবাসী কল্যাণ আশ্ৰম, বিদ্যাভাৰতী, আলোক প্ৰকাশন ট্ৰাষ্ট, ডাঃ হেডগেৱাৰ স্মাৰক সমিতি, উত্তৰ পূৰ্বাঞ্চল লোক কল্যাণ সমিতি আদিৰ লগতো তেখেত ঘনিষ্ঠভাৱে জড়িত আছিল। এনেকুৱা ব্যস্ততাপূৰ্ণ জীৱন নিৰ্বাহ কৰা শৰ্মা মহাশয়ক ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘই আকৰ্ষিত কৰাটো অতি স্বাভাৱিক বুলিয়েই ক'ব লাগিব।



সংঘ পৰিবাৰৰ বিবধ সংস্থাৰ উপৰিও তেখেতে তাত কৰ্মৰত কাৰ্যকৰ্তাসকলৰ লগতো নিবিড় সম্পৰ্ক ৰক্ষা কৰিছিল। লাহে লাহে তেখেত প্ৰত্যক্ষভাৱে সংঘ কাৰ্যৰ প্ৰতি আকৃষ্ট হৈছিল। তেখেতৰ লগত অতি বন্ধুত্বপূৰ্ণ সম্পৰ্ক থকা স্বৰ্গীয় গিৰিধৰ শৰ্মাদেৱ প্ৰান্তীয় সংঘচালক হোৱাৰ পিছতে তেখেতক সংঘ কাৰ্য বিস্তাৰৰ কাৰণে কিছু সময় খাটিবৰ কাৰণে অনুৰোধ জনোৱা হৈছিল আৰু তেখেতে সানন্দে সংঘৰ গুৱাহাটী বিভাগৰ সংঘচালক পদ স্বীকাৰ কৰিছিল। মাননীয় সুৰেন্দ্ৰনাথ শৰ্মা মহাশয়ৰ দেহাৱসানৰ পিছত তেখেতে প্ৰান্তীয় সংঘচালকৰ গুৰু দায়িত্ব গ্ৰহণ কৰি অসম প্ৰান্তৰ সংঘ কাৰ্যৰ অতি বিচক্ষণতাৰ মাৰ্গদৰ্শন কৰিছিল। উল্লেখযোগ্য যে সংঘৰ দৃষ্টিত অসম প্ৰান্ত বুলিলে সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলকে বুজোৱা যায়। তেখেতক সংঘৰ প্ৰতি আকৃষ্ট কৰাত অসমৰ বৰ্তমান প্ৰান্তীয় সংঘচালক মাননীয় ভূমিদেৱ গোস্বামীদেৱৰ বিশেষ ৰৰঙণি আছে। লাহে লাহে সংঘ কাৰ্যৰ প্ৰতি শৰ্মাদেৱৰ মন বাৰুকৈয়ে আকৃষ্ট হৈছিল। সেই-কাৰণে সংঘৰ কিবা কাৰ্যক্ৰম থাকিলে তেখেতে অন্যান্য অতি মহত্ত্বপূৰ্ণ তথা দৰকাৰী কামকো বাদ দি তাত উপস্থিত থাকিছিল। পোনপ্ৰথমে সংঘৰ গুৰু দায়িত্ব সুচাৰুৰূপে নিৰ্বাহ কৰিব পাৰিব নে নোৱাৰে সেই সম্পৰ্কে তেখেতৰ মনত কিছু দ্বিধা ভাবে দেখা দিছিল। কিন্তু কিছুদিনৰ পিছতে তেখেতে 'তওঁ-লোকৰ সংঘৰ'পৰা 'আমাৰ সংঘ' বুলি ক'বলৈ আৰম্ভ কৰিছিল আৰু যি কোনো সভা-সমিতিতে নিসংকোচে তথা আত্মবিশ্বাসেৰে সৈতে নিবিড়ভাৱে সংঘৰ প্ৰয়োজনীয়তা তথা ভূমিকা সম্পৰ্কে সুস্পষ্টভাৱে ব্যক্ত কৰিছিল।

প্ৰকৃততে সঁচা কথা ক'বলৈ গ'লে অসমত বিশ্ব হিন্দু পৰিষদ, ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ, বিদ্যাভাৰতী, বনবাসী কল্যাণ আশ্ৰম, সাপ্তাহিক 'আলোক' তথা অখিল ভাৰতীয় বিদ্যাৰ্থী পৰিষদ আদি সংঘ পৰিবাৰৰ বিভিন্ন সংস্থাবোৰৰ কাৰ্য বিস্তাৰত স্বৰ্গীয় গিৰিধৰ শৰ্মা, স্বৰ্গীয় তীৰ্থনাথ শৰ্মা, স্বৰ্গীয় সুৰেন্দ্ৰনাথ শৰ্মা আৰু স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মা—এই কেইগৰাকী অসমৰ সাহিত্য, সংস্কৃতি, সামাজিক তথা শিক্ষা জগতৰ অতি বৰেণ্য ব্যক্তিৰ বিশেষ যোগদান অবিস্মৰণীয় হৈ ৰ'ব।

প্ৰান্ত সংঘচালকৰ গুৰু দায়িত্ব তেখেতে অতি দক্ষতা আৰু নিষ্ঠাৰে পালন কৰিছিল। সেই কাৰ্যৰ কাৰণে তেখেতে সমগ্ৰ প্ৰান্ততে ভ্ৰমণ কৰিছিল। যুক্তি তথা পাণ্ডিত্যপূৰ্ণ হাস্যৰসেৰে সমৃদ্ধ হোৱাৰ কাৰণেই তেখেতৰ ভাষণ সকলো ঠাইৰে স্বয়ংসেৱকে বৰ ভাল পাইছিল। সংঘৰ অখিল ভাৰতীয় কাৰ্য-কাৰিণী মণ্ডলৰ সভাৰ কাৰণে তেখেতে হৰিদ্বাৰ, বাঙ্গালোৰ, হায়দৰাবাদ,

ৰাজকোট আৰু নাগপুৰ আদি ঠাইলৈও যাবলগীয়া হৈছিল। প্ৰতি বছৰে মাৰ্চ মাহত নাগপুৰত অনুষ্ঠিত হোৱা প্ৰতিনিধি মণ্ডলীৰ সভাত তেখেতে উপস্থিত থাকিছিল আৰু নিজৰ আত্মীয়তাপূৰ্ণ সাৱলীল তথা মৃদু ব্যৱহাৰেৰে অন্য প্ৰদেশৰ-পৰা অহা সকলো কাৰ্যকৰ্তাৰ লগত আপোনত্ব গঢ়ি তুলিছিল।

হৰিদ্বাৰত হোৱা অখিল ভাৰতীয় কাৰ্যকাৰিণী মণ্ডলৰ সভা অনুষ্ঠিত হোৱাৰ সময়ত যেতিয়া মই অন্য দায়িত্বত নাগপুৰলৈ যাব লগা হোৱা কথা গম পালে তেতিয়া লগে লগে তেখেতে বালাচাহেবজীক সাক্ষাৎ কৰি মোক আৰু কিছু বছৰৰ কাৰণে অসমত ৰখাটো অতি প্ৰয়োজন বুলি তেখেতৰ মনোভাব ব্যক্ত কৰিছিল, কিন্তু যদিহে মোক সংঘ কাৰ্যৰ কাৰণে অন্য ঠাইলৈ লৈ যোৱাটো বেছি প্ৰয়োজন বুলি বিবেচিত হয়, তেনে অৱস্থাত তেখেতৰ কোনো আপত্তি নথকাৰ কথাও প্ৰকাশ কৰিছিল। তাৰপৰাই তেখেতৰ কোনো ব্যক্তি বিশেষৰ প্ৰতি মোহ ভাব নথকা, অথচ সংঘৰ প্ৰতি গভীৰ আদৰ্শ নিষ্ঠাৰ ভাবহে প্ৰকাশ পাইছিল।

১৯৮৭ খ্ৰীষ্টাব্দৰ চেপ্তেম্বৰ মাহত যেতিয়া মই অসমৰপৰা বিদায় লৈ মোৰ নতুন দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ নাগপুৰলৈ আহিবলৈ ওলাইছিলোঁ, তেতিয়া অতি স্নেহ তথা আত্মীয়তাৰ ভাবেৰে মোক তেখেতৰ ঘৰত ভাত এসাজ খাবৰ কাৰণে নিমন্ত্ৰণ কৰিছিল। মোৰ লগত মাননীয় সুদৰ্শনজীও তেখেতৰ ঘৰলৈ গৈছিল। ভাত খাই ঘৰৰপৰা ওলাই আহোঁতে তেখেতৰ স্নেহভৰা নয়নজুৰি অশ্ৰুসিক্ত হৈ পৰিছিল আৰু বেদনাগধুৰ চিত্তেৰে মোক বিদায় দিছিল।

অসমত 'বিদ্যাভাৰতী'ৰ কাৰ্যতো তেখেত বিশেষভাৱে জড়িত আছিল। 'বিদ্যাভাৰতী' অখিল ভাৰতীয় উপাধ্যক্ষ হিচাপে কেইবাবছৰ ধৰি তেখেতে দায়িত্ব পালন কৰিছিল। অসমৰ বিভিন্ন ঠাইত শ্ৰীশঙ্কৰদেৱ শিশু নিকেতন তথা হাফলং আৰু মণিপুৰত ক্ৰমে সৰস্বতী বিদ্যা মন্দিৰ আৰু বালবিদ্যা মন্দিৰৰ বিকাশত তেখেতৰ অৱদান অপৰিসীম। অসম শিশু শিক্ষা সমিতিৰ অধ্যক্ষৰ পদত মাননীয় ৰজনীকান্ত দেৱশৰ্মা মহাশয়ে কাৰ্য নিৰ্বাহ কৰি থকা বুলি অৱগত হোৱাত অসমৰ বিভিন্ন ঠাইত শিশু নিকেতনৰ প্ৰতি ৰাইজে স্বাগত জনাইছিল। শিক্ষা বিভাগৰ সকলো অধিকাৰী, শিক্ষা আৰু কৰ্মচাৰীসকলৰ মাজতো তেখেতৰ প্ৰতি থকা অগাধ শ্ৰদ্ধা আৰু আদৰৰ ফলতেই শিশু নিকেতনৰ বিভিন্ন কামত দেখা দিয়া সকলো বাধা-বিঘিনি অতি সহজভাৱে আৰু শীঘ্ৰেই দূৰ হৈছিল।

১৯৮৯ খ্ৰীষ্টাব্দত মই অসমলৈ যাওঁতে তেখেতৰ ঘৰত অতি আগ্ৰহেৰে মোক অতিথিৰূপে নিমন্ত্ৰণ জনাইছিল। দুপৰীয়া ভোজন কৰাৰ পিছত কথা-বাৰ্তা



হওঁতে তেখেতে কৈছিল "আজিকালি মোৰ স্বাস্থ্য ঠিক নাথাকে। মোৰ আয়ুস হয়তো দুই-আঢ়ৈ বছৰমানহে বাকী আছে। গতিকে নিত্যবৰ্ধমান সংঘৰ কামৰ ভাৱ চম্ভালিবলৈ হ'লে কোনোবা নতুন ডেকা এজনকহে সংঘচালকৰ দায়িত্ব দিব লাগে।" তেখেতে আৰু কৈছিল এজন জ্যোতিষীয়ে কৈছে, "মোৰ আয়ুস এতিয়া আৰু দুই-আঢ়ৈ বছৰহে মাথোন।" সেই সাক্ষাতৰ পিছত মাত্ৰ দুই বছৰ পূৰ্ণ নোহওঁতেই তেখেতৰ ইহলোক যাত্ৰাৰ অন্ত পৰিল। তেখেতে নিজৰ মৃত্যুৰ আভাস আগতেই পাইছিল বোধহয়।

তেখেতৰ দেহাৱসান হোৱাত ভাৰত মাতৃয়ে এজন নিৰ্ভীক সনাতন ধৰ্মনিষ্ঠ মহান দেশভক্ত তথা মহান চিন্তাশীল ব্যক্তি হেৰুৱালে। তদুপৰি অসমৰ সাহিত্য, সংস্কৃতি তথা সামাজিক জীৱনত ভোটাতৰাৰ দৰে পোহৰ বিলাই থকা এজন মহান সাহিত্যিক, অগাধ পণ্ডিত, আদৰ্শ শিক্ষক তথা বাগ্মীপুৰুষৰ উজ্জ্বল জ্যোতি চিৰদিনৰ কাৰণে অস্তমিত হ'ল। তেখেতৰ স্বৰ্গগত আত্মাক শ্ৰীপৰমেশ্বৰে চিৰশান্তি প্ৰদান কৰক আৰু তেখেতৰ প্ৰেৰণাদায়ক জীৱনৰপৰা হিন্দু সমাজে বৰ্তমানৰ অতি শোচনীয় পৰিস্থিতিত সমুচিত মাৰ্গদৰ্শন লাভ কৰক, এয়ে মোৰ পৰমেশ্বৰৰ চৰণত কাতৰ প্ৰাৰ্থনা। এয়ে হ'ল তেখেতৰ প্ৰতি মোৰ গভীৰ আন্তৰিকতাৰে ভৰা অশ্ৰুসিক্ত শ্ৰদ্ধাঞ্জলি। □

# এটি সোঁৱৰণ

শ্ৰীমতী হৈমৱতী দেৱী

মোৰ বিয়া হৈছিল এঘাৰ বছৰ বয়সত। এতিয়া বিয়াৰ কথা ভালদৰে মনত নপৰে। তেতিয়া স্বামীদেৱৰ মুখ দেখা নাছিলোঁ; তেতিয়া বৰে কইনা চোৱা আৰু কইনাই বৰ চোৱা নিয়ম নাছিল। অভিভাৱকে বৰ-কন্যা চাই-চিতি বিয়া পাতিছিল। মোৰ ১৪ বছৰ বয়সত শান্তি বিয়া হৈছিল। এই শান্তি বিয়াৰ পিছতহে গম পাইছিলোঁ যে মোৰ স্বামীদেৱে গুৱাহাটীৰ সোণাৰাম হাইস্কুলত শিক্ষকতা কৰিছিল।

আমাৰ পিতাইতৰ ঘৰ আছিল বৰপেটাৰ ওচৰৰ বৰবিলা গাঁৱত। ব্ৰহ্মপুত্ৰৰ পাৰৰ ব্যাসকুছি গাঁৱত আছিল শহুৰহঁতৰ ঘৰ। বৰবিলাৰপৰা ব্যাসকুছিলৈ চৈধ্য মাইল বাট বিয়াৰ কইনা হিচাপে গৰুৰ গাড়ীৰে গৈছিলোঁ। তেতিয়া বাৰিষা কালত বাট-পথবোৰ বোকা-পানীৰে ভৰি আছিল, খৰালি কালত হ'লে শুকান হৈছিল।

শহুৰ দেউতাক মই দেখা নাই। আমাৰ বিয়াৰ আগতেই তেখেতৰ পৰলোক ঘটে। বৰজনা, মোৰ স্বামী, শাহু আই আৰু ডাঙৰ জা-জনীক লৈয়ে গোটেই পৰিয়ালটো ব্যাসকুছিত আছিল। জেঠিয়ে দুগৰাকীৰ বিয়া হৈ গৈছিল। বৰজনাই দশকৰ্ম আৰু জ্যোতিষশাস্ত্ৰ চৰ্চা কৰিছিল। স্বামীদেৱে গুৱাহাটীৰপৰা ঘৰলৈ অহা-যোৱা কৰিছিল আৰু বন্ধৰ সময়ত ঘৰত থকা কালছোৱাত ঘৰুৱা খেতিবাতি, শাক-পাচলিৰ তদাৰক কৰি বৰ ভাল পাইছিল।

শাহু আইৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা-ভক্তি আছিল অসীম। শাহু আয়ে যাতে কোনো বিষয়তে দুখ-কষ্ট নাপায় তাৰ কাৰণে সততে চকু দিছিল আৰু মোকো শাহু আইক শুশ্ৰূষা কৰিবলৈ উপদেশ দিছিল। আমাৰ ঘৰখনলৈ প্ৰায়েই অতিথি আহিছিল আৰু অতিথিসকলক ভালদৰে সোধপোছ কৰাটো আমাৰ অপৰিহাৰ্য কৰ্তব্য আছিল। তেখেতে অতিথি সৎকাৰ কৰি বৰ ভাল পাইছিল



তেখেত অতি সদালাপী আছিল বাবে গাঁৱৰ সকলো ধৰণৰ মানুহ আহি আমাৰ ঘৰ-চোতাল ভৰি পৰিছিল; তেখেতৰ খুহুটীয়া কথাত হাঁহিৰ ৰোল উঠিছিল।

ব্ৰহ্মপুত্ৰৰ বানপানীৰ উপদ্ৰৱ বেছি হোৱাত মাত্ৰ ছকুৰি টকাতেই ঘৰ-মাটি বিক্ৰী কৰি আমাৰ গোটেই পৰিয়ালটো পাটাছাৰকুছিৰ ওচৰৰ শ্ৰীপুৰ চাকলালৈ উঠি আহে আৰু তাত দহবিঘা মাটি কিনি নতুনকৈ বাৰীবস্তি পাতি বসতি আৰম্ভ কৰে। ব্যাসকুছিৰপৰা আমি কালদিয়া নদীৰে নাৱেৰে উজাই আহি পাটাছাৰকুছিত নামিছিলোঁ। তেতিয়া গাড়ী-মটৰ একো নাছিল। আমি পাটা-চাৰকুছিতেই কেইবাবছৰো আছিলোঁ।

ইতিমধ্যে স্বামীদেৱে সোণাৰাম স্কুলৰপৰা কাম এৰি সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত অধ্যাপকৰূপে কামত যোগদান কৰে। তেতিয়া উগ্ৰতাৰা দেৱালয়ৰ কাষতে স্বৰ্গত চক্ৰেশ্বৰ দলৈদেৱৰ এটি ঘৰ ভাৰা লৈ থাকিবলৈ লয় আৰু মাজে সময়ে আমাকো গুৱাহাটীলৈ অস্থায়ীভাৱে লৈ আহিছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত গুৱাহাটীৰ পৰিৱেশ বৰ হুলস্থুলীয়া আৰু উত্তপ্ত হৈ পৰা কাৰণে আমাক গাঁৱৰ ঘৰতে থৈছিল। যুদ্ধ শাম কটাৰ পিছত আমি গুৱাহাটীতে স্থায়ীভাৱে থাকিবলৈ লৈছিলোঁ।

সেই সময়ত এটা আচৰিত কথা আছিল এয়ে যে সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ অধ্যাপকতকৈ কটন কলেজিয়েট স্কুলৰ স্নাতক শিক্ষকৰ দৰমহা বেছি আছিল আৰু সেইবাবেই মোৰ স্বামীদেৱে তেতিয়াৰ শিক্ষাধিকাৰৰ পৰামৰ্শ অনুসৰি কটন কলেজিয়েট স্কুলত শিক্ষকৰ পদত যোগদান কৰে। কটন কলেজিয়েট স্কুলত কাম কৰি থাকোঁতেই প্ৰধান শিক্ষক ভৰত চলিহা ডাঙৰীয়াৰ পৰামৰ্শক্ৰমে আৰু তেখেতক ইতিমধ্যে উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুললৈ বদলি কৰা বাবে ছিলঙত চেইণ্ট এডমাণ্ড কলেজত বি. টি. পঢ়িবলৈ গৈছিল। বি. টি. পঢ়ি থাকোঁতেই তেখেত কটন কলেজৰ সংস্কৃত বিভাগৰ অধ্যাপকৰ নিযুক্তি লাভ কৰে।

সেই সময়ত আমি উজানবজাৰৰ বাৰোৱাৰী নামঘৰৰ ওচৰৰ জথৰীয়া পৰিয়ালৰ ঘৰ এটা ভাৰা কৰি আছিলোঁ। সেই ঘৰত আমি কেইবাবছৰো আছিলোঁ। পিছত কটন কলেজৰ বিখ্যাত অধ্যক্ষ ড° হিৰণ্যকুমাৰ ভূঞাদেৱে তেখেতক ডি. টি. ছাত্ৰাবাসৰ অধীক্ষক নিযুক্ত কৰে। তাৰ পিছত তেখেতে কেইবছৰমান কটনৰ 'থাৰ্ডমেছ' নামে জনাজাত ছাত্ৰাবাসৰ অধীক্ষক হৈ থাকে।

১৯৬০ খ্ৰীষ্টাব্দত তেখেতে বৰ্তমানে আমি থকা আমৰাৱীৰ ঘৰটো সাজি উলিয়ায় আৰু তেতিয়াৰেপৰা আমি ইয়াত স্থায়ীভাৱে থাকিবলৈ লওঁ।

স্বামীদেৱ সৰ্বদা পঢ়া-শুনা আৰু নানাজনক নানা ধৰণৰ উপদেশ, পৰামৰ্শ, সহায় কৰা কামত ব্যস্ত আছিল। তদুপৰি তেখেতক বিভিন্ন সভা-সমিতিলৈ মাতি নিছিল। কিন্তু তেখেতে ব্যস্ততাৰ মাজেৰেই ঘৰুৱা কামবোৰত সহায় কৰি ভাল পাইছিল আৰু নিজেই বজাৰলৈ গৈ বছা বছা শাক-পাচলি আৰু অন্যান্য বস্তু কিনে; তেখেতৰ মাছ বৰ প্ৰিয় খাদ্য আছিল আৰু সেইকাৰণে মাছ কিনাটো তেখেতৰ অভ্যাসত পৰিণত হৈছিল। তেখেতে বাতিপুৱা কেতিয়াবা বৰ দৌৰাদৌৰি হ'লে ৰন্ধা-বঢ়া কামতো সহায় কৰি দিবলৈ হেলা নকৰিছিল।

ব্ৰাহ্মমুহূৰ্ততে শয্যাত্যাগ কৰাটো তেখেতৰ অভ্যাস; মুখ-হাত ধুই নিজে একাপ চাহ তৈয়াৰ কৰি খায়; ঘৰৰ চৌহদৰ ভিতৰতে তেখেতে নিজ হাতেৰে তামোল-পাণ, নাৰিকল গছ ৰুইছিল; ফুলৰ টাববোৰত নানা তৰহৰ ফুল ৰুইছিল আৰু সেইবোৰৰ প্ৰতিপালন অতি নিখুঁতকৈ কৰি বৰ ভাল পাইছিল; ফুল গছবোৰৰ বৰ যতন কৰিছিল; এইবোৰ কাম তেখেতে একেবাৰে পুৱাৰ ভাগতে কৰি শেষ কৰিছিল আৰু সূৰ্যোদয়ৰ লগে লগে পঢ়া খোটালীত সোমাই পঢ়া-শুনা কৰিবলৈ বহিছিল। আৰু ল'ৰা-ছোৱালীইঁতকো পঢ়িবলৈ বহুৱাইছিল।

তেখেতে নিজৰ সকলো বস্তু পৰিপাটিকৈ ৰখাৰ উপৰিও ঘৰৰ সকলোৰে পৰিপাটিকৈ থকাটো আৰু লাগতিয়াল সকলো বস্তু পৰিপাটিকৈ ৰখাটো বিচাৰিছিল। অলপ ব্যতিক্ৰম দেখিলেই তেখেতৰ খং উঠিছিল। সেইকাৰণে আমি সকলোৱে ভয় ভাৱেৰে চলিছিলোঁ। তেখেতে নিজৰ বুদ্ধি-বিবেচনাৰে সকলো কাম অতি চিজিলকৈ কৰিছিল। সেই বুলিয়েই তেখেতে মোক মোৰ নিজা ৰুচি অনুসৰি ঘৰদুৱাৰ সজোৱা, সাজপাৰ, আ-অলঙ্কাৰ আদি কৰাত কোনো বাধা নিদিছিল। তেখেতে কেৱল যে পঢ়া-শুনাত ব্যস্ত আছিল এনে নহয়, সময় সুবিধা পালেই থিয়েটাৰ আৰু ভাল চিনেমা চাবলৈও আমাক মাজে মাজে লৈ গৈছিল।

স্বামীদেৱে খোৱাৰ সময়ত আঞ্জাৰ জুতি আৰু সোৱাদ বিচাৰিছিল। নিজে জুতি লগা আঞ্জাবোৰ কেনেকৈ ৰান্ধিব লাগে তাক দেখুৱাই দিছিল আৰু শিকাইছিল। লাড়ু-পিঠা, পায়স-পৰমান্ন আদি বিভিন্ন বস্তু খায়ো তেখেতে তৃপ্তি পাইছিল; কিন্তু তেখেত আছিল অত্যন্ত মিতাহাৰী. অলপো বেছিকৈ



নাখাইছিল। সেইকাৰণে তেখেতৰ শৰীৰ কেতিয়াবাহে হঠাৎ অসুস্থ হৈছিল। ঔষধ-পাতি খাবলৈ বৰ বেয়া পাইছিল আৰু মৃত্যুৰ সময়লৈকে তেখেতে ইনজেকশ্যন লোৱা নাছিল; মাত্ৰ মৃত্যুৰ সময়ত হাস্পাতালত অজ্ঞান অৱস্থাতহে তেখেতক ইনজেকশ্যন দিছিল। অৱশ্যে বয়স আগবাঢ়ি অহাৰ লগে লগে মছলাযুক্ত জুতি লগা আঞ্জা খাবলৈ এৰিছিল; দৈ আছিল তেখেতৰ অতি প্ৰিয়।

চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছত তেখেতৰ খোৱা সময়ৰ ঠিক নোহোৱা হৈছিল। বিভিন্ন অনুষ্ঠানৰ লগত জড়িত হৈ পৰা বাবে নানা ব্যক্তি তেখেতৰ ওচৰলৈ আহিছিল; তদুপৰি কেতিয়াবা কেতিয়াবা বৰ আগ্ৰহী ছাত্ৰসকল আহিও তেখেতৰ মুখে কথাবোৰ বুজি লৈছিল। বহুতো বিজ্ঞ আৰু পণ্ডিত লোকো তেখেতৰ ওচৰলৈ আহি নানা ধৰণৰ ধৰ্মৰ কথা-বতৰা পাতিছিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ মুৰব্বী নেতাসকল আহি কেতিয়াবা কেতিয়াবা আলহীও হৈছিল। এনে ধৰণৰ নানা ব্যক্তিৰ লগত নানা কথা অতি ৰসালভাৱে আলোচনা কৰিছিল আৰু খুহুটীয়া কথাৰে হাঁহিৰ খলকনি তুলিছিল। প্ৰায়বোৰ এনে ধৰণৰ লোকক তেখেতে চাহ বা জলপান নোখোৱাকৈ উঠি যাবলৈ নিদিছিল আৰু তামোলৰ বটাখন সদায়েই তেখেতৰ গুৰিতে ৰাখিছিল; তামোলৰ লগত তেখেত মুখত খোৱা ধপাত খাই বৰ তৃপ্তি পাইছিল। এনেদৰে আলহী-অতিথি-সজ্জনসকলৰ লগত কথা-বতৰা পাতি থাকোঁতেই খোৱা-বোৱাৰ সময় অতিক্ৰম হৈছিল।

বহু অনুষ্ঠানৰ লোকে তেখেতক সভা-সমিতিলৈ বক্তৃতা দিবলৈ লৈ গৈছিল। ওচৰৰ অৰ্থাৎ গুৱাহাটী নগৰৰ সভাবোৰলৈ তেখেতে নিৰ্দিষ্ট সময়ত গাড়ী আহি পোৱালৈ অপেক্ষা নকৰি খোজ কাঢ়িয়েই গৈছিল; খোজ কাঢ়ি তেখেতে বৰ ভাল পাইছিল। সভা-সমিতিলৈ যাবলৈ ওলালেই বৰ দৌৰাদৌৰি লাগিছিল, কাৰণ নিজৰ পঢ়া-শুনা কামেই হওক বা মানুহৰ লগত কথা পাতি থাকোঁতেই সভা-সমিতিলৈ ওলাই যোৱাৰ সময় অতিক্ৰম হওঁ হওঁ অৱস্থা হয়। তৎক্ষণাৎ ভাত-পানী খাই যাবলগীয়া হৈছিল। সেইকাৰণে মই তেখেতক 'খোৱা-বোৱা-খিনি সোনকালে সময়মতে কৰক" বুলি ক'লেও কামৰ ব্যস্ততাত তাৰ প্ৰতি মনোযোগ নিদিছিল। সেইকাৰণেই বোধহয় শেষৰফালে তেখেতে মাজে সময়ে অৰ্শৰোগত ভুগিছিল আৰু সাধাৰণ অসুখ হ'লে কাৰো আগত নকৈছিল। মই বাৰে বাৰে সুধিলেহে অসুখৰ কথা কৈছিল; অৱশ্যে পৰি থকা অসুখ তেখেতৰ নাছিল।

স্বামীদেৱে নিজৰ বংশপৰিয়ালৰ মানুহৰ প্ৰতি সদায় বৰ সহানুভূতিশীল আছিল। আমাৰ পাটাছাৰকুছিৰ ঘৰখন চলাবলৈ আৰু বিশেষকৈ শাহু আইৰ প্ৰতিপালনৰ কাৰণে মাহে মাহে টকা পঠাইছিল। আমি আমাৰ ভতিজা ল'ৰা ধৰ্মকান্তক (নাউক) আমাৰ লগতে ৰাখি পঢ়ুৱাইছিলোঁ। আমাৰ ববজনাৰ অকাল মৃত্যু হোৱাত আমাৰ গাঁৱৰ ঘৰখনৰ অলপ বেমেজালি ঘটিছিল। আমাৰ ভতিজা ছোৱালীকেইজনীৰ বিয়া-বাৰু সকলোখোৰতেই স্বামীদেৱে যথা-সাধ্য ব্যয় কৰিছিল।

তেখেতে মিছা কথা কোৱা মানুহক সমূলি দেখিব নোৱাৰিছিল ; তেনে লোকক প্ৰশ্ৰয় নিদিছিল আৰু আনকো আশ্ৰয় নিদিবলৈ উপদেশ দিছিল।

চাকৰিৰপৰা অৱসৰ পোৱাৰ পিছৰপৰা তেখেতে বাবোবাৰী নামঘৰ, হৰি-সভাত যথাক্ৰমে প্ৰতি শনিবাৰে গোধূলি সময়ত আৰু ৰবিবাৰে ৰাতিপুৱা ভাগৱত-গীতা আদি ধৰ্মশাস্ত্ৰ পাঠ কৰি শ্ৰোতাসকলক আনন্দ দিয়াৰ উপৰিও নিজে নিজকে পাহৰি গৈছিল আৰু ঈশ্বৰ চিন্তাত মন অৰ্পণ কৰিছিল। কিন্তু ধৰ্মৰ নামত তেখেতে মন্দিৰে মন্দিৰে ঘূৰি নুফুৰিছিল। অৱশ্যে কেইবাবাৰো বিভিন্ন তীৰ্থক্ষেত্ৰবোৰ দৰ্শন কৰি আহিছিল আৰু মোকো লগত লৈ গৈছিল। গুৱাহাটীত অনুষ্ঠিত পূজা-বিহু আদিৰ উৎসৱবোৰলৈ গৈ সময় নষ্ট নকৰি পঢ়া কোঠাত সোমাই নানা শাস্ত্ৰ পঢ়ি সময়ৰ সদ্ব্যৱহাৰ কৰিছিল। মই হ'লে মন্দিৰে মন্দিৰে ঘূৰি বৰ ভাল পাওঁ। তেখেতে গীতা-ভাগৱত আদিৰ কথাবোৰ অতি সৰলভাৱে বুজি পোৱাকৈ কোৱা কথা কেইবাবাৰো শুনিছোঁ ; কিন্তু গীতা-ভাগৱতৰ অমৃত গ্ৰহণ কৰিব নোৱাৰিলোঁ। তেখেতে গীতা-ভাগৱত পঢ়ি পঢ়িয়েই সংসাৰৰ মায়াৰ বন্ধনৰপৰা আঁতৰি যোৱাৰ কাৰণে বোধহয় প্ৰস্তুতি চলাইছিল। মৃত্যুৰ কেইবছৰমান আগৰেপৰা ৭৯ বছৰ বয়সত মৃত্যু হ'ব বুলি হাঁহি হাঁহি প্ৰায়েই কৈছিল। আমি ধেমালি কৰি কোৱা বুলি ভাবিছিলোঁ ; কিন্তু শেষত দুৰাৰোগ্য ৰোগাক্ৰান্ত হৈ মাত্ৰ কুৰি ঘণ্টা সময় ৰোগশয্যাত শুই গুৱাহাটী মেডিকেল কলেজৰ হাস্পাতালত দেহত্যাগ কৰি আমাক শোক-সাগৰত পেলাই মুক্তিধামলৈ গতি কৰিলে—কি আচৰিত ! কি ভৱিষ্যদ্বাণী ! ভাবি ভাবি অশ্ৰুপাত কৰি জীৱন ধৰি আছোঁ। স্বামীদেৱতাৰ চৰণত মূৰ থৈ এইখিনি স্মৃতি নিবেদন কৰিলোঁ। □

# দেউতাৰ জীৱনৰ ডুখৰীয়া ছবি

**হীৰা শৰ্মা**

আমাৰ দেউতা সকলোৰে মাজত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা নামে খ্যাত। তেখেত 'আচাৰ্য' এই বিভূষণেৰেও বিভূষিত হৈছিল ; সেইকাৰণে তেখেতক আচাৰ্য শৰ্মাদেৱ বুলিও বহুতেই মাতিছিল আৰু জানিছিল। আৰ্য সভ্যতাৰ বাহক আৰু হিন্দু সংস্কৃতিৰ ধৰ্মশাস্ত্ৰবোৰৰ বিশাল আৰু বিস্তৃত অধ্যয়নৰ ফলত আৰু বিশেষকৈ সংস্কৃত সাহিত্যৰ বিভিন্ন গ্ৰন্থৰ গভীৰ জ্ঞানৰ অধিকাৰী হোৱা বাবে দেউতা আছিল সকলোৰে শ্ৰদ্ধা আৰু আদৰৰ পাত্ৰ। তেখেতৰ বিনম্ৰ পাণ্ডিত্য আৰু প্ৰতিভাৰ বিষয়ে লিখাৰ দুঃসাহস মোৰ নাই। ইয়াত মাত্ৰ দেউতাৰ দৈনন্দিন জীৱনৰ দুই-চাৰিটা কথাহে লিপিবদ্ধ কৰিব খুজিছোঁ।

দেউতাক আমি ল'ৰা-ছোৱালীহঁতে দেউতা বা পিতা বুলি মতা নাছিলোঁ। আমি উগ্ৰতাৰা মন্দিৰৰ ওচৰত থাকোঁতে আমাক কোনোবাই 'বাবা' বুলি মাতিবলৈ শিকাইছিল বাবে আমি 'বাবা' বুলিয়েই মাতিছিলোঁ। বাবাৰ বিষয়ে লিখিবলৈ ওলাওঁতেই তেখেতৰ জীৱনৰ কিমান কথা যে আজি মনত পৰিছে ! কিন্তু সেই সকলোবোৰ কথা সীমিত পৰিসৰৰ ভিতৰত লিখাটো সম্ভৱ নহয়। বাবাৰ নিচিনা মানুহ এজনক তেখেতৰ জীয়ৰী হৈও পৰিপূৰ্ণ-ভাৱে জনাৰ সুযোগ কোনো দিনে পোৱা নাছিলোঁ ; কাৰণ জীৱনৰ প্ৰতিটো পলেই অত্যন্ত ব্যস্ততাৰ মাজেৰে পাৰ কৰা বাবাই নিজৰ বিষয়ে কিবা জনাৰ সুবিধা আমাৰ কাকো কেতিয়াও দিয়া নাছিল। দিনটোৰ সৰহভাগ সময়েই বাবাক অধ্যয়নৰত অৱস্থাতহে দেখা পাইছিলোঁ ; দোভাগ নিশাহে জিৰণিৰ বাবে শয্যাৰ আশ্ৰয় লোৱা বাবাই কাউৰী-কুকুৰাই ডাক দিয়াৰ পূৰ্বেই ব্ৰাহ্মমুহূৰ্ততে শয্যা ত্যাগ কৰিছিল। সেই বাবেই আমি তেখেতক কোনো দিনে শুই থকা অৱস্থাত দেখাই নাছিলোঁ।

নিজৰ শক্তি সাধ্য অনুসৰি ঘৰুৱা খুটিনাটি, কাম-কাজবোৰ কৰি ল'বলৈ বাবাই

কোনো দিনে দ্বিধাবোধ নকৰিছিলি। তেখেতৰ মতে কামৰ সৰু-ডাঙৰ নাই ; সেয়েহে ঘৰৰ কোনো মানুহকেই আমনি নকৰাকৈ ঘৰ এন্ধাৰ বাহিৰ পোহৰৰ সময়তে পুৱাৰ প্ৰথম চাহ কাপ নিজ হাতে কৰি খাই তৃপ্তি পাইছিল। মোৰ এতিয়াও মনত পৰে, স্কুল-কলেজত পঢ়ি থকা সময়ৰ পৰীক্ষাৰ সময় ওচৰ চাপিলে পুৱা সোনকালে উঠি পঢ়িবলৈ বহিলে বাবাই মোলৈও একাপ চাহ আগবঢ়াই দিয়ে, যাতে বাতিপুৱাৰ টোপনিৰ আমেজ কণ ভাঙি পঢ়াত মন সংযোগ কৰিব পাৰোঁ।

বাবা আছিল এজন সুৰুচিসম্পন্ন লোক, তেখেত বিলাসী বা চৌখীন নাছিল, আছিল অত্যন্ত পৰিপাটি। বাবাই সদায় সাধাৰণ সাজপাৰ পিন্ধিছিল ; কিন্তু সেয়ে হ'লেও যি পিন্ধিছিল বা উৰিছিল তাক অতি পৰিষ্কাৰ-পৰিচ্ছন্নকৈ লৈহে ভাল পাইছিল। এই বিষয়ে আমাকো সদায় সোঁৱৰাই দিছিল। বাবাই নিজৰ কাপোৰ-কানি সদায় নিজে ধুই লৈছিল, নিজেই ইস্ত্ৰি কৰি লৈছিল। কেতিয়াবা কেতিয়াবা আমি জোৰ কৰি আনি কাপোৰবোৰ ধুই ইস্ত্ৰি কৰি দিলে বৰ অস্বস্তি বোধ কৰিছিল, বোধহয় আমি কষ্ট পোৱা বুলি ভাবিছিল আৰু নিজৰো স্বাৱলম্বিতা নষ্ট হ'ব বুলিও ভয় কৰিছিল। কোনো দিনে কোনো কথাতে কাৰো ওপৰত নিৰ্ভৰ নকৰা আমাৰ বাবাই জীৱনৰ অন্তিম মুহূৰ্তলৈকে স্বনিৰ্ভৰশীল হৈয়েই কটাই দিছিল। ঘৰুৱা বজাৰ-সমাৰ কৰা আদি কামবোৰো বাবাই নিজে কৰি আনন্দ পাইছিল, বিশেষকৈ শাক-পাচলি, মাছ-তাছ নিজৰ ৰুচি আৰু পছন্দ অনুসৰি কিনি বৰ ভাল পাইছিল। বজাৰৰপৰা বস্তুবোৰ ভৰাই অনা মোনা দুখন দুই হাতত লৈ খোজ কাঢ়ি অহা দৃশ্যটো আজিও মোৰ চকুৰ আগত ভাহি উঠে। বাবাই সততকাই ৰিক্সা-বাছ আদিত উঠিবলৈ ইচ্ছা নকৰিছিল, কাৰণ খোজ কাঢ়ি ফুৰিলে মানুহৰ শৰীৰ আৰু স্বাস্থ্য ভালে থাকে বুলি তেখেতে দঢ়াই দঢ়াই কৈছিল। এনেকি বাবাই ইঠাইৰপৰা সিঠাইলৈ গ'লে অহা-যোৱা কৰিলে খোজবোৰো গণি গণি গৈছিল, শেহলৈ এনেকুৱা হৈছিল যে প্ৰায়ে যাতায়াত কৰি থকা কিছুমান ঠাইলৈ কিমান খোজৰ দূৰত্ব হয় কৈ দিছিল।

কলেজত অধ্যাপনা কৰা সময়তো কান্ধত এখন চাদৰ লৈ বগা ধুতি-পাঞ্জাবী পৰিধান কৰি যেতিয়া কলেজলৈ ওলাইছিল তেতিয়া বাবাক দেখিলে ভাব হৈছিল—বাবা এগৰাকী আদৰ্শবাদী শিক্ষক সকলোৰে সন্মানাৰ্হ শ্ৰদ্ধেয় পুৰুষ। সংস্কৃতৰ পণ্ডিত হৈও তেখেতে সকলো কামেই বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে কৰিছিল।



উদাহৰণস্বৰূপে, কাপোৰ ধুই ৰ'দত বহুত সময়লৈ কেতিয়াও শুকাবলৈ নিদিছিল ; তেখেতে জানিছিল যে প্ৰখৰ ৰ'দত বহুত সময় কাপোৰবোৰ শুকাই থকা মানে কাপোৰখনৰ আয়ুস টুটি যোৱা। সেইকাৰণে অকণমান সেমেকা অৱস্থাতে কাপোৰবোৰ চপাই লৈ লগে লগে ইস্ত্ৰি কৰি থৈছিল। সাজপাৰ পিন্ধাৰ অযোগ্য হ'লেও ফটা অংশ নিজহাতে চিলাই লৈ ব্যৱহাৰৰ যোগ্য কৰি লৈছিল। চিলাইৰ কাম কৰাত তেখেতৰ বৰ চখ আছিল। আমাৰ সৰু কালৰ সাজপাৰ বাবাই নিজ হাতেৰে ধুনীয়াকৈ মেচিনত চিলাই কৰি দিছিল। মেচিন কেনেকৈ চলাব লাগে, ভাল কৰিব লাগে, কাপোৰ কেনেকৈ কাটিব লাগে ইত্যাদি সকলোবোৰ কাম আমাক নিজহাতে শিকাইছিল।

বাবা আছিল মিতব্যয়ী, অদৰকাৰী খৰচ তেখেতে কেতিয়াও নকৰিছিল আৰু আনকো অবাবত খৰচ কৰা দেখিলে বেয়া পাইছিল আৰু তেনে ধৰণে অবাবত ব্যয় নকৰিবলৈ সকীয়াই দিছিল।

বাবা আছিল মিতাচাৰী আৰু মিতাহাৰী ; তেখেতে আঞ্জাবোৰ জুতি লগা বা সোৱাদ লগা নহ'লে ভাল নাপাইছিল, অৱশ্যে শেষ বয়সৰ ফালে সেইবোৰ বেছি মছলাযুক্ত হ'লে বেয়া পাইছিল। ভাল দৈ আছিল তেখেতৰ প্ৰিয় খাদ্য ; সেই বুলি বেছিকৈ কেতিয়াও নাখাইছিল। তেখেতে প্ৰায়েই কৈছিল যে ভগৱানে এজন মানুহৰ কাৰণে যিমান চাউল বা খাদ্য নিৰ্ধাৰণ কৰি দিছে, সেইখিনিকেই কম কমকৈ খালে মানুহ বেছি দিন জীয়াই থাকে। পৃথিৱীত যাৰ যিমান চাউল থাকে সিমান দিন বাচি থকাৰ অৰ্থ এয়েই।

ৰান্ধনি ঘৰৰ নানা ধৰণৰ কামত, ৰকম ৰকম ব্যঞ্জন ৰন্ধা মিঠাই আদি তৈয়াৰ কৰাৰ শিক্ষা আমি মাৰপৰা যেনেদৰে পাইছিলোঁ, তেনেদৰে বাবায়ো আমাক নিজৰ জীৱনৰ আৰ্হিৰে স্বাৱলম্বিতাৰ শিক্ষা দি থৈ গৈছে। তেখেতে কেৱল যে পিন্ধা সাজপাৰতহে পৰিপাটি আছিল এনে নহয়, নিজ হাতে ধুই ইস্ত্ৰি কৰা কাপোৰবোৰ চুটকেচ বা ট্ৰাঙ্কৰ ভিতৰতো অতি সুন্দৰভাৱে পৰিপাটিকৈ ৰাখিছিল। শোৱা শেতেলিখনো শেতেলি এৰাৰ লগে লগে অতি পৰিপাটিকৈ পাৰি থৈছিল। বিভিন্ন আলমাৰীত তেখেতৰ বিভিন্ন ধৰণৰ কিতাপ-পত্ৰবোৰ এনেকৈ চিজিল লগাই থৈছিল যে দেখিলেই মনটো ভাল লাগি যায়। অত্যন্ত সাধাৰণ কিন্তু অত্যাৱশ্যকীয় বস্তুবোৰ অত্যন্ত যত্নসহকাৰে সংৰক্ষণ কৰিছিল। ঘৰত কিবা অনুষ্ঠান উপলক্ষে অতিথিৰ সমাগম বেছি হ'লে বাতি আঁঠুৱা তৰা সময়ত জৰী, গজাল আদি বিচাৰি কেতিয়াও হাবাথুৰি খাব

নালাগিছিল। এইবোৰ বস্তুও বাবাই থিতাতে ক'ৰপৰা উলিয়াই দিছিল ভাবিলে আচৰিত লাগে।

আকৌ বাবাই যেতিয়া পুৰণি সাজপাৰবোৰো অতি চাফচিকুণকৈ ধুই ইস্ত্ৰি কৰিবলৈ লয় মায়ে বৰ বেয়া পায় আৰু ইমানবোৰ নতুন কাপোৰ থাকোঁতেও পুৰণি কাপোৰ নো কিয় পিন্ধিব লাগে বুলি দুখ কৰে। বাবাই কিন্তু মাৰ এনে ধৰণৰ কথাৰ উত্তৰ মাত্ৰ এটা মিচিকিয়া হাঁহিৰেই দি থয়। এতিয়া কিন্তু তেখেতৰ মৃত্যুৰ পিছতহে সেই হাঁহিৰ অৰ্থ উপলব্ধি কৰিব পাৰিছোঁ। তেখেতৰ মৃত্যুৰ পিছত শ্ৰাদ্ধাদিত দানাদিৰ কাৰণে লগা সকলো নতুন নতুন কাপোৰ ট্ৰাঙ্কৰ ভিতৰত সযতনে ভৰাই থোৱা পাইছিলোঁ। কোনো দিনে পৰমুখাপেক্ষী নোহোৱা বাবাই হয়তো মৃত্যুৰ পিছতো যাতে আনে তেখেতৰ কাৰণে হাবাথুৰি খাব নালাগে তাকেই ভাবিছিল। বাহিৰৰ সমাজখনত অত্যন্ত ৰসিক ব্যক্তি বুলি বাবা জনাজাত। সভাই-সমিতিয়ে, শ্ৰেণীকোঠা, ভাগৱত, গীতা পুৰাণ, মহাভাৰত, ৰামায়ণ, দৰ্শন, উপনিষদ আদিৰ ব্যাখ্যা প্ৰসঙ্গত তেখেতে হেনো নানা ধৰণৰ হাস্য-ব্যঙ্গ্য কথাৰ অৱতাৰণা কৰি মানুহক ইঁহুৱাইছিল। ঘৰুৱা জীৱনত কিন্তু বাবা বৰ গহীন গম্ভীৰ আছিল, হয়তো সন্তানাদিৰ লালন-পালনৰ ক্ষেত্ৰত সি আৱশ্যকীয় বুলি বাবাই বিবেচনা কৰিছিল। কিন্তু তাৰ মাজতো কেতিয়াবা কেতিয়াবা গহীন হৈ থাকিয়েই খুটিনাটি কিছুমান কথাত ঘৰৰ সকলোকে কিছুমান খুহুটীয়া কথাৰ অৱতাৰণা কৰি হাঁহিৰ খোৰাক যোগাইছিল। তাৰে এটা উদাহৰণ মোৰ নিজৰ কথালৈয়ে কওঁ। সৰু কালত থং উঠিলে মই ঠেহ পাতি ভাত নোখোৱাকৈ শুই থাকিছিলোঁ; মাইতে যেতিয়া ভাত খাবলৈ মাতি মাতি ভাগৰি পৰিছিল তেতিয়া বাবাই গহীনভাৱে কয় "এৰা অ' এইজনী ছোৱালীয়ে মোৰ বৰ দুখ বুজে। নহ'লে নো তাই দুই-তিনি সাজ ভাত নাখাই মোৰ ধন ৰাহি কৰি দিয়ে নে?" এবাৰ কিবা এখন সভালৈ গৈ ঘূৰি অহাৰ সময়ত বাবাই নিজৰ নতুন ছাতিটোৰ সলনি এটি পুৰণি ছাতিকেই আনিব লগা হ'ল। ঘৰলৈ আহি বাবাই ৰগৰ কৰি ক'লে, "মানুহজন—অৰ্থাৎ নতুন ছাতিটো লৈ পুৰণিটো এৰি থৈ যোৱা মানুহজন বৰ দয়ালু, নহ'লেনো মই ৰ'দত কষ্ট পাম বুলি এই পুৰণি ছাতিটোকে হ'লেও যে থৈ যায় নে?" এনে ধৰণৰ বহু উদাহৰণ আছে, সেইবোৰ উল্লেখ কৰাৰপৰা বিৰত থাকিলোঁ।

বাবাৰ আৰু এটা মহৎ গুণ আছিল; সেইটো হ'ল তেখেতৰ অতিথি



পৰায়ণতা আৰু দুখীয়া-দৰিদ্ৰৰ প্ৰতি থকা তেখেতৰ দৰদী আন্তৰিকতা। সাধাৰণতে কিবা উদ্দেশ্যে বাবাক লগ ধৰিব অহা মানুহক একাপ চাহ, এখন তামোল নখচা কৈ থকা নাছিল। দুখীয়া নিছলাক দুই এটকা আৱশ্যক হ'লে বেছিকৈও ধনবিৎ দি সহায় কৰিছিল। বাবাৰ পাণ্ডিত্যৰ কাৰণে অসমৰ তথা ভাৰতৰ বহুতো পণ্ডিত লোকৰ সমাগম আমাৰ ঘৰত প্ৰায়েই হৈছিল আৰু আমি সকলোৱে তেখেতসকলক আল-পৈচান ধৰিছিলোঁ।

মনত থকা দিনৰেপৰা বাবাক আমি নিজৰ কোঠাৰ পঢ়াশুনা কৰা চকী মেজৰ ওচৰতে দিনটোৰ সৰহভাগ সময় দেখি আহিছিলোঁ। আনকি জীৱনৰ শেষ সন্ধিক্ষণতো সেই চকীখনত বহি থাকিয়েই তেখেত অসুস্থ হৈ পৰিছিল। অসুস্থ হৈ পৰাত ডাক্তৰ আহি হাস্পাতাললৈ নিবলৈ কোৱাত বাবাই ঘৰতে পিন্ধি থকা সাজপাৰেৰে যাবলৈ মান্তি হোৱা নাছিল। সাংঘাতিকভাৱে অসুস্থ হৈ পৰাৰ সময়তো সাজপাৰৰ পৰিপাটিতাৰ কথা তেখেতে পাহৰা নাছিল। এয়েই এজনা আদৰ্শবাদী পুৰুষৰ সহজ-সৰল জীৱনৰ চানেকি। সদায় কৰ্ম-ব্যস্ততাৰ মাজত থকা বাবেই মৃত্যুৰ সময়লৈকে তেখেত সুস্বাস্থ্যৰ অধিকাৰী আছিল। শাৰীৰিক শক্তি আৰু মানসিক বলত তেখেত বৃদ্ধ বয়সতো ডেকাৰ সমানেই কৰ্মক্ষম আছিল। এনে এগৰাকী মহান পুৰুষক পিতৃৰূপে পাই আমি কিমান ধন্য হৈছো তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। পিতৃদেৱতাৰ শ্ৰীচৰণত শত প্ৰণিপাত জনাই এই শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিলোঁ। □

# শহুৰ দেউতাৰ সোঁৱৰণত

**শ্ৰীধৰ্মেশ্বৰ শৰ্মা**

শহুৰ দেউতা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ মোৰ শিক্ষা-গুৰুও। ১৯৫৯ খ্ৰীষ্টাব্দত কটন কলেজত সংস্কৃত বিষয়ত সন্মানপ্ৰধান (Honours) পাঠ্যক্ৰম অধ্যয়নৰ কাৰণে নাম ভৰ্তি কৰিছিলোঁ। তেতিয়া সংস্কৃত বিভাগৰ মূৰব্বী অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ; ধুতি-পাঞ্জাবী আৰু চাদৰ পৰিহিত অধ্যাপক শৰ্মা ছাৰে পামচু জোতা পিন্ধি গহীন গম্ভীৰ খোজেৰে কটনৰ প্ৰশাসনীয় গৃহৰ-পৰা (এতিয়া য'ত নতুন প্ৰশাসনীয় আৰ. চি. চি. বিল্ডিং অৱস্থিত তাত টিন-পাতেৰে সজা অসম আৰ্হিৰ এটা বৰ গজগজীয়া আহল-বহল বেছ ডাঙৰ ইষ্ট আৰু ওৱেষ্ট নামৰ দুটা কোঠা আৰু মাজৰ কমবোৰত অধ্যক্ষ, কাৰ্যালয়ৰ বিভিন্ন শাখা বহিব পৰা কোঠাবোৰ আছিল।) নিউবিল্ডিঙলৈ আহি থকা দেখিলেই ভয় আৰু ভক্তি দুয়োটা ভাবৰে সংমিশ্ৰণ ঘটিছিল। শ্ৰেণীত তেখেতে অন্তৰ উজাৰি জ্ঞানৰ ভাণ্ডাৰ উন্মুক্ত কৰি পাঠদান কৰা সময়ত আমি ছাত্ৰবোৰ তন্ময় হৈ শুনি থাকোঁ আৰু সময় কেনেকৈ পাৰ হৈ যায় গমকে নাপাওঁ। 'অভিজ্ঞান শকুন্তলম্' পঢ়াওঁতে তেখেতে অলঙ্কাৰশাস্ত্ৰৰ নানা উদ্ধৃতি দাঙি ধৰি বিভিন্ন সমগোত্ৰীয় নাটকৰ লগত তুলনামূলক আলোচনা উপস্থাপন কৰিছিল। ছাত্ৰৰ মন আকৰ্ষণ কৰাটো আৰু পাঠদান চিত্তাকৰ্ষক কৰি তোলাতেই শিক্ষকৰ কৃতিত্ব। তেখেতৰ তুলনামূলক পাঠদানৰ সময়ত তেখেতে বৰ্তমানৰ যুগৰ লগত সামঞ্জস্য থকা ইতিহাস, ৰাজনীতি, অৰ্থনীতি, আইন, বিজ্ঞান আদিৰ নানা বিষয়ৰ কথাৰ অৱতাৰণা কৰি সংস্কৃত সাহিত্যৰ বিপুল সম্ভাৰৰ কথা আমাক জানিবলৈ দিছিল। এনে ধৰণৰ বিভিন্ন শাস্ত্ৰ আৰু বিষয়ৰ যে সম্পৰ্ক থাকিব পাৰে তাক আগেয়ে কল্পনাই কৰিব পৰা নাছিলোঁ। প্ৰাসঙ্গিক বিশ্লেষণপুষ্ট ৰসাল পাঠদান কৰি থাকোঁতে প্ৰায়েই ৪৫ মিনিটৰ পিৰিয়ডটো পাৰ হৈ যায় আৰু তাৰ পিছৰ পিৰিয়ডৰ অধ্যেতব্য বিষয়ৰ ক্লাচটোৰ সময় পাৰ হৈ যায়। সেইকাৰণে কেতিয়াৰ কেতিয়াবা তেখেতে আমাক সময়ৰ কথাটো মনত পেলাই দিবলৈ কয়।



ভগৱান শ্ৰীকৃষ্ণই প্ৰিয়সখা অৰ্জুনক বিশ্বৰূপ দেখুৱাইছিল। বিশ্বৰূপৰ বৰ্ণনাত উল্লেখ কৰা এটা শ্লোক হ'ল—

দিবি সূৰ্যসহস্ৰস্যভৱেদ্ যুগপদুত্থিতা।
যদি ভাঃ সদৃশী সা স্যাদ্ ভাসস্তস্য মহাত্মনঃ॥ গীতা ১১।১২

—যদি নভোমণ্ডলত একে সময়তে সহস্ৰ সূৰ্যৰ প্ৰভা সমুদিত হয়, তেনেহ'লে, সি সেই ভগৱানৰ তেজঃপ্ৰভাৰ সদৃশ হ'ব পাৰে।

এই গীতাৰ অমোঘ কথাষাৰৰপৰাই হেনো পৰমাণু বোমাৰ মূল সূত্ৰটো আৱিষ্কাৰ কৰিছিল। এই কথাটো শ্ৰেণীকক্ষত তেখেতে পৰমাণু বিজ্ঞানৰ লগতো যে অতি প্ৰাচীন ভাৰতীয় আৰ্য ঋষিসকলৰ চিন্তাধাৰাৰ মিল আছে তাকে বুজাইছিল। তেখেতৰ এনে ধৰণৰ অধ্যাপনা ৰীতিৰ ফলত আমাৰ মনত তেখেতৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তি প্ৰগাঢ় হৈ পৰিছিল। কলেজৰ অধ্যাপকগৰাকী আমাৰ দৃষ্টিত হৈ পৰিল বৈদিক আশ্ৰমৰ গুৰু, পথপ্ৰদৰ্শক, হিতাকাঙ্ক্ষী বন্ধু। প্ৰায়-বোৰ ছাত্ৰই তেখেতৰ ঘৰলৈ পাঠবোৰ আলোচনাৰ কাৰণে গৈছিল আৰু ছাত্ৰসকলে লিখি নিয়া প্ৰশ্নৰ উত্তৰবোৰ তন্ন তন্নকৈ চাই দিছিল।

বি. এ. পৰীক্ষা দি উঠি ছাৰক দেখা কৰি এ. চি. এছ পৰীক্ষাত বহাৰ অভিপ্ৰায় ব্যক্ত কৰি ছাৰৰ উপদেশ বিচাৰিলোঁ। ছাৰে কৈছিল, "মইতো শিক্ষকতাৰ বাহিৰে অইন একো চাকৰি বিচৰা নাছিলোঁ। মইনো তোমাক কি উপদেশ দিম? তথাপি এটা উপদেশ তোমাক দিব পাৰোঁ। প্ৰৱেশিকা পৰীক্ষা দিয়াৰ আগ-মুহূৰ্তত তুমি যি ধৈৰ্য আৰু শক্তিৰে পঢ়িছিলা, আজিৰপৰা যদি সেই ধৈৰ্য আৰু মনোনিৱেশেৰে এ. চি এছ. ৰ কাৰণে পঢ়া তেনেহ'লে কৃতকাৰ্য হ'বা।" সঁচাকৈয়ে তেখেতৰ উপদেশ আখৰে আখৰে পালন কৰি কৃতকাৰ্য হৈছিলোঁ। এ. চি. এছ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত আৰক্ষী বিভাগ, প্ৰশাসনীয় বিভাগত চাকৰি কৰিম নে শিক্ষক হৈ কলেজত চাকৰি কৰিম—এইবোৰ চিন্তাত পৰিছিলোঁ। পুনঃ ছাৰৰ ওচৰ চাপিলোঁ। ছাৰে কৈছিল, "কামৰ ডাঙৰ সৰু নাই; চাকৰিবো ভাল বেয়া নাই। যি কামকেই কৰা নৈতিক চৰিত্ৰ অক্ষুণ্ণ ৰাখি নিষ্ঠাৰে কৰিবা। ধন ঘটাটো মানৱ জীৱনৰ উদ্দেশ্য হোৱা অনুচিত; সৎ চিন্তাৰে মানসিক শান্তি লাভ কৰাটোহে জীৱনৰ উদ্দেশ্য হোৱা উচিত। কোনো কামতেই নৈতিক আৰু মানসিক উৎকৰ্ষ সাধনত বাধা নাই।"

তেখেতৰ উপদেশ শিৰোগত কৰি এ. চি. এছ.ত যোগদান কৰিলোঁ আৰু তেখেতৰ উপদেশ পালন কৰি আছোঁ। চাকৰিত যোগদান কৰাৰ পিছতো

তেখেতক বহুবাৰ লগ ধৰিছিলোঁ আৰু তেখেতৰ লগত কথা পাতিলেই বিশ্ব-ব্ৰহ্মাণ্ডৰ নানা কথাৰ উপৰিও কালিদাস, ৰবীন্দ্ৰনাথ ঠাকুৰ, সৰ্বপল্লীবাধাকৃষ্ণণ প্ৰভৃতিৰ প্ৰতিভা আৰু কৃতিত্বৰ বিষয়ে অনৰ্গল কৈ যায়। এবাৰ তেখেতে মোক সৰ্বপল্লীৰাধাকৃষ্ণণৰ "হিন্দু ভিউ অব্ লাইফ" বোলা কিতাপখন উপহাৰস্বৰূপে দিছিল, সেইখন গুৰুৰ নিৰ্মালিৰূপে গ্ৰহণ কৰি পঢ়ি পৰম উপকৃত হৈছোঁ। তেখেতে প্ৰায়েই ড° বাণীকান্ত কাকতিদেৱৰ বিশাল মেধা আৰু পাণ্ডিত্যৰ ভূয়সী প্ৰশংসা কৰিছিল আৰু কটন কলেজৰ গ্ৰন্থাগাৰৰ গ্ৰন্থবোৰ তেখেতে কেনেকৈ অধ্যয়ন কৰিছিল তাকো বিবৰি কৈছিল।

কালক্ৰমত মই তেখেতৰ দ্বিতীয় জোঁৱায়েক হ'লোঁ। বিপদ হ'ল "ছাৰ" বুলি মাতিম নে "বাবা" বুলি মাতিম। পৰিয়ালৰ ল'ৰা-ছোৱালীহঁতে তেখেতক সকলোৱে 'বাবা' বুলি মাতিব শিকিছিল। গতিকে আমি জোঁৱায়েকসকলেও 'বাবা' বুলিয়েই মতাটো স্বাভাৱিক কথা। মই হ'লে বিয়াৰ পিছতো 'ছাৰ' বুলিহে মাতি আছিলোঁ প্ৰায় পোন্ধৰ বছৰ কাল। পিছত অলপ সহজ হৈ পৰিলোঁ আৰু 'বাবা' বুলিয়েই মাতিব পৰা হ'লোঁ। শাহু আইক আমি 'মা' বুলিয়েই মাতোঁ।

কটন কলেজত পঢ়া কালত আমি দেখিছিলোঁ কটন কলেজৰ প্ৰশাসনীয় গৃহৰ শিক্ষকৰ জিৰণি কোঠাত সহকৰ্মীসকলৰ লগত কথা-বতৰা পাতি থাকোঁতে তেখেতে নানা ৰগৰপূৰ্ণ কথা কৈ হাঁহিৰ বোল তুলিছিল। সহকৰ্মীসকলে তেখেত কোনোবা এদিন অনুপস্থিত থাকিলেই বৰ নীৰস নীৰস লগা বুলি কোৱা শুনিছিলোঁ। সভা-সমিতিত তেখেতৰ বক্তৃতা শুনিছোঁ—নানা শাস্ত্ৰ, বিজ্ঞান, ৰাজনীতি, অৰ্থনীতি, ইতিহাসৰ তথ্যেৰে ভৰপূৰ বক্তৃতা, শ্ৰোতাবৃন্দ তন্ময় হৈ থাকে, ভাগৱত-গীতা-উপনিষদ পাঠ কৰাও শুনিছোঁ আৰু তেখেতৰ অতুলনীয় ব্যাখ্যাভঙ্গী আৰু প্ৰকাশ ক্ষমতা দেখি স্তম্ভিত হৈছোঁ।

ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ লগত জড়িত হৈ আৰ্য সংস্কৃতি সভ্যতাৰ গৌৰৱ অক্ষুণ্ণ ৰখাৰ কাৰণে আত্মোৎসৰ্গ কৰি কায়মনোবাক্যে দেশমাতৃৰ সেৱাত ব্ৰতী হৈ জীৱনত কাৰো মুখাপেক্ষী নোহোৱাকৈ চলিছিলি। কোনো ৰাজহুৱা সন্মান লাভৰ কাৰণে লালায়িত হোৱা নাছিল।

তেখেতৰ বিশাল পাণ্ডিত্য আৰু ব্যক্তিত্বৰ বিষয়ে কোৱাৰ সাহস মোৰ নাই। কিন্তু ইয়াকে ক'ব পাৰোঁ যে তেখেত আছিল জ্ঞান-কৰ্ম আৰু ভক্তিৰ সমন্বয় সাধক এগৰাকী অক্লান্ত কৰ্মী—জীৱনৰ এটা মুহূৰ্তও অবাবত ব্যয় কৰা



নাছিল। জীৱনৰ শেষ বয়সত প্ৰায় অনাসক্ত জীৱন যাপন কৰিছিল, কেৱল অতীন্দ্ৰিয় জ্ঞানৰ সাধনাত স্থিতপ্ৰজ্ঞৰ দৰে ব্ৰতী হৈ "পৰলোকমমায়য়" এই মহৎ সত্যক আঁকোৱালি লৈ সংসাৰ ত্যাগ কৰি গ'ল।

তেখেতৰ দেহান্তৰত অসম মাতৃয়ে হেৰুৱালে এগৰাকী স্বদেশপ্ৰেমী দেশ সেৱক, পণ্ডিত সমাজে হেৰুৱালে এগৰাকী বিদগ্ধ নিষ্ঠাবান শাস্ত্ৰনিষ্ণাত বিদ্বানপুৰুষ আৰু আমি হেৰুৱালোঁ এগৰাকী পৰম হিতাকাঙ্ক্ষী গুৰু। এনে মহান গুণী পুৰুষজনেই আছিল মোৰ বাবে—

ত্বমেৱ মাতা পিতা চ ত্বমেৱ
ত্বমেৱ বন্ধুঃ সখা চ ত্বমেৱ।
ত্বমেৱ বিদ্যা দ্ৰৱিণং ত্বমেৱ
ত্বমেৱ সৰ্বং মম দেৱদেৱ॥ □

# পূজনীয় দাদাৰ সোঁৱৰণত

আত্মনাথ শাস্ত্ৰী

শৰীৰস্য গুণানাঞ্চ দূৰমত্যন্তমন্তৰম্
শৰীৰং ক্ষণবিধ্বংসি কল্পান্তস্থায়িনো গুণাঃ।

এই মৰ জগতত মানুহৰ শৰীৰ অস্থায়ী ক্ষণভঙ্গুৰ, কিন্তু গুণৰাজি যুগযুগান্তৰ লোকমানসত চিৰস্থায়ী হৈ থাকে। অশেষ গুণৰাজিৰ অধিকাৰী আমাৰ পৰম পূজনীয় দাদা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নশ্বৰ দেহৰ অৱসান ঘটিল যদিও তেখেতৰ গুণৰাজিৰ বলতেই তেখেত চিৰদিন আমাৰ মাজতে থাকিব। আমি সহোদৰ নহয়, বংশসম্বন্ধত তেখেত মোৰ দাদা আৰু মোক তেখেতে সদায়েই ভ্ৰাতৃস্বৰূপ জ্ঞান কৰি মৰম-চেনেহ কৰিছিল। মোৰ জন্মস্থান ভকুৱা-টেপা আৰু দাদাৰ জন্মস্থান ব্যাসকুছিৰ দূৰত্বৰ ব্যৱধান প্ৰায় দুই কিলোমিটাৰ। দুৰ্ভাগ্যক্ৰমে প্ৰায় দুই বছৰ মান বয়সতে মোৰ পিতৃদেৱৰ লোকান্তৰ ঘটা হেতুকে মই মোৰ মোমাইদেউহঁতৰ ঘৰত ডাঙৰ-দীঘল হ'বলগীয়া হৈছিল। দাদা তেতিয়া পাটাছাৰকুছি মধ্য ইংৰাজী স্কুলৰ ছাত্ৰ। পাটাছাৰকুছিত তেখেতৰ সহপাঠী আছিল ব্যাসকুছিৰ অৰবিন্দ পাঠক, হালধিবাৰীৰ জগদানন্দ গোস্বামী, নগাঁৱৰ (বৰপেটাৰ ওচৰৰ) উপেন্দ্ৰ নাথ অধিকাৰী; বাগনাৰ গোবিন্দ শৰ্মা প্ৰভৃতি। তেতিয়া মই মোৰ মোমাইদেউহঁতৰ টঙাৰকুৰ গাঁওৰপৰা পাটাছাৰ-কুছি প্ৰাইমাৰী স্কুললৈ প্ৰায় এক-ডেৰ কিলোমিটাৰ বাট খোজকাঢ়ি আহি পঢ়ি আছিলোঁ। সেই সময়ৰপৰা দাদাৰ লগত সৌহাৰ্দ্য গঢ়ি উঠে। ব্যাসকুছি বা তাৰ ওচৰে-পাজৰে সেই সময়ত কোনো মাধ্যমিক স্কুল নাছিল বাবেই মোৰ দাদা আৰু ওপৰত উল্লেখ কৰা গোটেইকেইজনে ছাত্ৰাবাসত থাকি মধ্য ইংৰাজী স্কুলত শিক্ষা লাভ কৰিছিল। মধ্য ইংৰাজী স্কুলৰ শেষ পৰীক্ষাত বৃত্তি লাভ কৰি দাদাই বজালী হাইস্কুলত নাম ভৰ্তি কৰে আৰু তেখেতৰ তীক্ষ্ণবুদ্ধি আৰু মেধাৰ পৰিচয় পাই পাঠশালাৰ প্ৰধান শিক্ষক চৌধুৰীদেৱে তেখেতৰ ঘৰতে দাদাক থকা-খোৱাৰ ব্যৱস্থা কৰি দিছিল। দাদাহঁতৰ ঘৰৰ আৰ্থিক অৱস্থা



শোচনীয় আছিল বাবে অন্য ঠাইত থাকি পঢ়াটো অসম্ভৱ আছিল। কিন্তু দাদাৰ মেধা আৰু বুদ্ধি প্ৰখৰ হোৱা বাবে মেট্ৰিকুলেছন পৰীক্ষাতো প্ৰথম বিভাগত সমুত্তীৰ্ণ হৈ সংস্কৃত বিষয়ত সৰ্বোচ্চ নম্বৰ পাই বৃত্তি লাভ কৰিবলৈ সমৰ্থ হৈছিল। বৃত্তি লাভ কৰা বাবে কটন কলেজত পঢ়াৰ সুবিধা হৈছিল। প্ৰৱেশিকা পৰীক্ষা দি উঠি কলেজত কিদৰে উচ্চ শিক্ষা লাভ কৰিব পাৰিব তাৰ চিন্তাত তেখেত উপায়বিহীন অৱস্থাত পৰিছিল; কাৰণ ঘৰৰ দুৰৱস্থা হ'ল প্ৰথম হেঙাৰ, দ্বিতীয়তে গুৱাহাটীৰ নিচিনা চহৰত টকা নহ'লে চলিব কেনেকৈ? তেখেতক হেনো বৰপেটা চহৰৰ দুই-এজন উদাৰচেতা ব্যক্তিয়ে গুৱাহাটীত পঢ়াৰ কাৰণে অৰ্থ সাহায্য দিব বুলি কৈছিল। কিন্তু বৃত্তি লাভ কৰা বাবে তেখেতে সেই সাহায্য ল'বলগীয়া নহ'ল। গুৱাহাটীৰ উজান বজাৰৰ মৌজাদাৰ নাৰাগোঁসাইৰ ঘৰত থকা-খোৱাৰ সুবিধা লাভ কৰি কটন কলেজত নাম ভৰ্তি কৰিছিল। আই. এ. পৰীক্ষাতো প্ৰথম বিভাগত উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰে আৰু পিছত সংস্কৃত বিষয়ত সন্মানসহ বি. এ. পাছ কৰি সোণৰ পদক লাভ কৰিছিল। সংস্কৃতৰ এম. এ. পঢ়িবলৈ তেখেত কলিকতালৈ গৈ 'আৱাহন' আলোচনীৰ সম্পাদক দীননাথ শৰ্মাৰ আৱাহন কাৰ্যালয়ত থাকি এম. এ. পৰীক্ষাত সমুত্তীৰ্ণ হয়। তদুপৰি কাব্য আৰু পুৰাণৰ উপাধি পৰীক্ষা দুটিতও অতি কৃতিত্বেৰে সমুত্তীৰ্ণ হৈ সাহিত্য-পুৰাণ শাস্ত্ৰী উপাধিৰে বিভূষিত হয়।

মোৰ আৰ্থিক দুৰৱস্থাৰ হেতু হাইস্কুলীয়া শিক্ষা সমাপ্ত কৰিব নোৱাৰিলোঁ। যদিও দাদাৰ সুপৰামৰ্শ অনুসৰি সংস্কৃত টোলত অধ্যয়ন কৰিবলৈ ধৰিলোঁ। ব্যাকৰণ আৰু ন্যায় শাস্ত্ৰৰ উপাধি পৰীক্ষাত সমুত্তীৰ্ণ হৈ দাদাৰ ওচৰ চাপিলোঁ। দাদাই অসম সংস্কৃত বোৰ্ডৰ সম্পাদক পৰম সন্মানভাজন শ্ৰীনাথ চক্ৰৱৰ্তীদেৱৰ লগত পৰিচয় কৰাই দিলে। চক্ৰৱৰ্তীদেৱে মোক প্ৰৱেশিকা পৰীক্ষাটো পাছ কৰাৰ পৰামৰ্শ দিলে আৰু প্ৰৱেশিকা পৰীক্ষা পাছ কৰিলে চৰকাৰী হাইস্কুলত সংস্কৃত শিক্ষকৰূপে নিযুক্তি পোৱাৰ সম্ভাৱনাৰ কথা দঢ়াই ক'লে। দাদায়ো সেই সজ পৰামৰ্শকেই গ্ৰহণ কৰি প্ৰৱেশিকা পৰীক্ষা দিবলৈ মোক পৰম উৎসাহিত কৰিলে। সেই পৰামৰ্শৰ ফলতে মই প্ৰৱেশিকা পৰীক্ষা দি উত্তীৰ্ণ হোৱাৰ পিছত চৰকাৰী হাইস্কুলত সংস্কৃত শিক্ষকৰ নিযুক্তি লাভ কৰোঁ আৰু তাৰেই জীৱিকা নিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছোঁ। দাদাৰ উপদেশেই মোক জীৱনত কিদৰে সহায় কৰিছে তাক প্ৰকাশ কৰাৰ কাৰণে মোৰ ভাষা নাই। মহৎলোকৰ উপদেশে কি অমোঘ ঔষধৰ দৰে কাম কৰে তাক নক'লেও হ'ব।

মই সংস্কৃত শিক্ষক হৈ পাঠদান কৰোঁতে স্কুলৰ সপ্তম আৰু অষ্টমমান শ্ৰেণীত দাদাই প্ৰণয়ন কৰা 'শিক্ষা প্ৰদীপ' প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ পুথি দুখন পঢ়াইছিলোঁ। এই পুথি দুখনৰ ৰচনা পদ্ধতি অতি মনোগ্ৰাহী আৰু উপাদেয়; পুথি দুখনত সন্নিবিষ্ট পাঠবোৰ ছাত্ৰ-ছাত্ৰীৰ মানসিক স্তৰৰ উপযোগীকৈ লিখা; সেইকাৰণে পাঠ্যপুথি দুখন উচ্চমানবিশিষ্ট হৈছিল আৰু এই পুথি দুখনৰ সমকক্ষ পুথি বৰ কম আছিল। আনফালে তেখেতে অতি সৰল আৰু সহজ ভাষাৰে লিখা "সংস্কৃতভাষাপ্ৰদীপ"—সপ্তম আৰু অষ্টম মানৰ পাঠ্য ব্যাকৰণ-খনো বৈজ্ঞানিক পদ্ধতিৰে লিখা অতি সুন্দৰ ব্যাকৰণ। এই ব্যাকৰণখনৰ অধ্যায়বোৰ 'গ্ৰেড' অনুসৰি সজোৱা বাবে ছাত্ৰ-ছাত্ৰীসকলে ব্যাকৰণৰ পাঠ আয়ত্ত কৰিবলৈ বৰ সুবিধা পায়; আনকি সংস্কৃত শিক্ষকসকলো এই পুথিখনৰ দ্বাৰা অশেষ উপকৃত হৈছে। আন এটা প্ৰধান বৈশিষ্ট্য হৈছে এই পুথিখনত অশুদ্ধ সংশোধন বুলি সাধাৰণতে অন্যান্য ব্যাকৰণৰ পুথিত সংযোগ কৰা প্ৰকৰণটো নাই। তেখেতৰ মতে ছাত্ৰ-ছাত্ৰীৰ আগত শব্দ বা ধাতুৰূপৰ অশুদ্ধ ৰূপটো কেতিয়াও দাঙি ধৰিব নালাগে, কাৰণ শুদ্ধ আৰু অশুদ্ধ ৰূপ দুটাই ছাত্ৰৰ মনত সন্দেহৰ ভাব জাগ্ৰত কৰে। সঁচাকৈয়ে মই মোৰ শিক্ষকতা জীৱনত এই উপদেশ পালন কৰি কৃতকাৰ্য হৈছোঁ।

তেখেতৰ ৰসিকতা, শাস্ত্ৰজ্ঞান, সাহিত্যিক অৱদান আদি আলোচনা কৰাৰ ক্ষমতা মোৰ নাই; এইবোৰ যোগ্যজনে যথাযথভাৱে আলোচনা কৰিয়েই আছে আৰু থাকিবও। শেষত মোৰ পৰম হিতাকাঙ্ক্ষী, অসমীয়া সমাজ আৰু সাহিত্যৰ একান্ত সেৱক, সংস্কৃত ভাষা-সাহিত্যৰ নিষ্ণাত পণ্ডিত, বেদ-উপনিষদ, গীতা-ভাগৱত-পুৰাণ আদি শাস্ত্ৰৰ পাৰমাৰ্থিক তত্ত্ববেত্তা, ষড়দৰ্শনৰ মহোদধি মন্থন কৰি পৰম কৃতিত্ব লাভ কৰা অধ্যাপক পৰম আচাৰ্য ৰজনীকান্ত দেৱশৰ্মা দাদাৰ পুণ্যাত্মাৰ ওচৰত নতশিৰে শতসহস্ৰ প্ৰণিপাত জনাইছোঁ। □

## ৰজনী খুৰা : স্মৃতি সাৰে আছে—

ৰত্নেশ্বৰ শৰ্মা

খুৰালৈ মনত পেলালে প্ৰায়ে ভাব হয়—মোৰ বৃত্তিগত জীৱিকা কি হ'ব সেয়া যেন মোৰ জন্মৰ আগতেই নিৰ্দিষ্ট হৈ আছিল।—এই ধাৰণা সঁচা নহয় বুলি মই আজিও নিজকে পতিয়ন নিয়াব পৰা নাই। মোৰ এই ধাৰণাৰ মূল হেতু বোধহয় মা আৰু পিতাৰ ৰজনী খুৰাৰ প্ৰতি থকা অগাধ বিশ্বাস, তেখেতৰ পাণ্ডিত্যৰ প্ৰতি থকা অসীম শ্ৰদ্ধা আৰু শিক্ষকতা বৃত্তিটোৰ প্ৰতি থকা নিৰঙ্কুশ সন্মান। মোৰ স্বৰ্গত পিতা ডাঃ লক্ষেশ্বৰ শৰ্মা নিজে এগৰাকী কৃতী চিকিৎসক হোৱা সত্বেও মোক চিকিৎসা বিদ্যা অধ্যয়ন কৰিবলৈ কোনো উদগনি নিদিলে। আনকি কাৰিকৰী বিদ্যা শিকাৰ বাবেও সিমান উৎসাহ নাপালোঁ;—আমি পঢ়া কালত অৱশ্যে ইঞ্জিনিয়াৰসকল আজিকালিৰ ইঞ্জিনিয়াৰসকলৰ দৰে সিমান আঢ্যবন্তও নাছিল। ইপিনে অসম ক্লাইংক্লাবৰ-পৰা পাইলটৰ লাইচেন্স লৈ বায়ুসেনাত কমিচনৰ বাবে নিৰ্বাচিত হোৱাৰ পিছতো (ইতিমধ্যে মই কলেজ শিক্ষকৰ পদবীত যোগদান কৰিছিলোঁ) যোগদান কৰা নিৰ্দিষ্ট সময়ৰ ভিতৰত মোক উৎসাহ দিয়া দূৰৰ কথা বৰং ক্ষীণ বাধাহে পালোঁ;—অৱশ্যে মাইতৰ মোৰ প্ৰতি অনাবিল মৰমেই হয়তো হেঙাৰ স্বৰূপ হ'ল। মই যে "ৰজনীৰ দৰে" এজন কলেজ শিক্ষকৰ নিচিনা এটা মহান পদবী পাইছোঁ এই কথা কৈ পিতাই আনৰ আগত গৰ্ব কৰা মোৰ মাজে মাজে কাণত পৰিছিল।

এইবোৰ বহু পিছৰ কথা। আমি ডুজা হোৱাৰ পিছত মোৰ এটা ধাৰণা আছিল যে ৰজনী খুৰা আমাৰ নিজৰ খুৰা। আচলতে পিছত পলমকৈহে জানিছিলোঁ যে খুৰা পিতাৰ পেহীয়েকৰহে ল'ৰা। খুৰাৰ জেষ্ঠ ভ্ৰাতৃ স্বৰ্গত বিষ্ণুকান্ত দেৱশৰ্মা জেঠাক কিন্তু আমি সকৰেপৰাই পাইছিলোঁ। তেখেত আমাৰ এজন 'সমঝদাৰ' জেঠা আছিল; কিয়নো খেল-ধেমালি কৰি ঘূৰি ফুৰা যথা সময়ত পঢ়িবলৈ নবহা আদি আমাৰ আতাইতে ভাল নোপোৱা

কামবোৰ কৰাৰ পিছত সময়মতে জেঠা আহি নাপালে আমি নানা দুৰ্ভোগ ভুগিব লগা হৈছিল। সেইবাবে জেঠাক আমি খুব ভাল পাইছিলোঁ। ধৰ্মহঁতৰ জেঠাৰ (ধৰ্ম জেঠাৰ ডাঙৰ ল'ৰা, মোৰ বন্ধু, সহপাঠী, ভ্ৰাতৃ তথা সকলো কামৰ লগৰীয়া) লগত কথা-বতৰা পাতি বৰ ৰং পাইছিলোঁ। জেঠাই দিয়া বতৰৰ বগৰী, মধুৰী আম, আম-কঠাল আদি আমি স্কুলৰপৰা অহাৰ পিছত পোৱা উপঢৌকন আছিল। গছ-পেৰাটোৰ ওপৰত আঁঠুকাঢ়ি উবুৰি হৈ জেঠাই কোষ্ঠী বিচাৰ কৰা আৰু জ্যোতিষ চৰ্চা কৰা 'প'জটো' মোৰ এতিয়াও বেছ মনত আছে।

জেঠাৰ সান্নিধ্য আমি যিমান ভাল পাইছিলোঁ খুৰাৰ সান্নিধ্য কিন্তু আমাৰ সকলোৰে (বাবে মই, ধৰ্ম, কিৰণ, সতীশ, ভবেশ, বাপুখুৰা আদি) সিমান কাম্য নাছিল। সঁচা কথা ক'বলৈ হ'লে খুৰাক আমি বেছ ভয়েই কৰিছিলোঁ। আকস্মিকভাৱে আগত পৰিলে খুৰাৰ প্ৰশ্নৰ 'টু-ডি-পইণ্ট' উত্তৰ দিব বৰ দিগদাৰি পাইছিলোঁ; লাগিলে সি "ঘৰত কোন কোন আছে?" ধৰণৰ অতি সাধাৰণ প্ৰশ্নই নহওক কিয়। পিছত ডাঙৰ হোৱাতো দেখিছিলোঁ আনে দিয়া উত্তৰত খুৰাই সদায়েই এটা-দুটা প্ৰশ্নৰ সন্ধান পায়। নাউ খুৰাই (বিশ্বেশ্বৰ শৰ্মা) প্ৰাইমেৰীত বৃত্তি পোৱা কাৰণেই কিজানি খুৰাৰ স্নেহ দৃষ্টিত আছিল আৰু খুৰাৰ ওচৰত সহজ হোৱাও লক্ষ্য কৰিছিলোঁ। ভাগ্য ভাল যে আতংক-গ্ৰস্ত অৱস্থাত আমি বৰ বেছি দিন থাকিব নালাগিছিল। গুৱাহাটীৰপৰা আহি পাটাছাৰকুছিত তেখেত বৰ বেছি দিন নাথাকিছিল,—খুব বেছি দুদিন। পাটাছাৰকুছিত খুৰা থাকিলে কেইটামান মুহূৰ্ত মই বৰ উপভোগ কৰিছিলোঁ। সেই মুহূৰ্তবোৰ আছিল সন্ধিয়া পিতা নিত্যানন্দত থকা আমাৰ কাৰ্মাচীৰ-পৰা আহি আমাৰ খুৰাৰ লগত কথা-বতৰা পতা সময়বোৰ। কিমান সৰস আৰু উপভোগ্য আছিল বিভিন্ন বিষয়ক সেই আলোচনাবোৰ। ৰাজনীতি, সাহিত্য, শিক্ষা আদিৰপৰা আমাৰ পঢ়া-শুনাৰ অগ্ৰগতিলৈকে সকলোবোৰ বিষয়েই সেই আলোচনাত স্থান পাইছিল। বৰ্ণনাৰ দীঘ আৰু যুক্তিৰ বাণিৰে কৰা সেই আলোচনাত বুটা বাছিছিল খুৰাৰ সৰস মন্তব্য, সংস্কৃত শ্লোকৰ যথাযোগ্য ব্যৱহাৰ আৰু সুন্দৰ উপমাবোৰে। মোৰ পঢ়া কোঠাৰপৰা খুৰাৰ এশজনীয়া শ্ৰেণীকোঠাত ব্যৱহাৰ কৰা শিক্ষকৰ সেই মাত তথা আলোচনাবোৰ শুনিছিলোঁ আৰু উপভোগ কৰিছিলোঁ। তেখেতসকলৰ মাত সৰু হ'লেই কিন্তু সন্দেহ উপজিছিল—কিজানি মোৰ বিষয়েই আলোচনা কৰিব ধৰিছে। এনে



ধৰণৰ সন্দেহৰ কথা দীপেও (খুৰাৰ জেষ্ঠ পুত্ৰ শ্ৰীমান দেৱকান্ত শৰ্মা) মোক কোৱা মনত পৰে যেতিয়া পিতা গুৱাহাটীলৈ গ'লে সিহঁতৰ ঘৰত আলোচনাত বহে। এয়া বোধহয় আমাৰ শৈশৱৰ সহজাত 'গিল্টি ফিলিং'।

পিতা আৰু খুৰাৰ মাজত সম্বন্ধ বৰ নিবিড় আছিল আৰু প্ৰায়বোৰ ঘৰুৱা বিষয়তে ইজনে সিজনৰ লগত আলোচনা কৰি সিদ্ধান্ত লৈছিল। দীপ গুৱাহাটীৰ-পৰা গৈ বিখ্যাত প্ৰশাসক হেড্‌মাষ্টৰ স্বৰ্গীয় হৰেন্দ্ৰ নাথ শৰ্মাৰ স্কুল পাটাছাৰকুছি বিদ্যাপীঠত পঢ়াটোও বোধহয় এনেবোৰ আলোচনাৰে এক ফলশ্ৰুতি আছিল আৰু এনে বহু কথা আছে। মোৰ অনুমান আগতেই প্ৰকাশ কৰিছোঁ পিতাই কেনেদৰে নিজৰ বংশত "ৰজনীৰ দৰে" এজন প্ৰফেচাৰ হোৱাটো কামনা কৰিছিল। সেই প্ৰচেষ্টা প্ৰথম চলিছিল নাউ খুৰাৰ ওপৰত। কিন্তু বিধাতাৰ ইচ্ছা আছিল বেলেগ। নাউখুৰাক প্ৰথমে কটন কলেজত আৰু পিছত কলিকতাৰ চিটি কলেজত পঢ়াইছিল যদিও পিতাৰ সেই চেষ্টা ফলৱতী নোহোৱাত এদিনাখন স্বাভাৱিকতেই পিতাই ৰজনী খুৰাৰ লগত পৰামৰ্শ কৰিবলৈ গুৱাহাটীলৈ ঢাপলি মেলিছিল। সিদিনা ৰাতি তেওঁলোক একো স্থিৰ সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। পিছদিনা খুৰাই কটন কলেজৰ প্ৰখ্যাত অধ্যক্ষ স্বৰ্গত হিৰণ্য কুমাৰ ভূঞা মহাশয়ক লগ ধৰি আতিগুৰি মাৰি সকলো কথা ক'লে। অলপ ভাবি স্বল্পভাষী ভূঞাদেৱে হেনো খুৰাক কৈছিল—"শৰ্মা, ল'ৰাটোক চান্দমাৰীৰ ইঞ্জিনিয়াৰিং ইনষ্টিটিউটত নাম লগাই দিয়কগৈ। পিছলৈ তেওঁ আপোনাতকৈ আৰু মোতকৈও ভালদৰে চলিব।"—কথামতেই কাম। ঘৰত অ'ৰ ত'ৰপৰা দুই-এটা আপত্তি উঠিছিল যদিও ৰজনী খুৰাৰ উপদেশৰ আগত একো নৰজিল। —এই বছৰতে নাউ খুৰা গড়কাপ্তানী বিভাগৰ সংমণ্ডল বিষয়া হিচাপে অৱসৰ পাব।

গুৱাহাটী মেডিকেল কলেজ হাস্পাতালৰপৰা খুৰাই পিতাক কেনেকৈ ৰক্ষা কৰিছিল আজি ইহ সংসাৰত দুয়োজনাৰ অনুপস্থিতিত সেই কথা মনত পৰিছে। ১৯৬৪-৬৫ খ্ৰীষ্টাব্দ মানৰ কথা। মই তেতিয়া কলেজৰ চাকৰিত সোমাইছোঁ মাথোন। পিতাৰ পেটত কিবা এটা অসুখ হ'ল। গুৱাহাটী মেডিকেল কলেজৰ বিখ্যাত চাৰ্জন এজনৰ লগত আলোচনা কৰি পিতাক কলেজ হাস্পাতালত (এতিয়া মহেন্দ্ৰ মোহন চৌধুৰী হাস্পাতালত ভৰ্তি কৰোৱা হ'ল। নানা পৰীক্ষা-নিৰীক্ষাৰ পিছত বৃক্কৰ (কিড্‌নি) দোষ বুলি চাৰ্জনজনে থিৰাং কৰিলে বোধহয় আৰু দুদিন পিছত অস্ত্ৰোপচাৰৰ দিন স্থিৰ কৰিলে। সেই সময়ৰ বিখ্যাত urologist ডা' শৰৎ

দত্ত ৰোধহয় বিলাতত। পিতাই নিজৰ চিকিৎসা শাস্ত্ৰৰ জ্ঞানেৰে কিন্তু বৃক্কৰ অসুখ নহয় বুলি সন্দেহ কৰিলে—গতিকেই অস্ত্ৰোপচাৰৰ আগদিনা সন্ধিয়া খুৰা চাৰ্জনজনৰ ঘৰ ওলালগৈ। চিকিৎসা শাস্ত্ৰৰ একো জ্ঞান নথকা সত্বেও ডাক্তৰজনৰ লগত কথা-বতৰা পাতি প্ৰখৰ মস্তিষ্কৰ গৰাকী খুৰাই গম পালে যে ডাক্তৰজনো বেমাৰটোৰ সম্পৰ্কে সিমান নিশ্চিত নহয়। পিছদিনাই আমি টালি-টোপোলা বান্ধি ডিব্ৰুগড় ওলালোঁগৈ। তাত পিতাৰ সহপাঠী ৰুদ্ৰ গোস্বামীৰ সহায়ত হাস্পাতালত পিতাক ভৰ্তি কৰাই প্ৰখ্যাত চাৰ্জন ডা° জামানৰ লগত পৰামৰ্শ কৰা হ'ল। বেমাৰ চিনাক্ত হ'ল, অস্ত্ৰোপচাৰো হ'ল। আচলতে পিতাৰ পেটৰ ছালৰ তলত 'পেৰিটোনিয়াম'ৰ বাহিৰত এটা 'চিষ্ট' হৈছিল।

মোৰ জীৱনত খুৰাৰ প্ৰভাৱ কম নহয়। আচলতে খুৰাৰ প্ৰতি ভয়ৰ ভাবৰ লগতে ভাল পোৱাৰ ভাব এটাৰো উদ্ৰেক হ'ল এটা বৰ সৰু ঘটনাৰপৰা। মই তেতিয়া নৱম কি দশম মানৰ ছাত্ৰ। সৰুৰেপৰাই নিদ্ৰাদেৱীৰ লগত মোৰ সম্পৰ্কটো বৰ নিবিড় ধৰণৰ আছিল ; আৰু সন্ধিয়া সৰস্বতীমাতৃৰ আৰাধনাত বহিলে নিদ্ৰাদেৱীয়ে সদায়েই আমনি কৰিছিল। এই লৈ মা-পিতা, পণ্ডিত খুৰা (স্বৰ্গীয় লক্ষেশ্বৰ শৰ্মা) আদিৰপৰা কম আমনি পোৱা নাছিলোঁ। এদিন সন্ধিয়া নিজৰ পঢ়া কোঠাত পঢ়ি আছোঁ। হঠাৎ মাত শুনিলোঁ খুৰাৰ। কাণ সজাগ হৈ উঠিল। মোৰ নাম লৈ কি কৰিছোঁ পিতাক সুধিলে। "পঢ়ি আছে বোধহয়।" পিতাই ক'লে। "সি পিছে কিতাপ ল'লেই টোপনি যায়। "ক্লাচত পঢ়া-শুনাত কেনে বাৰু ?"

পিতাই মোৰ ক্লাচৰ ৰোল নং আদি কৈ পৰীক্ষাৰ ফলাফল সম্বন্ধে কিবা ক'লে বোধহয়। অলপ পাছতে খুৰাৰ মুখৰপৰা মই তেতিয়া আটাইতকৈ ভাল পোৱা বাক্যশাৰী নিসৃত হ'ল।—"তাক তেনেকৈয়ে পঢ়িব দিয়া। তাৰ বাবে বোধহয় সেইটোৱেই ভাল।" টোপনি গধুৰ মই তাৰপৰাই খুৰাক প্ৰণিপাত জনালোঁ। আন এটা কথাত খুৰাই মোক বৰ সহায় কৰিছিল। ভালদৰেই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ বিজ্ঞান শাখাত নাম লগাই থাৰ্ড মেছত থাকিবলৈ ল'লোঁ। এদিন হঠাৎ দেখোঁ সন্ধিয়া পিতা গুৱাহাটী ওলাইছেহি আৰু যজ্ঞ চৌকিদাৰৰ হতুৱাই মোক তলব দিয়ালে। কথা-বতৰাৰপৰা জানিব পাৰিলোঁ সেই সময়ৰ প্ৰখ্যাত শিক্ষাবিদ আমাৰ সকলোৰে নমস্য হেডমাষ্টাৰ হৰেন্দ্ৰ নাথ শৰ্মাদেৱে পিতাক উপদেশ দিছে যে অঙ্ক লৈ মই কলা বিভাগতহে নাম লগোৱা উচিত। কথাটো শুনি মই জৰ ঘমাদি ঘামিব ধৰিলোঁ।



মোক নানা ধৰণে বুজোৱাৰ পিছত মই জানিব দিলোঁ যে কলা বিভাগত নাম লগালে মই ইণ্টাৰমিডিয়েটৰ দেওনা পাৰ হ'ব নোৱাৰাটো খাটাং—কাৰণ বিষয়-বোৰৰ প্ৰতি মোৰ অলপো ৰাপ নাই। ইমান পৰে আমাৰ কথা শুনি থকা খুৰাই মোক সঁকীয়নি এটা দি শেষত 'ফাইনেল ভাৰদিক্ট' দিলে আৰু মই বিজ্ঞান বিভাগৰ ছাত্ৰ হিচাপে থাকি গ'লোঁ। এনেদৰে গুৱাহাটীত থাকিও আমাৰ পৰিয়ালটোক কিমান ধৰণে যে বাট দেখুৱাইছিল তাক কৈ শেষ কৰিব নোৱাৰি।

আমি যে খুৰাক ভয় কৰিছিলোঁ তাৰ বোধহয় মূল কাৰণ আছিল খুৰাৰ সৰ্বজনবিদিত "অগ্নিশৰ্মা" খংটো। এই খঙৰ সোৱাদ এগৰাকী প্ৰখ্যাত লোকৰ হোকাৰপৰা আৰম্ভ কৰি ঘৰৰ কাপপ্লেট, ইষ্ট্ৰি আদি বস্তুৱে পোৱা আমি শুনিছোঁ আৰু দেখিছোঁ। খঙৰ উৎসবোৰ বিচাৰি গ'লে কিন্তু এটা কথাই দেখা যায়। হয় উচ্ছৃঙ্খলতা নহয় পৰিপাটিৰ অভাৱ। 'এই বস্তুটোৰ স্থান ইয়াত। ব্যৱহাৰৰ পিছত ই আকৌ ইয়ালৈ আহিব লাগে। নাহে কিয় ?'···'সম্ভ্ৰান্ত পৰিয়ালৰ মানুহৰ চাল-চলন, কথা-বতৰা এনে হ'ব লাগে নহয় কিয় ?'···'এইবোৰ অন্যায় আৰু আত্ম-সন্মান লাঘৱ কৰা কাৰ্য। আমি কৰোঁ কিয় ?—এইবোৰ আছিল খঙৰ উৎস। ঠাই বিশেষে হয় ইয়াৰ মূৰ্ত প্ৰকাশ ঘটিছিল নহয় ব্যঙ্গোক্তি/বক্ৰোক্তিৰে সংশ্লিষ্ট ব্যক্তিজন থকা-সৰকা হ'ব লাগিছিল।—খুৰাৰ আশে-পাশে থকা মানুহবোৰৰ বিশেষকৈ পৰিয়াল পৰিজনৰ বোধহয় এটা অসুবিধা হৈছিল। তেখেতে জোতা চিলাইৰপৰা চণ্ডী-পাঠলৈ সকলো কাম জানিছিল আৰু পৰিপাটিকৈ কৰিব পাৰিছিল। কোনোবা চাহাবৰপৰা মাত্ৰ কেইটকামানত কিনি অনা চেগুন কাঠৰ সেই এণ্টিক টেবিলখনৰ কাষত বহি আজীৱন লিখি থকা মানুহজনে বজাৰ কৰা, নিজৰ কাপোৰ ইষ্ট্ৰি কৰা, চিলাই কৰা কলগছ কাটি ৰ'দত শুকাই খাৰ কৰা, দূৰ-দূৰণিৰ সভা-সমিতিৰ লগত সম্পৰ্ক ৰক্ষা কৰা, বোৰ্ড, বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰৰ গুৰুত্বপূৰ্ণ আৰু একান্ত গোপনীয় কামবোৰ কৰা, আকাশবাণীত নিয়মীয়াকৈ নীতি-কথা শুনোৱা আৰু বাহিৰৰ শ শ সভা সমিতি আদিত ভাষণ দিয়া ইত্যাদি কামবোৰৰ সুন্দৰকৈ আৰু আউল নলগাকৈ কৰিও নিজকে এজন নিষ্ঠাবান আৰু আদৰণীয় শিক্ষক হিচাপে কেনেকৈ প্ৰতিষ্ঠিত কৰিব পাৰিছিল তাক ভাবিলে বিস্মিত নহৈ নোৱাৰি। মোৰ মাজে মাজে ভাব হয় খুৰা ইমান কৃত-কৰ্মা আৰু পাৰ্গত আছিল বাবেই বোধহয় আমি আশে পাশে থকা মানুহবোৰে খুৰাৰ নজৰত পৰিব পৰা

কামবোৰ কৰোঁতে—'কিজানি এনেকৈ কৰিলে ভুলেই হয়'—ভাৱৰ আত্ম-বিশ্বাসহীনতাত ভুগিছিলোঁ নেকি! খুৰাৰ পঢ়া আৰু শোৱা কোঠাটো এটা দুৰ্গ বিশেষ আছিল। ই আমাৰ ধাৰণাত এনে সন্ধিস্থলত অৱস্থিত যে তাৰপৰা ঘৰত কোনো সোমাল, কোন ওলাল, কোনে ক'ত কি কৰিছে যেন সকলো কথাৰে উমান পাব পাৰি। শেষ বয়সলৈকে খুৰাৰ বুদ্ধি, তৎপৰতা স্মৃতিশক্তি, শ্ৰৱণ শক্তি সেই একে প্ৰখৰ আছিল।—দুৰ্গটোত ১৯৫৮ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগোৱাৰপৰা মৃত্যুৰ মাত্ৰ দহদিন আগতে লগ পোৱালৈকে—কেইদিন সোমাইছোঁ বোধহয় আঙুলিৰ মূৰত লেখিব পাৰিম। তাত আমি পুঠি-খলিহাবোৰে খুৰা থাকিলেও সোমাব নোৱাৰিছিলোঁ আৰু তেখেতৰ অনুপস্থিতিতো তলা বন্ধ বাবে সোমাব নোৱাৰিছিলোঁ। দীপ, বিজু, ৰেবাহঁত ডাঙৰ হোৱাৰ পিছত অৱশ্যে কাচিৎ তলা নমৰা অৱস্থাতো তেখেতে এৰি গৈছিল যদিও দুৰ্গটো সুৰক্ষিতেই আছিল।

এটা মাত্ৰ ব্যতিক্ৰম আছিল। ওপৰত উল্লেখ কৰা দুৰ্গটোত খুৰাৰ এইচ-এম-ভি ভালভ্ ৰেডিওটোও আছিল আৰু আমি জনাত খুৰাই সেইটো ৰাতিৰ আৰু গভীৰ নিশা শাস্ত্ৰীয় সঙ্গীত শুনাত ব্যৱহাৰ কৰিছিল। ব্যতিক্ৰম এই-টোৱেই আছিল যে ছাত্ৰাবাসৰ অধীক্ষক হৈ থকা কালছোৱাত যিকেইদিন আকাশবাণীয়ে ক্ৰিকেটৰ চলন্ত বিবৰণি দিয়ে সেইকেইদিন নিজৰ অজানিতেই যেন খুৰাই দুৰ্গটোত তলা মাৰিবলৈ পাহৰে আৰু আমি ছাত্ৰাবাসৰ ছাত্ৰবোৰে বাৰান্দাৰপৰা তেতিয়া সপ্তম কি অষ্টমমানত পঢ়া বিজু বা ৰেবাই চলাই দিয়া ৰেডিওটোত চলন্ত বিবৰণি শুনো। সেইকেইদিন খুৰাই আমাৰ অসুবিধা হ'ব বুলিয়েই বোধহয় ক্ৰিকেটৰ লান্স টাইমৰ লগত দুপৰীয়া ভাত খোৱা সময় মিলাই লয়। নিজে শিক্ষকতা কৰাৰ পিছত আজি খুৰাৰ এই ব্যতিক্ৰমটোৰ আঁত বিচাৰি পাইছোঁ—বোধহয় আমি থাৰ্ডমেছৰ ক্ৰিকেটপ্ৰেমীবোৰে যাতে জিলিকাৰ দোকানত (আনন্দ ভাণ্ডাৰ) বা কাড্ফ্ৰাত (এতিয়া নাই) চলন্ত বিবৰণি শুনাৰ অজুহাতত আড্ডা দিবলৈ যাব লগা নহয়—এয়া বোধহয় তাৰ এটা সতৰ্কতা-মূলক ব্যৱস্থা আছিল। ছাত্ৰসকলৰ মন বুজা আৰু তেওঁলোকৰ বাবে কি ভাল তাক কৰিব পৰা বাবেই বোধহয় খুৰাই নিজকে কৃতী শিক্ষক হিচাপে প্ৰতিষ্ঠা কৰিব পাৰিছিল; আৰু এই কাৰণেই ছাত্ৰবোৰে 'ৰজনীকান্ত শৰ্মা ছাৰ'ক ভয় কৰিও ভাল পাবলৈ বাধ্য হৈছিল। ছাত্ৰ হিচাপে খুৰাক শ্ৰেণী কোঠাত মই দেখা নাই কিন্তু মোৰ সহপাঠি জিতেন্দ্ৰ, গোপাল বৰপূজাৰীহঁতৰ দৰে মেধাবী



ছাত্ৰৰপৰা শুনিছোঁ তেখেতে পাঠ পঢ়োৱা সময়খিনিত ছাত্ৰসকল কেনেদৰে সম্মোহিত হৈ থাকে। সেই কথা অনুমান কৰিব পাৰিছোঁ বিভিন্ন সভাই-সমিতিয়ে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ ৰাজেন্দ্ৰ সিং, যোশী, মধুকৰ, সুধাকৰ আদি পণ্ডিতসবৰ বৈঠকত তেখেতৰ অধ্যয়নপুষ্ট পাণ্ডিত্যপূৰ্ণ ভাষণ শুনি। কি সাৱলীল তেখেতৰ বচনভঙ্গী, ব্যঞ্জনা, অলংকাৰ আৰু উপমাৰ প্ৰয়োগ! হিয়া-মন উজলি উঠে। এঘণ্টা-দুঘণ্টা ধৰি তেখেতে দিয়া ভাষণৰ সময়ত মই কেতিয়াও দেখা নাই—তেখেতে টোকা ব্যৱহাৰ কৰা আৰু দেখা নাই তেখেতৰ শ্ৰোতা-সমূহ কিঞ্চিৎমানো অমনযোগী হোৱা বা বিচলিত হোৱা। আচলতে অধ্যয়নৰ দ্বাৰা কোনো এটা বিষয় সম্পূৰ্ণৰূপে হৃদয়ঙ্গম হোৱাৰ পিছতহে যে ব্যুৎপত্তি জন্মে; সেয়া খুৰাৰ তাত প্ৰতিফলিত হোৱা দেখিছিলোঁ। জানিছিলোঁও খুৰাৰ শব্দ সম্ভাৰৰ প্ৰাচুৰ্য। এই কাৰণেই বোধহয় ড° ভবেন্দ্ৰ নাথ শইকীয়া ছাৰ নিজে বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমিতিৰ সচিব হৈ থকা কালত অসমীয়া বৈজ্ঞানিক পৰিভাষা প্ৰস্তুত কৰোঁতে উদ্ভিদ বিজ্ঞান, গণিত, বিজ্ঞান আদিত খুৰাক বিশেষজ্ঞ ভাষাবিদ হিচাপে ৰাখিছিল। আমাৰ শিক্ষকসকলৰপৰা শুনিছোঁ একোটা শব্দৰ প্ৰতিশব্দ বিচাৰোঁতে কেনেদৰে বিজ্ঞানৰ জটিল সূত্ৰবোৰ তেখেতক বুজাব লগা হৈছিল আৰু তাৰ পিছত সৃষ্টি হৈছিল সংস্কৃত মূলৰ বৈজ্ঞানিক সমাৰ্থক একো একোটা শব্দ। এই সৃজনী প্ৰতিভাৰ বাবেই তেখেতে প্ৰকাশন পৰিষদৰ অসমীয়া বিশ্বকোষৰ সম্পাদনাৰ দায়িত্ব ল'ব লগা হৈছিল আৰু মৃত্যুৰ সময়লৈকে এনেবোৰ কামতে ৰত আছিল।

ব্যাসকুছি সত্ৰত জন্মি তাত প্ৰাইমেৰী শিক্ষা সাং কৰি পিতা আৰু খুৰাই তেতিয়াৰ দিনৰ দুৰ্গম প্ৰায় ২৫ মাইল দূৰত পাটাছাৰকুছি লোকেল বোৰ্ড এম-ই স্কুলৰপৰা অবিভক্ত কামৰূপ জিলাৰ অতি কমসংখ্যক জলপানী একোটাকৈ লাভ কৰি পিছত বজালী হাইস্কুলত পঢ়িছিল। আমাৰ পৰিয়ালৰ এই দুয়োজনাই পঢ়া-শুনাত বৰ চোকা আছিল। পিতাই খুৰাতকৈ দুই কি তিনি শ্ৰেণী আগত পঢ়িছিল। পিছত পিতাই যোৰহাট স্কুলৰপৰা প্ৰৱেশিকাত বৃত্তি লাভ কৰি উত্তীৰ্ণ হৈ ডিব্ৰুগড় বেৰী হোৱাইট মেডিকেল স্কুলত ভৰ্তি হয় আৰু খুৰাই বজালী স্কুলৰপৰা বৃত্তি লাভ কৰি প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। (শ্ৰীৰঘুনাথ দেৱ চৌধুৰীদেৱৰ ব্যক্তিগত টোকাৰপৰা সংগৃহীত) খুৰাই কটন কলেজৰপৰা বি. এ. পাছ কৰি কলিকতালৈ গৈ অসমীয়া সাহিত্যৰ 'আৱাহন যুগ'ৰ এজন সক্ৰিয় কৰ্মীৰ ভূমিকা কেনেদৰে নিষ্ঠাসহকাৰে পালন কৰিছিল সেইবোৰ

উন্নুকিওৱা এই লিখনিৰ উদ্দেশ্য নহয়। স্বনামধন্য 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মা, হেডমাষ্টাৰ হৰেন্দ্ৰনাথ শৰ্মা, ন্যায়াধীশ হলীৰাম ডেকা, তাৰক শৰ্মা আদিৰ সান্নিধ্য লৈ আহি 'আৱাহন'ৰ কাম-কাজত এটা সৰু কুঠৰীৰপৰাই নিষ্ঠাৰে লাগি থাকি আৰু ঘৰৰপৰা কোনো বিত্তীয় সাহায্য নোপোৱাকৈ যথা সময়ত সংস্কৃত বিষয়ত সুখ্যাতিৰে এম. এ ডিগ্ৰী ল'বলৈ কেনে মনোবল আৰু কৰ্ম প্ৰেৰণাৰ আৱশ্যক তাৰ উমান আমি খুৰাৰ পিছৰ কৰ্ম জীৱনত প্ৰতিফলিত হোৱা চাক্ষুষ কৰিছোঁ। "আৱাহনৰ কৰ্মীবৃন্দৰ পিছত তাৰপৰা এৰা দি অহাত ৰজনী শৰ্মা তাত আছিল।" (ব্যক্তিগত টোকা—ৰঃ দেঃ চৌঃ) খুৰাৰ গল্প সাহিত্যৰ সোৱাদ স্কুলত থাকোঁতে পুৰণি 'আৱাহন'ৰ পৃষ্ঠাত পাইছোঁ। বিশেষকৈ দৰিদ্ৰ পণ্ডিত এজনে অভাৱৰ তাৰণাত স্কুল পৰিদৰ্শন কৰিবলৈ অহা ডি. আই. এজনক ঘৰলৈ নি কেনেকৈ চাহপাত নথকাত পাকঘৰৰ মাৰলী চুঁচি তাৰে চাহৰ ৰং কৰি চাহ খুওৱা হাস্য করুণ বৰ্ণনা আজি ৩০।৩৫ বছৰেও পাহৰা নাই। —সাহিত্য, দৰ্শন, কাব্য, উদাৰ ধৰ্মীয় আলোচনা আদিত খুৰাই দিয়া তত্ত্বগধুৰ ভাষণ বহু শুনিছোঁ। অসমীয়া বৈজ্ঞানিক পৰিভাষা, বিশ্বকোষ, কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ সম্পাদনা কামৰ গুৰি ধৰাৰেপৰা বিভিন্ন যুগান্তকাৰী সাহিত্য কৰ্মত লিপ্ত আৰু আৱাহনৰ যুগৰেপৰা নিজকে অসমীয়া সাহিত্যৰ উন্নতি কল্পে উৎসৰ্গিত সদা হাস্যময় এই পণ্ডিতজনাই কিয় যে অসম সাহিত্য সভাৰ সভাপতিৰ স্থান অলংকৃত কৰিবলৈ সমৰ্থ নহ'ল সিও এক 'অসমীয়া বিস্ময়'। চিৰাচৰিত কৌতুক আৰু সদাহাস্য বদনেৰে পৰিস্থিতিক মানি লোৱা খুৰাই কিন্তু মৃত্যুৰ দিনালৈ এক নিষ্ঠাবান কৰ্মী হিচাপে সাহিত্য সভাৰ কাম-কাজত একাণপতীয়াকৈ লাগি আছিল। তেখেতৰ স্মৃতি 'স্থায়ী' কৰিবলৈ সাহিত্য সভাই চিন্তা কৰিছে বুলি শুনি পৰম সন্তোষ লভিছোঁ।

১৯৩৯-৪২ খ্ৰীষ্টাব্দৰ ভিতৰত আমাৰ পৰিয়ালটো আৰু খুৰাহঁতৰ পৰিয়ালটো ব্যাসকুছিৰপৰা পাটাছাৰকুছিলৈ স্থানান্তৰিত হয়। আমাৰ পৰিয়ালৰ একাংশ ১৯৩৫ খ্ৰীষ্টাব্দতেই আহিছিল। আমাৰ তাতেই থাকি হেনো খুৰাৰ একমাত্ৰ ককায়েক অৰ্থাৎ বিষ্ণুকান্ত জেঠাই আমাৰপৰা অলপ আঁতৰত নিজৰ ঘৰ-দুৱাৰ সাজিছিল। খুৰা পাটাছাৰকুছিত বৰ বেছিদিন নাছিল। নিজৰ কৰ্মক্ষেত্ৰ গুৱাহাটীতেই আছিল। তথাপি খুৰা আৰু জেঠাৰ মাজৰ মৰম বিনিময় দেখিলে আচৰিত হ'ব লাগে। কোনজনে কাক মানি চলিছিল আমি বুজিব নোৱাৰিলোঁ। কিন্তু জেঠাই খুৰাৰ ল'ৰা দীপক কিমান স্নেহ কৰিছিল সেই কথা দীপে জানে আৰু মই



জানোঁ। আনহাতে খুৰাৰ লগত থাকি পঢ়া-শুনা কৰা জেঠাৰ ডাঙৰ ল'ৰা ধৰ্মক খুৰাই কিমান ভাল পাইছিল, বিশ্বাস কৰিছিল আৰু তাৰ ওপৰত কিমান নিৰ্ভৰ কৰিছিল তাক ধৰ্মই জানে আৰু মই জানোঁ।—মনৰ ভিতৰত অকণো পাক আঁহ নথকা, নিৰ্ভীক আৰু স্পষ্টবাদী খুৰাক পাটাছাৰকুছিৰ মানুহবোৰেও নিজৰ মানুহ বুলিয়েই জানে, বিচাৰে আৰু সন্মান কৰে। সেই বাবেই ইয়াত স্থাপিত নিৰ্মল হালৈ মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ খুৰা আমৃত্যু সভাপতি আছিল। আদিতে কলেজখনৰ নাম প্ৰাগজ্যোতি মহাবিদ্যালয় থকাৰপৰাই সভাপতি হৈ থকা খুৰাৰ কাৰ্যকালতে নিৰ্মল হালৈৰপৰা এটা শকত দান লৈ কলেজখন বৰ্তমানৰ নামেৰে নামাঙ্কিত হয়। তলৰ কথাখিনিৰপৰাই খুৰাৰ স্পষ্টবাদিতা, নিৰ্ভীকতা আৰু তেখেতৰ ভাবমূৰ্তিয়ে মহাবিদ্যালয়খনক কেনেদৰে সহায় কৰিছিল তাৰ উমান পোৱা যাব। "......ঘৰ আৰু মাটিৰ সমস্যা সামগ্ৰিক-ভাৱে দূৰ হোৱাত প্ৰাকবিশ্ববিদ্যালয় শ্ৰেণী খোলাৰ অনুমতি বিচাৰি শিক্ষাধিকাৰৰ কাষ চাপিলোঁ। সেই সময়ৰ শিক্ষাধিকাৰ শৈলজানন্দ ভৰালীদেৱে প্ৰাকবিশ্ব-বিদ্যালয় শ্ৰেণী খোলাৰ অনুমতি দিবলৈ সন্মত নহ'ল। তেওঁৰ যুক্তি অসমৰ ভিতৰত লেখত ল'বলগীয়া শিক্ষানুষ্ঠান পাটাছাৰকুছি বিদ্যাপীঠৰ ক্ষতি সাধন হ'ব......।" আমাৰ সজাতি দলত সভাপতি শ্ৰীৰজনীকান্ত দেৱশৰ্মাও আছিল। তেখেতে পাটাছাৰকুছিত প্ৰাকবিশ্ববিদ্যালয় শ্ৰেণী খোলাৰ সপক্ষে বহুতো সবল যুক্তি দাঙি ধৰিছিল। শৰ্মাদেৱে শিক্ষাধিকাৰক কোৱা কেইটামান কথা আজিও মোৰ মনত আছে। শৰ্মাদেৱে কৈছিল—"ভৰালী, তুমি সোঁতৰ বিপৰীতে গৈছা। আজি তুমি শিক্ষাধিকাৰৰ চকীত আছা গতিকে তুমি আমাক শ্ৰেণী খোলাত অনুমতি নিদিব পাৰা। কিন্তু তুমি সদায় এইখন চকীত নাথাকিবা। পাটাছাৰকুছিৰ ৰাইজে তাত এখন কলেজ পাতিব আৰু শ্ৰেণী খোলাৰ অনুমতিও লাভ কৰিব আৰু সেইখন কলেজেই সময়ত অসমৰ ভিতৰত এখন সৰ্বাঙ্গ-সুন্দৰ কলেজ হৈ উঠিব। আমি অবাক হৈ তেখেতৰ কথা শুনি থাকিলোঁ। ......কেই-দিনমান পিছত পাটাছাৰকুছি বিদ্যাপীঠৰ অধ্যক্ষলৈ এখন গোপন চিঠি আহিল। ...'অনুকূল প্ৰতিবেদন পোৱাৰ এমাহৰ ভিতৰতে ১৯৮৪-৮৫ খ্ৰীষ্টাব্দৰ বাবে প্ৰাক্-বিশ্ববিদ্যালয়ৰ প্ৰথম বাৰ্ষিক শ্ৰেণী খোলাৰ অনুমতি পালোঁ।' (জিতেন্দ্ৰ নাথ শৰ্মা—নিঃ হাঃ মঃ আলোচনী ১৯৮৮-৮৯) এয়া আছিল পাটাছাৰকুছিক গুৱাহাটীত থাকিয়েই বলিষ্ঠ নেতৃত্ব দিব পৰা উপযুক্ত ব্যক্তি 'ৰজনী খুৰা'। পাটাছাৰকুছিত

আজি নিৰ্মল হালৈ কলেজ এটা চালে চকু-বোৰা অনুষ্ঠান। পাটাছাৰকুছিৰ ৰাইজে তেখেতক যথাযোগ্য সন্মান দিছে আৰু দিব।

মোৰ স্মৃতিৰ মণিকোঠাৰ দুৱাৰ খুলি কৈ থাকিলে কথাৰ ওৰেই নপৰিব কাৰণ গুৰু হিচাপে পিতাৰ পিছত খুৰাৰ ওচৰে-পাজৰেই মই বেছিকৈ আছিলোঁ। সেই বাবেই দীপ, বিজু, ৰেবা, বাণী কুৰ্মা, ধৰ্মেশ্বৰ কুৰ্মা, নীহাৰ আদি মোৰ বৰ ওচৰৰ। স্মৃতি খোঁচৰোঁতে কেতিয়াবা দুই-একৰ নাম উল্লেখ হোৱাটোৱেই স্বাভাৱিক। খুৰাৰ বিশাল পৃথিৱীখনৰ বিশাল জনসমুদ্ৰৰ আমি এইবোৰো একো একোটা বিন্দু স্বৰূপ। স্মৃতি ৰোমন্থনত যদি কেতিয়াবা ক'ৰবাত অজানিত আক্ষেপ প্ৰকাশ পাইছেও সুধী পঢ়ুৱৈয়ে নিশ্চয় সেয়া খুৰাৰ প্ৰতি থকা মোৰ অসীম শ্ৰদ্ধা আৰু আবেগ অনুভূতিৰ প্ৰকাশ বুলি ধৰি লৈ সকলো দোষ মৰিষণ কৰিব।—খুৰাৰ আত্মাৰ চিৰশান্তি হওক। □

# খুৰাদেউৰ বিয়োগত মোৰ শোকানুভূতি

অনিমা গোস্বামী

১৯৯১ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰী, সেইদিনা শিল্পী দিবস। গোটেই অসমত শিল্পী দিবসৰ উলহ-মালহ। সিদিনাখনেই গুৱাহাটীৰ উজানবজাৰৰ প্ৰসিদ্ধ "ভাস্কৰ নাট্য মন্দিৰৰ" মঞ্চ উদ্বোধন সভা। বহুতো ন-পুৰণি শিল্পী, শুভাকাঙ্ক্ষী ৰাইজে লগ লাগি অশেষ কষ্ট আৰু চেষ্টাৰে পুনৰ্নিমাণৰ কামৰ আঁচনি হাতত লৈ এই নাট্য মন্দিৰৰ মঞ্চ নতুন ৰূপত সজাই তুলিছে। উদ্বোধনী সভাখন নাট্যকাৰ অভিনেতা লক্ষ্যধৰ চৌধুৰীৰ সভাপতিত্বত নানা ধেমেলীয়া কথাৰে শুকলমে পাৰ হৈ গ'ল।

প্ৰফুল্ল মনেৰে সন্ধিয়া উভতিলোঁ; শ্ৰদ্ধেয় চৌধুৰীদেৱৰ হাস্যমধুৰ কথন-ভঙ্গীৰ অতুলনীয় গুণৰ কথা কৈ হাঁহি ধেমালি কৰি আছিলোঁ। এনেতে সন্ধিয়াৰ ৭-৩০ বজাৰ দুৰদৰ্শনৰ বাতৰি শুনিবলৈ ধৰোঁতেই অধ্যাপক ৰজনীকান্ত দেৱ-শৰ্মাৰ দেহান্তৰৰ মৰ্মাহত খবৰটো শুনি স্তম্ভিত হ'লোঁ। প্ৰথমতে কোনোবা বেলেগ 'ৰজনী শৰ্মা' বুলি ভাবিছিলোঁ। কিন্তু যেতিয়া অলপতে তেখেতক 'আচাৰ্য' উপাধি দিয়া বুলিও ক'লে আৰু তেখেতৰ আলোক চিত্ৰখনো দেখুৱালে তেতিয়া অধিক স্তম্ভিত হ'লোঁ—বিশ্বাস কৰিব পৰা নাছিলোঁ--"খুৰাদেউ আপুনি···" অজ্ঞাতে কিছুমান শব্দ ওলাই গ'ল। যেন সকলো শক্তি প্ৰয়োগ কৰি দি বাতৰিটো মিছা কৰি দিম। এই মৰ্মাহত বাতৰিটোৱে অন্তৰখন শোকত বুৰাই পেলালে। শিল পৰা কপৌৰ দৰে বহু সময় মৌন হৈ বাক্‌ৰুদ্ধ হৈ বহি ৰ'লোঁ। দুৰদৰ্শনৰ অন্য কথা কাণত সোমোৱা নাই। মনৰ মাজেৰে এটি কিবা মহা-মূল্যবান বস্তু হেৰোৱাৰ চিন্তা প্ৰবাহিত হ'ল—গীতা-ভাগৱত শুনা, সভাই-সমিতিয়ে নানা হাস্যময় কৌতুকময় কথা শুনাৰ পৰা বঞ্চিত হ'লোঁ।

এনেতে মোৰ স্বামী ডাঃ নৱেশ্বৰ গোস্বামী কোঠাৰ ভিতৰলৈ সোমাই আহিয়েই ক'লে, "বৰ বেয়া খবৰ এটা পালোঁ, কি কাণ্ড!" অধ্যাপক খুৰাদেউ অসুস্থ হৈ পৰাত ঘৰৰ মানুহে এখেতক বিচাৰি অহা বুলি যেতিয়া গম পালে

তেতিয়া এখেত আৰু অধিক অভিভূত হ'ল। নীৰৱে দুধাৰি চকুলো আমি দুজনৰ চকুৰপৰা নিগৰি পৰিল। তথাপি বিশ্বাস কৰিব পৰা নাই—অধ্যাপক খুৰাদেউ যে আমাৰপৰা আঁতৰি গ'ল, মৃত্যুক যেন তেখেতৰ ওচৰলৈ আহিব নিদিম, এনেকুৱা লাগি গ'ল।

দুদিনমানৰ পিছতে হ'বলগীয়া খুৰাদেউৰ পুতেকৰ বিয়ালৈ আমাক মাতি গৈছে। "দূৰদৰ্শনৰ খবৰ সদায় সঁচা হয়নে?"—এই প্ৰশ্নও মনত জাগিল। এনেতে আমাৰ ঘৰলৈ দুগৰাকী ভদ্ৰলোক ফুৰিবলৈ আহি উপস্থিত হ'ল। আমাৰ শোকাভিভূত অৱস্থাটো দেখি তেওঁলোকে সুধিলে, "কি হ'ল?" আমাৰ মুখেৰে কথাটো শুনি খুৰাদেউৰ মৃত্যুৰ কথা সঁচা বুলি ক'লে। আমাৰ মন বিষাদৰ গ্ৰাসত পৰিল।

আচাৰ্য খুৰাদেউ মোৰ দেউতা আৰু আমাৰ পৰিয়ালৰ অতি পুৰণি আপোন বন্ধু, অতি ঘনিষ্ঠ বাবে দেউতাক তেখেতে দাদা বুলি মাতিছিল আৰু আমিও তেখেতক পৰিয়ালৰ ব্যক্তি বুলিয়েই খুৰাদেউ বুলি মাতিছিলোঁ। সৰুকালৰেপৰা দেউতাৰ মুখে তেখেতৰ নাম শুনিছিলোঁ, পাণ্ডিত্যৰ কথা শুনিছিলোঁ। মোৰ বিয়াৰ পিছত উজানবজাৰৰ আমাৰ বাসস্থানৰ ওচৰতে বহা সৰিতা-সভাৰ বৈঠকবোৰত যোগদান কৰোঁতে খুৰাদেউক সদায়েই লগ পাওঁ, বাৰোৱাৰী নামঘৰৰ ধৰ্মালোচনাত গীতা-ভাগৱত আদিৰে সহজ সৰল মনোৰম ব্যাখ্যা আৰু ভাওনিবোৰত তেখেতে সৰু ল'ৰাৰ নিচিনাকৈ মৰা মিচিকিয়া হাঁহিটো চকুৰ আগত ভাঁহি উঠে। কথা প্ৰসঙ্গত মাজে মাজে নানা উদ্ধৃতিৰে "সেনে হেন কথা" বুলি কৈ যি ভুবন ভুলোৱা হাঁহি মাৰে, সেই হাঁহিয়ে আমাৰ মনবোৰ বহু সময় আলোড়িত কৰি ৰাখিছিল। তেখেতৰ এই "সেনে হেন কথা" বোলা বাক্যটোৱে মোক ইমান আনন্দ দিছিল যে ময়ো মাজে মাজে ঘৰত সেই শব্দকেইটা কোৱা আৰম্ভ কৰিছিলোঁ। কোনোবাই এই শব্দকেইটা নতুনকৈ শুনা বুলি ক'লে মই তৎক্ষণাৎ খুৰাদেউলৈ আঙুলিয়াই দি কওঁ—"এইবাৰ কথা ক'লে কিজানি ময়ো তেখেতৰ নিচিনা বিখ্যাত পণ্ডিত হ'ব নোৱাৰিলেও সৰু পণ্ডিত হ'ব পাৰোঁ।" —আচলতে এই শব্দকেইটাৰ কিবা এটা যাদুকৰী শক্তি আছে—শব্দকেইটা উচ্চাৰণ কৰিলেই মনটো পুলকিত হৈ উঠে, খুৰাদেউৰ হাঁহিভৰা মুখখন মানসপটত ভাঁহি উঠে, এইগৰাকী পুণ্যাত্মাৰ স্মৰণ কৰিবলৈ কিজানি অজানিতভাৱেই এই শব্দকেইটা উচ্চাৰণ কৰোঁ।

এবাৰ মোৰ "বাদ দিয়াহে তিৰোতা মানুহ" বোলা লেখা এটি 'অগ্ৰদূত'



সাপ্তাহিক কাকতত ওলাইছিল। সৰিতা-সভাৰ বৈঠকত সদস্যসকলে নিজৰ কিবা লেখা ওলালে পঢ়ি শুনোৱাৰ নিয়ম আছিল। এবাৰ এখন বৈঠকত সভাপতি খুৰাদেউৱে মোক উক্ত লেখাটো পঢ়িবলৈ নিৰ্দেশ দিলে। সকলো সদস্যই ভাল বুলি শলাগিলে; কিন্তু খুৰাদেউৱে 'তুমি' বুলি কৈ অলপ সময় বৈ থাকিল। মোৰ বুকুৱে ধান বানিবলৈ ধৰিলে। খুৰাদেউৱে ক'লে, "তুমি বৰ ভাল লিখিছাহে, কিন্তু আমি পুৰুষ মানুহসকলে তিৰোতাসকলক অৱহেলাৰ দৃষ্টিৰে নাচাওঁ। বৰ দুখ পালোঁ হে তুমি আমাক ইমানকৈ খোচ মৰা দেখি।"—এইদৰে কৈ উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। অন্যান্যসকলৰ লেখাৰ বিষয়ে হাস্যমধুৰ ভাষণেৰে মন্তব্য দি শেষ কৰি পুনঃ তেখেতে কৈছিল, "অতীতত বিদুষী মহিলাসকলে সমাজ-জীৱনত উচ্চ আদৰ্শ দেখুৱাই সমাজৰ সুস্থিৰতা আৰু শৃঙ্খলা ৰক্ষাত প্ৰভূত অৰিহণা যোগাইছিল।" সেই নাৰীসকলৰ লগত বৰ্তমান যুগৰ নাৰীসকলৰ তুলনামূলক আলোচনা কৰি সভা সামৰিছিল। তেখেতে বক্তৃতা দি থাকোঁতেই এন্ধাৰ নামি আহিছিল, সেয়ে তেখেতে "এতিয়া চাকি-বন্তি দিয়া সময়, আমি মিটিং কৰি থাকিলে নহ'ব" বুলি কৈ বিদায় লৈছিল।

খুৰাদেউৰ মুখৰপৰা কাকো বেয়া বুলি কোৱা কথা কোনোদিনে শুনা নাছিলোঁ। মাজে সময়ে শোক সভা পাতিবলৈ সৰিতা-সভাৰ বৈঠক বহিছিল। —"এইদৰে শোক সভা পতাৰ উদ্দেশ্যে সৰিতা-সভা পাতিলে নহ'ব। দৰাচলতে গঠনমূলক কামতহে আত্মনিয়োগ কৰা উচিত। এইবাৰৰপৰা সৰিতা-সভাৰ অনুষ্ঠান নিয়মীয়াকৈ পাতিব লাগিব। নহ'লে আমাৰ বাবেও কোনোবাই শোক সভা পাতিব—কাম নকৰি বহি থাকিলে।" —এইখিনিতে এষাৰ অপ্ৰিয় হ'লেও সঁচা কথা ক'ব লাগিব যে সৰিতা-সভাৰ লগত জড়িত দুই-এগৰাকী ব্যক্তিৰ কিছু পৰিমাণৰ অনীহা দেখি খুৰাদেউৱে এইদৰে কৈছিল। উক্ত কথাষাৰ কিমান মূল্যবান আছিল তাক নক'লেও হ'ব।

তেখেতক মই 'কীৰ্তন' পুথি বুলি আখ্যা দি লৈছিলোঁ। কীৰ্তনত যেনেকৈ ল'ৰাৰপৰা বুঢ়ালৈ সকলোৱে নানা ৰসৰ আস্বাদ পায় তেনেকৈ পুণ্যাত্মা খুৰাদেউৰ ওচৰত মৰম-চেনেহ, সংস্পৰ্শলৈ অহা সকলোৱে তেখেতৰ উপদেশ-পৰামৰ্শ, আশিস, আনন্দমুখৰ পৰিৱেশ লাভ কৰে আৰু লগতে বাবে ৰহণীয়া ৰসাল কথাৰে ভৰা একোটা একোটা কুঁকি প্ৰত্যেকে লৈ আনন্দ উপভোগ কৰে।

চুম্বকে লো আকৰ্ষণ কৰাৰ নিচিনাকৈ খুৰাদেউৱে শিশু-বৃদ্ধ সকলোকে তেখেতৰ অসাধাৰণ চুম্বক শক্তিৰে আকৰ্ষণ কৰিছিল। এই প্ৰসঙ্গত এটি সৰু কথাৰ উল্লেখ

কৰিব খুজিছোঁ। এবাৰ সৰিতা-সভাৰ বৈঠকলৈ মোৰ অকণমানি ছোৱালী-জনীয়ে ৰৰকৈ ধৰাত লৈ গৈছিলোঁ। কান্দি কাটি হাহাকাৰ কৰিব বুলি ভয় কৰিছিলোঁ। খুৰাদেউৰে সভাত যেতিয়া হাঁহি-ধেমালিৰ মাজেৰে কথা ক'বলৈ ধৰিলে তাই সকলো কথা পাহৰি গ'ল। খুৰাদেউৰে মৰমসনা মাতেৰে তাইক পিছৰ বৈঠকবোৰত সৰু সৰু কবিতা আবৃত্তি কৰিবলৈ উৎসাহ দিছিল আৰু তাইৰ মুখৰ আবৃত্তি শুনি খুৰাদেউৰে বৰ আনন্দ পাইছিল। ছোৱালীজনীয়েও খুৰাদেউক বৰ ভাল পাইছিল। তাই কৈছিল—"ইমান ধুনীয়া ধুনীয়াকৈ ক'ব পাৰে, বৰ বঢ়িয়া মানুহ।" —পাঁচ বছৰীয়া ছোৱালী এজনীৰ মুখৰ এই কথাই খুৰাদেউ কি অনুপম ব্যক্তি আছিল তাৰেই সূচনা কৰে।

কেতিয়াবা কেতিয়াবা সভাৰ শেষত আমি তেখেতক আগবঢ়াই থ'ব খুজিলে বা ৰিক্সাত তুলি পঠাব খুজিলে তেখেতে কয়, "মোক কি বুলি ভাবিছাহে, এতিয়াও দুখন মিটিঙলৈ যাব আছে। ঘৰলৈ নাযাওঁ, বাহিৰে বাহিৰে মিটিঙলৈ যাম।" আমাৰ দুৱাৰ-ডলিত উপস্থিত হোৱা খুৰাদেউৰ মুখৰ এই উক্তিয়ে তেখেতৰ কৰ্মনিষ্ঠা, দৃঢ়তা আৰু মনোবল কি অসাধাৰণ আছিল তাৰেই সূচনা নকৰে নে? জ্ঞান বিতৰণৰ কাৰণে এনেকুৱা অদম্য উৎসাহ আৰু আনৰ মনোৰঞ্জনৰ কাৰণে এনেকুৱাকৈ কৰা ত্যাগৰ মনোভাব কেইজনৰেই বা আছে? এই অগাধ জ্ঞানৰ অধিকাৰী খুৰাদেউৰ শ্ৰীচৰণত শত প্ৰণাম নিবেদন কৰিলোঁ। □

## আচাৰ্য ৰজনীকান্ত

**ভুবনেশ্বৰ কটকী**

(১)

পুণ্যতীৰ্থ অসমৰ ব্যাসকুছি পুণ্যধাম
তাতে জনমিলা তুমি প্ৰসিদ্ধ পণ্ডিত।
গোটেই জীৱন ধৰি শিক্ষকতা কৰি তুমি
গুচি গ'লা সুদূৰৰ দূৰ দেশলৈ।

(২)

শাস্ত্ৰত আছিলা তুমি নিষ্ণাত পণ্ডিত
বেদ-উপনিষদৰ গূঢ়-গভীৰ তত্ত্ব
ব্যাখ্যা কৰিছিলা তুমি মধুৰ, ৰসাল, তথা উদ্দীপ্ত ভাষাত
আৰু ভাগৱত ব্যাখ্যাৰে,
মুগ্ধ কৰিছিলা অগণন ভকতক
লভিছিলা গৌৰৱময় 'আচাৰ্য' বিভূষণ।

(৩)

ভাষা-সংস্কৃতিৰো তুমি আছিলা সেৱক
বহুমুখী প্ৰতিভাৰে, ৰচিছিলা বহুবিধ সাহিত্য-সম্ভাৰ।
তোমাৰ প্ৰতিভাগুণে হৈছিলা সমাদৃত বিবিধ পদত
তোমাকেই কৰিছিল কামৰূপবাসীসৰে সভাপতিৰূপে
কামৰূপ সাহিত্য সভাৰ।

(৪)

'অৰ্থশাস্ত্ৰ', 'বিশ্বকোষ' সম্পাদনা কৰি,
কৰিলা নিজকে তুমি চিৰযুগমীয়া;
উজাৰিলা জ্ঞানপুষ্ট অন্তৰৰ বাণী।
তব জনমেৰে হ'ল অধিক পৱিত্ৰপূত
চিৰ চেনেহী আই অসমী। □

## পূজনীয় দেৱশৰ্মা দেউতাৰ স্মৃতিত

**শুক্লেশ্বৰ কলিতা**

শৰ্মাদেউ যে আৰু নাই
মনত পৰিলে ই কথা বুকু বিষাদিত হয়।

হে মহানুভৱ,
হাতত গীতা অন্তৰত শ্লোক
সঁচাকৈয়ে আপুনি আছিল এজন মহান লোক।

হে মহানুভৱ,
আপুনি এতিয়া চিৰ নিদ্ৰাত মগ্ন
চিৰদিনলৈ জীৱন-বীণা মৌন হৈ গ'ল।
যশস্যাৰাজি আদৰ্শৰাশি ধৰ্মবাণী
মাথোন আমালৈ এৰি থৈ গ'ল।

হে মহানুভৱ,
অধ্যাপনাই আছিল আপোনাৰ জীৱনৰ সঙ্গী,
লোক-সমাজক শুনাইছিল সনাতন বাণী। □



### পৰিশিষ্ট—ক

## অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ বংশলতা

গোত্ৰ—**কাত্যায়ন**



## পৰিশিষ্ট—খ

### অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ জন্ম-কোষ্ঠী




জন্ম ঃ ১৮৩৩ শকাব্দ, ২৫ ফাগুন, শুক্ৰবাৰ, কৃষ্ণপক্ষ, পঞ্চমী তিথি, বিশাখা নক্ষত্ৰ দ্বিতীয় পাদ।

পিতৃ ঃ ৺মহেশ্বৰ দেৱশৰ্মা

মাতৃ ঃ ৺প্ৰভাৱতী দেৱী

জন্মস্থান ঃ ব্যাসকুছি সত্ৰ
কামৰূপ ( পুৰণি )
অসম



## পৰিশিষ্ট—গ

### ৱিদ্বে ৱেদ্বে পৰাপৰে

**আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা**

**॥ স্বস্তি ॥**

সাৰস্বতসাধনাসমাহিতচিত্তেষগ্ৰগণ্যানাং শ্ৰীমতাম্ আনন্দৰামবৰুৱা-মহাভাগানাং শুভনাম্না সুমণ্ডিতা ঈশৱীয়-ব্ৰহ্ম-গ্ৰহ-গ্ৰহ-ব্ৰহ্ম (১৯৯১)-ৱৰ্ষীয়া ৱাৰ্ষিকী ইয়ং পঞ্চদশসহস্ৰদ্ৰৱিণসমন্বিতা ৱিদ্বজ্জন-সমৰ্হণা ইদং প্ৰথমতয়া শ্ৰীমদ্ ভগৱদ্‌গীতাসহিত-শ্ৰীমদ্‌ভাগৱতপুৰাণাদিৱিৱিধশাস্ত্ৰৱ্যাখ্যানচঞ্চৱে ৱিদ্বদ্-পশ্চিমায় শব্দশাস্ত্ৰকোৱিদায় সাম্প্ৰতং দেৱভূয়ংগতায় যশঃশৰীৰধাৰিণে শ্ৰীমতে আচাৰ্য ৰজনীকান্ত দেৱশৰ্মণে সাদৰং সবহুমানং সশ্ৰদ্ধং সমৰ্প্যতে ॥ ইতি শুভম্ ॥

ব্ৰহ্ম-গ্ৰহ-গ্ৰহ-ব্ৰহ্ম (১৯৯১)-মিতে ৱৰ্ষে য়িশুক্ৰমে।
শোভনে পঞ্চমে মাসে চৈকৱিংশে দিনে শুভে ॥
কল্পিতা সাদৰং য়েয়ং ৱিদ্বজ্জনসমৰ্হণা।
ভগৱদিচ্ছয়া সা স্যাৎ সৰ্বজনসুখায় শম্ ॥

ইতি
আনন্দৰাম বৰুৱা-ভাষা-কলা-সংস্কৃতি-সংস্থা-পক্ষতঃ
**শ্ৰীটাবুৰাম্ টাইদঃ**
সঞ্চালকঃ

ঈশৱীয়ে
২১ মে', ১৯৯১
**উত্তৰ গুৱাহাটী নগৰে**

## পৰিশিষ্ট—ঘ

# লেখক পৰিচয়

**ড° মুকুন্দমাধৱ শৰ্মা :** বৰ্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ; গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ ভূতপূৰ্ব মুৰব্বী অধ্যাপক আৰু কলাগুৰু। সংস্কৃত, অসমীয়া, বঙলা, হিন্দী আৰু ইংৰাজী ভাষাত নানা তাৎপৰ্য-পূৰ্ণ প্ৰবন্ধ আৰু গবেষণা পত্ৰ লিখাৰ উপৰিও দেশ-বিদেশত সংস্কৃত সাহিত্যৰ বিশিষ্ট পণ্ডিত ৰূপে খ্যাতি আৰ্জিছে। *The Dvani Theory in Sanskrit Poetry*, *Inscriptions of Ancient Assam*, **উপমা কালিদাসস্য** আদি প্ৰায় ৩০ খন মূল্যবান গ্ৰন্থ ৰচনা কৰি গৌৰৱৰ পাত্ৰ হৈছে। তেখেতৰ তত্বাৱধানত এই পৰ্যন্ত ১৩ জন ছাত্ৰ-গৱেষকে পিএইচ. ডি. উপাধি লাভ কৰিছে।

**ড° মহেশ্বৰ নেওগ :** অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি, প্ৰধান সম্পাদক, গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ সক্ৰিয় কৰ্মী, অসমীয়া বিভাগৰ জৱহৰলাল নেহেৰু অধ্যাপক, পাতিয়ালাৰ পাঞ্জাবী বিশ্ববিদ্যালয়ৰ শঙ্কৰদেৱ অধ্যাপক, অসম চৰকাৰৰ প্ৰৱৰ্তিত "শঙ্কৰদেৱ বঁটা" বিজয়ী, অসম সাহিত্য সভাৰ দ্বাৰা "সাহিত্যাচাৰ্য" আৰু "সদস্য মহীয়ান্" উপাধিৰে বিভূষিত, অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ, বহু মূল্যবান গ্ৰন্থৰ সম্পাদক-প্ৰণেতা, গৱেষণা-নিষ্ণাত ড° নেওগে ভাৰত তথা বিদেশতো প্ৰসিদ্ধ পণ্ডিতৰূপে খ্যাতি অৰ্জন কৰি অসমৰ গৌৰৱ বৰ্দ্ধন কৰিছে। *Sankardeva and His Times*, **অসমীয়া সাহিত্যৰ ৰূপৰেখা, শ্ৰীশ্ৰীশঙ্কৰদেৱ, পবিত্ৰ অসম, প্ৰাচ্য শাসনাৱলী, ভক্তি-ৰত্নাকৰ** আদি তেখেতৰ প্ৰসিদ্ধ গ্ৰন্থ। কুৰিজনৰো অধিক গৱেষকে তেখেতৰ অধীনত পিএইচ. ডি. উপাধি লাভ কৰিছে। ভাৰত চৰকাৰে তেখেতক **পদ্মশ্ৰী** উপাধি প্ৰদান কৰিছে।

**ড° সত্যেন্দ্ৰনাথ শৰ্মা :** অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি, অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবীণ শিক্ষক, আধুনিক ভাৰতীয় ভাষা বিভাগৰ প্ৰাক্তন মূৰব্বী ৰবীন্দ্ৰনাথ ঠাকুৰ



অধ্যাপক, প্ৰসিদ্ধ গৱেষক, সমালোচক, প্ৰাচীন পুথিৰ সম্পাদক ড° শৰ্মাই অসমীয়া ভাষা-সাহিত্যলৈ প্ৰভূত অৰিহণা যোগাইছে। অসম চৰকাৰৰদ্বাৰা প্ৰৱৰ্তিত "শঙ্কৰদেৱ বঁটা" লাভ কৰাৰ উপৰিও বিভিন্ন অনুষ্ঠানৰপৰা প্ৰভূত সন্মান লাভ কৰিছে। অসম সাহিত্য সভাই 'সাহিত্যাচাৰ্য" উপাধিৰে তেখেতক বিভূষিত কৰিছে। *The Neo-Vaisnavite Movement and the Satra Institution of Assam*, *The Socio-economic and Cultural History of Medieval Assam*, **অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, ৰামায়ণৰ ইতিবৃত্ত, বিশ্বমহাকাব্যৰ পৰিচয়, অসমীয়া নাট্য সাহিত্য** আদি তেখেতৰ প্ৰসিদ্ধ গ্ৰন্থ। কুৰিজনৰো অধিক গৱেষকে তেখেতৰ তত্বাৱধানত পিএইচ. ডি. উপাধি লাভ কৰিছে।

**শ্ৰীযোগেশ দাস :** অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি, বি. বৰুৱা কলেজৰ অসমীয়াৰ মুৰব্বী অধ্যাপক পদৰপৰা অৱসৰ প্ৰাপ্ত অধ্যাপক দাস লব্ধ—প্ৰতিষ্ঠ ঔপন্যাসিক, গল্পকাৰ আৰু সমালোচক। **অবৈধ, ডাৱৰ আৰু নাই** আদি তেখেতৰ প্ৰখ্যাত উপন্যাস।

**শ্ৰীনৰকান্ত বৰুৱা :** অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু কটন কলেজৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক নৰকান্ত বৰুৱা একাধাৰে কবি, ঔপন্যাসিক আৰু গল্পকাৰ, পাঠ্যপুথি ৰচয়িতা আৰু সম্পাদক, **আধুনিক অসমীয়া অভিধানৰ** সহযোগী সম্পাদক ইত্যাদিৰূপে নানা দায়িত্বপূৰ্ণ কাম দক্ষতাৰে সমাপ্ত কৰিছে। তেখেত শিশু সাহিত্যৰো পথিকৃৎসকলৰ অন্যতম। **হে অৰণ্য, হে মহানগৰ, কপিলীপৰীয়া সাধু, ককা-দেউতাৰ হাড়, মোৰ আৰু পৃথিবীৰ, অসমীয়া ছন্দশিল্পৰ ভূমিকা** আদি তেখেতৰ প্ৰধান গ্ৰন্থ।

**শ্ৰীলক্ষ্যধৰ চৌধুৰী :** অসম সাহিত্য সভাৰ বৰ্তমান সভাপতি কৃতী লেখক, নাট্যকাৰ, অভিনেতা আৰু ৰসিক বক্তা। ৰাজনৈতিক নেতা আৰু স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্মী, দেশসেৱক আৰু অসম চৰকাৰৰ প্ৰাক্তন শিক্ষা মন্ত্ৰী। তেখেত কেইবাখনো মূল্যবান গ্ৰন্থৰ ৰচক, আৰু কথাছবিৰ পৰিচালক।

**ড° হেমন্ত কুমাৰ শৰ্মা :** অসম সাহিত্য সভাৰ উপসভাপতি ড° শৰ্মাৰ ১৯৯২ চনৰ ১৮ জানুৱাৰীত অকাল বিয়োগ ঘটে। কটন কলেজৰ অসমীয়া বিভাগৰ প্ৰবীণ অধ্যাপক আৰু গৱেষক পণ্ডিতৰূপে খ্যাতি লাভ কৰা

ড° শৰ্মাই নিৰৱচ্ছিন্নভাৱে গল্প, ভ্ৰমণ কাহিনী, জীৱনী, প্ৰবন্ধ আদি লিখাৰ উপৰিও লোকগীত, লোক-কলা-সংস্কৃতিৰ উদ্‌ঘাটনত মনোনিৱেশ কৰিছিল। বহুতো অসমীয়া গ্ৰন্থ প্ৰণয়ন কৰাৰ উপৰিও বহু গ্ৰন্থ আৰু আলোচনী সম্পাদনা কৰি খ্যাতি লাভ কৰিছিল।

**শ্ৰীপ্ৰমোদচন্দ্ৰ শৰ্মা ঃ** বিশিষ্ট ব্যৱসায়ী ; কলিকতাত বহু বছৰ ব্যৱসায় কৰি বৰ্তমান গুৱাহাটীত দুষ্প্ৰাপ্য কিতাপৰ যোগান ধৰি আছে। 'গুৰুলীলা' নামৰ দামোদৰদেৱৰ জীৱন চৰিত্ৰ এখনো তেখেতে প্ৰকাশ কৰি উলিয়াইছিল।

**শ্ৰীদণ্ডেশ্বৰ গগৈ ঃ** আশী বছৰীয়া বিশিষ্ট শিক্ষাবিদ ; কটন কলেজৰ অৰ্থনীতি বিভাগৰ প্ৰাক্তন অধ্যাপক শ্ৰীগগৈয়ে অসম চৰকাৰৰ অধীনস্থ শিক্ষা বিভাগৰ বিদ্যালয়-পৰিদৰ্শক, মাধ্যমিক শিক্ষা পৰিষদৰ সচিব আৰু সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ সচিব ৰূপে দক্ষতাৰ পৰিচয় দি গৈছে। 'আৱাহন' কাকতত বিবিধ শিতানত লিখাৰ উপৰিও শিক্ষা বিষয়ৰ নানা প্ৰবন্ধ আৰু পাঠ্যপুথি প্ৰণয়ন কৰি যশস্যাৰ অধিকাৰী হৈছে। বিভিন্ন শিক্ষানুষ্ঠানৰ লগত সক্ৰিয়ভাৱে লাগি থাকি শিক্ষা বিস্তাৰৰ হকে কাম কৰি আছে।

**শ্ৰীৰজনীকান্ত চক্ৰৱৰ্তী ঃ** কটন কলেজৰপৰা গণিত বিভাগৰ মুৰব্বীৰূপে অৱসৰ গ্ৰহণ কৰি নানা সামাজিক উন্নয়নমূলক কামত ব্যস্ত হৈ আছে। গণিতৰ মাধ্যমিক আৰু মহাবিদ্যালয়ৰ স্তৰৰ বিভিন্ন পাঠ্যপুথি ৰচনা কৰি অশেষ গৌৰৱ অৰ্জন কৰিছে। গণিত শিক্ষকসকলৰ নানা শিক্ষামূলক অনুষ্ঠানত আকৰব্যক্তিৰূপে (Resource person) তেখেতে প্ৰভূত যশস্যা লভিছে। তেখেত প্ৰাচীন সভ্যতা-সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰতো ওতপ্ৰোতভাৱে জড়িত।

**শ্ৰীঅতুলানন্দ গোস্বামী ঃ** কৃতী ঔপন্যাসিক, গল্পকাৰ, অনুবাদক আৰু সমালোচক ৰূপে শ্ৰীগোস্বামীৰ যশস্যা আছে। তেখেত অসমৰ প্ৰাচীন সভ্যতা-সংস্কৃতিৰ উদ্‌ঘাটনত বিশেষ আগ্ৰহী।

**শ্ৰীভূপেন্দ্ৰ চন্দ্ৰ কৰ ঃ** দেশ-বিদেশত উচ্চ শিক্ষা লাভ কৰা অধ্যাপক কৰ (বি. চি. কৰ নামে জনাজাত) এগৰাকী শিক্ষাব্ৰতী শিক্ষক ; ছাত্ৰসমাজৰ-দ্বাৰা প্ৰভূতভাৱে সমাদৃত বিশিষ্ট পণ্ডিত গৱেষক অধ্যাপক কৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'শিক্ষা' বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অবসৰ গ্ৰহণ কৰি বৰ্তমান নিউ দিল্লীত আছে। অসমত শিক্ষা বিষয়টো মহাবিদ্যালয়ত অন্তৰ্ভুক্ত কৰাত



তেখেতৰ অৰিহণা চিৰস্মৰণীয় হৈ থাকিব। পাঠ্যপুথি ৰচনা কৰাৰ উপৰিও বহুতো মূল্যবান গৱেষণা-পত্ৰ প্ৰণয়ন কৰি খ্যাতি আৰ্জিছে। বিশ্ববিদ্যালয় আয়োগৰ বিভিন্ন সমিতিৰ সদস্যৰূপে কাৰ্য নিৰ্বাহ কৰিছিল।

**এছ. এম. ইছলাম ঃ** কটন কলেজৰ ইতিহাস বিভাগৰ যশস্বী অধ্যাপক ইছলামে অৱসৰ গ্ৰহণ কৰি বৰ্তমানে গুৱাহাটীতে আছে।

**ড° বিনয় কুমাৰ তামুলী ঃ** কটন কলেজ তথা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক ড° তামুলী এগৰাকী প্ৰবীণ শিক্ষক, সমাজকৰ্মী আৰু সমাজ সেৱক। শিক্ষা বিস্তাৰ কাৰ্যত নিজকে অবিৰতভাৱে ব্যাপৃত ৰাখিও নানা প্ৰবন্ধ লিখি সাহিত্যলৈ অৰিহণা যোগাই আছে।

**ড° প্ৰিয়াংশুপ্ৰবল উপাধ্যায় ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ ৰীডাৰ পদৰপৰা অৱসৰ গ্ৰহণ কৰা চিৰকৌমাৰ্য ব্ৰতী ড° উপাধ্যায় এগৰাকী নীৰৱ সাধক, বহুশাস্ত্ৰনিষ্ণাত পণ্ডিত, দৰ্শন আৰু সাহিত্যবিষয়ক বিবিধ সমালোচনামূলক প্ৰবন্ধ লেখকৰূপে প্ৰসিদ্ধ। সংস্কৃত ভাষাত অনৰ্গল বক্তৃতা দিব পৰা ক্ষমতাৰ অধিকাৰী ড° উপাধ্যায়ে বৰ্তমান পাণ্ডুত আশ্ৰম পৰিচালনা কৰি আছে।

**ড° উপেন্দ্ৰ নাথ গোস্বামী ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী-অধ্যাপকৰূপে অৱসৰপ্ৰাপ্ত ড° গোস্বামী ভাষাতত্ত্বৰ পথিকৃৎসকলৰ অন্যতমৰূপে প্ৰতিষ্ঠিত পণ্ডিত। সাহিত্যৰ ক্ষেত্ৰতো তেখেতৰ বৰঙণি উল্লেখনীয়। অসমীয়া অভিধান সম্পাদনাত আৰু অসমীয়া ব্যাকৰণ ৰচনাত তেখেতৰ পাণ্ডিত্য আৰু চিন্তাধাৰা মন কৰিবলগীয়া। *A Study on Kamrupi—A Dialect of Assamese ; An Introduction to Assamese* ; **ভাষা বিজ্ঞান** আদি তেখেতৰ প্ৰখ্যাত গ্ৰন্থ। কেইবাজনো ছাত্ৰই তেখেতৰ অধীনত পিএইচ. ডি. উপাধি পাইছে।

**ড° কালানাথ শৰ্মা ঃ** কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাণীবিদ্যা বিভাগৰ অধ্যাপক আৰু অসমৰ শিক্ষাধিকাৰ ৰূপে অৱসৰ গ্ৰহণ কৰি আৰ্য সভ্যতা-সংস্কৃতিৰ চিন্তা-চৰ্চাত অহৰহ লাগি থাকি শিশুৰ উপযোগী পুথি ৰচনা কৰাৰ উপৰিও বহুতো গৱেষণামূলক প্ৰবন্ধ ৰচনা কৰি যশস্যা আৰ্জিছে।

**শ্ৰীধৰণীধৰ চৌধুৰী ঃ** অসম চৰকাৰৰ এ. চি. এছ. বিষয়াৰূপে অৱসৰ গ্ৰহণ কৰা শ্ৰীচৌধুৰীয়ে বৰ্তমান 'সমাধান চক্ৰ' নামৰ আধ্যাত্মিক চিন্তাচৰ্চাৰ

অনুষ্ঠান এটি পৰিচালনা কৰি আৰ্য সভ্যতা-সংস্কৃতিৰ ধাৰাটো সংৰক্ষণ কৰাৰ চেষ্টা চলাই আছে।

**শ্ৰীমতী অঞ্জু ভট্টাচাৰ্য :** গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰ সহায়িকা।

**শ্ৰীকিৰণ শৰ্মা :** বি. বৰুৱা কলেজৰ সংস্কৃত বিভাগৰ অধ্যাপক আৰু নানা ধৰ্মীয় আৰু সংস্কৃতিমূলক অনুষ্ঠানৰ লগত জড়িত হৈ প্ৰাচীন সভ্যতা-সংস্কৃতিৰ সংৰক্ষণাৰ্থে অৰিহণা যোগাইছে।

**শ্ৰীগদাধৰ শৰ্মা :** প্ৰাগ্‌জ্যোতিষ মহাবিদ্যালয়ৰপৰা অসমীয়াৰ মুৰব্বীৰূপে অৱসৰ পাই গুৱাহাটীৰ হেপিভিলাত বাস কৰি সাহিত্যচৰ্চাত লাগি আছে। সংস্কৃত দৰ্শন আৰু সাহিত্যৰো সুপণ্ডিত শৰ্মাই বিবিধ তত্ত্বমূলক প্ৰবন্ধ লিখি গৌৰৱৰ পাত্ৰ হৈছে।

**ড° প্ৰফুল্ল কটকী :** গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক। ড° কটকী কেইবাখনো সমালোচনামূলক গ্ৰন্থৰ প্ৰণেতা, তেখেতে গৱেষণা কাৰ্যত আত্মনিয়োগ কৰি আছে। তেখেতৰ বহুতো প্ৰবন্ধ নানা আলোচনীত প্ৰকাশিত হৈছে। কেইবাগৰাকী গৱেষকে তেখেতৰ তত্ত্বাবধানত পিএইচ. ডি. উপাধি লাভ কৰিছে।

**ড° অপূৰ্বচন্দ্ৰ বৰঠাকুৰীয়া :** গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক ড° বৰঠাকুৰীয়া মেধাবী গৱেষক পণ্ডিত, গ্ৰন্থ প্ৰণেতা আৰু প্ৰবন্ধকাৰ। তেখেতে অসমীয়া সাহিত্যৰো বিশিষ্ট সমালোচক। তেখেতৰ অধীনত কেইবাজনেও পিএইচ. ডি. উপাধি লাভ কৰিছে।

**ড° গোবিন্দ দাস :** ৰাজধৰ বৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অসমীয়াৰ শিক্ষক। বিবিধ চিন্তামূলক প্ৰবন্ধ লিখাৰ উপৰিও জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিষয়ে গৱেষণামূলক কামত নিজকে ব্যস্ত ৰাখি অসমীয়া সাহিত্যলৈ অৰিহণা যোগোৱাৰ চেষ্টা কৰি আছে।

**শ্ৰীসুধেন্দুমোহন ভদ্ৰ :** কটন কলেজৰ সংস্কৃত বিভাগৰ যশস্বী শিক্ষক; তেখেতে বিবিধ প্ৰবন্ধ ৰচনা কৰাৰ উপৰিও গ্ৰন্থ সম্পাদনাৰ কাম কৰি আছে।

**শ্ৰীকমলেশ্বৰ শৰ্মা :** মেধাবী ছাত্ৰ আৰু নিপুণ শিক্ষক শ্ৰীশৰ্মাই কটন কলেজৰ ইংৰাজী বিভাগৰ প্ৰাক্তন অধ্যাপকৰূপে যথেষ্ট খ্যাতি লাভ কৰি শিক্ষা বিভাগৰ বিভিন্ন উচ্চ পদত অধিষ্ঠিত হৈ অৱসৰ গ্ৰহণ কৰিছে। তেখেতে



সুন্দৰ প্ৰকাশভঙ্গীৰে সমালোচনামূলক প্ৰবন্ধ আৰু গ্ৰন্থ প্ৰণয়নত পাৰদৰ্শিতাৰ পৰিচয় দিছে।

**ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য :** গুৱাহাটীৰ বি. বৰুৱা কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ, ভাষাবিদ্, লোকসংস্কৃতিৰ আৰু জনজাতীয় সংস্কৃতিৰ গৱেষক, মেধাবী পণ্ডিত ভট্টাচাৰ্যই দেশ-বিদেশত বিদ্যায়তনিক নানা অনুষ্ঠানত যোগদান কৰি অসমৰ গৌৰৱ বৰ্দ্ধন কৰিছে। বহুতো আলোচনী, আলোচনা চক্ৰ আৰু গ্ৰন্থৰ সম্পাদক আৰু মৌলিক গ্ৰন্থ ৰচকৰূপে সুপ্ৰতিষ্ঠিত ড° ভট্টাচাৰ্য অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰি ভাষা-সাহিত্য-সংস্কৃতিৰ চৰ্চাত নিযুক্ত হৈ আছে।

**শ্ৰীভৱপ্ৰসাদ চলিহা :** গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ, বৈষ্ণৱ যুগৰ সাহিত্যৰ অনুসন্ধিৎসু পণ্ডিত। বিভিন্ন গ্ৰন্থৰ সংকলন, সম্পাদনা আদি কাম নিয়াৰিকৈ কৰি প্ৰতিষ্ঠা লাভ কৰা শ্ৰীচলিহাই বহুতো প্ৰবন্ধ ৰচনা কৰি পাণ্ডিত্যৰ পৰিচয় দিছে।

**শ্ৰীদুৰ্গেশ্বৰ শৰ্মা :** আৰ্যবিদ্যাপীঠ কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক পদৰপৰা অৱসৰ গ্ৰহণ কৰা শ্ৰীশৰ্মা প্ৰবন্ধকাৰ, সমালোচক, জীৱনীলেখক আৰু কবি হিচাপে জনাজাত। কেইবাখনো গ্ৰন্থৰ লেখক আৰু সম্পাদক। সাংবাদিকতাও শ্ৰীশৰ্মাৰ অন্যতম বৃত্তি। অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক আৰু কামৰূপ সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীশৰ্মা এতিয়া গৱেষণাত ব্যস্ত হৈ আছে।

**ড° নবীনচন্দ্ৰ শৰ্মা :** গুৱাহাটীৰ প্ৰাগ্‌জ্যোতিষ কলেজত বহু বছৰ অধ্যাপনা কৰি বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি-গৱেষণা বিভাগত ৰীডাৰ-ৰূপে কাৰ্য নিৰ্বাহ কৰা ড° শৰ্মাই অসমীয়া পুৰণি সাহিত্য আৰু অসমৰ লোকসংস্কৃতিৰ বিষয়ে কেইবাখনো মূল্যবান গ্ৰন্থ ৰচনা আৰু সম্পাদনা কৰি যশস্যাৰ পাত্ৰ হৈছে। অসমৰ দুগৰাকী প্ৰখ্যাত সাহিত্যিক আৰু পণ্ডিত— আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী আৰু অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ স্মৃতিগ্ৰন্থ সম্পাদনা কৰি অসমৰ হেৰাই যোৱা স্মৃতি ধৰি ৰাখিছে। তদুপৰি কেইবাগৰাকীও গৱেষক ছাত্ৰ-ছাত্ৰীয়ে তেওঁৰ তত্ত্বাবধানত পিএইচ. ডি. উপাধি লাভ কৰিছে।

**শ্ৰীচিত্ৰ মহন্ত :** হিন্দী আৰু অসমীয়া সাহিত্যৰ সুলেখক শ্ৰীমহন্তই কেইবাখনো প্ৰখ্যাত হিন্দী উপন্যাসৰ অসমীয়ালৈ অনুবাদ আৰু অসমীয়া উপন্যাসৰ

হিন্দীলৈ অনুবাদ কৰি প্ৰতিষ্ঠা লাভ কৰিছে। বৰ্তমান ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সচিবৰূপে কাৰ্য নিৰ্বাহ কৰা শ্ৰীমহন্তই ৰাষ্ট্ৰভাষা হিন্দীক জনপ্ৰিয় কৰি তোলাত অৰিহণা যোগাইছে আৰু কেইবাখনো জীৱনীগ্ৰন্থ লিখিছে।

**শ্ৰীকনক চন্দ্ৰ ডেকা ঃ** বৰ্তমান গুৱাহাটীৰ বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰীডেকাই অসমীয়া জীৱনী সাহিত্যলৈ যথেষ্ট অৰিহণা যোগোৱাৰ উপৰিও সৰিতা সভা, জোনাকী সাহিত্য সভা, সুৰভি সাহিত্য সমাজ আদিৰ নিচিনা সাহিত্য-সংস্কৃতি বিস্তাৰৰ অনুষ্ঠানবোৰত নিজকে নিৰৱছিন্নভাৱে জড়িত ৰাখি কেইবাখনো মূল্যবান গ্ৰন্থ সম্পাদনা কৰাৰ উপৰিও বিভিন্ন আলোচনী আৰু সংগ্ৰহ-গ্ৰন্থলৈ প্ৰবন্ধ লিখি সাহিত্য সেৱা কৰি আছে।

**শ্ৰীলক্ষ্মীকান্ত দাস ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিশ্ববিদ্যালয় প্ৰকাশন বিভাগত সহায়কৰূপে কাম কৰা শ্ৰীদাস এজন নিপুণ আৰ্হিকাকত পৰীক্ষকৰূপে পৰিগণিত হৈছে। সাহিত্য-কৰ্মতো শ্ৰীদাসৰ হাত আছে।

**শ্ৰীউমাকান্ত শৰ্মা ঃ** অসম আৰু মেঘালয় চৰকাৰৰ শিক্ষাধিকাৰৰূপে বিশেষ দক্ষতাৰে কাৰ্য নিৰ্বাহ কৰি বৰ্তমানে অৱসৰ গ্ৰহণ কৰি গুৱাহাটীৰ বিহাবাৰীত বাস কৰা শ্ৰীশৰ্মা এগৰাকী প্ৰথম শ্ৰেণীৰ প্ৰবন্ধকাৰ, সমালোচক, ঔপন্যাসিক, গল্পকাৰ আৰু শিক্ষাবিদ। অতি মেধাবী ছাত্ৰৰূপে খ্যাতি-সম্পন্ন শৰ্মাই প্ৰাচ্য-পাশ্চাত্য দৰ্শন শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনা কৰাৰ উপৰিও বিলাতত শিক্ষা বিষয়ৰ স্নাতকোত্তৰ উপাধি লাভ কৰি অসমৰ শিক্ষা জগতলৈ প্ৰভূত অৰিহণা যোগাইছে। অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰিছে। **এজাক মানুহ এখন অৰণ্য** তেখেতৰ প্ৰখ্যাত উপন্যাস।

**ড° যোগেশ্বৰ শৰ্মা ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰসিদ্ধ গ্ৰন্থাগাৰিক ড° শৰ্মা সংস্কৃত সাহিত্য আৰু ভাৰতীয় দৰ্শনৰ সুপণ্ডিত। *The Philosophy of Education in Upanishads*, **কালিদাস আৰু তপস্যা**, **কালিদাসৰ প্ৰতিভা** আদি উচ্চমান বিশিষ্ট সমালোচনা গ্ৰন্থ লিখাৰ উপৰিও বহুতো প্ৰবন্ধ প্ৰণয়ন কৰি সাহিত্যিক ৰূপে প্ৰতিষ্ঠা লাভ কৰিছে। অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন ভোগ কৰি সাহিত্য চৰ্চাত ব্যস্ত আছে।

**ড° নৰেন্দ্ৰনাথ শৰ্মা ঃ** নলবাৰী কলেজত সংস্কৃতৰ প্ৰবক্তা ৰূপে কিছু বছৰ কাম কৰি অসম চৰকাৰৰ সংস্কৃত শিক্ষাৰ অবৰশিক্ষাধিকাৰৰূপে নিষ্ঠাৰে



কাৰ্য নিৰ্বাহ কৰি অৱসৰ লোৱা ড° শৰ্মাই ধ্ৰুপদী সংস্কৃত সাহিত্যৰ সমালোচনামূলক গ্ৰন্থ কেইখনমান ৰচনা কৰি পঢ়ুৱৈ সমাজৰ প্ৰশংসা লাভ কৰিছে। তেখেতৰ বিভিন্ন সংকলন-গ্ৰন্থ আৰু সমালোচনামূলক প্ৰবন্ধ প্ৰকাশিত হৈছে।

**ড° অশোককুমাৰ গোস্বামী ঃ** গুৱাহাটী বিশ্বৱিদ্যালয়ৰ সংস্কৃত বিভাগৰ লব্ধপ্ৰতিষ্ঠ অধ্যাপক গোস্বামীয়ে সংস্কৃতজ্ঞ পণ্ডিতৰূপে খ্যাতি অৰ্জন কৰিছে। বিভিন্ন আলোচনীত প্ৰবন্ধ লিখাৰ উপৰিও ইন্দিৰাগান্ধী মুক্ত বিশ্ববিদ্যালয়ৰ গুৱাহাটী কেন্দ্ৰৰ সমন্বয়ৰক্ষী বিষয়া ৰূপে অতি নিষ্ঠাৰে কাৰ্য নিৰ্বাহ কৰি আছে। অনাতাঁৰ কেন্দ্ৰযোগে সংস্কৃত পাঠদান কৰাৰ উপৰিও সংস্কৃত নাটৰ অভিযোজনা আদিত অংশ গ্ৰহণ কৰি যশস্যা লাভ কৰিছে। তদুপৰি তেখেত এগৰাকী প্ৰবীণ গৱেষক্। তেখেতৰ অধীনত কেইবাগৰাকীয়ে পিএইচ. ডি. উপাধি লাভ কৰিছে।

**শ্ৰীউপেন্দ্ৰনাথ শৰ্মা ঃ** কটন কলেজৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক পদৰ-পৰা অৱসৰ গ্ৰহণ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত অতিথি অধ্যাপকৰূপে বৰ্তমানে শিক্ষকতা কৰি থকা শ্ৰীশৰ্মাই সমালোচনামূলক প্ৰবন্ধ লিখি অসমীয়া সাহিত্যলৈ অৰিহণা যোগাই আছে।

**ড° মালিনী গোস্বামী ঃ** গুৱাহাটী বিশ্বৱিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ; সমালোচনামূলক প্ৰবন্ধ লেখিকা।

**ড° হৰিনাথ শৰ্মাদলৈ ঃ** বৰপেটা এম. চি. কলেজৰ অসমীয়া বিভাগৰ ভূতপূৰ্ব মুৰব্বী অধ্যাপক। প্ৰাচীন আৰু আধুনিক সাহিত্যৰ বিশিষ্ট সমালোচক। ভট্টদেৱৰ **কথা ভাগৱতৰ** সম্পাদনা কৰি খ্যাতি লাভ কৰা ড° শৰ্মাই **ভাৰত-কোষ** প্ৰমুখ্যে বহুতো মূল্যবান গ্ৰন্থ লিখি সাহিত্য প্ৰতিভাৰ পৰিচয় দিছে।

**শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডেপুটি ৰেজিষ্ট্ৰাৰ পদৰপৰা অৱসৰ গ্ৰহণ কৰি বৰ্তমানে **চলন্ত** নামৰ অসমীয়া অভিধানৰ সহযোগী সম্পাদকৰূপে কাম কৰি আছে। জৱাহৰলাল নেহেৰুৰ **আত্মজীৱন চৰিত**, বাৰ্ট্ৰাণ্ড ৰাছেলৰ **সমাজৰ ওপৰত বিজ্ঞানৰ প্ৰভাৱ**, হোৱাইট হেডৰ **শিক্ষাৰ লক্ষ্য, গালিভাৰৰ ভ্ৰমণ বৃত্তান্ত** ইত্যাদি অসমীয়া অনুবাদ গ্ৰন্থই তেখেতলৈ যশস্যা কঢ়িয়াই আনিছে। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ 'সৰিতা সভা'ৰ প্ৰতিষ্ঠাতা সম্পাদকৰূপে কাম

কৰিছিল। শিশু সাহিত্যিক ৰূপেও তেখেতৰ খ্যাতি আছে। অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰিছে।

**শ্ৰীভূমিদেৱ গোস্বামী :** নগাঁও নিবাসী শ্ৰীগোস্বামী বিশিষ্ট সমাজ সেৱক; আৰ্য সভ্যতা-সংস্কৃতিৰ সংৰক্ষণৰ কাৰণে অহৰহ কাম কৰিয়েই আছে। তেখেত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সেৱক।

**ডাঃ উমেশ চক্ৰৱৰ্তী :** সুচিকিৎসক ডাঃ চক্ৰৱৰ্তী সুদক্ষ সমাজকৰ্মীৰূপে নলবাৰী অঞ্চলত জনাজাত। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সেৱক।

**শ্ৰীদয়ালকৃষ্ণ বৰা :** 'আলোক' নামৰ কাকতৰ সক্ৰিয় কৰ্মী।

**শ্ৰীমহেশ মেধি :** ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সেৱক।

**শ্ৰীনন্দেশ্বৰ শইকীয়া :** আজীৱন শিক্ষকতা বৃত্তিত ব্যাপৃত থাকি উত্তৰ গুৱাহাটী ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষক পদৰপৰা অৱসৰ গ্ৰহণ কৰিছে। বৰ্তমানে শিশু শিক্ষা সমিতিৰ সম্পাদকৰূপে কাৰ্য নিৰ্বাহ কৰি উত্তৰ-পূৰ ভাৰতৰ উন্নত-অনুন্নত অঞ্চলত শিক্ষা বিস্তাৰৰ কামত ব্যস্ত হৈ আছে। নানা আলোচনীত শিক্ষামূলক প্ৰবন্ধ লিখিছে।

**শ্ৰীপৰেশ শৰ্মা :** ডিব্ৰুগড় নিবাসী এডভোকেট; ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ অক্লান্ত কৰ্মী।

**শ্ৰীকান্ত যোশী :** ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰি আছে।

**শ্ৰীমতী হৈমৱতী দেৱী :** আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাৰ সহধৰ্মিণী; সত্য সাই বাবাৰ শিক্ষা-ধৰ্ম-সংস্কৃতিৰ প্ৰতি অনুৰক্তা সেৱিকা।

**শ্ৰীমতী হীৰা শৰ্মা :** আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ তৃতীয়া কন্যা আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীৰ দ্বিতীয়া বোৱাৰী।

**শ্ৰীধৰ্মেশ্বৰ শৰ্মা :** অসম চৰকাৰৰ অসামৰিক বিষয়া, সংস্কৃত সাহিত্যৰ অনুৰাগী ছাত্ৰ শ্ৰীশৰ্মাই অসমীয়া সাহিত্য চৰ্চাত মনোনিৱেশ কৰি প্ৰবন্ধ-পাতি লিখি আছে।

**শ্ৰীআত্মনাথ শাস্ত্ৰী :** কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰপৰা সংস্কৃতৰ প্ৰবীণ শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰিছে। তেখেত সংস্কৃত ব্যাকৰণ-কাব্য-দৰ্শন শাস্ত্ৰৰ সুপণ্ডিত।



**ড' ৰত্নেশ্বৰ শৰ্মা :** নলবাৰী কলেজৰ পদাৰ্থ বিজ্ঞানৰ প্ৰবীণ শিক্ষক ড' শৰ্মা বিজ্ঞানৰ পাঠ্যপুথি প্ৰণেতাৰূপে খ্যাত। প্ৰবন্ধ ৰচনাত নৈপুণ্য প্ৰদৰ্শন কৰিছে।

**শ্ৰীমতী অণিমা গোস্বামী :** বিবিধ বিষয়ৰ কবিতা আৰু প্ৰবন্ধ লিখি সাহিত্য চৰ্চাত ব্যস্ত আছে।

**শ্ৰীভুবনেশ্বৰ কটকী :** এগৰাকী সাহিত্যানুৰাগী সমাজ কৰ্মী, গুৱাহাটীৰ ছত্ৰাকাৰত বাস কৰে।

**শ্ৰীশুক্লেশ্বৰ কলিতা :** অসমীয়া কবিতা লিখাত আগ্ৰহী শ্ৰীকলিতা গুৱাহাটীৰ সত্য সাই কেন্দ্ৰত চতুৰ্থবৰ্গৰ কৰ্মচাৰীৰূপে নিষ্ঠাৰে কাম কৰি আছে।

